॥ উপনিষদ্ কথামৃত ॥

॥ লেখক : শ্ৰীগোলাপ চন্দ্ৰ শাস্ত্ৰী ॥

॥ প্ৰথম প্ৰকাশ ১৯৭৯ চন ॥

॥ প্ৰকাশক : শ্ৰীব্ৰজগোপাল ভট্টাচাৰ্য।
শাস্ত্ৰী পৰিয়ালৰ হৈ ॥

॥ মূল্য ২৫.০০ টকা ( পঁচিশ টকা মাত্ৰ ) ॥

॥ ছপা : ১ম-খণ্ড — বিদ্যাৰত্ন প্ৰেছ ॥
॥ ২য়-৩য় খণ্ড — পূৰ্বশ্ৰী প্ৰিণ্টাৰ্ছ ॥
॥ যোৰহাট-১ ॥

# সূচীপত্র





# গ্ৰন্থকাৰৰ পৰিয়ালবৰ্গৰ নিবেদন

আমাৰ পৰমাৰাধ্য পিতৃদেৱ স্বৰ্গীয় গোলাপ চন্দ্ৰ ভট্টাচাৰ্য্য, স্মৃতি-ব্যাকৰণ মীমাংসা শাস্ত্ৰীদেৱে **উপনিষদ্ কথামৃত** ৰচনা কৰি ছপাশালত দিয়ে। মৃত্যুৰ আগ-দিনালৈকে কিতাপৰ প্ৰুফ আদি চাই আনকি "উপোদ্ঘাত" আৰু "নিবেদন" অংশ লিখিও সম্পূৰ্ণ কিতাপখনি প্ৰকাশ হোৱা দেখি যাবলৈ নাপালে।

পিতৃদেৱৰ আশাশুধীয়া ইচ্ছাৰ কাৰণেই হয়তো আজি তেখেতৰ আদ্যশ্ৰাদ্ধৰ দিনা তেখেতে অতি আশা আৰু কষ্টেৰে লিখা কিতাপখন ৰাইজৰ আগলৈ উলিয়াবলৈ পাই আমি তেখেতৰ পৰিয়ালবৰ্গই পৰম কৃতাৰ্থ মানিছোঁ।

পুথিখনে পঢ়ুৱৈ সমাজৰ উপকাৰ সাধিলে আৰু তেখেতসকলে পুথিখন চেনেহৰ চকুৰে আদৰি লৈ মৃতকৰ প্ৰতি আশীষ যাচিলেই আমি সন্তোষ পামহঁক।

এই পুথিখনি যুগুত কৰোঁতে পিতৃদেৱে নিশ্চয় বহুভাৱে দিহা-পৰামৰ্শ আমাৰ অগোচৰে গ্ৰহণ কৰিছিল।

এই ক্ষেত্রত নিশ্চয় আমাৰ সকলোৰে পূজ্যপাদ আউনী-আটীয় সত্ৰাধিকাৰ প্ৰভুৰ আশীৰ্বাদ তথা পৰামৰ্শ গ্ৰহণ কৰিছিল বুলি আমাৰ বিশ্বাস। পুথিখনি সম্পৰ্কে পূজ্যপাদ ডেকা প্ৰভুৰ অধিকাৰ লিখিত এটি মন্তব্য লেখকৰ কাগজ-পত্ৰৰ মাজত সযতনে ৰখা পাইছোঁ। এই দুয়োজনা গুৰুলৈ আমাৰ সশ্ৰদ্ধ প্ৰণাম তথা প্ৰভু গোবিন্দৰ আশীৰ্বাদ ভিক্ষা কৰিলোঁ।

পিতৃদেৱৰ কাকত-পত্ৰৰ মাজত এই পুথি সম্পৰ্কে ভালেকেইজন বিশিষ্ট ব্যক্তিৰ মতামত পাই স্থানান্তৰত সেইবোৰ প্ৰকাশ কৰিছোহঁক। উক্ত সকলোলৈকে আমাৰ শ্ৰদ্ধা জনালোঁ।

পুথিখনিৰ ঈশ, কেন, আৰু কঠ এই তিনিখণ্ড বিদ্যাৰত্ন প্ৰেছত আৰু প্ৰশ্ন, মুণ্ডক, মাণ্ডুক্য, ঐতৰেয় তৈত্তিৰীয় আৰু শ্বেতাশ্বতৰোপনিষদ— এই ছয়খণ্ড পূৰ্বশ্ৰী প্ৰকাশন প্ৰেছত ছপা কৰা হৈছে। ছপাৰ কাম ভাত তৈয়াকৈ শেষ কৰি পুথিখনি প্ৰকাশ কৰাত বিদ্যাৰত্ন প্ৰেছৰ শ্ৰীকামেশ্বৰ ভট্টাচাৰ্য্য আৰু পূৰ্বশ্ৰী প্ৰকাশনৰ শ্ৰীশিৱ-প্ৰসাদ বৰুৱা প্ৰমুখ্যে ছপাশাল দুটিৰ সদৌটিলৈ আমাৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁহঁক।

পিতৃদেৱৰ ইচ্ছানুযায়ী সুপণ্ডিত সংস্কৃতজ্ঞ অধ্যাপক

শ্রীযুত ভৱকৃষ্ণ মিশ্রদেৱে পুথিখনিৰ ভূমিকা লিখি দিয়াত তেখেতলৈ আমাৰ সশ্রদ্ধ কৃতজ্ঞতা জনালোঁ। তদুপৰি পিতৃদেৱৰ জীৱিতাৱস্থাত কৰাৰ দৰেই পাচতো এই পুথি-খনি সম্পৰ্কত যথেষ্ট কষ্ট স্বীকাৰ কৰি ইয়াক প্রকাশ পোৱাত বিশেষ সহায় আগবঢ়োৱাৰ কাৰণে শ্রদ্ধেয় শ্রীযুত শক্তিনাথ বৰুৱাদেৱলৈকো আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

আমাৰ জ্ঞাতে-অজ্ঞাতে যিসকল লোকে পিতৃ-দেৱৰ জীৱিতাৱস্থাত তথা এতিয়াও সহায়-সহযোগ উদগনি যোগাই আহিছে সেই সকলোলৈকে আমাৰ কৃতজ্ঞতা জনাই পুনৰবাৰ পুথিখনিৰ প্রতি ৰাইজৰ স্নেহদৃষ্টি কামনা কৰিলোঁহঁক। ইতি—

সদৌ পৰিয়ালবৰ্গৰ হৈ—

২৯ ব'হাগ, ১৯৮১
চাপকটা
যোৰহাট-৭৮৫০০৬

শ্রীব্রজগোপাল ভট্টাচাৰ্য্য
শ্রীদ্বিজগোপাল ভট্টাচাৰ্য্য
শ্রীৰাজগোপাল ভট্টাচাৰ্য্য
শ্রীকৃষ্ণগোপাল ভট্টাচাৰ্য্য
শ্রীমতী হিৰণ্ময়ী তামুলী
শ্রীমতী স্বর্ণময়ী বৰঠাকুৰ
শ্রীমতী সুবৰ্ণ কটকী

# সুধীজনৰ মতামত

( ১ )

শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰ দেৱ গোস্বামী
আউনীআটীয় ডেকাধিকাৰ

অধ্যাপক শ্ৰীযুত গোলাপ চন্দ্ৰ শাস্ত্ৰীয়ে অসমীয়া ভাষালৈ ৰূপান্তৰ কৰা "উপনিষদ্ কথামৃত" হাতে লিখা অৱস্থাতে চকুফুৰাই চোৱা হল। "বেদোঽখিলো ধৰ্মমূলম্" —বেদেই ভাৰতীয় সনাতন ধৰ্ম্মৰ মূল। এই বেদৰে সাৰমৰ্ম্ম হৈছে উপনিষদ। উপনিষদ শব্দৰ অৰ্থ ভগৱানৰ সামীপ্য লাভ কৰা। অৰ্থাৎ যি ব্ৰহ্মবিদ্যাৰ সহায়েৰে আত্মতত্ত্ব আৰু ঈশ্বৰতত্ত্বৰ সন্ধান পোৱা যায় সেয়ে উপনিষদ বিদ্যা। ... ...... গান্ধীজীয়ে "হিন্দুধৰ্ম্মৰ তত্ত্ব" নামৰ প্ৰবন্ধত কৈছিল যে "ভাৰতৰ সকলো ধৰ্ম্মশাস্ত্ৰ যদি ভস্মীভূত হৈ কেৱল ঈশোপনিষদৰ প্ৰথম শ্লোক ফাকিয়ে থাকিলহেতেন। তেতিয়া হলেও হিন্দু ধৰ্ম্মৰ অস্তিত্ব চিৰকাল প্ৰৱৰ্ত্তি থাকিলহেতেন।" ... ... - ...

গতিকে ভাৰতীয় মাত্ৰৰে উপনিষদৰ আস্বাদ লোৱা কৰ্ত্তব্য। সুখৰ বিষয় যে পণ্ডিত শাস্ত্ৰীয়ে যথেষ্ট অধ্যয়ন

কৰি আৰু ভাবাৰ্থ বুজি উপনিষদ গ্ৰন্থাৱলীৰ মূলানুগত অৰ্থ সহজ-সৰল কৰি অসমীয়া ভাষালৈ আগবঢ়াইছে।

শাস্ত্ৰীয়ে এটি দুষ্কৰ কাৰ্য্য সাধন কৰিছে বুলিয়েই ভবা হৈছে। কিয়নো অসমীয়া ভাষাত এই বিষয়ক গ্ৰন্থৰ সম্পূৰ্ণ অভাৱ বুলি কব পাৰি। যিকোনো লোকেই বুজিব পৰাকৈ শাস্ত্ৰীয়ে প্ৰতিপাদ্য বিষয় সহজ-সৰল কৰি বুজাব পাৰিছে। অনুবাদ হলেও " উপনিষদ কথামৃত"ত লেখকৰ মৌলিক চিন্তাধাৰা প্ৰকাশ পোৱা দেখা গৈছে। ৰাইজৰ সহৃদয়তাত তেখেতে বাকী কেইখন উপনিষদৰো ভাঙনি কৰি সমাজৰ অভাৱ পূৰণ কৰিব বুলি আশা কৰা হ'ল। তেখেতৰ গ্ৰন্থৰ বহুল প্ৰচাৰ কামনা কৰা হ'ল।

শ্ৰীশ্ৰীগোবিন্দ মহাপ্ৰভুৰ চৰণত প্ৰাৰ্থনা জনোৱা হৈছে তেখেতৰ প্ৰচেষ্টাৰ বাকী কেইখণ্ডও প্ৰকাশ আৰু প্ৰচাৰৰ সাৰ্থকতা কৰে যেন।

* * *

( ২ )

পৃথিৱীৰ ভিতৰত ঋক্‌বেদতকৈ পুৰণি একো শাস্ত্ৰ নাই। আৰ্য্য সভ্যতাৰ হিৰণ-কিৰণত যেতিয়া ভাৰতবৰ্ষ উদ্ভাসিত হৈ উঠিছিল ; তেতিয়া পৃথিৱীৰ মানৱ সমাজক আলোকদান কৰিছিল বেদে। এই বৈদিক সভ্যতাৰ শ্ৰেষ্ঠত্বই আৰ্য্যসকলক দেৱতুল্য কৰি তুলিছিল। অখণ্ড মণ্ডলা-

কাৰ হৈ যিজন ব্যস্ত আছে, যাক সমস্ত বিশ্বই উপাসনা কৰে, যিজনে তেজ দিয়ে, বল দিয়ে, প্ৰাণ দিয়ে-তেওঁৰ আদি-অন্ত বিচাৰি বৈদিক ঋষিসকলে নিৰ্জ্জন অৰণ্যত আশ্ৰম পাতি জ্ঞানমাৰ্গৰ অনুগামী হয়।

বেদত নিহিত হৈ থকা ৰহস্যময় বাণীসমূহৰ অঁাত বিচাৰোতে ঋষিসকলৰ জ্ঞানৰ পৰা যি বিচাৰ আৰু তাৎপৰ্য্য লাভ হ'ল তাৰ সম্যক আলোচনাই হ'ল উপনিষদসমূহ। উপনিষদবিলাক ৰহস্যাবৃত তত্ত্বকথা। বেদে স্ৰষ্টাক 'ব্ৰহ্ম' আখ্যা দিলে আৰু এই ব্ৰহ্ম শব্দই হ'ল বাক্যৰ অতীত অনিৰ্ব্বচনীয় পৰমপুৰুষৰ পৰিচায়ক। ব্ৰহ্মক বিচাৰি জ্ঞানৰ সাগৰ সৃষ্টি কৰা যি সাহিত্য সেই সাহিত্যক উপনিষদ বা ব্ৰহ্মবিদ্যা বোলা হয়।

উপনিষদৰ যুগটো আৰ্য্য সভ্যতাৰ উজ্জ্বল কিৰণেৰে প্লাৱিত হোৱা যুগ। আজিলৈকে হেজাৰ হেজাৰ বছৰ ধৰি ভাৰতবৰ্ষৰ যি ঐতিহ্য সমুজ্জ্বল হৈ আছে, সেয়াই বৈদিক সভ্যতাৰ অমৰ আলোক। ভাৰতবৰ্ষৰ সংস্কৃতি মানেই হল বৈদিক সংস্কৃতি। এনে মহামূল্যৱান জ্ঞানৰ অন্বেষণ কৰিবলৈ উপনিষদ সমূহেই হ'ল শিক্ষক, গুৰু।

অসমীয়া ভাষাত এনেকুৱা গভীৰ ভাৱৰ দাৰ্শনিক গ্ৰন্থৰ বৰ অভাৱ। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ ধৰ্মতত্ত্ব জানিবলৈ হলেও

উপনিষদৰ জ্ঞান দর্কাৰ ।

শ্রদ্ধেয় শ্রীগোলাপ চন্দ্র শাস্ত্রী মহোদয়ে তেখেতৰ আঁৰ নাইকিয়া সুন্দৰ ভাষাৰে টিকা-টীপ্পনি দি উপনিষদৰ অসমীয়া ভাঙনি কৰিছে। পঢ়ি চাই, পঢ়ি পঢ়ি, শাস্ত্রী মহোদয়ৰ প্রতি মোৰ গভীৰ শ্রদ্ধাৰ ভাব উদয় হৈছে। অসমীয়া ভাষাত এই গ্রন্থ প্রকাশিত হ'লে আমাৰ উচ্চ সাহিত্যৰ ভৰাল চহকী হব।

বকুলবন — শ্রীআনন্দ চন্দ্র বৰুৱা

যোৰহাট — ৭।৪।৭৬

( ৩ ) — গীতাভৱন

যোৰহাট, অসম

সংস্কৃত সাহিত্যৰ অমূল্য গ্রন্থ উপনিষদবিলাকৰ ভাঙনি আৰু ব্যাখ্যা আমাৰ ভাষাত ছপা কিতাপৰ আকাৰে পাবলৈ নাই। সম্প্রতি সকলোৰে সুপৰিচিত শ্রদ্ধাস্পদ পণ্ডিত শ্রীযুত গোলাপচন্দ্র শাস্ত্রী মহোদয়ে অশেষ যত্ন কৰি এই কার্য্য সম্পাদন কৰি অসমীয়া ভাষাৰ এটি মহৎ অভাব পূৰণ কৰিলে। শাস্ত্রীদেৱৰ উপনিষদৰ অনু-বাদ আৰু ব্যাখ্যাই অসমীয়া সাহিত্য ভৰালৰ এটি উজ্জ্বল ৰত্নস্বৰূপে জিলিকি থাকিব। তেখেতৰ অনুবাদ আৰু ব্যাখ্যা অতিশয় মনোৰঞ্জক আৰু সাৰুৱা হৈছে। মূলৰ লগত সামঞ্জস্য ৰক্ষা কৰি সাধাৰণ পাঠকৰ কাৰণে সহজ ভাষাত উপনিষদৰ ব্যাখ্যা কৰা দুষ্কৰ কার্য্য।

আমি নিসন্দেহে কব পাৰোঁ যে শাস্ত্ৰীদেৱে এই ক্ষেত্ৰত সাৰ্থকতা অৰ্জ্জন কৰিছে আৰু সদৌ পাঠকমণ্ডলীৰ শলাগৰ পাত্ৰ হৈছে। ......তেখেতে জ্ঞান ভাণ্ডাৰৰ এখনি দুৱাৰ আমাৰ কাৰণে মুকলি কৰি দিছে। ......

যোৰহাট — শ্ৰীধীৰেশ্বৰ ভট্টাচাৰ্য্য

২৯।৫।৭৬

( ৪ )

শাঙ্কৰভাষ্য থকা এঘাৰখন প্ৰধান উপনিষদৰ ভিতৰৰ নখন উপনিষদৰ অনুবাদ আৰু ভাবাৰ্থমূলক ব্যাখ্যা কৰি শ্ৰীযুত গোলাপচন্দ্ৰ ভট্টাচাৰ্য্য শাস্ত্ৰীদেৱে অসমীয়া ভাষাৰ এক বৃহৎ অভাৱ পূৰণ কৰিছে। তেখেতৰ অনুবাদ আৰু ব্যাখ্যা হাতেলিখা অৱস্থাতে পঢ়ি চাবলৈ দিয়াত বৰ সুখী হলোঁ। ·

..... শাস্ত্ৰীদেৱে সৰল ভাষা ব্যৱহাৰ কৰি গীতা, ভাগৱত, কীৰ্ত্তন আদি পুথিৰ উদ্ধৃতি দি তেখেতৰ ব্যাখ্যা সহজে বোধগম্য কৰিছে। বুজা গৈছে তেখেতে কোনো এজন ভাষ্যকাৰকে আহি হিচাপে গ্ৰহণ কৰা নাই। ফলত তেখেতৰ ব্যাখ্যাত মৌলিকত্ব প্ৰকাশ পাইছে।

... এই গভীৰ তত্ত্বজ্ঞান সহজলভ্য কৰা বাবে শ্ৰীশাস্ত্ৰীদেৱৰ শলাগ লৈছোঁ। ......

শ্ৰীদীননাথ বৰুৱা.

১৯।৭।৭৬

( ৫ )

বিষয়: "উপনিষদ্ কথামৃত" নামৰ পাণ্ডুলিপি।

শ্ৰদ্ধাস্পদেষু,

অসম প্ৰকাশন পৰিষদলৈ ওপৰত উল্লেখ কৰা পাণ্ডু-

লিপিখন প্ৰকাশনৰ বাবে পঠিওৱা হেতু আপোনাৰ শলাগ লৈছোঁ। যিটো বিষয় লৈ চিন্তা-চৰ্চা কৰি আপুনি পাণ্ডু-লিপিখন চাবলৈ আমাক সুযোগ প্ৰদান কৰিলে তাৰ বাবে গভীৰ কৃতজ্ঞতা জনাইছোঁ।

গ্ৰন্থখনি প্ৰকাশ কৰিব পাৰিলে আমি অতি আনন্দ পালোঁহেতেন। অৱশ্যে পাণ্ডুলিপিখন পৰিষদে প্ৰকাশ কৰিব নোৱাৰাটোৱে গ্ৰন্থখনিৰ উপযুক্ত মান বা উপযোগিতাক সামান্যভাৱেও অস্বীকাৰ নকৰে। ......

শ্ৰদ্ধা আৰু শুভেচ্ছাৰে —

বিনীত, —
শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব,
অসম প্ৰকাশন পৰিষদ।

( ৬ )

ক্ৰমাংক ২১৭৮/৭৭ দিনাংক ১৯ ৭/৭৭

প্ৰতিঃ শ্ৰীগোলাপ শাস্ত্ৰী
ঢাপকটা, যোৰহাট

মহাশয়,

আপুনি পঠিওৱা উপনিষদ কথামৃতৰ পাণ্ডুলিপিটো পাই সন্তোষ পালোঁ। আপোনাৰ অক্লান্ত পৰিশ্ৰমৰ ফল এই গ্ৰন্থখনিয়ে সামান্যভাৱে হলেও অসমীয়া ভাষাত এনে পুথিৰ অভাৱ পূৰণ কৰিব পাৰিব বুলি সভাই আশা কৰে।

ইতি —
আব্দুছ ছাত্তাৰ,
প্ৰধান সম্পাদক, অসম সাহিত্য-সভা।

---

# উপোদ্‌ঘাত

যস্য নিঃশ্বসিতং বেদা বেদৈর্বিশ্বং বিভর্তি যঃ।
তং গোবিন্দমহং বন্দে সচ্চিদানন্দমদ্বয়ম্॥

{ বেদসমূহ যাৰ নিঃশ্বাসস্বৰূপ, বেদসমূহৰদ্বাৰা যি এই প্ৰত্যক্ষ আৰু অনুভূত বিশ্ব ধাৰণ-পোষণ কৰে সেই সমস্ত শব্দৰাশিৰ অকৰ সৎ চিৎ আনন্দস্বৰূপ অদ্বয় মহা-পুৰুষলৈ আমাৰ অলেখ প্ৰণিপাত। }

সনাতন হিন্দুধৰ্মৰ মূল শাস্ত্ৰ বেদ। জ্ঞানাৰ্থক বিদ্ ধাতুৰপৰা নিষ্পন্ন অভ্ৰান্ত জ্ঞানৰাশি বেদ নামে প্ৰসিদ্ধ। বেদ বেদন বা অনুভূতি ও সত্যানুসন্ধি ধ্যাননিষ্ঠ ঋষিৰ অন্তঃকৰণ উদ্ভাসিত সত্যানুভূতি যেতিয়া কথাৰূপে উচ্চাৰিত হয়, তেতিয়া তাৰ নাম হয় বেদ; আৰু সেই উচ্চাৰিত বাঙ্‌ময় শব্দৰাশি অন্তেবাসী শিষ্যৰ শ্ৰৱণৰদ্বাৰা ধৃত হোৱা বাবে বেদৰে অন্য এক সুপ্ৰসিদ্ধ নাম শ্ৰুতি। ই কাৰো মস্তিষ্ককল্পিত ৰচনা বা বাক্ বৈখৰ্য নহয়। সেইকাৰণেই বেদক অপৌৰুষেয় অৰ্থাৎ কোনো পুৰুষৰদ্বাৰা নিৰ্মিত বুলি কোৱা নহয়। বিশাল জ্ঞানস্বৰূপ চিন্ময় পৰমপুৰুষৰ-পৰা অহা বিভিন্ন জ্ঞানৰাশি বিভিন্ন ঋষিৰ প্ৰজ্ঞালোকত প্ৰকাশিত হৈ পৰা বাবে বেদক পৰমেশ্বৰৰ বাণী বা পৰমেশ্বৰৰ নিঃশ্বাসস্বৰূপ বুলি আৰ্যশাস্ত্ৰসমূহত কথিত হৈছে।

"'ঋষয়ো মন্ত্ৰদ্ৰষ্টাৰঃ' ঋষিসকল মন্ত্ৰৰ দ্ৰষ্টা হে ৰচয়িতা নহয়।

মহৰ্ষি কৃষ্ণদ্বৈপায়নে সমগ্ৰ বেদৰাশি চাৰিভাগত ভগালে। মন্ত্ৰ প্ৰধান ভাগ ঋক্ নামে, যজ্ঞাদিকৰ্ম প্ৰধান মন্ত্ৰসমূহ যজুঃ নামে, গীতিপ্ৰধান মন্ত্ৰসমূহ সাম নামে আৰু শিল্প চিকিৎসাদি ব্যৱহাৰিক জগতৰ উপযোগী যাৱতীয় মন্ত্ৰ অথৰ্ববেদ নামে প্ৰসিদ্ধ হ'ল। এইদৰে বেদবোৰ সংহত অৰ্থাৎ চাৰিভাগে সংগৃহীত হোৱা বাবে চাৰি বেদ ঋক্ সংহিতা ইত্যাদি নামে চাৰি সংহিতা হ'ল। সমূহ বেদবাণী উক্ত প্ৰকাৰে চাৰিভাগত বিভক্ত কৰি সজোৱা বাবে সেই মহৰ্ষি বেদব্যাস বুলি সুখ্যাত হ'ল।[১] আৰ্য্যঋষিৰ এনে সিদ্ধান্তৰ ফলত অনাদি বেদৰ পৌৰ্বাপৰ্য্য কল্পনা নিৰৰ্থক। সনাতন ধৰ্মৰ প্ৰবৰ্তক শাস্ত্ৰ বেদো সনাতন।[২]

মন্ত্ৰ আৰু ব্ৰাহ্মণৰূপে বেদৰ দুটা ভাগ। ব্ৰাহ্মণভাগত শ্ৰুতিৰদ্বাৰায়েই মননযোগ্য মন্ত্ৰ সমূহৰ বিবৃতি আৰু প্ৰয়োগ বিধিৰ নিৰ্দ্দেশ আছে। ব্ৰাহ্মণৰে শেষভাগ আৰণ্যক

---

১ পৰাশৰাৎ সত্যৱত্যাম্ অংশাংশকলয়া বিভুঃ
অৱতীৰ্ণো মহাভাগ বেদং চক্ৰে চতুৰ্বিধম্ ॥ (ভাগৱত ১২।৬।৪৯)

ঋগথৰ্ব-যজুঃ-সাম্নাং ৰাশীনুদ্ধৃত্য বৰ্গশঃ ।

চতস্ৰঃ সংহিতাশ্চক্ৰে মন্ত্ৰৈৰ্মণিগণা ইৱ ॥ (ভাগৱত ॥ ১২।৬।৫০)

২ অস্য মহতো ভূতস্য নিঃশ্বসিতমেতদ্ যদৃগ্বেদো যজুৰ্বেদঃ সামবেদোঽথৰ্বাঙ্গিৰস ইতি — । বৃহদাৰণ্যউপনিষদ জগত সংহাৰি শ্ৰুতি আছা নাৰায়ণ। প্ৰথম নিশ্বাসে বাজবেদা যোগল। (কীৰ্ত্তনত শঙ্কৰদেৱ)

আৰু আৰণ্যকৰ অন্তৰ্গত উপনিষদ। এই হিচাবে প্ৰতি বেদেই মন্ত্ৰ, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ এই চাৰি ভাগত বিভক্ত। সাধাৰণতে মন্ত্ৰ আৰু ব্ৰাহ্মণভাগ কৰ্মকাণ্ড-ৰূপে, আৰণ্যক আৰু উপনিষদ ভাগ জ্ঞানকাণ্ডৰূপে জনাজাত। বেদৰ অন্তিম অংশ বাবে অথবা বেদৰ চৰমতত্ত্ব নিৰ্ণিত হোৱা বাবে উপনিষদসমূহৰ অন্য নাম বেদান্ত ৩ আৰু ব্ৰহ্মপ্ৰাপ্তি বা ভগৱৎসাযুজ্য লাভ কৰাই বাবে উপনিষদকেই ব্ৰহ্মবিদ্যা বোলা হয়।

কৰ্মকাণ্ডৰূপে কথিত মন্ত্ৰ আৰু ব্ৰাহ্মণ ভাগৰপৰা জ্ঞান-কাণ্ডৰূপে খ্যাত আৰণ্যকত যি অধ্যাত্মবিদ্যা বা পৰব্ৰহ্মৰ তত্ত্বা-নুসন্ধান সূচনা হ'ল, উপনিষদত তাৰ সংহস্য সিদ্ধান্ত প্ৰতি-পাদিত হ'ল। উপ নি পূৰ্বক সদ্ ধাতুৰ পাছত কিপ প্ৰত্যয় হৈ উপনিষদ শব্দ উপ (শীঘ্ৰ, বা সামীপ্য), নি (নিশ্চিতভাবে বা নিঃশেষে), সদ্ (গতি বা প্ৰাপ্তি, জীৰ্ণকৰা আৰু বিনাশ কৰা)। গতিকে যি বিদ্যাই শীঘ্ৰেই নিশ্চিতৰূপে পৰমাত্মাৰ প্ৰাপ্তি ঘটায় অথবা যি বিদ্যাই জন্ম-মৃত্যুপ্ৰবাহৰ কাৰণস্বৰূপ অবি-দ্যাক নিঃশেষকৈ জীৰ্ণ কৰে, কিম্বা যি বিদ্যা অনুশীল-নৰদ্বাৰা নিশ্চিতভাবে সংসাৰবন্ধন সমূলক্ষে উন্মুলিত হয় সেই বিদ্যাই উপনিষদ। এই প্ৰকাৰে উপনিষদ শব্দৰ ব্ৰহ্মবিদ্যাই

---

৩ "তিলেষু তৈলবদ্ বেদে বেদান্তঃ সুপ্ৰতিষ্ঠিতাম্" মুক্তিকোপনিষদ

ব্যাচ্যার্থ হলেও যি গ্ৰন্থৰ সহায়ত সেই বিদ্যা বোধগম্য হয়, তেনে গ্ৰন্থকো গৌণভাবে উপনিষদ বোলা হয়। উপনিষদ শব্দৰ আৰু এক অৰ্থ হ'ল শ্ৰদ্ধা-বিনম্ৰ শিষ্যৰ বিদ্যালাভৰ অৰ্থে গুৰুৰ সমীপত অৱস্থিতি।

বেদমূলক নহ'লে কোনো ধৰ্মমতেই আদৰণীয় নহয়। সেইবাবে বিভিন্ন ভাৰতীয় ধৰ্মসম্প্ৰদায়বিলাকে নিজৰ নিজৰ ধৰ্মমতক শ্ৰুতিসম্মত বুলি প্ৰমাণিত কৰিবলৈ গ্ৰন্থ কল্পনা কৰি সেইবিলাকক উপনিষদ নাম দি চলাই দিছিল। এইদৰেই মহামনা আকবৰ বাদশ্বাহৰ ধৰ্ম-সমন্বয়ৰ চেষ্টাত সহায়কস্বৰূপে বোলে আল্লোপনিষদো ৰচিত হৈছিল। সেইকাৰণে কালক্ৰমে উপনিষদ অসংখ্য হৈ পৰিল। যি কি নহওক, যজুৰ্বেদীয় মুক্তিকোপনিষদত ১০৮ খন উপনিষদৰ নাম উল্লিখিত আছে। সেই সমুদায়ৰ ভিতৰতো শ্ৰীমৎশঙ্কৰাচাৰ্য্যপাদৰ ভাষ্য থকা ঈশ, কেন, কঠ, প্ৰশ্ন মুণ্ডক, মাণ্ডুক্য, ঐতৰেয়, তৈত্তিৰীয়, শ্বেতাশ্বতৰ, ছান্দোগ্য বৃহদাৰণ্যক — এই এঘাৰখন আৰু কৌষীতকি মুঠ বাৰখন উপনিষদক প্ৰাধান্য দিয়া হ'ল।

উপনিষদসমূহৰ প্ৰতিপাদ্য বিষয় জীৱ জগত আৰু তাৰ কাৰণস্বৰূপ ব্ৰহ্মৰ তত্ত্বনিৰ্ণয়। কিন্তু উপনিষদ ৰহস্য সহজবোধ্য নোহোৱা বাবে অৰ্থবোধত বিভ্ৰান্ত হোৱা অসম্ভৱ নহয়। সেইকাৰণে উপনিষদ বাক্যবোৰৰ মৰ্মোদ্ঘাটন আৰু সমন্বয় সাধনৰ অৰ্থে বেদান্তদৰ্শন বুলি জনাজাত ব্ৰহ্মসূত্ৰ ৰচিত হ'ল আৰু শ্ৰীমদ্ভগবদ্গীতাত উপনিষদৰ মৰ্মকথা ব্যাখ্যাত হ'ল। উপনিষদ, ভগৱদগীতা আৰু ব্ৰহ্মসূত্ৰ এই

ত্ৰয়ীক সংক্ষেপে প্ৰস্থানত্ৰয় বোলা হয়। উপনিষদসমূহক শ্ৰুতিপ্ৰস্থান, গীতাক স্মৃতিপ্ৰস্থান (ঋষিপ্ৰণীত অন্যান্য ধৰ্ম্মশাস্ত্ৰসমূহো স্মৃতিপ্ৰস্থানৰ অন্তৰ্ভুক্ত) আৰু ব্ৰহ্মসূত্ৰত উপনিষদপ্ৰতিপাদ্য বিষয় সূত্ৰাকাৰে সংগঠিত হোৱাৰ উপৰিও বিৰুদ্ধ মত খণ্ডনপূৰ্ব্বক সংযুক্তিক সিদ্ধান্ত প্ৰতিপন্ন কৰা যাবে তাক ন্যায়প্ৰস্থান বোলা হয়।

উপনিষদুক্ত বিষয় অবলম্বন কৰি বহুতো মতবাদ প্ৰচৰিত হ'ল। তাৰ ভিতৰতে অদ্বৈত, বিশিষ্টাদ্বৈত আৰু দ্বৈত এই তিনি প্ৰধান। প্ৰত্যেক মাত্ৰই উপনিষদ বাক্যবোৰৰ সামঞ্জস্য ৰক্ষা কৰি নিজ নিজ মতৰ অনুকূলে বিভিন্ন উপনিষদৰ একবাক্যতা একাৰ্থতা প্ৰতিপাদনৰ চেষ্টা কৰা হৈছে।

অদ্বৈতবাদী শ্ৰীমৎ শঙ্কৰাচাৰ্য্যৰ মতে এক অদ্বিতীয় ব্ৰহ্মই সত্য। সমস্ত জীৱ আৰু জগৎ মায়াকল্পিত। মায়াৰ কাৰণে মাত্ৰ জীৱ আৰু জগতৰ প্ৰতীতি হয়। এই ভেদবোধ অবিদ্যাৰ ফল। বিদ্যাৰদ্বাৰা অৰ্থাৎ ব্ৰহ্মৰ স্বৰূপ জ্ঞান হ'লে জীৱৰ মুক্তিলাভ হয় অৰ্থাৎ ব্ৰহ্মসাযুজ্য লাভ হয়।

শ্ৰীমৎৰামানুজাচাৰ্য বিশিষ্টাদ্বৈতবাদী। এই মতে জীৱ আৰু জগৎ বিশিষ্ট ব্ৰহ্ম এক। জুইৰপৰা উফৰিপৰা ফিৰিঙতিবোৰৰ দৰে জীৱ ব্ৰহ্মৰপৰা উৎপন্ন হোৱা অথবা জীৱ আৰু জগৎ তেওঁৰ শৰীৰ, তেওঁ স্বয়ং অন্তৰ্যামী আত্মা।

প্ৰলয়কালত জীৱ আৰু জগৎ সুক্ষ্মভাবে তেওঁতে লীন হৈ থাকে। গতিকে এই তিনিও অনাদি ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ মাত্ৰ। জগতো ব্ৰহ্মশক্তিৰেই প্ৰতিফলন। পৰিপূৰ্ণ শক্তিমন্ত ব্ৰহ্মতকৈ অল্পশক্তি জীৱ সাংসাৰিকতে ভিন্ন। সম্পূৰ্ণ অভিন্ন নহয়। ভক্তিৰদ্বাৰা ভগৱন্তৰ কৃপাপ্ৰাপ্ত জীৱই মুক্তি লাভৰ অধিকাৰী হয়।

শ্ৰীমৎ মধ্বাচাৰ্য দ্বৈতবাদী। দ্বৈতবাদনতে জীৱ আৰু জগৎ ব্ৰহ্মৰ অংশ নহয়। সম্পূৰ্ণ পৃথক। ভগৱান ষড়ৈশ্বৰ্য্যশালী স্বতন্ত্ৰ আৰু জীৱ-জগত তেওঁৰ অধীন তেওঁৰ দাস। ভগৱন্তৰ সেৱাই জীৱৰ নিত্যকৰ্ত্তব্য আৰু এই সেৱাতেই জীৱৰ মুক্তি।

উপনিষদত প্ৰকৰণভেদে সগুণ আৰু নিৰ্গুণ ব্ৰহ্মৰ উপদেশ আছে, ব্ৰহ্মপ্ৰাপ্তিৰ সাধনৰূপে জ্ঞান, কৰ্ম্ম, ভক্তি আৰু যোগমাৰ্গৰ নিৰ্দেশ আছে, এই আপাত বিৰুদ্ধ বিষয়বোৰৰ সমন্বয় সাধিত নহলে প্ৰতিপাদ্য বিষয়ত সন্দেহৰ অৱকাশ থাকি যায়। আচাৰ্যসকলে নিজৰ মতানুকূলে এক সাবিক দৃষ্টিভঙ্গীৰে বিভিন্ন বিৰোধৰ সমন্বয় সাধন কৰি সমগ্ৰভাবে একৰূপত্বৰ প্ৰত্যয় জন্মাবলৈ প্ৰস্থানত্ৰয়ীৰ ভাৱাৰ্থ স্ব স্ব সিদ্ধান্তানুৰূপ বুলি ব্যাখ্যা কৰিলে আৰু তাৰদ্বাৰাই সেই সেই মতবাদৰ ভিত্তি সুদৃঢ় হ'ল।

সৰ্বোপনিষদৰ সাৰসংকলনস্বৰূপ শ্ৰীমদ্ভগৱদগীতা

আৰু বেদান্তৰ ভাষ্যৰূপে সুখ্যাত শ্ৰীমদ্ভাগৱতত ভক্তিৰ আধাৰত জ্ঞান কৰ্ম্ম সমন্বিত হৈ পৰাত আৰু সৰ্ব-ভাৰতীয অধিকাংশ ধৰ্ম্ম প্ৰচাৰকেই গীতা-ভাগৱতৰ মতেৰেই অনুপ্ৰাণিত হৈ ধৰ্ম্ম প্ৰচাৰ কৰাত ভাৰতীয়ৰ ধৰ্ম্মীয় চিন্তা বিশিষ্টাদ্বৈতবাদৰ অনুৱৰ্তী বুলি ভবা নিশ্চয় অসঙ্গত নহয়। অৱশ্যে এই কথাও অত্যুক্তি নহব যে, বুদ্ধদেৱৰ পাছত ঐতিহাসিক অমিতপ্ৰতিভপুৰুষ শ্ৰীপাদ শঙ্কৰাচাযৰ সমতুল্য দ্বিতীয় এজন আৱিৰ্ভূত হোৱা নাই। সেই সময়ৰ বৌদ্ধধৰ্ম সংপ্লাবিত ভাৰতবৰ্ষত বৈদিক ধৰ্মক সুপ্ৰতিষ্ঠ কৰাৰ নিমিত্তে এই অদ্বিতীয় মহাপুৰুষে যি অলোক-সামান্য প্ৰতিভাৰে বৌদ্ধাদি মতবাদ খণ্ডনপূৰ্বক অদ্বৈতবাদৰ শুভ্ৰ সৌধ ৰচনা কৰিলে, তাৰকাৰণে আচাৰ্যপাদ হিন্দুমাত্ৰৰেই চিৰনমস্য হৈ থাকিব বিশিষ্টাদ্বৈতবাদপ্ৰভৃতি মতবাদসমূহৰো মূল ভিত্তি অদ্বৈতবাদেই বুলি কলে নিশ্চয় বঢ়াই কোৱা নহয়। তথাপিও অদ্বৈতবাদতকৈ বিশিষ্টাদ্বৈতবাদ-দ্বৈতবাদ আদিয়ে যে অধিক প্ৰসাৰতা লাভ কৰিলে তাৰ কাৰণ বোধকৰো সৰ্বসাধাৰণ জনমানসত অদ্বৈতবাদৰ দুৰৱগাহিতা আৰু তাৰ সাধনাত সন্ন্যাস অৱলম্বন কৰিবলগীয়া ধাৰণা। আনহাতে জ্ঞানবাদী অদ্বৈতমতৰ সাধককো ভগৱদ্ভক্তিয়ে আকৃষ্ট নকৰা নহয়। এই কাৰণেই কবি শ্ৰীমৎ মধুসূদন সৰস্বতীদেৱে কবলগীয়া হ'ল—

"অদ্বৈতসাম্রাজ্যপথাধিৰূঢাস্তূর্ণীকৃতাখণ্ডলবৈভৱাশ্চ।
শঠেন কেনাপি বয়ং হঠেন দাসীকৃতা গোপবধূবিটেন।

জ্ঞান কৰ্ম্ম আৰু ভক্তি যে পৰস্পৰ বিচ্ছিন্ন নহয়, তাক এই এক সহজদৃষ্টিৰেই বুজিব পাৰি — জ্ঞান মানে তেওঁক জনা, ভক্তি মানে তেওঁক ভাল পোৱা আৰু কৰ্ম্ম মানে তেওঁ ভালপোৱা কাম কৰা। যাক জনা নাযায় তেওঁক ভাল পাব নোৱাৰি আৰু ভাল নাপালে তেওঁৰ উদ্দেশ্যে ক্ৰিয়া কৰাও সম্ভৱ নহয়। পৰমপুৰুষৰ মহত্ত্ব-মহিমাদি যিমান উপলব্ধি হব, সিমান জীৱভাৱ (অহংভাৱ) অৱনমিত হব, ই জ্ঞানৰ ফল। জীৱভাৱ অৱদমিত হলেই মহিমান্বিত ভগৱন্তলৈ ভালপোৱা জন্মিব ; ই ভক্তিৰ ফল। ভক্তিৰ পৰিপুষ্টি যিমান হব সিমানেই তেওঁৰ প্ৰীতিৰ উদ্দেশ্যে বৈধ কৰ্ম্মানুষ্ঠান অৱশ্যে আচৰণীয় হব। এই দৃষ্টিৰেই যোগ-বাশিষ্ঠত উক্ত হৈছে —

"উভাভ্যামেৱ পক্ষাভ্যাং যথা খে পক্ষিনাং গতি,
তথৈৱ জ্ঞানকৰ্মাভ্যাং জায়তে পৰমং পদম্ ॥
কেৱলাৎ কৰ্মণো জ্ঞানাৎ ন হি মোক্ষোঽভিজায়তে।
কিন্তু তাভ্যাং ভৱেন্মোক্ষঃ সাধনন্তূভয়ং বিদুঃ ॥

ভক্তি—জ্ঞান আৰু কৰ্মৰ সহজাত প্ৰবৃত্তি বাবে ইয়াত ভক্তিৰ বেলেগ উল্লেখ নাই। অৰ্থাৎ ভক্তি নহলে জ্ঞানো নহয়, কৰ্ম্মও নহয়।

—

# নিবেদন

উপনিষদ্ কথামৃতত গীতা-ভাগৱতৰ সমন্বিত জ্ঞান-কৰ্ম্ম-ভক্তিৰ দৃষ্টিৰে উপনিষদৰ মৰ্মকথা বুজাবলৈ চেষ্টা কৰা হৈছে। এই চেষ্টা যে মাদৃশ অল্পজ্ঞব্যক্তিৰ পক্ষে দুৰাগ্ৰহ, সেই কথা বুজিও অন্তৰ্যামীৰ প্ৰেৰণাত অন্যান্য প্ৰান্তীয় ভাষাত থকাৰ দৰে আমাৰ মাতৃভাষাত বৈদিক সাহিত্যৰ উপনিষদ্ কথাৰ সাম্প্ৰতিক অভাৱ অনুভৱ কৰি ভাষা-জননীৰ পূজাৰ বেদীত অকিঞ্চনৰ কিঞ্চিৎ উপঢৌকন হওক ভাবনাৰে এই উপনিষদ কথামৃত লিখিত হল। এই বাল-চপলতা সুধীজনৰ মাৰ্জনীয় হব বুলিয়েই মোৰ আশা। শাঙ্কৰভাষ্য থকা সুপ্ৰসিদ্ধ যি এঘাৰখন উপনিষদ্ তাৰে ঈশ, কেন, কঠ, প্ৰশ্ন, মুণ্ডক, মাণ্ডুক্য, ঐতৰেয়, তৈত্তিৰীয় আৰু শ্বেতাশ্বতৰ এই নখন ইয়াত সংগৃহীত হ'ল। বাকী দুখন ছান্দোগ্য আৰু বৃহদাৰণ্যক আকাৰতো অতি বৃহৎ আৰু বিষয়ৰ জটিলতাও অধিক বাবে সম্প্ৰতি তাৰপৰা বিৰত থকাই উচিত বুলি ভবা হ'ল।

সম্পাদিত এই উপনিষদ্ কথামৃতত প্ৰথমতে উপনিষদ-মন্ত্ৰৰ প্ৰতিশব্দৰ অন্বয়াৰ্থ দিয়া হৈছে, ইয়াৰদ্বাৰা যিসকলে মূল-মন্ত্ৰৰ শব্দাৰ্থ বুজিব খোজে, সেইসকলৰ সুবিধা হব আৰু মন্ত্ৰৰ সংস্কৃত শব্দবিলাক এৰি অসমীয়া শব্দবিলাক পঢ়ি গলেই মন্ত্ৰটিৰ অসমীয়া অৰ্থ পোৱা হব। তাৰ

পাছতে লিখা ব্যাখ্যা অংশত মন্ত্ৰৰ ভাবাৰ্থ সৰল ভাষাৰে ব্যাখ্যা কৰা হৈছে। তাৰদ্বাৰা সংস্কৃত ভাষাত অভিজ্ঞতা নথকাসকলেও উপনিষদৰ মৰ্মকথা সহজে বুজিব পাৰিব বুলি আশা কৰা হৈছে।

প্ৰায় তিনিবছৰমানৰ আগতে সংগ্ৰথিত 'উপনিষদ কথামৃত' নানা আহুকালৰ মাজেদি যথোপযুক্তভাৱে নহলেও কিতাপৰ আকাৰত যে প্ৰকাশিত হ'ল, তাৰ বাবে কৃতাৰ্থ-মান্য এই অভাজনে সৰ্বান্তৰ্যামী পুৰুষলৈ সেৱা জনাই সহৃদয় অসমীয়া ৰাইজলৈ শ্ৰদ্ধাঞ্জলিৰূপে এই গ্ৰন্থ নিবেদন কৰিলোঁ।

কিতাপখনৰ পাণ্ডুলিপি চাই প্ৰকাশৰ বাবে উদগনি দি আৱশ্যকীয় দিহা-পৰামৰ্শ দিয়া সৰ্বশ্ৰী * ... ... .. .. ....... ......... ........ ... .. ...... .. এই সকললৈ মোৰ আন্তৰিক শ্ৰদ্ধা জনালোঁ আৰু সেইসকলৰ উৎসাহ-উদ্দীপনাকে সাৰোগত কৰি প্ৰকাশিত এই উপনিষদ কথামৃত চিৰচেনেহী ভাষা-জননীলৈ নিবেদিত এটি পবিত্ৰ অৰ্ঘ্যৰূপে পৰিগৃহীত হলে গ্ৰন্থলিখক অনুগৃহীত হব।

শ্ৰীগোলাপ চন্দ্ৰ শাস্ত্ৰী

ঢাপকটা, যোৰহাট।

---

* গ্ৰন্থকাৰৰ পাণ্ডুলিপিত এই অংশ খালী হৈ আছিল বাবে তেনেধৰণেৰেই ৰখা হ'ল। প্ৰকাশক

ওঁ নমঃ পৰমাত্মনে

# ভূমিকা

'উপনিষদ্ কথামৃত' নামৰ এই উপনিষদৰ ব্যাখ্যা গ্ৰন্থখন স্বৰ্গীয় পণ্ডিতপ্ৰবৰ গোলাপচন্দ্ৰ শাস্ত্ৰীদেৱে ৰচনা কৰি অসমীয়া ধৰ্ম্মপ্ৰাণ আৰু জ্ঞান পিপাসু লোকসকললৈ এটি মহৎ অৱদান আগবঢ়াই অনিত্য জগত এৰি নিত্য-ধামলৈ গৈছে। এই গ্ৰন্থখন হাতেলিখা অৱস্থাত আমাক চাবলৈ দিছিল আৰু গ্ৰন্থখনত সন্নিবিষ্ট কৰিবলৈ ভূমিকা স্বৰূপে অলপ লিখিবলৈ অনুৰোধ কৰিছিল। যদিও জীৱনকালত এই গ্ৰন্থখন তেখেতে মুদ্ৰিত ৰূপত দেখা নাপালে, তথাপি তেখেতৰ মুক্তাত্মাই এই কাৰ্য্য সম্পন্ন হোৱাত নিশ্চয় বিশেষ আনন্দ লাভ কৰিব।

উপনিষদৰ আন এটা নাম বেদান্ত। এই উপনিষদ বা বেদান্তৰ মতবাদসমূহ এটা নিৰ্দিষ্ট সঙ্গতিপূৰ্ণভাৱে সূত্ৰ আকাৰে প্ৰচাৰ কৰা গ্ৰন্থখনৰ নামো 'বেদান্ত দৰ্শন'। বেদব্যাসে উপনিষদৰ গূঢ় ৰহস্যবোৰ ক্ৰমবদ্ধ কৰি বেদান্ত দৰ্শন ৰচনা কৰি থৈ গৈছে। এই বেদান্ত দৰ্শনৰ প্ৰাচীন নাম ব্ৰহ্মসূত্ৰ অৰ্থাৎ যি গ্ৰন্থৰদ্বাৰা বেদান্ত প্ৰতিপাদ্য (উপনিষদে নিৰ্দ্দেশ কৰা) ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰি।

ভাৰতীয় পৰম্পৰা অনুসাৰে প্ৰাচীন মৌলিক উপনিষদবোৰ বেদৰ অন্তৰ্গত। শ্ৰীমৎ শঙ্কৰাচাৰ্য্যই এঘাৰখন

উপনিষদৰ ভাষ্য ৰচনা কৰি থৈ গৈছে, তদুপৰি আন কেইখনমানৰ উদ্ধৃতি বেদান্ত দৰ্শনৰ ভাষ্যত সন্নিবিষ্ট কৰিছে। বিশেষকৈ প্ৰাচীন উপনিষদবোৰত ঋগ্বেদ, যজুৰ্ব্বেদ, আদিৰ বহুতো মন্ত্ৰ দেখিবলৈ পোৱা যায়। তদুপৰি উপনিষদৰ বহুতো মন্ত্ৰক ঋক্মন্ত্ৰ আৰু যজুঃ মন্ত্ৰ বুলি প্ৰাচীন আচাৰ্যসকলে উল্লেখ কৰি গৈছে যদিও বৰ্ত্তমান আমি পোৱা ঋগ্বেদ বা যজুৰ্ব্বেদত সেইবোৰ মন্ত্ৰ পোৱা নাযায়। আচাৰ্য্যসকলৰ উক্তিৰপৰা জনা যায় যে বেদৰ বহু অংশ কালৰ কৱাল গ্ৰাসত লুপ্ত হৈ গৈছে, কিছু অংশহে থাকি গ'ল। একেটি মন্ত্ৰ বিভিন্ন সংহিতা ব্ৰাহ্মণ, আৰণ্যক বা উপনিষদত পোৱা যায়। ইয়াৰপৰা স্পষ্টকৈ বুজা যায় যে সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ সমস্ত 'বেদনামে অভিহিত। আধুনিক পণ্ডিত সকলে, বিশেষকৈ পাশ্চাত্যৰ পণ্ডিতসকলে এইবোৰক ভিন্ন ভিন্ন ৰূপে উল্লেখ কৰি নানা কল্পনাপ্ৰসূত মন্তব্য প্ৰকাশ কৰিছে। তেওঁলোকৰ মতে উপনিষদ বহু পিছৰ যুগত ৰচিত হৈছিল। কিন্তু প্ৰাচীন উপনিষদ অৰ্থাৎ বেদৰ অন্তৰ্গত উপনিষদবোৰৰ লগত ঋগ্বেদ, যজুৰ্ব্বেদ আদিৰ সংহিতাৰ কোনো প্ৰভেদ নাই। অৱশ্যে পৰবৰ্ত্তী কালত বহুতো উপনিষদ ৰচিত হৈছিল। সেইবোৰ কোনো এটা সম্প্ৰদায়ৰ মত দাঙি ধৰিবলৈ উপনিষদ নাম দি প্ৰচাৰ কৰিছে। মূল উপনিষদবোৰ সংহিতা ব্ৰাহ্মণগ্ৰন্থৰ

দৰে কোনো এটা সম্প্ৰদায়ৰ বা সাধন মাৰ্গৰ প্ৰচাৰ কৰা নাই। এইবিলাকে প্ৰকৃত সত্য নিৰূপণ কৰাহে দেখা যায় অতি উচ্চ দাৰ্শনিক তথা আধ্যাত্মিক তত্ত্বোৰ উদ্ঘাটন কৰিছে। প্ৰত্যক্ষ অনুমান আদিৰদ্বাৰা নিৰূপণ কৰিব নোৱাৰা তত্ত্বোৰ নিৰ্ণয় কৰি দেখুৱাইছে এইবোৰ কাৰণত উপনিষদক ৰহস্যবিদ্যাও বোলে।

উপনিষদৰ জ্ঞান লাভৰ বাবে শিষ্যজন কিছুমান বিশেষ গুণৰ অধিকাৰী হব লাগিছিল। ছান্দোগ্য উপনিষদত কৈছে— ইদং বার তজ্জ্যেষ্ঠায় পুত্ৰায পিতা ব্ৰহ্ম প্ৰব্ৰূযাৎ প্ৰণায্যায় বান্তেবাসিনে। নান্যস্মৈ কস্মৈচন যদ্যপ্যস্মা ইমামদ্ভিঃ পৰিগৃহীতাং ধনস্যপূৰ্ণাং দদ্যাৎ ·"এই ব্ৰহ্মজ্ঞান জ্যেষ্ঠপুত্ৰ নাইবা যোগ্য শিষ্যক হে দিব লাগে। আন কাকো দিব নালাগে যদি কোনো (অযোগ্য) লোকে সমুদ্ৰবেষ্টিতা ধনপূৰ্ণা পৃথিবীখনো দান কৰে, তেওঁকো দিব নালাগে।" বৃহদাৰণ্যক উপনিষদত কৈছে— তমেতং নাপুত্ৰায় নানন্তেবাসিনে বা ব্ৰূযাৎ। "এই ব্ৰহ্মজ্ঞান পুত্ৰ বা শিষ্যৰ বাহিৰে কাকো দিব নালাগে।" সেই কথাকে শ্বেতাশ্বতৰ উপনিষদত কৈছে- নাপ্ৰশান্তায় দাতব্যং নাপুত্ৰায়াশিষ্যায় বা পুনঃ। "যিসকলে ইন্দ্ৰিয় আৰু ৰিপুকাৰক দমন কৰি প্ৰশান্তচিত্ত হব পৰা নাই, সেইসকলক আৰু পুত্ৰ বা শিষ্যৰ বাহিৰে আন কাকো এই জ্ঞান দিয়া অনুচিত।" এইবোৰ উক্তিৰ পৰা ভালদৰে

বুজা যায় যে উপনিষদৰ জ্ঞানলাভৰ বাবে ব্যক্তিজনৰ বিশেষ যোগ্যতাৰ আৱশ্যক। তদুপৰি গুৰু নহলে বেদান্ত-জ্ঞান লাভ কৰিব নোৱাৰি। যদিও বহুতে টীকা, ভাষ্য, অনুবাদ আদি পঢ়ি উপনিষদৰ এটা স্থূল বোধ লাভ কৰিব পৰা যায়, সি আধ্যাত্মিক প্ৰগতিৰ বিশেষ সহায়ক নহয়। মূল মূল তত্ত্ববোৰ কেৱল মাত্ৰ পুস্তক অধ্যয়নৰদ্বাৰা বুজিব নোৱাৰি। প্ৰাচীন কালত সমস্তবেদ মুখে মুখে গুৰু-শিষ্য পৰম্পৰাক্ৰমে অথবা পুত্ৰ পৌত্ৰাদিক্ৰমে প্ৰচলিত হৈ আছিল। এইবাবেই বেদৰ এটা ডাঙৰ অংশ কালক্ৰমত লুপ্ত হৈ গৈছে।

বেদৰ পৰাই সকলো ভাৰতীয় ধৰ্ম্ম আৰু সম্প্ৰদায়বিলাকৰ সৃষ্টি হৈছে। পৃথিৱীৰ প্ৰায় প্ৰধান ধৰ্ম্মৰ ভিতৰতো উপনিষদৰ আদৰ্শৰ আভাস পোৱা যায়। বেদ বা উপনিষদৰ আধ্যাত্মিক জ্ঞান কেৱল এটা সম্প্ৰদায়ৰ নিজস্ব বস্তু নহয় — ই সমস্ত মানৱ জাতিৰেই আধ্যাত্মিক সম্পদ। বিখ্যাত দাৰ্শনিক চোপেন হাৱাৰে কৈ গৈছে যে এনেকুৱা এটা সময় আহিব যি সময়ত সমগ্ৰ মানৱজাতিয়ে উপনিষদৰ ধৰ্ম গ্ৰহণ কৰিব। উপনিষদক অৱলম্বন কৰি ভাৰতত বিভিন্ন সাধন মাৰ্গৰ উদ্ভৱ হৈছে। বেদৰ তিনিটা কাণ্ড আছে — যেনে: কৰ্ম্ম কাণ্ড, জ্ঞানকাণ্ড আৰু উপাসনা কাণ্ড। বহুতে পাশ্চাত্য পণ্ডিত কিছুমানৰ বিকৃত

ব্যাখ্যাক অৱলম্বন কৰি কয় যে সংহিতা ব্ৰাহ্মণ আদিয়ে কৰ্ম্মকাণ্ড প্ৰচাৰ কৰিছে। আৰণ্যক আৰু উপনিষদে হে জ্ঞান তথা উপাসনাৰ ব্যৱস্থা দিছে। তেওঁলোকে কৰ খোজে যে বেদৰ কৰ্ম্মকাণ্ড প্ৰতিবাদকল্পে উপনিষদৰ সৃষ্টি হৈছিল। এই কথা কাল্পনিক আৰু ভ্ৰান্ত। উপনিষদে যে কৰ্ম্মকাণ্ডক জ্ঞান তথা উপাসনাৰ সহায়কস্বৰূপে গ্ৰহণ কৰিছে তাৰ প্ৰমাণ ছান্দোগ্য আদি প্ৰাচীন আৰু প্ৰামাণ্য উপনিষদবোৰেই স্পষ্টকৈ দাঙি ধৰিছে। শাস্ত্ৰবিহিত কৰ্ম্ম-কাণ্ডৰ মাজেদি কিদৰে জ্ঞান ৰাজ্যত প্ৰবেশ কৰিব লাগে আৰু ব্ৰহ্মজ্ঞান লাভৰ বাবে কি ভাৱে বিধিবোধিত কৰ্ম্মৰ অনুষ্ঠান কৰিব লাগে তাক দেখুৱাইছে। বিষয়াসক্ত মলিন হৃদয়ৰ লোকৰ চিত্ত কৰ্ম্মানুষ্ঠানৰদ্বাৰা নিৰ্ম্মল নকৰিলে যে জ্ঞান লাভ কেতিয়াও হব নোৱাৰে তাক সুন্দৰভাৱে প্ৰমাণ কৰি দেখুৱাইছে। ব্ৰহ্মজ্ঞান লাভৰ বাবে কৰ্ম্মকাণ্ড আৰু উপাসনাকাণ্ড অপৰিহাৰ্য্য বুলি উপনিষদে ঘোষণা কৰিছে।

সম্প্ৰতি এই 'উপনিষদ কথামৃত' গ্ৰন্থখনৰ স্বৰ্গীয় পণ্ডিত প্ৰবৰ শাস্ত্ৰীদেৱে উপনিষদৰ তত্ত্ব অতি প্ৰাঞ্জল ভাষাত প্ৰকাশ কৰি আমাৰ সকলোৰে শ্ৰদ্ধা লাভ কৰিছে আৰু জীৱনৰ শেষলৈকে উপনিষদ প্ৰতিপাদ্য ব্ৰহ্মচিন্তনৰদ্বাৰা ব্ৰহ্ম-তাদাত্ম্য লাভ কৰিছে।

১০ মে' ১৯৭৯ — শ্ৰীভৱকৃষ্ণ মিশ্ৰ

যোৰহাট

হৰি ওঁ পৰমাত্মনে নমঃ

# ঈশাবাস্যোপনিষদ্

[এই ঈশাবাস্যোপনিষদ্ শুক্ল যজুৰ্বেদীয় কাণ্বশাখান্তৰ্গত বাজসনেয়ী সংহিতাৰ চল্লিশ্ অধ্যায়। মন্ত্ৰভাগৰ অংশ হোৱা বাবে ইয়াৰ মহত্ত্ব অধিক আৰু সেইকাৰণতে ইয়াক সৰ্বপ্ৰথম উপনিষদ বুলি মান্য কৰা হয়। বাজসনেয়ীসংহিতাৰ ঊনচল্লিশ্ অধ্যায় পৰ্যন্ত কৰ্মকাণ্ডৰ নিৰূপণ কৰি এই অন্তিম অধ্যায়ত ভগৱত্তত্ত্বনিৰ্ণয়ৰূপ জ্ঞানকাণ্ড নিৰূপিত হৈছে। ইয়াৰ প্ৰথম মন্ত্ৰটিত 'ঈশা ৱাস্যম বাক্যটি থকাৰ কাৰণে ইয়াৰ নাম হ'ল— ঈশাবাস্যোপনিষদ্, 'ঈশোপনিষদ্ বুলিও কোৱা হয়। ]

## শান্তিপাঠ

ওঁ পূৰ্ণমদঃ পূৰ্ণমিদং পূৰ্ণাৎ পূৰ্ণমুদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেৱাৱশিষ্যতে ॥
ওঁ শান্তিঃ ! শান্তিঃ !! শান্তিঃ !!!

ওঁ (সচ্চিদানন্দঘন) অদঃ (সৌ পৰমাত্মা) পূৰ্ণম্ (সৰ্বতঃ সম্পূৰ্ণ) ইদম্ (এই জগতো) পূৰ্ণম্ (পূৰ্ণই), পূৰ্ণাৎ (পূৰ্ণ পৰব্ৰহ্মৰপৰা) পূৰ্ণম্ (এই পূৰ্ণজগৎ) উদচ্যতে (উৎপন্ন হ'ল)। পূৰ্ণস্য (পূৰ্ণ-ব্ৰহ্মৰপৰা) পূৰ্ণম্ (পূৰ্ণজগতক) আদায় (লেলেগাই লৈলেও) পূৰ্ণম্ এৱ (পূৰ্ণই) অৱশিষ্যতে (থাকি যায়)। ওঁ (পৰমাত্মাই) শান্তিঃ শান্তিঃ শান্তিঃ (ত্ৰিবিধ সংসাৰ তাপ উপশম কৰক)।

সেই সচ্চিদানন্দঘন পরমাত্মা পুরুষোত্তম সদা-সর্বদা স্বয়ং সম্পূর্ণ; এই পরিদৃশ্যমান জগতো পূর্ণ; কিয়নো পূর্ণব্রহ্মরপরা ই এই পূর্ণজগৎ উৎপন্ন হ'ল। গতিকে পরব্রহ্মর পূর্ণতারদ্বারা জগতো পরিপূর্ণ। পূর্ণব্রহ্মরপরা পূর্ণজগৎ বেলেগাই ল'লেও পূর্ণব্রহ্মই অৱশিষ্ট থাকে। কার্য-ব্রহ্মরূপে পরিণত হলেও কারণ-ব্রহ্মরূপী পরমাত্মা পূর্ণই থাকে। পরমেশ্বরর প্রসাদত আমার শারীরিক আরু মানসিক রোগ-শোক আদি আধ্যাত্মিক তাপ উপশান্ত হওক, আকস্মিক প্রাকৃতিক দুর্বিপাক আদি আধিদৈবিক তাপ উপশান্ত হওক আরু সজাতীয় বা বিজাতীয় প্রাণীরপরা হব পরা হিংসা-দ্বেষ আদি আধিভৌতিক তাপ উপশান্ত হওক।

**ঈশা বাস্যমিদং সর্বং যৎ কিঞ্চ জগত্যাং জগৎ।**
**তেন ত্যক্তেন ভুঞ্জীথা মা গৃধঃ কস্য স্বিদ্ ধনম্ ॥১॥**

জগত্যাম্ (অখিল ব্রহ্মাণ্ডত) যৎ কিম্ চ (যি কোনো) জগৎ (জড়-চেতনরূপ জগৎ), ইদম্ সর্বম্ (এই সমস্তই) ঈশা (পরমেশ্বরদ্বারা) বাস্যম্ (পরিব্যাপ্ত আছে); তেন (সেই পরমেশ্বরক লগত ৰাখি) ত্যক্তেন (ত্যাগ কৰাৰে) ভুঞ্জীথাঃ (ভোগ কৰা); মা গৃধঃ (ভোগত আসক্ত নহবা); ধনম্ (ভোগ্য পদার্থ) কস্য স্বিৎ (কাৰ নো? অৰ্থাৎ কাৰো নহয়)।১।

বিশ্ব মানবৰ প্ৰতি বেদৰূপ ভগৱন্তৰ * আদেশ যে, অখিল বিশ্বব্ৰহ্মাণ্ডত -যিকোনো এই স্থাবৰ জঙ্গমৰূপ জগৎ তুমি দেখিছা আৰু শুনিছা, সেই সকলোৱেই সৰ্বকাৰণ পৰমেশ্বৰদ্বাৰা ব্যাপ্ত হৈ আছে—"অব্যক্ত-মূৰ্তিৰে ময়েই সমস্ত জগৎ ব্যাপি আছোঁ" বুলি শ্ৰীভগৱানৰেই উক্তি (গীতা ৯।৪)। এনে কোনো স্থান নাই, য'ত তেওঁ নাই। "মোৰ অবিহনে চৰাচৰত বিদ্যমান পদাৰ্থ একো-ৱেই নাই"। "সমস্ত জগৎ মোৰ এক অংশদ্বাৰা মাত্ৰ ধাৰণ কৰি অৱস্থান কৰোঁ"—এয়াও তেওঁৰ শ্ৰীমুখৰ বাণী (গীতা ১০।৩৯-৪২)। এই কথা বুজি লগে-লগে থকা তেওঁক চিন্তা কৰি ত্যাগদ্বাৰা—সকলো জাগতিক ভোগ তেওঁত অৰ্পণ কৰি তেওঁৰ প্ৰসাদ বিবেচনাৰে সাংসাৰিক-ভোগ ভোগ কৰা অৰ্থাৎ বিশ্বৰূপ ভগৱন্তৰ সেৱাৰূপেই তোমাৰ যাৱতীয় কাম-কাজ কৰি যোৱা; 'মই' 'মোৰ' ভাব কৰি একোতেই আসক্ত নহ'বা, তেহে তোমাৰ কল্যাণ হ'ব (গীতা ৩।৯; ১৮।৪৬)। যথা-ৰ্থতে ভোগ্যবস্তুবোৰ তো কাৰো নহয়—সেইবোৰ কাৰ নো চিৰস্থায়ী হৈ থাকে ? মিছাতেই মানুহে সেইবোৰত

* "যাক বেদ বোলে সিটো ঈশ্বৰ সাক্ষাত।
যিটো ঈশ্বৰৰ হন্তে হৈছা আছে জাত॥" (নিমিনৱসিদ্ধ সংবাদ)

মমতা কৰি গপাই থাকে। জনা উচিত—সকলো পৰমেশ্বৰৰ আৰু তেওঁৰ সন্তুষ্টিসাধনৰ কাৰণেহে সেই সবাবো প্ৰয়োগ হ'ব লাগে ॥১॥

**কুৰ্ব্বন্নেৱেহ কৰ্মাণি জিজীৱিষেচ্ছতং সমাঃ ।**
**এৱং ত্বয়ি নান্যথেতোঽস্তি ন কৰ্ম লিপ্যতে নৰে ॥২॥**

ইহ (এই জগতত) কৰ্মাণি (শাস্ত্ৰবিহিত কৰ্মবিলাক) কুৰ্বন্ এৱ (ভগৱন্তৰ প্ৰীতিৰ নিমিত্তে কৰিয়েই) শতম্ সমাঃ (এশ বছৰলৈকে) জিজীৱিষেৎ (জীয়াই থকাৰ ইচ্ছা কৰিব লাগে); এৱম্ (এই প্ৰকাৰে 'ভগৱন্তৰ উদ্দেশ্যে') কৰ্ম (অনুষ্ঠিত কৰ্মই) ত্বয়ি নৰে (মনুষ্যদেহধাৰী তোমাক) ন লিপ্যতে (লিপ্ত নকৰে—কৰ্মফল ভুগিবলগা নহয়), । ইতঃ (ইয়াৰ বাহিৰে) অন্যথা ('আন একো 'কৰ্মবন্ধনৰপৰা মুক্ত হোৱাৰ উপায়') ন অস্তি (নাই) ॥২॥

পূৰ্ব্বমন্ত্ৰত কোৱা হৈছে একমাত্ৰ পৰমেশ্বৰেই বিশ্বৰূপে জগতময় পৰিব্যাপ্ত জানি—সমস্তই তেওঁৰ বুলি তেওঁৰ সেৱাৰ নিমিত্তেই শাস্ত্ৰৰ নিৰ্দেশিত বিহিত কৰ্মবোৰ অৱশ্যকৰ্তব্যবোধেৰে আচৰণ কৰি কৰিয়েই এশবছৰলৈ জীয়াই থাকিবলৈ ইচ্ছা কৰা—তোমাৰ সম্পূৰ্ণ জীৱন কাল ভগৱন্তৰ সেৱাত কটাই দিবলৈ বাঞ্ছা কৰা। তুমি বুজা উচিত—শাস্ত্ৰবিহিত স্বকৰ্মৰ আচৰণ কৰি জীৱন-যাপন কৰাই হ'ল ভগৱানৰ আদেশপালন।

বেদাদিশাস্ত্রস্বৰূপ ভগৱানৰ সংবিধান মান্য কৰি সকলো কৰ্ম বৰ্ণ আৰু আশ্ৰমৰ অনুৰূপে তেওঁৰ প্ৰীতিৰ কাৰণে-তেওঁৰ সেৱাৰ কাৰণে আচৰণ কৰা (গীতা ১৬।২৩-২৪।) এনে ভাৱনাৰে কৰা কৰ্মই তোমাক সংসাৰ-চক্ৰত বান্ধিব নোৱাৰে। কৰ্ম কৰিও কৰ্মফল ভুগিব নলগাৰ সংকেত এয়ে। শ্ৰীভগৱানেও "ঈশ্বৰ আৰাধনা বা ঈশ্বৰ-প্ৰীতিৰ কাৰণে অনুষ্ঠিত সমগ্ৰ কৰ্মই তেওঁত লীন হয় (গীতা (৪।২৩)"—বুলি এই কাৰণেই কৈছে। মহা-পুৰুষ শংকৰদেৱেও 'কীৰ্তন'ত কৈছে—

"যোতে চিত্ত দিয়া কাৰ্য কৰিয়ো সন্তোষে।
তেবে কি কৰিবে আৰ সংসাৰৰ দোষে"॥

এই নিৰ্দেশিত উপায়ৰ বাহিৰে কৰ্মবন্ধ এৰাবলৈ আন কোনো পথ নাই (গীতা ২।৫১,৫।১০) ॥২॥

**অসূৰ্যা নাম তে লোকা অন্ধেন তমসাবৃতাঃ।**
**তাꣳস্তে প্ৰেত্যাভিগচ্ছন্তি যে কে চাত্মহনো জনাঃ ॥৩॥**

অসূৰ্যাঃ নাম (অসুৰবোৰৰ কাৰণে প্ৰসিদ্ধ) লোকাঃ (যিবিলাক নৰকলোক আছে), তে (সেইবোৰ) অন্ধেন তমসা (অজ্ঞানময় দুখক্লেশৰূপ অন্ধকাৰৰদ্বাৰা) আবৃতাঃ (আবৃত হৈ থাকে), যে কে চ (যি কোনো) আত্মহনঃ জনাঃ (আত্মাক হত্যাকাৰী লোক), তে (তেওঁলোক) প্ৰেত্য (মৃত্যুৰ পাছত) তান্ (সেই ভয়ংকৰ লোকবোৰলৈ) অভিগচ্ছন্তি (বাৰে বাৰে যায়) ॥৩॥

[কর্মফলস্বৰূপে হোৱা সংসাৰ-বন্ধনৰপৰা মুক্ত হৈ যাব পৰা পথৰ সন্ধান দি এতিয়া তাৰ বিপৰীত আচৰণ-কাৰী লোকৰ দুৰ্গতি বৰ্ণাই কৈছে—] বহুত বহুত ইতৰযোনিত জন্ম-মৃত্যুৰ চকৰিত ঘূৰ-পাক খাইহে অন্য সকলো যোনিতকৈ শ্ৰেষ্ঠ পৰম দুৰ্লভ মনুষ্য-দেহা ভগৱন্তৰ বিশেষ কৃপাত পোৱা যায আৰু এই দেহাই হে জন্ম-মৃত্যুৰূপ সংসাৰসাগৰ তৰণৰ উপযোগী। এনেকুৱা দুৰ্লভ শৰীৰ লাভ কৰি যি লোকে কৰ্মসমূহ ঈশ্বৰ সেৱা ভাবত নকৰে, বৈষয়িক ভোগ-সুখকে পৰম পুৰুষাৰ্থ মানি বিষয়-বাসনাৰ বশীভূত হয় আৰু যিকোনো উপায়েৰে অভীষ্ট বিষয় লাভ কৰিবলৈ—তাক যথেচ্ছ উপভোগ কৰিবলৈ ব্যাপৃত থাকে, সেইসকল লোক বাস্তবিক আত্মাৰ হত্যাকাৰী; কিয়নো এনেদৰে নিজক অধঃপাতে নিয়া সেইসকলে এইটো জীৱনকে যে ব্যৰ্থ কৰে, তেনে নহয়, বৰঞ্চ অনেকানেক জনমলৈ নিজক কৰ্মবন্ধনৰ সৈতে জৰ-পুৰকৈ সাঙুৰি লয়। এই ভোগ-লালসী লোকসকলে নাম, যশ, ঐশ্বৰ্য, ক্ষমতা আদিৰে খ্যাতি লাভ কৰিবলৈ বিচাৰে, তাৰ ফলত কামনা বাসনাৰ পৰাধীন এইবোৰ লোকে কৃতকৰ্মৰ ফলস্বৰূপে শোক-সন্তাপেৰে ভৰা অশেষ ক্লেশদায়ক আসুৰী যোনিত

আৰু ৰৌৰৱাদি নৰকত যন্ত্ৰণা ভোগ কৰিবলগীয়া হয় (গীতা ১৬।১৬)। সেইবিলাক অজ্ঞান-অন্ধকাৰে আৱৰি থকা লোক আসুৰিক স্বভাৱৰ নাৰকীবোৰৰ কাৰণে নির্দিষ্ট হৈ আছে। সেইকাৰণেই শ্ৰীভগৱানে কৈছে— "মানুহে নিজেই নিজক উদ্ধাৰ কৰা আৱশ্যক, নিজে নিজৰ পতন ঘটোৱা অনুচিত"। কাৰণ মাধৱদেৱৰ কথাৰে -

"আপুনি আপোন বন্ধু, আপুনি আপোন শত্ৰু,
আপুনি আপোন পথে যাবে"। [গীতা ৬।৫] ॥৩॥

অনেজদেকং মনসো জবীয়ো,
নৈনদ্দেৱা আপ্নুৱন্ পূৰ্বমৰ্ষৎ।
তদ্ধাৱতোঽন্যানত্যেতি তিষ্ঠত্-
তস্মিন্নপো মাতৰিশ্বা দধাতি ॥৪॥

[সেই পৰমাত্মা পৰমেশ্বৰ অনেজৎ অচল), একম (এক), মনসঃ জবীয়ঃ (মনতকৈও দ্ৰুতগামী)। পূৰ্বম্ (সবাৰো আদি), অৰ্ষৎ (সকলোকে জানেঁতা)। এনে এই পৰম পুৰুষক দেৱাঃ (দেৱতাসকলে) ন আপ্নুৱন (নাপায়, অথবা নাজানে)। তৎ (তেওঁ) তিষ্ঠৎ (স্থিৰ থাকিও) অন্যান্ ধাৱতঃ (আন আন (শীঘ্ৰগামীবিলাকক) অত্যেতি অতিক্ৰমি যায়)। তস্মিন্ (তেওঁতে—তেওঁৰ সত্তাৰে শক্তিশালী হৈ) মাতৰিশ্বা (বায়ু আদি দেৱবৃন্দই) অপঃ (বৰ্ষণ আদি কৰ্ম) দধাতি (সম্পাদন কৰে) ॥৪॥

[যি ভগৱন্তৰ সেৱা মানি যাৱতীয় কৰ্ম আচৰণৰ ফলত সংসাৰ-বন্ধনৰপৰা মুক্ত হ'ব পাৰি বুলি কোৱা হ'ল, তেওঁৰ স্বৰূপ-জিজ্ঞাসাৰ উত্তৰত কৈছে--] সৰ্বশক্তিমন্ত, সৰ্বান্তৰ্যামী সেই পৰমাত্মা ভগৱন্ত অচল আৰু এক; তথাপি মনতকৈও তীব্ৰবেগী। সংকল্পমাত্ৰেই মন অতি দূৰ-দূৰান্তৰলৈ যায় সঁচা, কিন্তু তীব্ৰবেগী মনৰ গতিতকৈয়ো আগতে সেই সেই ঠাইত পৰমাত্মা পুৰুষ বিদ্যমান থাকে। অৰ্থাৎ তেওঁৰ বিশ্বব্যাপিত্ব প্ৰাকৃত-মনৰ অগোচৰ। তেৱেঁই সমস্তৰে আদি আৰু সমস্তকে জানোঁতা। সেইকাৰণে কি দেৱবৃন্দ কি মহৰ্ষিবৰ্গ কোনেও তেওঁক সম্পূৰ্ণৰূপে নাজানে (গীতা ১০।২)। যিমানেই মন, বুদ্ধি, আৰু ইন্দ্ৰিয়বোৰে অথবা তদধিষ্ঠাতৃ দেৱতাসবে নিজ নিজ শক্তি অনুসাৰে পৰমাত্মাৰ অনুসন্ধানত প্ৰধাৱিত হওক, তেওঁ কিন্তু অচল-অটল হৈয়ো সবাৰো শীৰ্ষত অলক্ষ্য, অগ্ৰাহ্য (চুকি নোপোৱা) হৈ আছে। সসীমৰদ্বাৰা অসীমৰ সীমা-নিৰ্ণয় নো কেনেকৈ হ'ব পাৰে? বৰং বায়ু আদি দেৱতাবৰ্গৰ যি শক্তি যাৰদ্বাৰা বতাহ, বৰষুণ, তাপ, প্ৰকাশ আদিকৰ্ম কৰাৰ সামৰ্থ্য সেইসকলে পায়, সি সেই অচিন্ত্য অনন্ত শক্তিৰ অধিকাৰী পৰমাত্মা পুৰুষৰ শক্তিৰেই আংশিক

বিকাশ ; তেওঁৰ শক্তিৰ অবিহনে সেইসকলবো একো কৰাৰ সামৰ্থ্য নাই । (দ্ৰষ্টব্য — কেনোপনিষদ্ বৰ্ণিত যক্ষ-ইন্দ্ৰ সংবাদ [কেন-৩য় খণ্ড] ) ॥৪॥

তদেজতি তন্নৈজতি তদ্ দূৰে তদ্বন্তিকে ।
তদন্তৰস্য সৰ্বস্য তদু সৰ্বস্যাস্য বাহ্যতঃ ॥৫॥

তৎ (সেই পৰমাত্মা) এজতি (চলে), তৎ (তেওঁ) ন এজতি (ন চলেও), তৎ (তেওঁ) দূৰে (দূৰৈৰত), তৎ উ অন্তিকে (তেওঁ অতি ওচৰতো); তৎ (তেওঁ) অস্য সৰ্বস্য (এই সমস্ত জগতৰ) অন্তঃ (অন্তৰত) উ (আকৌ) অস্য সৰ্বস্য (এই সমস্ত জগতৰ) বাহ্যতঃ (বাহিৰতো) তৎ (তেওঁ) ॥৫॥

[প্ৰকাৰান্তৰে পৰমেশ্বৰৰ অচিন্ত্যশক্তিমত্তা বৰ্ণাইছে—]
সেই পৰমপুৰুষ চলনশীল আৰু অচলো । অৰ্থাৎ ভগবানে তেওঁৰ ওপৰতে নিৰ্ভৰশীল প্ৰিয়ভক্তসকলৰ প্ৰতি কৃপাপৰবশ হৈ সংসাৰ-বন্ধনাৰ্পণ(?) নিজা আনন্দময়-ধামলৈ নিয়াৰ বাট-কটীয়া হৈ সগুণ সাকাৰৰূপত যি লীলা কৰে, সেয়ে তেওঁৰ চলনশীলতা আৰু নিৰাকাৰ, নিৰঞ্জন (নিৰ্লিপ্ত), নিৰ্গুণৰূপত সদা-সৰ্বদা যি নিৰ্বিকাৰস্বৰূপ, সেয়ে তেওঁৰ অচলতা । এইদৰেই ভক্তি শ্ৰদ্ধাহীন, জ্ঞানশূন্যলোকৰ তেওঁ অপ্ৰাপ্য ; সেইবাবে

তেনে লোকৰ কাৰণে সৰ্ব্বসাক্ষী ভগৱন্ত অতি দূৰৈ। "দূৰতো বিদূৰ হোন্ত তাৰ"। আকৌ ভগৱন্তভক্তি-যুক্ত শ্ৰদ্ধালু ভক্তৰ আদৰ-আহ্বানত সহঁাৰি জনাই তেওঁৰ ওচৰত আত্মপ্ৰকাশ কৰে বাবে ভক্তৰঞ্জন ভগৱন্ত অতি ওচৰতো। ইয়াৰ বাহিৰেও সৰ্ব্বত্ৰ পৰি-পূৰ্ণ বাবে তেওঁ দূৰ-দূৰান্তৰতো বিদ্যমান আৰু সবাৰো অন্তৰাত্মা বাবে নিচেই সমীপতেই তেওঁৰ অৱস্থিতি।

"সমস্ত প্ৰাণীৰে তুমি আছা হৃদয়ত।
তথাপি নাপাই তোমাক বিচাৰে বাহিৰত"॥ (কীৰ্ত্তন)

বাস্তৱিক এই সমস্ত জগতৰ বাহিৰে-ভিতৰে সেই সৰ্বাধাৰ সৰ্বৰূপ পৰমপুৰুষেই পৰিপূৰ্ণৰূপে বিৰাজমান (গীতা ৭।৭; ১৩।১৫—১৭) ॥ ৫ ॥

যস্তু সৰ্বাণি ভূতান্যাত্মন্যেৱানুপশ্যতি।
সৰ্বভূতেষু চাত্মানং ততো ন বিজুগুপ্সতে ॥৬॥

তু (কিন্তু) যঃ (যিজনে) সৰ্বাণি ভূতানি (সকলো প্ৰাণীকে) আত্মনি এৱ (পৰমাত্মাতেই) অনুপশ্যতি (নিৰন্তৰ দেখা পায়). চ (আৰু) সৰ্বভূতেষু (সকলো প্ৰাণীত) আত্মানম্ (পৰমাত্মাক দেখে), ততঃ (এই দেখাৰ পাছত) ন বিজুগুপ্সতে (তেওঁ কদাচ কাকো ঘৃণা নকৰে) ॥৬॥

[ ভগৱন্তৰ তত্ত্বজ্ঞানী মহাপুৰুষৰ লক্ষণ বৰ্ণাই কৈছে—] যি পুৰুষে সমস্ত প্ৰাণীক পৰমাত্মা পুৰুষোত্তম-ৰূপে সৰ্বতিকাল দৰ্শন কৰে আৰু প্ৰাণীমাত্ৰতে পৰম প্ৰভু সৰ্বান্তৰ্যামী পুৰুষোত্তম ভগৱন্তক দেখা পায়, তেওঁ কাক কিয় ঘিণ বা দ্বেষ্য কৰিব? তেওঁ তো সকলোতে নিত্যান্তৰ্যামী পৰম প্ৰভুকেই দৰ্শন কৰে; তাৰো প্ৰতি ভেদ-ভাৱ নোহোৱা হৈ যোৱা বাবে ঘৃণা, হিংসাৰ স্থলেই নাথাকে (গীতা ৬।২৯—৩০)। সেই মহাপুৰুষেই ভগৱন্তৰ বিশ্বৰূপ দৰ্শন কৰি কৃতকৃত্য হয়।

"সমস্তে ভূততে ব্যাপি আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণুবুদ্ধি কৰি।
কুকুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম। [কীৰ্তন] ।৬।।

যস্মিন্ সৰ্বাণি ভূতান্যাত্মৈবাভূদ্ বিজানতঃ।
তত্ৰ কো মোহঃ কঃ শোক একত্বমনুপশ্যতঃ ॥৭॥

বিজানতঃ (পৰমাৰ্থ তত্ত্বজ্ঞানীৰ) যস্মিন্ (যি সময়ত) সৰ্বাণি ভূতানি (সমস্ত প্ৰাণীবৰ্গ) আত্মা এৱ অভূৎ (পৰমাত্মাই হৈ যায়), তত্ৰ (তেতিয়া) একাত্মম্ (একমাত্ৰ পৰমপুৰুষক) অনুপশ্যতঃ (সাক্ষাৎকাৰী পুৰুষৰ) কঃ মোহঃ (মোহ বা কি)? কঃ শোকঃ

(শোকেই বা কি)? [তেওঁ শোক-মোহৰ অতীত হয়] ॥৭॥

পূৰ্বোক্ত প্ৰকাৰে যাৰ পৰমাৰ্থতত্ত্ব জনা হ'ল, সেই মহাপুৰুষে যেতিয়া সমুদায় প্ৰাণীবৰ্গত এতমাত্ৰ তত্ত্ব পৰমাত্মা পৰমেশ্বৰকেই দৰ্শন কৰে—যাৱতীয় জীৱত যেতিয়া ভগৱৎদৃষ্টি হৈ যায়, তেতিয়া তেওঁৰ নিৰন্তৰ ব্ৰহ্ম সাক্ষাৎকাৰ হৈ থাকে; তেতিয়া হলে তেওঁৰ মোহেই বা কি আৰু শোকেই বা কি? ভগৱৎ দৰ্শনৰ আনন্দত বিভোৰ হৈ থকা তেওঁৰ অন্তঃকৰণত শোক-মোহ আদি বিকাৰৰ ছাঁটোও পশিব নোৱাৰে। লোক-দৃষ্টিত তেওঁ সব কাম কৰি থাকিলেও আচলতে কিন্তু নিজ ইষ্টৰ সেৱাতেই থাকে (গীতা ৬।৩১)। তেওঁৰ কাৰণে প্ৰভু আৰু প্ৰভুৰ লীলাৰ বাহিৰে আন একোৰেই অস্তিত্ব নাই ॥৭॥

স পৰ্য়গাচ্ছুক্ৰমকায়মব্ৰণ-
মস্নাৱিৰ্‌ম্‌ শুদ্ধমপাপৱিদ্ধম্‌।
কৱিৰ্মনীষী পৰিভূঃ স্বয়ম্ভূ-
ৰ্যাথাতথ্যতোঽৰ্থান্‌ ৱ্যদধাচ্ছাশ্বতীভ্যঃ সমাভ্যঃ ॥৮॥

সঃ [সেই পুৰুষে] শুক্ৰম্‌ (জ্যোতিৰ্ময়), অকায়ম্‌ (নিৰাকাৰ, সূক্ষ্মশৰীৰৰহিত], অব্ৰণম্‌ (ক্ষতৰহিত), অস্নাৱিৰম্‌ (শিৰা-ৰহিত স্থূল শৰীৰবিহীন), অপাপৱিদ্ধম্‌ (শুভাশুভ কৰ্মসম্পৰ্কশূন্য)

শুদ্ধম্ (বিশুদ্ধ 'সচ্চিদানন্দস্বৰূপ পৰমপুৰুষক') পৰ্যগাৎ (প্ৰাপ্ত হয়। [যি পৰমেশ্বৰ] কবিঃ (সৰ্বদ্ৰষ্টা), মনীষী (সৰ্বজ্ঞানী), পৰিভূঃ (সৰ্বোপৰি বিদ্যমান, সৰ্বনিয়ন্তা) স্বয়ম্ভূঃ (স্বেচ্ছানুৰূপে প্ৰকাশ পাওঁতা) [আৰু] শাশ্বতীভ্যঃ সমাভ্যঃ (অনাদিকালৰ পৰা) যাথাতথ্যতঃ (সকলো প্ৰাণীৰ কৰ্মফল আৰু সাধনাৰ অনুযায়ী যথাযোগ্য) অৰ্থান্ (প্ৰাপ্য পদাৰ্থসমূহ) ব্যদধাৎ (বিধান কৰে) ॥৮॥

[পূৰ্বপ্ৰকাৰ পৰমাত্মতত্ত্বজ্ঞানীৰ পৰমাত্মালাভৰ বৰ্ণনা দিয়া হৈছে-] যি পৰমাত্মাপুৰুষ শুভাশুভ কৰ্মজনিত প্ৰাকৃত সূক্ষ্মদেহ তথা শিৰামাংসাদিময় স্থূলাদিবিকাৰ যুক্ত পাঞ্চভৌতিক স্থূলদেহৰহিত, যি বিশুদ্ধ দিব্য সচ্চিদানন্দস্বৰূপ, যি সৰ্বদৰ্শী, সৰ্বজ্ঞানী, সমস্তকে নিজ নিয়ন্ত্ৰণত চলাওঁতা— সৰ্বাধিপতি আৰু স্বয়ংৰূপে নাহয়ো স্বেচ্ছানুসাৰে নিজক প্ৰকাশ কৰে, যি অনাদি কালৰেপৰা সমস্ত প্ৰাণীমণ্ডলীৰ কাৰণে নিজৰ নিজৰ কৰ্মফল আৰু সাধন-ফলৰ অনুৰূপে প্ৰাপ্য ভোগসামগ্ৰী বিলাক যথাযোগ্যৰূপে ৰচনা কৰে আৰু ভাগে ভাগে ভগাই দিয়াৰ ব্যৱস্থা কৰে, সেই পৰমাত্মা পুৰুষোত্তমক তত্ত্বতঃ জনা পূৰ্বোক্ত মহাপুৰুষে লাভ কৰে। ॥৮॥

**অন্ধং তমঃ প্ৰবিশন্তি যেঽবিদ্যামুপাসতে।**
**ততো ভূয় ইব তে তমো য উ বিদ্যায়াꣳ ৰতাঃ ॥৯॥**

যে (যি সকল লোকে) অবিদ্যাম্ (অবিদ্যাক) উপাসতে (উপাসনা করে), [তেওঁলোকে] অন্ধং তমঃ (অজ্ঞান স্বৰূপ ঘোৰ অন্ধকাৰত) প্ৰবিশন্তি (প্ৰবেশ কৰে); যে উ (আকৌ যি সকলে) বিদ্যায়াম্ ৰতাঃ (বিদ্যাত ৰত অৰ্থাৎ জ্ঞানী বুলি মিছাকৈয়ে অভিমানত মত্ত হয়), তে (সেই সকল) ততঃ (তাতোকৈ) ভূয়ঃ ইৱ (বেছি যেন) তমঃ (অন্ধকাৰত প্ৰবিষ্ট হয়)।।৯।।

[বিদ্যা আৰু অবিদ্যাৰ তত্ত্ব বুজাৰ খোজা হৈছে—ভগৱৎ প্ৰাপ্তিৰ সাধন 'জ্ঞান'ক বিদ্যা নামেৰে, আৰু স্বৰ্গাদিলোকপ্ৰাপ্তি অথবা ইহলোকতেই বিবিধ ভোগ ঐশ্বৰ্য আদি প্ৰাপ্তিৰ সাধন 'কৰ্ম'ক' অবিদ্যা নামেৰে কোৱা হয়। এই জ্ঞান আৰু কৰ্মৰ যথাৰ্থ তত্ত্ব ভালকৈ জানি তাৰ অনুষ্ঠান কৰিলে মানুহে সেই দুয়োৰো দ্বাৰা সৰ্বোত্তম ফল পাব পাৰে—এই ৰহস্য বুজাবলৈকে এই দুটাৰ যথাৰ্থ তত্ত্ব নুবুজি অনুষ্ঠানকাৰী লোকৰ দুৰ্গতি প্ৰথমতে বৰ্ণনা কৰিছে—] ভোগৰ বাসনাত আসক্ত হৈ যি সকলে ভোগ-লাভৰ সাধনৰূপ অবিদ্যাৰ—বিবিধ কৰ্মৰ আচৰণ-অনুষ্ঠান কৰে, তেওঁলোকে সেই সেই কৰ্মৰ ফলস্বৰূপে অজ্ঞান-আচ্ছাদে আবৰি ৰখা বিবিধ যোনিত জন্ম ধৰি বিবিধ কাম্যভোগ ভোগ কৰিবলৈ পায়। তেওঁলোক মনুষ্যজন্মৰ চৰম লক্ষ্যৰ পৰা ভ্ৰষ্ট হৈ দেৱ জীৱক, মনুষ্য ও ভূমি বিবিধ ভোগোপযোগী

দেহধাৰী হৈ জন্ম-জন্মান্তৰলৈ সংসাৰ-তাপত সন্তাপিত হৈ থকাই চলি থাকে।

দ্বিতীয়তে যি সকলে আকৌ কর্তৃত্বাভিমানী হৈ অন্তঃকৰণ শুদ্ধিৰ প্ৰতি লক্ষ্য নাৰাখি কর্মানুষ্ঠান কৰে, বিবেক-বৈৰাগ্য আদি জনৰ প্ৰাথমিক পাঠো অভ্যাস কৰা নাই, কেৱল শাস্ত্ৰ অধ্যয়ন কৰি নিজেই নিজক 'জ্ঞানী হ'লোঁ' বুলি মানি বিধিবোধিত কর্মানুষ্ঠানৰপৰা বিৰত হয়, অথচ ইন্দ্ৰিয়বশ হৈ শাস্ত্ৰ-বিধিৰ বিপৰীত আচৰণ কৰিবলৈকো লাগি যায় আৰু লোকক্কো সেইমতে উপদেশ দিয়ে, এনেবোৰ মহামতীয়া বিদ্যাভিমানী লোক বিষয়াসক্ত সকাম কর্মীতকৈয়ো অধিকতৰ অন্ধকাৰত পশু-পক্ষী, কুকুৰ-গাহৰি আদি নীচযোনি আৰু ৰৌৰবাদি নৰকত ঘূৰি থাকিব লগা হয় (গীতা ১৬।২৩) ॥৯॥

অন্যদেবাহুৰ্বিদ্যয়ান্যদাহুৰবিদ্যয়া।
ইতি শুশ্ৰুম ধীৰাণাং যে নস্তদ্ বিচচক্ষিৰে ॥১০॥

বিদ্যয়া (পৰমার্থজ্ঞানৰ যথার্থ প্ৰয়োগৰদ্বাৰা) অন্যৎ এৱ (অন্যই ফল) আহুঃ (কোৱা হৈছে); [আৰু] অবিদ্যয়া (কর্মকাণ্ডৰ যথার্থ প্ৰয়োগৰদ্বাৰা) অন্যৎ (অন্য ফল) আহুঃ (কোৱা হৈছে)—ইতি (এই প্ৰকাৰে) ধীৰাণাম্ (জ্ঞানীপুৰুষ

সকলৰ 'উপদেশ') শুশ্রুম ('আমি' শুনিছিলোঁ), যে (যি সকলে) তৎ (সেই বিষয়) নঃ (আমাক) বিচচক্ষিৰে (ব্যাখ্যা কৰি বুজাইছিল) ॥১০॥

[শাস্ত্ৰৰ তাৎপৰ্য বুজি অনুষ্ঠিত হোৱা জ্ঞান আৰু কৰ্ম—এই উভয়ৰ দ্বাৰা যে পৰমাৰ্থ লাভ হব পাৰে, তাৰ সংকেত দিছে—] জ্ঞানৰ যথাৰ্থ স্বৰূপ হ'ল- অনিত্য, ক্ষণভঙ্গুৰ, ঐহিক আৰু পাৰলৌকিক ভোগ-বাসনাত পূৰ্ণ-বিৰক্তি, নিত্যানিত্যবস্তুবিবেক, সংযমশীল পবিত্ৰ জীৱন-যাপন আৰু একমাত্ৰ সচ্চিদানন্দঘন পৰব্ৰহ্মৰ চিন্তাত অখণ্ড সংলগ্নতা। এনে যথাৰ্থ জ্ঞানৰ অনুশীলন-দ্বাৰাইহে ভগৱদ্ভক্তি লাভ কৰি তাৰদ্বাৰা ভগৱৎপ্ৰাপ্তি ঘটে (গীতা ১৫।৫; ১৮।৫০—৫৫)। যথাৰ্থ জ্ঞানৰ এই সৰ্বশ্ৰেষ্ঠ ফল মিছাকৈয়ে জ্ঞানী-বুলি অভিমানী হোৱা স্বেচ্ছাচাৰী মানুহৰ লভ্য যি দুৰ্গতিৰূপ ফল, তাতকৈ সৰ্বতোভাৱে ভিন্ন আৰু বিলক্ষণ।

এই প্ৰকাৰেই কৰ্মৰ যথাৰ্থ স্বৰূপ হ'ল—কৰ্মত কৰ্তৃত্বাভিমান নথকা, ৰাগ-দ্বেষ-ফলাকাঙ্ক্ষাৰ অভাৱ আৰু নিজ বৰ্ণ, আশ্ৰম আৰু পৰিস্থিতিৰ অনুৰূপে কেৱল ভগৱানৰ সেৱা-ভাৱনাৰে শ্ৰদ্ধাৰে সৈতে শাস্ত্ৰবিহিত কৰ্মৰ যথাযোগ্য আচৰণ। এনে ভাৱেৰে কৰ্মানুষ্ঠানৰ ফলত সৰ্বপ্ৰকাৰ দুৰ্গুণ-দুৰাচাৰ নিঃশেষে উন্মূলিত হয়, হৰ্ষ-শোক আদি মানসিক-বিকাৰ নোহোৱা হয় আৰু

সংসাৰ-বন্ধনৰপৰা মুক্ত হৈ পৰম শান্তি লাভ কৰে (গীতা ৫।১০-১২;৭।২৮;১৮।৫৬)। কামনাযুক্ত কৰ্মাচৰণৰ পুনৰ্জন্মাদি দুখময় ফলতকৈ এই যথাৰ্থ কৰ্মাচৰণৰ ফল সৰ্বতোভাৱে বেলেগ আৰু বিলক্ষণ।

এইদৰেই আমি পৰম জ্ঞানী মহাপুৰুষসকলৰ পৰা—শুনিছিলোঁ- যিসকলে আমাক এই বিষয়টো ভালকৈ ব্যাখ্যা কৰি বুজাই দিছিল।

"অসন্ত জগতখান' তোমাত উদ্ভৱ ভৈল,
সন্ত হেন প্ৰকাশে সদায়।
কৰ্মজড় মনুষ্যৰ. মন মগ্ন ভৈল তাতে
বেদৰ নুবুজে অভিপ্ৰায়'' ।(কীৰ্ত্তন) ॥১০॥

বিদ্যাং চাবিদ্যাং চ যস্তদ্ বেদোভয়ং সহ।
অবিদ্যয়া মৃত্যুং তীৰ্ত্বা বিদ্যয়ামৃতমশ্নুতে। ॥১১॥

যঃ (যি লোকে) বিদ্যাম্ (জ্ঞানৰ তত্ত্ব) চ অবিদ্যাম্ চ (আৰু কৰ্মৰ তত্ত্বও ) তৎ উভয়ম্ (সেই দুয়োকে) সহ (একে লগে) বেদ (যথাৰ্থতে জানিলে), অবিদ্যয়া ('তেওঁ' কৰ্মৰ অনুষ্ঠানৰ-দ্বাৰা) মৃত্যুম্ তীৰ্ত্বা (মৃত্যুক অতিক্ৰম কৰি) বিদ্যয়া (জ্ঞানৰ অনুশীলনৰদ্বাৰা) অমৃতম্ (অমৃতত্ব) অশ্নুতে (ভোগ কৰে) ॥১১॥

[কৰ্মৰ যথাৰ্থ ৰহস্য বুজাত বৰ বুদ্ধিমান লোকেও ভুল কৰে। (গীতা ৪।১৬)। এই কাৰণে কৰ্মতত্ত্ব 'গহন' বুলি শ্ৰীভগৱানেই উল্লেখ কৰিলে (গীতা ৪।১৭)। কৰ্মৰ ৰহস্য নজনা অথচ নিজক জ্ঞানী বুলি ভবা লোকে কৰ্মক ব্ৰহ্মজ্ঞানৰ বাধক বুলি মানি নিজৰ বৰ্ণাশ্ৰমো-

চিত্ত অৱশ্য কৰ্তব্য কৰ্মবোৰো এৰি পেলায়; এনে কৰ্ম ত্যাগৰ-দ্বাৰা তেওঁ ত্যাগৰ ফল সংসাৰ-বন্ধনৰপৰা মুক্তি নাপায় (গীতা ১৮।৫—১১) এইদৰেই জ্ঞানৰ যথাৰ্থ ৰহস্য নুবুজি বেদবিহিত কৰ্মকাণ্ড পৰিত্যাগ কৰি জ্ঞানী বোলাই মান-সংকাৰ খোজা লোকে নিজক পুণ্য-পাপত অলিপ্ত মানি যথেচ্ছাচৰণত প্ৰবৃত্ত হয়; অথবা কৰ্মক ভাৰস্বৰূপ মানি 'ভণ্ড-তপস্বী' সাজি আলস্য, নিদ্ৰা, বিলাস-ব্যসন আদিত দুৰ্লভ মনুষ্য-জন্মৰ অমূল্য সময় অপব্যয় কৰে (গীতা ৩।৪)। এই দুয়ো-প্ৰকাৰ অনৰ্থৰ হাত-সাৰি পৰমাৰ্থ লাভ কৰিবলৈ শ্ৰুতিৰ উপদেশ যে,—]

কৰ্ম আৰু জ্ঞানৰ তত্ত্ব একেলগে জনা আৱশ্যক। এই দুয়োকে পৰস্পৰ পৰিপূৰক ৰূপে বুজি যি জনে একে লগে উভয়ৰ অনুশীলন কৰে, তেওঁ নিজ বৰ্ণাশ্ৰম আৰু পৰিস্থিতিৰ অনুৰূপ শাস্ত্ৰবিহিত কৰ্মবোৰ যথানিয়মে আচৰণ কৰে কিন্তু সেইবোৰত তেওঁৰ ফল-কামনা, ৰাগ, দ্বেষ আৰু কৰ্তৃত্বাভিমানো নাথাকে। ভগৱন্তৰ কৰ্মচাৰী বুলি মানি ভাগত পৰা কৰ্তব্যৰ আচৰণ অনাসক্ত ভাবে কৰি যায়। তাৰ ফলত তেওঁৰ জীৱন-যাত্ৰা সহজ আৰু সুখী হয়, ভগৱন্তক মনত ৰাখি তেওঁৰ আদিষ্ট কৰ্ম তেওঁৰ প্ৰীতিৰ বাবে চলাই থাকোঁতে অন্তঃকৰণ নিৰ্মল হয় আৰু সেই পৰমপ্ৰভুৰ কৃপাত মৃত্যুময় সংসাৰ সহজেই তৰি যায়। এই প্ৰকাৰে কৰ্মসাধনাৰ লগে লগে তেওঁৰ বিবেকে নিৰন্তৰ ঈশ্বৰ-চিন্তাৰূপ

জ্ঞানাভ্যাস কৰি থকা খাবে তেওঁৰ বিষয়-বৈৰাগ্য জন্মি নিত্য-বস্তু পৰমেশ্বৰৰ যথাৰ্থজ্ঞান হয় আৰু অচিৰেই ভগৱন্তৰ সাক্ষাৎ-প্ৰাপ্তি ঘটে * ॥১১॥

**অন্ধং তমঃ প্ৰৱিশন্তি য়েঽসম্ভূতিমুপাসতে ।**
**ততো ভূয় ইৱ তে তমো য় উ সম্ভূত্যাং ৰতাঃ ॥১২॥**

য়ে (যি সকলে) অসম্ভূতিম্ (বিনাশশীল দেৱ-পিতৃ-মনুষ্য আদিক) উপাসতে (উপাসনা কৰে), অন্ধম তমঃ ('তেওঁলোক' অজ্ঞানৰূপ অন্ধকাৰত) প্ৰৱিশন্তি (প্ৰৱেশ কৰে)। য়ে উ (যি সকল আকৌ) সম্ভূত্যাম (অবিনাশি পৰমেশ্বৰত) ৰতাঃ (ৰত থাকে অৰ্থাৎ তেওঁক উপাসনা কৰাৰ মিছা অভিমানত মত্ত থাকে), তে (তেওঁ-লোক) ততঃ (তাতকৈয়ো) ভূয় ইৱ তমঃ (অধিকতৰ যে অন্ধকাৰত প্ৰবিষ্ট হয়) ॥১২॥

* তাৎপৰ্য এই যে ঈশ্বৰাৰ্পণ বুদ্ধিৰে নিত্য-নৈমিত্তিক বিহিত কৰ্মাচৰণৰদ্বাৰাই নৈষ্কৰ্ম্য সিদ্ধি অৰ্থাৎ ভগৱত্তত্ত্বজ্ঞান জন্মে। ফলাকাঙ্ক্ষাবৰ্জন, কৰ্তৃত্বাভিমানত্যাগ আৰু সৰ্বকৰ্ম ঈশ্বৰত সমৰ্পণ—এই তিনিয়েই কৰ্মাচৰণৰ মূল সূত্ৰ (গীতা ২।৪৭; ৩।৩০)। সকলো কৰ্ম ঈশ্বৰত সমৰ্পণ কৰি 'মই তেওঁৰ ভৃত্যৰূপে কৰ্ম কৰিছোঁ' এই জ্ঞানেৰে কৰ্ম কৰিলে ঈশ্বৰলৈ ভক্তি জন্মে; সেই ভক্তিময় ভাবনাত 'মই' 'মোৰ' ইত্যাদি কৰ্তৃত্বৰ অহঙ্কাৰ নোহোৱা হয়, 'ঈশ্বৰৰ আদেশমাত্ৰ পালন কৰিছোঁ' এনে ধাৰণা হয়। এই প্ৰকাৰে ভক্তি, জ্ঞান, কৰ্ম—তিনিওৰো সমন্বয় হয়। আকৌ কৰ্ম ঈশ্বৰৰ সৃষ্টি, তেওঁৰদ্বাৰাই জীৱৰ কৰ্ম-প্ৰবৃত্তি; এয়া তেওঁৰ লীলা। কৰ্মবিৰতি হলে জীৱৰ ভৱলীলাই শেষ। কাজেই তেওঁৰ লীলাপুষ্টিৰ নিমিত্তেই যথাবিহিত কৰ্ম কৰা উচিত। হিন্দুৰ

সমস্ত কৰ্মই ধৰ্মশাস্ত্ৰ নিৰ্দিষ্ট হেতুকে কৰ্মই ধৰ্ম (গীতা ১৬ ২৩)। তাৰ হব লাগে—'কৰ্ম ঈশ্বৰ... ম... ১৫।। আদেশমানি তেওঁৰ প্ৰীতিৰ নিমিত্তে কৰ্ম কৰিছোঁ'। তেনেহলেই জ্ঞানভক্তিসমন্বিত ভগৱন্তৰ উপাসনা হয়, কৰ্ম-বন্ধনৰ হাত-সৰা হয়, আৰু তাৰদ্বাৰায়েই ভগ-ৱৎপ্ৰাপ্তি ঘটে (গীতা ৭।২৮।২৯)। সমস্ত ভক্তি-শাস্ত্ৰৰ সিদ্ধান্ত এয়েই।

"বৰ্ণাশ্ৰমাচাৰৱতা পুৰুষেণ পৰঃ পুমান্।
বিষ্ণুৰাৰাধ্যতে পন্থা নান্যৎ ত...োষকাৰণং" ।। (বিষ্ণুপুৰাণ ৩।৮।৯
"বিষ্ণুস্তুষ্যতি বিপ্ৰেন্দ্ৰা কৰ্মযোগৱতাত্মনাম্।
বৰ্ণাশ্ৰমাচাৰৱতা পূজ্যতে হৰিৰব্যয়ঃ' ।। (বৃহন্নাৰদীয় পুৰাণ১৩।৮৩৪)
"বেদোক্তমেৱ কুৰ্বাণো নিঃসঙ্গো ৰ্পিতমীশ্বৰে।
নৈষ্কৰ্ম্যং লভতে সিদ্ধিং ৰোচনাৰ্থা ফলশ্ৰুতিঃ"।। (ভাগৱত-১১।৩।৪৭)

"বেদাদি শাস্ত্ৰবিহিত কৰ্মবিলাক অনাসক্তভাৱে কৰি ঈশ্বৰত অৰ্পণ কৰিব লাগে, তেতিয়া নৈষ্কৰ্ম্যসিদ্ধি অৰ্থাৎ কৰ্মবন্ধনৰপৰা মুক্ত হৈ ভগৱৎপ্ৰাপ্তিৰূপ সিদ্ধিলাভ হয়। ফলশ্ৰুতিবোৰ কৰ্মাচ-ৰণত ৰুচি বঢ়াবলৈ হে কোৱা হয়'।

"মম নাস্তি কৃতেনাৰ্থো ন কৃ ত...হ কশ্চন।
যথা প্ৰাপ্তেন তিষ্ঠামি হ্যকৰ্মণি ক আগ্ৰহঃ" ।।(যোগবাশিষ্ঠ)

'মোৰ অৰ্থাৎ ব্ৰহ্মজ্ঞানীৰ কৰ্ম কৰাৰ প্ৰয়োজন নাই, নকৰাৰো কোনো অৰ্থ নাই, তেন্তে শাস্ত্ৰই নিৰ্দেশ দিয়া কৰ্ম কৰি থকাই মোৰ কৰ্তব্য ; কৰ্মত্যাগৰ ... ... য় হব লাগে ?'

"নুবুজে বেদ—অভিপ্ৰায় ঢ়। কৰ্মকো কৰিবে নজানে মূঢ় ।।
মূৰ্খ হয়া বোলে মই পণ্ডিত। নষ্ট কৰি ফুৰে আনৰো চিত্ত ।।
নিষ্কামে কৰিয়া সকল কৰ্ম। বিষ্ণুক অৰ্পিব সি সব ধৰ্ম।।" (কীৰ্তন

[এতিয়া অসম্ভূতি অর্থাৎ বিনাশী দেব, পিতৃ, মনুষ্যাদি যোনি তথা সেই সেই লোকৰ ভোগ্যসামগ্ৰী আৰু সম্ভূতিৰ অৰ্থাৎ অবিনাশী চিৰন্তন পৰব্ৰহ্মৰ উপাসনাৰ বৃত্তান্ত বৰ্ণন কৰিছে—] যি সকল লোকে ইহলোকত স্ত্ৰী, পুত্ৰ, ধন, মান, ক্ষমতা, যশস্যা আদি আৰু পৰলোকত স্বৰ্গাদি ভোগ-সুখ প্ৰভৃতি অচিৰস্থায়ী বিষয়ত অত্যাসক্ত হৈ তাকেই পৰম সুখ বুলি মানি সেইবোৰৰ অৰ্জন-সেৱনত সদা-সৰ্বদা ব্যস্ত থাকে আৰু সেইবোৰ পাবলৈ, ৰক্ষা কৰিবলৈ আৰু বৃদ্ধি কৰিবলৈ বিভিন্ন দেৱ-সেৱা, পিতৃসেৱা তথা মনুষ্যাদিৰ সেৱা (উপাসনা) কৰে—যিবোৰ নিজেই সেই সেই স্বল্পকালীন ভোগ-সুখত অতৃপ্ত কৰাগে ভূমা-সুখৰ প্ৰাৰ্থী আৰু বিনাশী-দেহধাৰী সেই-সকলৰ উপাসক ভোগাসক্ত মানুহবিলাকে বিভিন্ন দেৱলোক আৰু ভোগযোনি প্ৰাপ্ত হয়। সেয়েহে শ্ৰুতিয়ে কৈছে—সেইবোৰ অচিৰস্থায়ী ভোগ-সুখৰ উপাসকসকল অজ্ঞানৰূপ অন্ধকাৰতেই প্ৰৱেশ কৰে (গীতা ৭।২০-২৩)।

আকৌ যি সকলে শাস্ত্ৰৰ তাৎপৰ্য নবুজি—('বুজে শাস্ত্ৰৰ নয়, যেহি আসে সেহি কয়') এনে ভগৱন্তৰ অচিন্ত্য মহিমা-বাৰ্জি আৰু তাৰ ৰহস্যজ্ঞান নোহোৱা কাৰণে ভগৱন্তৰ সেৱা-পূজাও নকৰে আৰু শ্ৰদ্ধাহীনতা তথা ভোগ-লালসাৰ কাৰণে শাস্ত্ৰবিহিত দেৱোপাসনা আৰু মানৱ সেৱাতো প্ৰবৃত্ত নহয়—এনেবোৰ ভোগ-লালসী লোকে স্বাৰ্থ-সিদ্ধিৰ কাৰণে মিছা-মিছি নিজক একেশ্বৰবাদী ঈশ্বৰ-তত্ত্বজ্ঞ বুলি সৰলমনা জনতাৰদ্বাৰা পূজনীয় হবলৈ চেষ্টা কৰে। এই সকল মিথ্যাভিমানী লোকে পূজ্য দেৱতা-

সৱক তুচ্ছ জ্ঞান কৰে আৰু শাস্ত্ৰ-বিধিমতে অৱশ্যকৰ্তব্য দেৱ-পিতৃৰ উপাসনা তথা গুৰুজনৰ সেৱা-সংকাৰ প্ৰভৃতিশিষ্ট-ব্যৱহাৰো বিসৰ্জন দিয়ে। তদুপৰি আন আন লোককো শাস্ত্ৰৰ বিকৃত ব্যাখ্যাৰে মতিভ্ৰম জন্মাই তেওঁলোকৰ মনতো শাস্ত্ৰীয় উপাসনাদিৰ প্ৰতি অশ্ৰদ্ধাৰ ভাৱ সুমুৱাই দিয়ে। এনেবোৰ লোকে নিজক ঈশ্বৰৰ সমকক্ষ মানি ইচ্ছামতে দুৰাচাৰত প্ৰবৃত্ত হয়। এনে মদগৰ্বী স্বয়ম্ভু ধৰ্মোপদেশক ভেশধাৰীসকল নিজ দুষ্কৰ্ম-অশিষ্টাচাৰৰ ফল-ভোগ কৰি-বলৈ বাধ্য হৈ কুকুৰ-গাহৰি আদি নীচ-যোনিত আৰু কুম্ভীপাক আদি নৰকত দুঃসহ-যন্ত্ৰনা ভুগিবলগীয়া হয়। সেয়ে হে শ্ৰুতিয়ে বিনশ্বৰ দেৱতা আদিৰ উপাসকতকৈয়ো এই ভণ্ড, পৰমপুৰুষৰ উপাসকবোলোৱা সকল অধিকতৰ ঘোৰ অন্ধকাৰত প্ৰৱেশ কৰে বুলি কলে (গীতা ১৬।১৮।১৯) ॥১২॥

অন্যদেৱাহুঃ সম্ভৱাদন্যদাহুৰসম্ভৱাৎ
ইতি শুশ্ৰুম ধীৰাণাং য়ে নস্তদ্বিচচক্ষিৰে ॥১৩॥

সম্ভৱাৎ (স্বয়ম্ভুৱ পূৰ্ণব্ৰহ্মৰ উপাসনাৰপৰা) অন্যৎ এৱ (অন্যই ফল) আহুঃ (কোৱা হৈছে), অসম্ভৱাৎ (বিনাশী দেৱাদিৰ উপাসনাৰপৰাও) অন্যৎ আহুঃ (অন্য ফল কোৱা হৈছে)। ইতি (এই প্ৰকাৰে) ধীৰাণাম (বিবেকীপুৰুষসকলৰ 'উপদেশ') শুশ্ৰুম (আমি শুনিছিলোঁ), য়ে (যি সকলে) নঃ (আমাক) তৎ (সেই বিষয়) বিচচক্ষিৰে (ব্যাখ্যা কৰি বুজাইছিল) ॥১৩॥

[শাস্ত্ৰাৰ্থৰ তাৎপৰ্য বুজিসম্ভূতি আৰু অসম্ভূতি যথাযথ-ভাৱে উপাসিত হ'লে পৰমাৰ্থলাভ হৱপৰা কথা সংকে-তেৰে বুজাইছে--] এই বিৰাট বিশ্বৰ সৃষ্টি-স্থিতি-লয় সম্ভৱ হ'ল যাৰপৰা, সেই পৰমাত্মা পুৰুষোত্তমৰ অচিন্ত্য অনন্ত শক্তি আৰু সৰ্বতিকাল নিত্য নিৰ্বিকাৰ স্বৰূপ তত্ত্বতঃ জানি শ্ৰদ্ধালু হৈ ভক্তিপূৰ্ণ অন্তৰেৰে নিত্য-নিৰন্তৰ সেই পৰম প্ৰভুৰ পৰম মধুৰ গুণ-নামৰ শ্ৰৱণ-কীৰ্তন, অৰ্চন-বন্দন আৰু লীলাধাম আদিৰ দৰ্শন তথা গুণ-গনগহন সচ্চিদানন্দ স্বৰূপদৰ্শনৰ ঐকান্তিক আকুল-তাই হ'ল ভগৱন্তৰ উপাসনাৰ যথাৰ্থ স্বৰূপ। এনে উপা-সকৰ অচিৰেই সনাতন ভগৱন্তৰ সাক্ষাৎ প্ৰাপ্তি হয় (গীতা ৭।৩৪)। একেশ্বৰ উপাসনাৰ ভেশচনত মদগৰ্বীৰ লভ্য ফলতকৈ এই প্ৰকৃত উপাসকৰ লভ্য ফল সম্পূৰ্ণ বিপৰীত— অতিপাত বেলেগ।

এইদৰেই শ্ৰীভগৱানৰ শাস্ত্ৰমুখে কোৱা বাণী অনু-সৰণ কৰি (গীতা ১৭।১৪) দেৱ, পিতৃ, গুৰু, ব্ৰাহ্মণ, জ্ঞানীলোক আদিৰ সেৱা-পূজা, ভগৱন্তৰেই সেৱা ভাব কৰি (গীতা ১০।৪১) একান্ত কৰ্তব্য-বোধেৰে অদ্বি-তীয় একক বহুৰূপে পূজা কৰা, তেওঁৰ আজ্ঞা পালি তেওঁৰেই বিভূতিৰ পূজা কৰাই হ'ল দেৱতা আদিৰ উপাসনাৰ যথাৰ্থ স্বৰূপ। এনেকৈ সৰ্বময় ঈশ্বৰত অন্তঃ কৰণ ৰাখি দেৱ-পিতৃ আদিৰ সেৱা-পূজাত ৰত হোৱা লোকৰ অন্তৰ শুদ্ধ হয় আৰু তেতিয়া শ্ৰীভগৱানৰ কৃপাৰ পাত্ৰ হৈ মৃত্যুময় সংসাৰ সাগৰ তৰি যায় (গীতা ১২।৬-৭)

"অন্তৰত এক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড়প্ৰায় ।
বুজিত সমস্ত ভেজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহিমতে ৰাম লোকত ফুৰা বেঢ়ায় ॥ (নাম ঘোষা)" ।

বিনাশশীল দেৱতা আদিক সকাম ভাৱে উপাসনাত প্ৰাপ্য ফলতকৈ এই নিষ্কামভাৱে সেইসকলৰ উপাসকৰ প্ৰাপ্য ফল সম্পূৰ্ণ বেলেগ আৰু বিপৰীত ।

যিসকল তত্ত্বজ্ঞানী মহাপুৰুষে এই বিষয়টো পৃথক্ পৃথক্ ভাৱে ব্যাখ্যা কৰি আমাক বুজাইছিল, সেইসকলৰ পৰা আমি এইদৰেই শুনিছিলোঁ ।১৩॥

**সম্ভূতিং চ বিনাশং চ যস্তদ্ বেদোভয়ং সহ ।**
**বিনাশেন মৃত্যুং তীৰ্ত্বা সম্ভূত্যামৃতমশ্নুতে ॥১৪॥**

যঃ (যি লোকে) সম্ভূতিম্ (সৰ্বসত্ত্বশালী পৰমেশ্বৰক) চ (আৰু) বিনাশম্ চ (বিনাশশীল দেৱতা আদিকো) তৎ উভয়ম্ (সেই উভয়কে) সহ (একেলগে) বেদ (জানিব পাৰিলে), বিনাশেন ('তেওঁ' বিনাশী দেৱাদিৰ উপাসনাৰদ্বাৰা) মৃত্যুম্ তীৰ্ত্বা (মৃত্যুময় সংসাৰ পাৰ হৈ) সম্ভূত্যা (সনাতন ব্ৰহ্মৰ উপাসনাৰে) অমৃতম্ (অমৃতত্ব) অশ্নুতে (ভোগ কৰে—ব্ৰহ্মপ্ৰাপ্তিৰ নিত্যানন্দ ভোগ কৰে) ॥১৪॥

যি লোকে এই তত্ত্ব বুজে যে, এক পৰমাত্মা পুৰুষেই সৰ্বশক্তিৰ আধাৰ, সৰ্বনিয়ন্তা আৰু ব্ৰহ্মাদি স্তম্বপৰ্যন্ত সৰ্বজগতৰ অন্তৰ্যামী আত্মা । স্বৰূপতঃ নিৰ্গুণ হৈয়ো লোক ৰঞ্জনৰ কাৰণে লীলা কৰি দিব্য মঙ্গলময় গুণৰাজিসম-

স্থিত সাকাৰ সগুণৰূপতো তেওঁ বিদ্যমান। দেৱ-পিতৃ-মনুষ্যাদি সমস্ত যোনি তথা সমুদায় ভোগ-বিলাস বিনাশ-শীল-ক্ষণভঙ্গুৰ বাবে দুঃখ-বেদনাৰ কাৰণস্বৰূপ হলেও সেইবোৰত থকা সত্তা, স্ফূৰ্তি, সামৰ্থ্য আদি সকলোৱেই ভগৱন্তৰ (গীতা ১০।৪২)। তেওঁৰ ৰচিত জগৎচক্ৰ সুচাৰুৰূপে চলিবলৈ তেওঁৰেই শক্তিকণিকাৰে বিভিন্ন অধিকাৰত নিয়োজিত দেৱতা প্ৰভৃতিক ভগৱন্তৰ প্ৰীতিৰ নিমিত্তেই যথাযোগ্য সেৱা-পূজা কৰিবলৈ শাস্ত্ৰই নিৰ্দেশ দিলে (গীতা ৩।১১)। শাস্ত্ৰৰূপী ভগৱন্তৰ এই আজ্ঞা * যে, ঐহিক অথবা পাৰলৌকিক ভোগত আসক্ত নহৈ হৃদয়ৰ সকলো কামনা-বাসনাবোৰ বহিষ্কাৰ কৰি যথাযোগ্য শাস্ত্ৰবিহিত দেৱ-পিতৃ আদিৰ সেৱা-পূজা অৱশ্যেই কৰ্তব্য (গীতা ৩।৩০)। ইয়াৰ দ্বাৰা তেওঁৰ জীৱন-যাত্ৰা সুচল হয় আৰু একেশ্বৰত্ববোধ জাগৃত থকা কাৰণে আসুৰিক বিকাৰবোৰ নষ্ট হৈ নিৰ্মল চিত্ত হয়; গতিকেই ভগৱানৰ কৃপাপ্ৰাপ্ত হৈ তেওঁ অতি সহজে মৃত্যুময় সংসাৰ-সাগৰৰ পাৰ পায়। বিনশ্বৰ দেৱতা আদিক কামনাশূন্য হৈ ভগৱৎ-বিভূতি ধাৰণাৰে উপাসনা

---

* মাধৱদেৱৰ বাণী স্মৰণীয়—

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি, মোৰ আজ্ঞাবাণী জানা নিচ্চ,
আৰু উলঙ্ঘিয়া যিটো জনে প্ৰবৰ্তয়।
ভৈল সিটো মোৰ আজ্ঞাছেদী, মোক দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়॥ নামঘোষা।

[যেনে—অমুক হয়তো মোৰ পুত্ৰ হব পাৰে, কিন্তু পিতৃদ্বেষী অবাধ্য পুত্ৰ।]

কৰাৰ লগে-লগে পৰাৎপৰ পুৰুষোত্তমলৈ আন্তৰিক ভাৱনা হোৱাৰ দ্বাৰা তেওঁ অবিনশ্বৰ পৰব্ৰহ্মৰ উপাসনাৰ ফলত অমৃতময় নিত্যধামত নিত্যানন্দ স্বৰূপ প্ৰাপ্ত হয় ॥১৪॥

হিৰণ্ময়েন পাত্ৰেণ সত্যস্যাপিহিতং মুখম্ ।
তত্ত্বং পূষন্নপাবৃণু সত্যধৰ্মায় দৃষ্টয়ে ॥১৫॥

পূষন্ (হে সবাৰো পোষণকাৰী পৰমেশ্বৰ!) সত্যস্য (কেৱল সত্যস্বৰূপ তোমাৰ) মুখম্ (শ্ৰীমন্ত ৰূপ) হিৰণ্ময়েন পাত্ৰেণ (জ্যোতির্ময় সূৰ্যমণ্ডলৰূপ পাত্ৰৰ [ঢাকনিৰ] দ্বাৰা) অপিহিতম্ (ঢাক খাই আছে), সত্যধৰ্মায় (কেৱলে সত্য-তোমাৰ উপাসনাৰূপ ধৰ্মৰ অনুষ্ঠানকাৰী মোক) দৃষ্টয়ে (তোমাক দৰ্শন কৰিবলৈ) তৎ (সেই ঢাকনি) ত্বম্ (তুমি) অপাবৃণু (আঁতৰাই নিয়া) ।১৫।।

[আন্তৰিক আকুলতাৰে ভক্তই ভগৱন্তক প্ৰাৰ্থনা কৰে যে—], 'হে ভগৱান! তুমি তো অখিল ব্ৰহ্মাণ্ডৰ ভৰণ-পোষণ কৰ্তা, তোমাৰ সৃষ্ট জগৎ তোমাৰদ্বাৰায়েই পৰিপুষ্ট হৈ বৃদ্ধিপ্ৰাপ্ত হৈছে। তোমাৰ সেৱাৰূপ সত্য ধৰ্মৰ উপাসক মই তোমাক প্ৰত্যক্ষদৰ্শন পাবলৈ প্ৰাৰ্থনা জনাইছোঁ। তোমাৰ অলৌকিক শ্ৰীমন্ত সচ্চিদানন্দ ৰূপ জ্যোতিৰ্ময় সূৰ্যমণ্ডলৰ তিৰ-বিৰণিৰ আৱৰণেৰে ঢাক-খাই আছে; মোৰ মনোৰথৰ পূৰ্ণতাৰ নিমিত্তে—তোমাৰ সমীপ-বৰ্তী হৈ তোমাক নিৰাবৰণে দৰ্শন পোৱাত বাধাদিয়া যি বোৰ আৱৰণ—যি বোৰ প্ৰতিবন্ধক, সেই সকলোবোৰ আঁতৰাই নিয়া; তোমাৰ উন্মুক্ত সচ্চিদানন্দ স্বৰূপ প্ৰত্যক্ষ-কৰি মানৱীজনম সাৰ্থক কৰোঁ। ॥১৫॥

পূষন্নেকর্ষে য়ম সূর্য প্রাজাপত্য
ব্যূহ বশ্মীন্ সমূহ ।
তেজো য়ত্তে রূপং কল্যাণতমং তত্তে
পশ্যামি য়োহসাবসৌ পুরুষঃ সোহমস্মি ॥১৬॥

পূষন্ (হে জগতৰ পোষণকাৰী !) এক ঋষে (হে একমাত্ৰ দ্ৰষ্টা !) সূৰ্য (হে সৰ্বজগতৰ লক্ষ্য !) য়ম (হে সৰ্বনিয়ন্তা !) প্ৰাজাপত্য (প্ৰজাপতিৰ প্ৰিয় !) ৰশ্মীন্ (ৰশ্মিবোৰ) ব্যূহ (একত্ৰ কৰা, কিম্বা আঁতৰ কৰা), তেজঃ (জ্যোতি) সমূহ (সামৰা, বা নিজ জ্যোতিক্ত মলিত কৰা) তে (তোমাৰ) য়ৎ কল্যাণতমম্ (যি অতিশয়কল্যাণ-ময়) ৰূপম (দিব্য স্বৰূপ), তৎ (সেই ৰূপ) তে (তোমাৰ কৃপাত) পশ্যামি (ধ্যানযোগে দেখি আছোঁ)। য়ঃ (যি) অসৌ (সৌ সূৰ্য-মণ্ডলবৰ্তী আত্মা), অসৌ (সেইজন) পুৰুষঃ (পৰমপুৰুষ স্বৰূপতঃ তুমি)। অহম্ (মেয়ে) সঃ অস্মি (সেইজনেই হওঁ অৰ্থাৎ তেওঁত কৈ অন্য মোৰ দ্বিতীয় সত্তা নাই) ॥১৬॥

হে ভগবান ! ভক্তৰ ভক্তি-সাধনা তোমাৰ কৃপাতে পৰি-পুষ্ট হয়। একমাত্ৰ তুমি সৰ্বদৰ্শী পৰম জ্ঞানস্বৰূপ, তোমাৰ একান্ত ভক্ত সকলে তোমাৰ কৃপাতে তোমাৰ যথাৰ্থ স্বৰূপ বুজিব পৰা জ্ঞান লাভ কৰে (গীতা ১০।১০,) "ভগৱন্ত ভকিযুক্ত. পুৰুষৰ আত্মবোধ, মাধৱৰ প্ৰসাদে মিলয়" (নামঘোষা)। তুমি সকলোকে নিয়মন, নিয়ন্ত্ৰণ আৰু শাসনত ৰাখোঁতা ; অবিজ্ঞেয় হলেও স্থাৱৰ জঙ্গম জগতৰ তুমিয়েই একমাত্ৰ লক্ষ্য-কেন্দ্ৰস্থল ; তুমি প্ৰজাপতিৰো প্ৰিয়, কিয়নো, তোমাৰ অনুকূল ইছাতে প্ৰজাপতিৰ প্ৰজা-সৃষ্টি অব্যাহত আছে। হে প্ৰভো !

বিক্ষিপ্ত সূৰ্য্য-ৰশ্মিজালৰ দৰে কেউফালে আৱৰি থকা সংসাৰ মায়াজালখন চপাই-কোচাই সামৰি তোমাতেই বিলীন কৰি দিয়া, সূৰ্যৰ উগ্ৰ তেজৰ দৰেই উদগ্ৰ বিষয় বাসনা তোমাৰ পৰম জ্যোতিত লুপ্ত কৰি 'দয়া' আৰু তোমাৰ পৰম বাঞ্ছিতস্বৰূপ প্ৰত্যক্ষ কৰোঁ। এতিয়াও মই ধ্যান দৃষ্টিৰে তোমাৰ সৌন্দৰ্য-মাধুৰ্যনিধি পৰম কল্যাণময় সচ্চিদানন্দৰূপ তোমাৰ কৃপাত দেখি আছোঁ। আৰু উপলব্ধি কৰিছোঁ যে, যি সৌ সূৰ্য্যমণ্ডলমধ্যবৰ্তী পৰমাত্মা, সেই জগদাত্মা পৰমপুৰুষ পুৰুষোত্তম তুমি। সেই তুমি মোৰো অন্তৰ্যামী আত্মা, গতিকে সেই তুমিয়েই মই ॥১৬॥

বায়ুৰনিলমমৃতমথেদং ভস্মান্তꣳ শৰীৰম্ ।
ওঁ ক্ৰতো স্মৰ কৃতꣳ স্মৰ ক্ৰতো স্মৰ কৃতꣳ স্মৰ ॥১৭॥

অথ (এতিয়া), বায়ুঃ (প্ৰাণ আৰু ইন্দ্ৰিয়সমূহ) অমৃতম (অবিনাশী) অনিলম্ (সমষ্টিৰ য়ুত 'মিলিত হওক'), ইদম্ শৰীৰম (এই স্থূলদেহ) ভস্মান্তম্ (ভস্মীভূত হৈ যাওক), ওঁ (হে সচ্চিদানন্দ! ক্ৰতো (সৰ্বযজ্ঞেশ্বৰ!) স্মৰ (মোক স্মৰণ কৰা), কৃতম্ (মোৰ কৃতকৰ্মক) স্মৰ (স্মৰণ কৰা); ক্ৰতো (হে যজ্ঞৰূপ!) স্মৰ (মোক স্মৰণ কৰা), কৃতম্ (মোৰ কৃত কৰ্মক) স্মৰ (স্মৰণ কৰা) ॥১৭॥

[ধ্যানৰদ্বাৰা ভগৱন্তৰ মঙ্গলময়ৰূপ দৰ্শন কৰা ভক্ত সাধকে পৰমধামৰ যাত্ৰী হৈ বাঞ্ছা কৰিছে—] 'এতিয়া মোৰ প্ৰাণবায়ু আৰু ইন্দ্ৰিয়সমূহ নিত্য বিদ্যমান সমষ্টিবায়ুত মিলি যাওক আৰু এই স্থূলদেহ ভস্মীভূত হৈ মহাকাশত বিলীন

হওক'। এইৰূপে স্বভিন্ন দেহেন্দ্ৰিয়াদিৰ নিজ নিজ উপাদানকাৰণত বিলীন হোৱাৰ আৰু স্থূল-সূক্ষ্ম দেহৰ উচ্ছেদৰ কামনা কৰি পৰমাৰাধ্য পৰম প্ৰভুক প্ৰাৰ্থনা জনাইছে যে, হে সচ্চিদানন্দঘন সৰ্বযজ্ঞাদিকৰ্মস্বৰূপ পৰমেশ্বৰ ! তুমি তোমাৰ এই নিজ-জন মোক স্মৰণ কৰা আৰু মোৰ কৰ্ম-বোৰো স্মৰণ কৰা। নিজৰেই ভাৱত মোক আৰু মই কৰা সেৱা-পূজা আদি ভক্তিভাৱবোৰ সুঁৱৰি তোমাৰ বাণীৰ সাৰ্থক কৰা ; তুমি তো কোৱা আছে—'অহং স্মৰামি মদ্ভক্তং নয়ামি পৰমাং গতিম্'—(মই মোৰ ভক্তক মনত ৰাখোঁ আৰু তেওঁক পৰম গতি দিওঁ—ভক্তৰ সেৱা স্বীকাৰ কৰোঁ আৰু মোৰ সেৱাৰ কাৰণে মোৰ ওচৰলৈ লৈ আনোঁ'—এয়ে তো পৰম গতি)। এই অভিপ্ৰায়েৰেই আৰু বাৰ জনাইছে হে যজ্ঞময় ভগৱন্ত ! এই নিজ-জন মোক স্মৰণ কৰা আৰু মোৰ কৃত ভক্তিপূৰ্ণ কৰ্মবোৰো স্মৰণ কৰা। এই অন্তিম সময়ত তোমাৰ স্মৃতিক পৰোঁ যদি আকৌ তোমাৰ সেৱাত নিশ্চয় উপনীত হ'ম ॥১৭॥

অগ্নে নয় সুপথা ৰায়ে অস্মান্
ৱিশ্বানি দেৱ ৱয়ুনানি ৱিদ্বান্।
য়ুয়োধ্যস্মজ্জুহুৰাণমেনো ভূয়িষ্ঠাং
তে নমউক্তিং ৱিধেম ॥১৮॥

অগ্নে (অগ্নিত অধিষ্ঠাতৃ দেৱ !) অস্মান্ (আমাক) ৰায়ে (পৰম ধনৰূপ ভগৱন্তৰ সেৱাত উপনীত হবলৈ) সুপথা (সুন্দৰ পথেদি

নয় ('তুমি' লৈ ব'লা); দেব (হে দেব!) বিশ্বানি বয়ুনানি ('আমাৰ' সকলো কৰ্ম) বিদ্বান্ (জানোঁতা 'তুমি') অস্মৎ জুহুৰানম্ (আমাৰ সেই পথৰ প্ৰতিবন্ধক) এনঃ (পাপ) যুয়োধি (দূৰ কৰা); তে (তোমাক) ভূয়িষ্ঠাম্ (বাৰম্বাৰ) নমঃ—উক্তিন্ (নমস্কাৰ-বাক্য) বিধেম (জনাইছোঁ) ॥১৮॥

[পূৰ্বপ্ৰকাৰে আৰাধ্যদেৱক প্ৰাৰ্থনা জনাই এতিয়া সাধকে অপুনৰাবৰ্ত্তী অৰ্চি আদি মাৰ্গেৰে পৰমধাম প্ৰাপ্তিৰ বাঞ্ছা কৰি সেই মাৰ্গৰ অধিকাৰী দেৱতা অগ্নিক প্ৰাৰ্থনা জনাই কৈছে—] হে অগ্নিদেৱ! মই এতিয়া মোৰ পৰম ধন প্ৰভু-ভগৱন্তৰ বৈকুণ্ঠধামত উপনীত হৈ তেওঁৰ সেৱাত নিজক নিযুক্ত ৰখাৰ অভিলাষী। তুমি অতিশীঘ্ৰে তেওঁৰ ধামলৈ যাবপৰা সুপথ উত্তৰায়ণ মাৰ্গইদি মোক লৈ ব'লা। হে দেৱতা! তুমি তো মোৰ সকলো কৰ্মকে জানা, নিত্য-নিৰন্তৰ ভক্তিৰে সৈতে তেওঁৰ সেৱাতে লাগি থকা জানাই আৰু এতিয়াও তো মই তেওঁৰ কৃপাত ধ্যান-দৃষ্টিৰে তেওঁৰ ৰূপ-দৰ্শন আৰু নাম-কীৰ্ত্তন কৰি আছোঁ। তথাপি যদি সেই পথৰ প্ৰতিবন্ধক মোৰ কিবা পাপ আছে বুলি তোমাৰ অনুমান হয়, তেন্তে তুমি কৃপা কৰি তাক নষ্ট কৰি পেলোৱা; মই তোমাক ভূয়োভূয়ো নমস্কাৰ বচনেৰে মিনতি কৰিছোঁ * ॥১৮॥

* এই উপনিষদৰ পোন্ধৰ আৰু ষোল মন্ত্ৰ বিশেষকৈ মনকৰিবলগীয়া। মন্ত্ৰ দুটাৰ ভাৱ অনুসাৰে শ্ৰীভগৱানৰ দৰ্শন পাবলৈ আকুল প্ৰাৰ্থনা জনোৱা আৱশ্যক। 'সত্যধৰ্মায় দৃষ্টয়ে' ইয়াৰ যথাস্থানত দিয়া ব্যাখ্যাৰ উপৰি এই ভাবো বুজিব লাগে যে,

'হে করুণাময় ; সত্যধৰ্মৰূপ তুমি পৰমেশ্বৰৰ শ্ৰীমূৰ্তি মই দেখা পাবলৈ প্ৰতিবন্ধকৰূপে উপস্থিত হোৱা যি আৱৰণ—সংসাৰ-মায়া, তাক তুমি অপসাৰণ কৰাঁ—সাংসাৰিক মায়া-মোহৰ পৰা মোক মুক্ত কৰাঁ, তোমাৰ এই কৃপাপ্ৰাপ্ত হৈ মই যাতে পাৰমাৰ্থিক সত্তা দৰ্শন কৰোঁ, তাৰ ব্যৱস্থা কৰাঁ প্ৰভু!' আকৌ সোতৰ আৰু ওঠৰ মন্ত্ৰৰ ভাৱো প্ৰত্যেক লোকৰে বিশেষকৈ অন্তিম-সময়ত অৱশ্যেই স্মৰণীয়। ভগৱানে স্বয়ং কৈছে—

অন্তকালে চ মামেব স্মৰণ্ মুক্ত্বা কলেৱৰম্।
যঃ প্ৰয়াতি স মদ্ভাৱং যাতি ন স্ত্যত্ৰ সংশয়ঃ ॥ (গীতা ৮।৫)

মুমূৰ্ষু জনৰ কল্যাণৰ কাৰণে এই দুই মন্ত্ৰৰ ভাবাৰ্থ এইদৰে হব—হে পৰমাত্মন্! মোৰ প্ৰাণ আৰু ইন্দ্ৰিয় আদি সকলোবোৰ নিজ নিজ কাৰণতত্ত্বত লয় হৈ যাওক আৰু মোৰ এই স্থূলদেহো পুৰি ছাঁই হৈ যাওক। এই সবৰ প্ৰতি মোৰ কিঞ্চিৎ মানো আসক্তি নাই। কিন্তু হে যজ্ঞেশ্বৰ! তুমি মাত্ৰ কৃপা কৰি মোক আৰু মোৰ কৰ্মবোৰ স্মৰণ কৰাঁ। তোমাৰ স্মৰণ হলেই মই আৰু মোৰ কৰ্মসবো যজ্ঞময় হৈ পবিত্ৰ আৰু সেয়ে হলেই আকৌ মই তোমাৰ চৰণ সেৱাতে থাকিব পাৰিম ॥১৭॥ হে অগ্নিৰূপী পৰমেশ্বৰ! তুমিয়েই মোৰ ধন, মোৰ সৰ্বস্ব। এই কাৰণে পৰম ধন তোমাক পাবলৈ অভিলাষী মোক তুমি সু-পথেদি তোমাৰ ওচৰলৈ লৈ ব'লা। মই যিমান বোৰ কৰ্ম কৰিলোঁ, সেইবোৰ তোমাৰ অজ্ঞাত নহয়, সকলো তুমি জানাই। তুমি দয়া নকৰিলে মই কৰা কৰ্মবোৰৰ ফলত তোমাক পাব নোৱাৰিম। সেইকাৰণে কৃপাকৰি তুমি মোক নিজৰ জন কৰি

লোৱা। তোমাৰ চৰণ-ছত্ৰৰ ছাঁয়া লভিবলৈ যি প্ৰতিবন্ধক পাপ মোৰ আছে, সেইবোৰো তুমি দয়া কৰি দূৰ কৰি দিয়াঁ মই মাত্ৰ বাৰম্বাৰ নমস্কাৰ বাকোৰে ইয়াকে মিনতি কৰিছোঁ ॥১৮॥

॥ ঈশাৱাস্যোপনিষদ সমাপ্ত ॥

## শান্তি পাঠ

ওঁ পূর্ণমদঃ পূর্ণমিদং পূর্ণাৎ পূর্ণমুদচ্যতে।
পূর্ণস্য পূর্ণমাদায় পূর্ণমেৱাৱশিষ্যতে॥
ওঁ শান্তিঃ! ওঁ শান্তিঃ!! ওঁ শান্তিঃ!!!

(ইয়াৰ অন্বয়-ব্যাখ্যা গ্ৰন্থৰ আৰম্ভত দিয়া আছে।)

[ভ্ৰমপ্ৰমাদবশতঃ শিষ্যৰ বিদ্যা-গ্ৰহণত অথবা আচাৰ্যৰ বিদ্য-প্ৰতিপাদনত কিবা দোষ হলে তাৰ উপশমৰ কাৰণে উপনিষদ্-উপদেশৰ অন্তত আকৌ শান্তিপাঠ আৱশ্যক। অন্যান্য উপনিষদতো এই বিধি বুজিব লাগে]।



উপনিষদ্‌কথামৃতে —

# কেনোপনিষদ

কেনোপনিষদ সামবেদীয় 'তলবকাৰ ব্ৰাহ্মণৰ অন্তৰ্গত এই উপনিষদত সৰ্বপ্ৰথম মন্ত্ৰৰ আদিতে 'কেন' শব্দৰ প্ৰয়োগ থকা কাৰণে উপনিষদৰ নাম হ'ল 'কেনোপনিষদ্।' তলবকাৰ ব্ৰাহ্মণৰ অন্তৰ্ভুক্ত বাবে ইয়াক 'তলবকাৰোপনিষদ্' আৰু 'ব্ৰাহ্মণোপনিষদ' বুলিও কোৱা হয়। তলবকাৰব্ৰাহ্মণৰ ই নৱম অধ্যায়। পূৰ্বৰ আঠ অধ্যায়ত চিত্তশুদ্ধিৰ নিমিত্তে কৰ্ম-কাণ্ড আৰু উপাসনাৰ উপদেশ বিধান কৰি এই অধ্যায়ত পৰমাৰ্থ-তত্ত্বৰ বিচাৰ কৰা হৈছে। অতি গহন ব্ৰহ্ম-তত্ত্ব সহজে বোধগম্য কৰাবলৈ গুৰু-শিষ্য সংবাদৰ ছলেৰে ইয়াত তত্ত্ববিচাৰ কৰা হৈছে।

— হৰিঃ ওঁ পৰমাত্মনে নমঃ —

# শান্তি পাঠ

ওঁ আপ্যায়ন্তু মমাঙ্গানি ৱাক্ প্ৰাণশ্চক্ষুঃ শ্ৰোত্ৰমথো বলমিন্দ্ৰিয়াণি চ সৰ্ব্বাণি। সৰ্ব্বং ব্ৰহ্মৌপনিষদং মাহং ব্ৰহ্ম নিৰাকৰ্য্যাং মা মা ব্ৰহ্ম নিৰাকৰোৎ, অনিৰাকৰণমস্ত্বনিৰাকৰণং মেঽস্তু। তদাত্মনি নিৰতে য় উপনিষৎসু ধৰ্মাস্তে ময়ি সন্তু, তে ময়ি সন্তু॥

ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

ওঁ (হে পৰমাত্মন্!) মম (মোৰ) অঙ্গানি (সকলো বিলাক অঙ্গ), ৱাক্ (বাবা), প্ৰাণঃ (প্ৰাণ), চক্ষুঃ (চকু), শ্ৰোত্ৰম্ (কাণ) চ (আৰু) সৰ্ব্বাণি ইন্দ্ৰিয়াণি (সকলো ইন্দ্ৰিয়) অথো (তথা) বলম (শক্তি) আপ্যায়ন্তু (পৰিপুষ্ট হওক) সৰ্ব্বম্ (সমস্তই) ঔপনিষদম্ (উপনিষৎ প্ৰতিপাদ্য) ব্ৰহ্ম (ব্ৰহ্মস্বৰূপ) অহম্ (মই) ব্ৰহ্ম (সেই ব্ৰহ্মক) মা নিৰাকুৰ্য্যাম্ (যেন অস্বীকাৰ নকৰোঁ), ব্ৰহ্ম ('আৰু' ব্ৰহ্মই) মা (মোক) মা নিৰাকৰোৎ (যেন পৰিত্যাগ নকৰে), অনিৰাকৰণম্ ('তেওঁৰ সৈতে মোৰ' অটুট সম্বন্ধ) অস্তু (হওক), মে (মোৰে সৈতে তেওঁৰ) অনিৰাকৰণম (অটুট সম্বন্ধ) অস্তু (হওক)। উপনিষৎসু (উপনিষদ্ সমূহত) যে ধৰ্মাঃ (যি সকল ধৰ্ম প্ৰতিপাদিত হৈছে), তে (সেই সকলোবোৰ) তৎ-আত্মনি (সেই পৰমাত্মাত) নিৰতে (সংলগ্ন থকা) ময়ি (মোত) সন্তু (হওক), তে ময়ি সন্তু (সেই সকলো মোত হওক)। ওঁ (পৰমাত্মন্!) শান্তিঃ শান্তিঃ শান্তিঃ (ত্ৰিবিধ তাপ উপশান্ত হওক)।

হে পৰমেশ্বৰ! মোৰ সকলো অঙ্গ, মুখ, চকু, কাণ আদি সমুদায় কৰ্মেন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয়, পঞ্চপ্ৰাণ তথা শাৰীৰিক আৰু মানসিক শক্তি এই সকলো পৰিপুষ্ট আৰু বৃদ্ধিপ্ৰাপ্ত হওক। সমস্তই তো উপনিষদত প্ৰতিপন্ন হোৱা ব্ৰহ্মই। সেই ব্ৰহ্মক মই যেন কদাপি অস্বীকাৰ নকৰোঁ আৰু ব্ৰহ্ময়ো যেন মোক কদাচ পৰিত্যাগ নকৰে; সৰ্বতি-কাল মোক যেন নিজৰ কৰি ৰাখে। ব্ৰহ্মৰ লৈতে মোৰ আৰু মোৰ লৈতে ব্ৰহ্মৰ নিত্যসম্বন্ধ অটুট থাকে যেন। উপনিষদ্‌সমূহত যিবিলাক ধৰ্ম প্ৰতিপাদিত হ'ল, সেই সকলো ধৰ্ম নিৰন্তৰ পৰমাত্মচিন্তাত লাগি থকা সাধক মোত প্ৰতিভাত হওক—সেই সকলোৱেই মোৰ বুদ্ধি-বৃত্তি বিকসিত কৰক। আধ্যাত্মিক, আধিভৌতিক আৰু আধিদৈৱিক—এই তিনিও বিধ সংসাৰ-তাপৰ উপশম হওক।

## প্ৰথম খণ্ড

ওঁ কেনেষিতং পততি প্ৰেষিতং মনঃ
কেন প্ৰাণঃ প্ৰথমঃ প্ৰৈতি যুক্তঃ।
কেনেষিতাং ৱাচমিমাং ৱদন্তি
চক্ষুঃ শ্ৰোত্ৰং ক উ দেৱো যুনক্তি ॥১॥

কেন (কাৰদ্বাৰা) ইষিতম্ (ইচ্ছানুৰূপ অস্তিত্ব-কৰ্তৃত্ব অনুভৱ কৰি) প্ৰেষিতম্ (আৰু নিয়োজিত হৈ) মনঃ (মন) পততি (নিজ বিষয়ত লাগি যায়)? কেন (কাৰদ্বাৰা) যুক্তঃ

(নিযুক্ত হৈ) প্ৰথমঃ (সৰ্বপ্ৰধান) প্ৰাণঃ প্ৰৈতি (প্ৰাণ সঞ্চালিত হয়)? কেন ইষিতাম (কাৰদ্বাৰা ক্ৰিয়াশীল হৈ) ইমাম্ বাচম্ (এই শব্দময়ী বাণী) বদন্তি (লোকসকলে উচ্চাৰণ কৰে)? কঃ উ দেবঃ (কোন নো প্ৰসিদ্ধ দেৱতাই) চক্ষুঃ শ্ৰোত্ৰম্ (চকু আৰু কাণক) যুনক্তি (নিজ নিজ বিষয়ত নিযুক্ত কৰে)? ॥১॥

শিষ্যৰদ্বাৰা এই মন্ত্ৰত চাৰিটা প্ৰশ্ন কৰা হৈছে—(১) কাৰ ইচ্ছা অনুসৰে কৰ্তৃত্বাদি অনুভৱ কৰি আৰু নিযোজিত হৈ মন বিষয়লৈ ধাবিত হয়? অৰ্থাৎ মনৰ স্বাধীনতা স্বীকাৰ কৰিব নোৱাৰি, কিয়নো দেখা যায়, মনে অকৰ্তব্য বুলি জনা বিষয়তো প্ৰবৃত্ত হয় বা তাৰ পৰা নিবৃত্ত নহয়। এই অস্বতন্ত্ৰ মনৰ নিশ্চয় কোনোবা নিয়ন্তা আছে; তেওঁ কোন? (২) এই দৰেই ইন্দ্ৰিয়বৰ্গৰ ভিতৰত সৰ্বপ্ৰধান প্ৰাণ কাৰ অনুপ্ৰেৰণাত প্ৰেৰিত হৈ ইন্দ্ৰিয়বিলাকক বিষয়ত ব্যাপৃত ৰাখে? (৩) কাৰ অভিপ্ৰায় অনুযায়ী মানুহে এই কোৱা কথাবোৰ উচ্চাৰণ কৰে? (৪) কোন নো সুপ্ৰসিদ্ধ দেৱতাই চকু, কাণ আদি ইন্দ্ৰিয়সমূহক নিজ নিজ বিষয়লৈ ধাবিত কৰায়? [ শিষ্যই বুজিছে যে, মন, প্ৰাণ, বাক্য আদি কৰ্মেন্দ্ৰিয় আৰু চকু আদি জ্ঞানেন্দ্ৰিয়বিলাক জড়—অস্বতন্ত্ৰ; এইবোৰক নিজ নিজ কামত প্ৰবৃত্ত কৰাওঁতা নিশ্চয় কোনো এক চেতনাবিশিষ্ট সৰ্বশক্তিমন্ত সত্তা আছে; তেওঁ কোন? বুজা যায়—শিষ্যই পৰমাত্মাৰ স্বৰূপ বুজিবলৈকে ইচ্ছা প্ৰকাশ কৰিছে ] ॥১॥

**শ্ৰোত্ৰস্য শ্ৰোত্ৰং মনসো মনো যদ্বাচো হ**
**ৱাচং স উ প্ৰাণস্য প্ৰাণঃ।**
**চক্ষুষশ্চক্ষুৰতিমুচ্য ধীৰাঃ**
**প্ৰেত্যাস্মাল্লোকাদমৃতা ভৱন্তি ॥২॥**

যৎ (যি) মনসঃ মনঃ (মনৰো মন অৰ্থাৎ কাৰণ) প্ৰাণস্য প্ৰাণঃ (প্ৰাণৰো কাৰণ), বাচঃ বাচম্ (বাগিন্দ্ৰিয়ৰ বচন), শ্ৰোত্ৰস্য শ্ৰোত্ৰম্ (কৰ্ণেন্দ্ৰিয়ৰ কাণ) উ (আৰু) চক্ষুষঃ চক্ষুঃ (দৰ্শনেন্দ্ৰিয়ৰ চকু), সঃ (তেওঁ) হ (নিশ্চয় এই সবাৰো প্ৰেৰক পৰমাত্মা); ধীৰাঃ (বিবেকীলোকে 'তেওঁক জানি') অতিমুচ্য (এই সকলত আত্মবুদ্ধি ত্যাগ কৰি) অস্মাৎ লোকাৎ (এই মৰ্ত্ত্য-লোকৰপৰা) প্ৰেত্য (গৈ, যোৱাৰ পাছত) অমৃতাঃ ভৱন্তি (অমৰ হয়) ।।২।।

[ পূৰ্ব প্ৰশ্নৰ উত্তৰ গুৰুৱে আওপকীয়া ভাৱে দিছে—] যি মন, প্ৰাণ, বাক্য কাণ, চকু প্ৰভৃতি সমস্ত ইন্দ্ৰিয়ৰ প্ৰয়োজক, সবাৰো পৰম কাৰণ, যাৰপৰা এই সমুদায় উৎপন্ন হ'ল, যাৰ শক্তি পাই এই সবে নিজৰ নিজৰ কাম কৰিবলৈ সমৰ্থ হ'ল আৰু যি এই সকলোকেই জানে, নিশ্চয় তেওঁ এই সমস্তৰে অন্তৰ্যামী পৰমাত্মা পুৰুষোত্তম। অৰ্থাৎ সেই ভগৱন্তৰ ইচ্ছা অনুযায়ী তেওঁৰে প্ৰেৰণাত মন, প্ৰাণ আৰু ইন্দ্ৰিয়বিলাকে নিজ নিজ বিষয়ত অবিৰাম ব্যাপৃত থাকে। জ্ঞানীসকলে এই প্ৰকাৰেই তেওঁৰ তত্ত্ব বুজি সেই ইন্দ্ৰিয়াদিত আত্মবুদ্ধি ত্যাগ কৰে আৰু এই মৰ-লোকৰপৰা গৈ অৰ্থাৎ এই দেহ এৰি যোৱাৰ পাছত অমৰ হয়—চিৰকাললৈ জন্ম-মৃত্যুৰ হাতৰ পৰা সাৰে ।২।

**ন তত্ৰ চক্ষুৰ্গচ্ছতি ন ৱাগ্ গচ্ছতি নো মনো ন ৱিদ্মো ন ৱিজানীমো য়থৈতদনুশিষ্যাদন্যদেৱ তদ্বিদিতাদথো অৱিদিতাদধি । ইতি শুশ্ৰুম পূৰ্বেষাং য়ে নস্তদ্ ৱ্যাচচক্ষিৰে ॥৩॥**

তত্ৰ (সেই ব্ৰহ্মলৈ) চক্ষুঃ (চকু আদি জ্ঞানেন্দ্ৰিয়বিলাক) ন গচ্ছতি (যাব নোৱাৰে), বাক্ (বাক্য আদি কৰ্মেন্দ্ৰিয়বোৰ) ন গচ্ছতি (যাব নোৱাৰে), নো মনঃ (মনো যাব নোৱাৰে। [এই কাৰণে] যথা (যি প্ৰকাৰে) এতৎ (এই ব্ৰহ্মক) অনুশিষ্যাৎ ('এওঁ এনে' বুলি উপদেশ দিব পাৰি; 'তাক') ন বিদ্মঃ (নিজে নাজানোঁ), ন বিজানামঃ (আনৰপৰা শুনিও সবিশেষ জানিব পৰা নাই; [কিয়নো] তৎ (সেই ব্ৰহ্ম) বিদিতাৎ (জানিব পৰা পদাৰ্থবোৰতকৈ) অন্যৎ এব (অৱশ্যেই ভিন্ন) অথো (আকৌ) অবিদিতাৎ (নজনাবোৰতকৈয়ো) অধি (ওপৰত)। যে (যি সকলে) নঃ (আমাক) তৎ (সেই ব্ৰহ্মতত্ত্ব) ব্যাচচক্ষিৰে (ব্যাখ্যা কৰি বুজাইছিল), পূৰ্বেষাম্ (সেই পূৰ্বাচাৰ্যসকলৰ) ইতি (এনে প্ৰকাৰ কথা) শুশ্ৰুম ('আমি' শুনিছিলোঁ) ॥৩॥

**[ মন, প্ৰাণ আৰু ইন্দ্ৰিয়বোৰে তেওঁৰ প্ৰেৰণাতে নিজ নিজ কাৰ্য চলাই যায় যদিও প্ৰেৰয়িতা সেইসকলৰ অগোচৰ হৈয়ে থাকে, এই কথাকে এই মন্ত্ৰত প্ৰকাশ কৰিছে— ] সেই পূৰ্ণব্ৰহ্ম ভগৱন্তক প্ৰাকৃত ইন্দ্ৰিয় সমূহ আৰু অন্তঃকৰণে জানিব নোৱাৰে, সেইপৰ্যন্ত সেইসকল যাবই নোৱাৰে। অলৌকিক অপ্ৰাকৃত তত্ত্বত প্ৰাকৃত অন্তঃকৰণ আদিৰ প্ৰবেশ হব নোৱাৰে। কিন্তু সেইবিলাক চেতন আৰু ক্ৰিয়াশীল বুলি যে প্ৰতীতি হয়; স ব্ৰহ্মৰ**

শক্তিত আৰু তেওঁৰ প্ৰেৰণাতেই হয়। এনে অৱস্থাত তেনে মন আৰু ইন্দ্ৰিয়বদ্বাৰা কোনে কেনেকৈ বুজাব যে, 'ব্ৰহ্ম এনেকুৱা'। এই প্ৰকাৰে সেই 'অবাঙ্মনোগোচৰ' ব্ৰহ্মতত্ত্বৰ উপদেশ কেনেকৈ দিয়া যায়, তাক আমি নিজ বিচাৰ-বুদ্ধিৰেও নাজানোঁ৷ আৰু আনৰপৰাও সবিশেষ জানিব পৰা নাই। আমি যি সকল আচাৰ্যৰপৰা এই গূঢ়-তত্ত্বৰ উপদেশ শুনিছিলোঁ, তাৰপৰা এই ধাৰণাই হয় যে, পৰমপুৰুষ ভগৱন্ত জড়-চেতন দুয়োভকৈ বেলেগ; দেখি শুনি জানিব পৰা সমুদায় জড়-জগতকৈ তেওঁতো ভিন্নই, আকৌ এই জড়-সমুদায়ক জানোঁতা অথচ নিজক চিনি-নোপোৱা জীৱাত্মাতকৈয়ো উত্তম। এনে পৰিস্থিতিত তেওঁৰ স্বৰূপ কথাকে বুজোৱা কদাপি সম্ভৱ নহয় ( গীতা ১৫।১৮ ) ॥৩॥

য়দ্বাচানভ্যুদিতং য়েন ৱাগভ্যুদ্যতে।
তদেৱ ব্ৰহ্ম ত্বং ৱিদ্ধি নেদং য়দিদমুপাসতে ॥৪॥

য়ৎ ( যাক ) ৱাচা ( কথাৰে ) অনভ্যুদিতম্ ( প্ৰকাশ কৰিব নোৱাৰি ), য়েন ( যাৰদ্বাৰা ) ৱাক্ ( কথা ) অভ্যুদ্যতে ( উচ্চাৰিত হয় ), তৎ এৱ ( তেওঁকেই ) ত্বম্ ( তুমি ) ব্ৰহ্ম ( ব্ৰহ্ম, পৰমেশ্বৰ 'বুলি' ) ৱিদ্ধি ( জানা ); ইদম্ য়ৎ ( এই যাক নিজতকৈ ভিন্ন অনাত্মাৰূপে ) উপাসতে ( লোকে উপাসনা কৰে ), ইদম্ ন ( ই ব্ৰহ্ম নহয় ) ॥৪॥

[ ব্ৰহ্ম ইন্দ্ৰিয়বৰ্গ আৰু মনৰ অতীত, তাকে বুজাই শ্ৰুতিয়ে কৈছে— ] কথাৰে বুজাই নিজতকৈ বেলেগ

অনাত্মাবস্তুত এই যে ব্ৰহ্মৰূপে লোকসকলে উপাসনা কৰে, ই বাস্তৱিক ব্ৰহ্ম নহয়। ব্ৰহ্মতত্ত্ব সৰ্বতোভাৱে কথাৰ অতীত। কিয়নো, যাৰ শক্তিৰ কোনো অংশ-বিশেষৰপৰা কোৱাৰ শক্তি আহে, যি উচ্চাৰিত কথাৰ জ্ঞাতা, প্ৰেৰয়িতা আৰু প্ৰৱৰ্তক, তেওঁকেই তুমি ব্ৰহ্ম বুলি জনা উচিত।

[ 'কাৰ প্ৰেৰণাত কথা শব্দময়ী কৈ উচ্চাৰিত হয? — এই প্ৰশ্নৰ উত্তৰ এই মন্ত্ৰত দিয়া হ'ল। ] ॥৪॥

য়ন্মনসা ন মনুতে য়েনাহুর্মনো মতম্।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং য়দিদমুপাসতে ॥৫॥

য়ৎ (যাক) মনসা (মনেৰে—অন্তঃকৰণৰদ্বাৰা) ন মনুতে নিশ্চিতভাৱে বুজা নাযায়), য়েন (যাৰদ্বাৰা) মনঃ (অন্তঃকৰণে) মতম্ (জানিব পাৰে 'বুলি') আহুঃ (ব্ৰহ্মজ্ঞসকলে কয়), তৎ এব (তেওঁকেই) ত্বম্ (তুমি) ব্ৰহ্ম (ব্ৰহ্ম বুলি) বিদ্ধি (জানা) ইদম্ য়ৎ (এই যে মন আৰু বুদ্ধিৰদ্বাৰা জানিব পৰা অনাত্মতত্ত্বক) উপাসতে (লোকে উপাসনা কৰে), ইদম্ ন (ই ব্ৰহ্ম নহয়) ॥৫॥

বুদ্ধি আৰু মনৰূপ অন্তঃকৰণৰদ্বাৰা যিবিলাক বিষয় জনা যায় তথা প্ৰাকৃত মন আৰু বুদ্ধিৰে জানিব পৰা অনাত্মতত্ত্বক যে ব্ৰহ্ম বুলি উপাসনা কৰা হয়, সি ব্ৰহ্মৰ বাস্তৱিক ৰূপ নহয়। ব্ৰহ্মতত্ত্ব সৰ্বতোভাৱে মন আৰু বুদ্ধিৰ অতীত। জনা উচিত যে, যি মন-বুদ্ধিৰ জ্ঞাতা,

মন আৰু বুদ্ধিক মনন আৰু নিশ্চিতকৰণৰ শক্তিদাতা আৰু মনন—নিশ্চিতকৰণৰ কাৰণে নিযুক্ত কৰোঁতা তথা যাৰ শক্তিৰ অংশবিশেষ পাই মনে মনন আৰু বুদ্ধিয়ে নিশ্চিত-কৰণৰ সামৰ্থ্য লাভ কৰে, তেওঁৰেই তুমি ব্ৰহ্ম বুলি জনা উচিত।

[ 'কাৰ ইচ্ছা অনুসৰি আৰু কাৰ প্ৰেৰণাত মন তাৰ বিষয়বোৰলৈ ধাবিত হয়'? এই প্ৰশ্নৰ উত্তৰ এই মন্ত্ৰত দিয়া হ'ল ] ॥৫॥

যচ্চক্ষুষা ন পশ্যতি যেন চক্ষূংষি পশ্যতি।
তদেব ব্ৰহ্ম ত্বং বিদ্ধি নেদং যদিদমুপাসতে ॥৬॥

যৎ (যাক) চক্ষুষা (চকুৰদ্বাৰা) ন পশ্যতি ('কোনেও' দেখা নাপায়), যেন (যাৰদ্বাৰা) চক্ষূংষি (চকুৱে) পশ্যতি (নিজৰ বিষয়বোৰ দেখিব পাৰে); তৎ এব (তেওঁকেই) ত্বম্ (তুমি) ব্ৰহ্ম (ব্ৰহ্ম বুলি) বিদ্ধি (জানা); ইদম্ যৎ (এই যে চকুৰদ্বাৰা দৃশ্য অনাত্মবস্তুক) উপাসতে ('লোকে' উপাসনা কৰে), ইদম্ ন (এই দৃশ্য তত্ত্ব ব্ৰহ্ম নহয়) ॥৬॥

চক্ষুৰিন্দ্ৰিয়ৰদ্বাৰা দেখি যিবোৰ বিষয় জানিব পাৰি তথা প্ৰাকৃত চকুৰদ্বাৰা দৃষ্টিগোচৰ হোৱা যিবোৰ অনাত্ম বস্তুক ব্ৰহ্মবুলি উপাসনা কৰা হয়, সি ব্ৰহ্মৰ বাস্তৱিক ৰূপ নহয়। পৰমেশ্বৰ পৰব্ৰহ্ম সৰ্বতোভাৱে চকু আদি ইন্দ্ৰিয়-বোৰৰ অতীত। জনা উচিত যে, যাৰ শক্তি আৰু প্ৰেৰণা পাই চকু আদি জ্ঞানেন্দ্ৰিয়বিলাকে নিজৰ নিজৰ বিষয় উপলব্ধি

কৰিবলৈ সমৰ্থ হয়, যি সেইবোৰ বিষয়ৰ জ্ঞাতা আৰু সেই বিষয়বোৰৰ অনুভৱ কৰিবলৈ ইন্দ্ৰিয়সমূহক নিযুক্ত কৰোঁতা তথা যাৰ শক্তিৰ সামান্যতম অংশৰ এনে মহিমা, সেয়ে ব্ৰহ্ম।

[ এই মন্ত্ৰৰ দ্বাৰা 'কাৰ শক্তি আৰু প্ৰেৰণাত চকুৱে নিজ বিষয়বোৰ দেখে ?' এই প্ৰশ্নৰ উত্তৰ দিয়া হ'ল ] ॥৬॥

**য়চ্ছ্ৰোত্ৰেণ ন শৃণোতি য়েন শ্ৰোত্ৰমিদং শ্ৰুতম।**
**তদেৱ ব্ৰহ্ম ত্বং ৱিদ্ধি নেদং য়দিদমুপাসতে ॥৭॥**

যৎ ( যাক শ্ৰোত্ৰেন ( কাণৰদ্বাৰা ) ন শৃনোতি ( 'কোনেও' নুশুনে ), য়েন ( যাৰদ্বাৰা ) ইদম্ শ্ৰোত্ৰম্ ( এই কৰ্ণেন্দ্ৰিয়ই ) শ্ৰুতম্ শুনিব পাৰে ), তৎ এৱ ত্বম ব্ৰহ্ম ৱিদ্ধি ( তাকেই তুমি ব্ৰহ্ম বুলি জানা ) ; ইদম্ য়ৎ ( এই যে কাণ ইন্দ্ৰিয়ৰদ্বাৰা উপলব্ধি হোৱা অনাত্ম বস্তুক ) উপাসতে ( লোকে উপাসনা কৰে ), ইদম্ ন ( ই ব্ৰহ্ম নহয় ) ॥৭॥

কাণেৰে শুনি সিবোৰ বিষয় জানিব পাৰি তথা প্ৰাকৃত কৰ্ণেন্দ্ৰিয়ৰদ্বাৰা শুনি জানিবপৰা যিবোৰ অনাত্ম-বস্তুক ব্ৰহ্ম বুলি উপাসনা কৰা হয়, সি ব্ৰহ্মৰ বাস্তৱিক ৰূপ নহয়। পৰমেশ্বৰ পৰব্ৰহ্ম সৰ্বতোভাৱে কৰ্ণেন্দ্ৰিয়ৰ অতীত। তেওঁৰ বিষয়ে ইমানকেই মাত্ৰ কব পাৰি যে, যাৰ শক্তিৰ সামান্যতম অংশ পাই কাণে শুনিবলৈ সমৰ্থ হয়, যি শুনিব-লগা বিষয়বোৰৰ জ্ঞাতা আৰু সেইবোৰ বিষয় শুনি গ্ৰহণ কৰিবলৈ প্ৰেৰণা দিওঁতা, সেই মহামহিম তত্ত্বই ব্ৰহ্ম।

[ এই মন্ত্ৰৰদ্বাৰা 'কাৰ প্ৰেৰণাত কাণে নিজ বিষয়—শ্ৰৱণত নিযুক্ত থাকে' ? এই প্ৰশ্নৰ উত্তৰ দিয়া হ'ল ] ॥৭॥

**যৎ প্রাণেন ন প্ৰাণিতি য়েন প্ৰাণঃ প্ৰণীয়তে।**
**তদেৱ ব্ৰহ্ম ত্বং ৱিদ্ধি নেদং য়দিদমুপাসতে ॥৮॥**

যৎ (যি) প্রাণেন (প্ৰাণৰদ্বাৰা) ন প্ৰাণিতি (চেষ্টাযুক্ত নহয়), যেন (যাৰদ্বাৰা) প্ৰাণ: প্ৰণীয়তে (প্ৰাণ চেষ্টাশীল হয়), তৎ এৱ ত্বম্ ব্ৰহ্ম ৱিদ্ধি (তাকেই তুমি ব্ৰহ্ম বুলি জানা); ইদম্ যৎ (এই যে প্ৰাণৰ শক্তিৰে চেষ্টাশীল যি বোৰ অনাত্মতত্ত্বক) উপাসতে (লোকে উপাসনা কৰে), ইদম্ ন (ই ব্ৰহ্ম নহয়) ॥৮॥

প্ৰাণৰদ্বাৰা প্ৰাণীসমূহ চেষ্টাশীল হয়; চেষ্টাশীলতাই প্ৰাণৰ বিষয়-স্বভাৱ। প্ৰাকৃত প্ৰাণৰদ্বাৰা চেষ্টাযুক্ত দেখি যি অনাত্মতত্ত্বক ব্ৰহ্ম বুলি উপাসনা কৰা হয়, সি ব্ৰহ্মৰ যথাৰ্থ স্বৰূপ নহয়। পৰম পুৰুষ পৰব্ৰহ্ম সৰ্বতোভাবে প্ৰাণৰ অতীত। তেওঁৰ বিষয়ে মাত্ৰ ইয়াকেই কব পাৰি যে, যি প্ৰাণৰ জ্ঞাতা, শক্তি-দাতা আৰু প্ৰেৰণ কৰোঁতা তথা যাৰ শক্তিৰ সামান্যতম অংশ পাই সেই মুখ্যপ্ৰাণে প্ৰাণী-সকলক চেষ্টাযুক্ত কৰাৰ সামৰ্থ্য লাভ কৰে, তেঁৱেই অচিন্ত্য মহিমামণ্ডিত পৰাৎপৰ পূৰ্ণব্ৰহ্ম।

[ এইমন্ত্ৰত 'কাৰদ্বাৰা নিযুক্ত হৈ প্ৰধান প্ৰাণে প্ৰাণী-বোৰক অনুপ্ৰাণিত কৰে' এই প্ৰশ্নৰ উত্তৰ দিয়া হ'ল।

তাৎপৰ্য এই যে মন প্ৰাণ আৰু ইন্দ্ৰিয় আদি প্ৰাকৃত, গতিকে সেইবিলাকৰদ্বাৰা যিবোৰবিষয়ৰ উপলব্ধি হয়, সেই সমস্তই প্ৰাকৃত। এই কাৰণে সেইবোৰক পৰব্ৰহ্ম ভগৱন্তৰ যথাৰ্থ স্বৰূপ বুলি মানিব নোৱাৰি। গতিকে সেইবিলাকৰ উপাসনাও ভগৱন্তৰ উপাসনা নহয়। ভ্ৰম বশতঃ যেতিয়া

লেজু ( বচা ) এডালক সাপ বুলি ভ্রম হয়. তেতিয়া লেজুডালেই যেনেকৈ লেজু-সাপৰ আত্মা, অর্থাৎ লেজুক বাদ দি সাপৰ কোনো পৃথক্ অস্তিত্ব নাই, সেইদৰে ব্রহ্মও মন, প্রাণ আদিৰ আত্মা; ব্রহ্মৰ বাহিৰে সেইবোৰৰ কোনো পৃথক্ সত্তা নাই। সেইকাৰণেই গুৰুৱে বুজালে যে মন, বুদ্ধি, প্রাণ, ইন্দ্রিয় এই সবাৰো উপৰি—এইবোৰৰ অগম্য অথচ এই সমুদায়ৰে জ্ঞাতা, বিধাতা, ভিন্ন-ভিন্ন বিষয়লৈ প্রেৰয়িতা, বিভিন্ন শক্তিপ্রদাতা, অপ্রাকৃত, নিত্য, সর্বজ্ঞ যি পৰম তত্ত্ব, সেই তত্ত্বই ব্রহ্মৰ ( যি সর্ববৃহৎ, গতিকে অদ্বিতীয় ) স্বৰূপ ॥৮॥

॥ প্রথম খণ্ড সমাপ্ত ॥১।



## দ্বিতীয় খণ্ড

যদি মন্যসে সুবেদেতি দভ্রমেবাপি
নূনং ত্বং বেত্থ ব্রহ্মণো রূপম্ ।
যদস্য ত্বং যদস্য দেবেষ্বথ নু
মীমাংস্যমেব তে মন্যে বিদিতম্ ॥১॥

যদি ত্বম্ ( যদি তুমি ) সুবেদ ইতি ( 'মই ব্রহ্মক' ভালকৈ জানিলোঁ বুলি ) মন্যসে ( মনত ভাবিছা ), অপি নূনম্ ( তেনেহলে নিশ্চয় ) ব্রহ্মণঃ রূপম্ ( পৰব্রহ্মৰ স্বৰূপ ) দভ্রম্ এব ( অলপমান ( মাত্রহে ) বেত্থ ( জানিছা ), [ কিয়নো ] অস্য ( এই পৰব্রহ্মৰ ) যৎ (যি

আংশিক ৰূপ) ত্বম্ (তুমি), অস্য (আৰু এই পৰব্ৰহ্মৰ) যৎ (যি আংশিক ৰূপ) দেৱেষু (দেৱতাসকলত বিদ্যমান), [এই সকলো অংশ মিলিও অল্পইহে।] অথ নু (এই নিমিত্তে) মন্যে (মই ভাবোঁ যে), তে (তোমাৰ) বিদিতম্ (জনা-শুনা বা স্বৰূপটো) মীমাংস্যম্ এব (নিঃসন্দেহে বিচাৰ কৰিবলগীয়া)॥১॥

[গুৰুৱে শিষ্যক সাৱধান কৰি কৈছে যে] মই বুজোৱা ব্ৰহ্মতত্ত্বৰ উপদেশ শুনি তুমি যদি এনেদৰে ভাবা যে, 'মই ব্ৰহ্মক ভালদৰে জানিলোঁ', তেনেহলে নিশ্চয় তুমি ব্ৰহ্মস্বৰূপৰ অতি সামান্যমাত্ৰহে জানিলা; কিয়নো, সেই পৰব্ৰহ্মৰ যি ক্ষুদ্ৰতম অংশ তুমি জীৱাত্মা, তাক, আৰু সমুদায় দেৱতাত—মন, বুদ্ধি, প্ৰাণ, ইন্দ্ৰিয় আদিত যি ব্ৰহ্মৰ অংশ আছে, যাৰ দ্বাৰা সেই সকলে নিজ নিজ কাম কৰিবলৈ শক্তি আৰু প্ৰেৰণা পায় তাক—যদি তুমি ব্ৰহ্ম বুলি ভাবিছা, তেন্তে সি সঠিক জনা হোৱা নাই। ব্ৰহ্মস্বৰূপ সেইমাত্ৰই নহয়। সমস্ত জীৱাত্মা আৰু—সমস্ত দেৱতা-তথা বিশ্বব্ৰহ্মাণ্ডত পৰিব্যাপ্ত ব্ৰহ্মৰ যি শক্তি, সেই সকলো লগলাগিও পৰব্ৰহ্মৰ এক অংশ মাত্ৰহে হয় ("পাদোঽস্য বিশ্বা ভূতানি"—পুৰুষসূক্ত)। সেইকাৰণে মই ভাবোঁ—তুমি 'জানিলোঁ' বুলি ভবা ব্ৰহ্মতত্ত্ব তোমাৰ কাৰণে আজিও বিচাৰ্য-বিষয় হৈয়ে থাকিল॥১॥

**নাহং মন্যে সুবেদেতি নো ন বেদেতি বেদ চ।**
**যো নস্তদ্বেদ তদ্বেদ নো ন বেদেতি বেদ চ॥২॥**

সুবেদ ইতি (ব্ৰহ্মক ভালদৰে জানিলোঁ বুলি) অহম্ ন মন্যে (মই ভবা নাই), ইতি নো (এইটোও নহয় যে) ন বেদ (নাই জনা), বেদ চ জানিছোঁও; [ কিন্তু এই জনা অসাধাৰণ— ]) নঃ (আমাৰ) ভিতৰত) যঃ (য কোনোৱে) তৎ (সেই ব্ৰহ্মক) বেদ (জানিছে তৎ চ (সিয়ো মই কোৱা দৰেই) বেদ (জানে 'যে') বেদ (মই জানোঁ 'আৰু') ন বেদ নাজানোঁ) ইতি (এই দুয়োটাই) নো (নহয়)।২॥

[ শিষ্যই ধীৰভাৱে বিচাৰ কৰি এনেভাৱে 'নিজৰ অনুভৱ গুৰুদেৱৰ আগত প্ৰকাশ কৰিলে যে', "মই এনেকৈ ভবা নাই যে মই ব্ৰহ্মক ভালদৰে জানিলোঁ, সেইবুলি এইটোও নহয় যে মই ব্ৰহ্মক জনা নাই ; কিয়নো, তেওঁক তো জানিছোঁও ; তথাপি মই বুজোঁ, মোৰ এই জনা কোনো জ্ঞাত কোনো জ্ঞেয় বস্তু জনাৰ নিচিনা নহয ; তাতকৈ ই সম্পূৰ্ণ বেলেগ—অসাধাৰণ ; এই কাৰণেই কৈছোঁ যে মই ব্ৰহ্মক জনা নাই—এইটোও নহয আৰু জানিলোঁ—এইটোও নহয় ; তথাপিও তেওঁক মই জানোঁ। আমাৰ শিষ্যসকলৰ ভিতৰত যি মই কোৱা দৰেই জনা আৰু নজনাৰ তাৎপৰ্য জানে তেৱেঁই সেই ব্ৰহ্মক যথাৰ্থতে জানে" ॥২॥

**যস্যামতং তস্য মতং মতং যস্য ন বেদ সঃ।**
**অবিজ্ঞাতং বিজানতাং বিজ্ঞাতমবিজানতাম্ ॥৩॥**

যস্য (যাৰ) অমতম্ (ব্ৰহ্ম' অবিজ্ঞেয় বুলি অভিমত) তস্য (তেওঁৰ) মতম (ব্ৰহ্ম' জনা হ'ল), যস্য ('আৰু' যাৰ) মতম্

('ব্ৰহ্মক' জনা হ'ল বুলি অভিমত ), সঃ ( তেওঁ ) ন বেদ ( নাজানে ) ; [ কাৰণ ] — বিজানতাম্ ( জনাৰ অভিমান প্ৰকাসকলৰ ) অবিজ্ঞাতম্ (ব্ৰহ্ম অজানিতেই থাকে ), অবিজানতাম্ ( "জানোঁ" বুলি অভিমান নথকা সকলৰ 'কিন্তু' ) বিজ্ঞাতম্ ( ব্ৰহ্মতত্ত্ব জনা হৈ যায় ) ।।৩।।

[ উপৰোক্ত গুৰু-শিষ্য সংবাদৰ সমাধানত স্বয়ং শ্ৰুতিৰ উপদেশ যে যি জন মহাপুৰুষে পৰব্ৰহ্ম ভগৱন্তক যথাৰ্থত জানিব পাৰিলে, তেওঁৰ অন্তৰত কিঞ্চিৎমানো এনে অভিমান নাথাকে যে মই ভগৱন্ত পৰমপুৰুষক জানিলোঁ। তেওঁ সৰ্বেশ্বৰৰ অসীম অনন্ত মহিমা-মহাৰ্ণৱত নিমজ্জিত হৈ ইযাকে মাত্ৰ বুজে যে, অসীমৰ সীমা-নিৰ্ণয় সসীমৰ দ্বাৰা কেনেকৈ সম্ভৱ হব ? তেওঁ নিজে, ধৰা নিদিলে কোন এনে জ্ঞানশালী দ্বিতীয় ব্যক্তি আছে — যি সেই অচিন্ত্য অনন্ত শক্তিৰ আধাৰ পৰম — পুৰুষক জানিবলৈ— তেওঁৰ মহিমা-মহাসাগৰৰ পাৰ পাবলৈ সমৰ্থ হব পাৰে ? সেই কাৰণে যি 'ব্ৰহ্মক জানিলোঁ। বুলি মানি নিজক ব্ৰহ্মজ্ঞানী অৰ্থাৎ ভগৱন্তৰ যথাৰ্থস্বৰূপ জানোঁতা ভাবে, তেওঁ দৰাচলতে ভ্ৰমতে পৰি আছে। কিয়নো 'জানো' বুলিলেই বস্তুত প্ৰাকৃত বিষয়েই জনা নহয়, তাতে আকৌ এই ভগৱত্তত্ত্বজ্ঞান অপ্ৰাকৃত, অলৌকিক। জ্ঞানৰ যিমানবোৰ সাধন আছে, সেই বোৰৰ ভিতৰত এনে এটিও নাই, যে যি সেই ব্ৰহ্মপৰ্যন্ত যাবলৈ সমৰ্থশালী। এইকাৰণেই কোৱা হৈছে যে, এনে ব্ৰহ্মজ্ঞানী বোলোৱা লোকৰ কাৰণে ব্ৰহ্ম অজ্ঞাত ৰূপেই থাকি যায়। আচল কথা যেতিয়ালৈকে জনাৰ অভিমান

থাকিব ( ইয়ো মায়া মোহ-এই মোহত মগ্ন থাকিব ], সেই পৰ্যন্ত ভগৱন্তৰ সাক্ষাৎকাৰ অসম্ভৱেই থাকিব। কিন্তু, যাৰ জনাৰ অভিমান নাই, তেনে ভাগ্যৱান্ মহাপুৰুষেই তেওঁৰ কৃপাধন্য হৈ সেই পুৰুষোত্তমৰ সাক্ষাৎকাৰ পায় ॥৩॥

প্ৰতিবোধৱিদিতং মতমমৃতত্বং হি বিন্দতে।
আত্মনা বিন্দতে বীৰ্য়ং বিদ্যয়া বিন্দতেঽমৃতম্ ॥৪॥

প্ৰতিবোধবিদিতম্ (পূৰ্বোক্তপ্ৰতিবোধ অৰ্থাৎ সংকেতৰূপৰ উৎপন্ন জ্ঞানেই ) মতম্ ( প্ৰকৃত জ্ঞান ), হি ( কিয়নো, উক্ত জ্ঞানৰ ফলত) অমৃতত্বম্ ( সনাতন ব্ৰহ্মক ) বিন্দতে ( জ্ঞানীজনে লাভ কৰে)। আত্মনা ( অন্তৰ্যামী পৰমাত্মাৰদ্বাৰা ) বীৰ্যম্ ( পৰমাত্মাক জানিব-পৰা শক্তি—জ্ঞান ) বিন্দতে ( পায় ), বিদ্যয়া ( 'আৰু সেই পৰমাত্ম'-জ্ঞানৰদ্বাৰা ) অমৃতম্ ( অমৃতময় ভগৱন্তক ) বিন্দতে (লাভ কৰে) ॥৪॥

পূৰ্বোক্তবৰ্ণনাত পৰমাত্মা পুৰুষোত্তমৰ স্বৰূপ যি দৰে উপদেশ দিয়া হ'ল, তাক ভালদৰে বুজিব পৰাই হ'ল প্ৰকৃত জ্ঞান, কিয়নো এই জ্ঞানৰ ফলত হে জ্ঞানীজনে চিৰন্তন ব্ৰহ্মক লাভ কৰে। পৰমাত্মা পৰব্ৰহ্মৰ বোধ জন্মায় যি জ্ঞানৰূপী শক্তিয়ে, সি সৰ্বজীৱৰ অন্তৰ্যামী ( অন্তৰত বাস কৰা ) পৰমাত্মা পুৰুষৰপৰাই তেওঁৰ কৃপাপ্ৰাপ্ত পুৰুষে লাভ কৰে আৰু সেই জ্ঞান হলে তেওঁক জানিবলৈ একান্ত আগ্ৰহ আৰু উৎসাহৰ ফলত তেওঁৰ যথাৰ্থস্বৰূপ জানিব পাৰে। এই প্ৰকাৰে সেই ভগৱন্ত পুৰুষোত্তম জ্ঞানগম্য হলে সেই পুৰুষে ভগৱন্তৰ বৈকুণ্ঠ ( য'ত কোনো কুণ্ঠা বা

সন্দেহে চিত্তচাঞ্চল্য ঘটাব নোৱাৰে )—যাহতে বায়—মোক্ষলাভ হয়।

[ ঘটাকাশ যেনেকৈ মহাকাশতকৈ ভিন্ন নহয়, একেই নিৰ্বিশেষ, বিশুদ্ধ; সেইদৰে প্ৰতি প্ৰাণীৰ অন্তৰ্যামী আত্মাও পৰমাত্মাৰ সৈতে অভিন্ন, অবিশেষ, বিশুদ্ধ আৰু এক, তথা ক্ষয়-বৃদ্ধি ৰহিত নিত্য। এই অবিনাশী আত্মাৰ তত্ত্বানুসন্ধানেই বিদ্যা বা জ্ঞান; তদ্ভিন্ন সকলোই অবিদ্যা বা অজ্ঞান। 'যি পিণ্ডত সেয়ে ব্ৰহ্মাণ্ডত' অৰ্থাৎ এই নশ্বৰ দেহ-ইন্দ্ৰিয়াদিৰ অতিৰিক্ত যি অবিনশ্বৰ আত্মতত্ত্ব আৰু নামৰূপাত্মক নশ্বৰ ব্যক্ত জগতত পৰিব্যাপ্ত যি অবিনশ্বৰ পৰমাত্মতত্ত্ব—এই উভয়েই এক। জীৱই অবিদ্যাজনিত মায়ামুক্ত হলেই এই একত্বৰ অনুভূতি প্ৰাপ্ত হয় আৰু এয়েই প্ৰকৃত জ্ঞান ( গীতা ১৩।৭—১১ )।

"যিহেতু চৈতন্যপূৰ্ণ, পৰমাত্মাৰূপে হৰি,
হৃদয়ত আছন্ত প্ৰকাশি"।

তথা— "আত্মা ঈশ্বৰক লাগ, প্ৰত্যক্ষে সততে পায়,
নাপায় জানা তাক অবিদ্যাত" ( নামঘোষা )

সূতসংহিতাত উক্ত আছে—

স্বভাবধৰূপং ব্ৰহ্ম স্বভাবাদেৱ গম্যতে।
যদাত্মধৰ্মৈৰ্যথায়াতং চিত্তং বিষয়বিচ্যুতম্॥

( ব্ৰহ্মৰ স্বৰূপ স্বভাৱ অৰ্থাৎ জীৱাত্মা; এই জীৱৰূপ আত্মাৰ জ্ঞান হলেই ব্ৰহ্ম বা পৰমাত্মাৰ জ্ঞান হয়। এই জ্ঞান তেতিয়া হয়—যেতিয়া বিষয়-বাসনা মুক্ত হৈ চিত্তই অন্তৰ্মুখী হৈ অন্তৰাত্মাৰ সমীপলৈ যায়। )] ॥৪॥

ইহ চেদবেদীদথ সত্যমস্তি
ন চেদিহাবেদীন্মহতী বিনষ্টিঃ।
ভূতেষু ভূতেষু বিচিত্য ধীৰাঃ
প্ৰেত্যাস্মাল্লোকাদমৃতা ভবন্তি ॥৫॥

চেৎ ( যদি ) ইহ ( এই মনুষ্যজীৱনত ) অবেদীৎ ( 'পৰমাত্মাৰ' জ্ঞান হ'ল ), অথ ( তেনেহলে ) সত্যম্ ( কৃতাৰ্থতা ) অস্তি ( হয় ); চেৎ ( যদি ) ইহ ( এই মনুষ্য জন্মতে ) ন অবেদীৎ ( পৰমাৰ্থজ্ঞান নহ'ল ), মহতী বিনষ্টিঃ ( 'তেতিয়া হলে তো' অত্যন্ত হানি হ'ল ) [ এই বিবেচনা কৰি ] ধীৰাঃ ( বিবেকী সকলে ) ভূতেষু ভূতেষু ( প্ৰাণীমাত্ৰতে ) বিচিত্য ( ব্ৰহ্ম সাক্ষাৎকাৰ কৰি ) অস্মাৎ লোকাৎ ( এই লোকৰ পৰা ) প্ৰেত্য ( প্ৰয়ান কৰি ) অমৃতাঃ ভবন্তি ( অমৰ হৈ যায় ) ॥৫॥

[ এই মনুষ্যদেহতেই পৰমাৰ্থতত্ত্বজ্ঞানৰ একান্ত আৱশ্যকতাৰ কথা কোৱা হৈছে ]—এই অত্যন্ত দুৰ্লভ মানৱীজনম লাভ কৰি তৎপৰতাৰে সৈতে ভগৱৎপ্ৰাপ্তিৰ সাধনাত যিলোকে পৰাঙ্মুখ হয়, তেওঁ বৰ ভুল কৰে। এই কাৰণে লোকহিতৈষিণী শ্ৰুতিয়ে উপদেশ দিছে যে, 'হে মানৱ! এই দুৰ্লভ মানৱী দেহা থাকোঁতে,—থাকোঁতেই, ভগৱৎস্বৰূপ উপলব্ধিৰ কাৰণে জ্ঞান পাবলৈ তেওঁৰ কৃপাৰূপ সাধনাসামগ্ৰী সম্বল কৰি অতি শীঘ্ৰে পৰম পুৰুষাৰ্থ পৰমাত্মা পুৰুষক জানি লোৱা; তেহে তোমাৰ মানৱীজনম সাৰ্থক হব। নহয় নহলে—

"দুৰ্লভ মনুষ্যজন্ম ভাৰতত পাইলো।
তোমাক নেসেৱি বৃথা জনম গোৱাইলো

বিষয়ত ভোল হয়া কৰিলোঁহো ভোগ"-
হলে— "তাৰ ফলে শৃগাল-শ্বানৰ হৈলো যোগ" ॥
অৱশ্যেই বিবিধ যোনি-যন্ত্রণা ভুগি সংসাৰ-প্রৱাহত উটি-বুৰি থাকিব লাগিব। আমি জনা উচিত—মনুষ্য জনমৰ বাহিৰে আৰু যিমানবোৰ যোনি আছে, সেই আটাইবোৰ কর্ম-ফল ভোগৰ নিমিত্তে ভোগ-যোনি। সেইবোৰ জনমত পৰমার্থৰ সাধন তো দূৰৰ কথা, তাৰ একো ভু-এই নাথাকে। তাকে চাই সংসাৰ-নিকাৰৰণৰা বাচিবলৈ হলে—
"এভু তুৱা দাস বুলি কৰিয়ো উদ্ধাৰ"—
ভাবনাৰে পৰমেশ্বৰৰ শৰনাপন্ন হৈ পৰমাত্মাৰ তত্ত্বজ্ঞান লাভৰ চেষ্টাত ব্রতী হোৱা—মনুষ্যজন্ম কৃতার্থ কৰা উচিত। বিবেক-বুদ্ধি থকা লোক সকলে এই কথা বুজে, তেওঁলোকে প্রাণীমাত্রতে ভগবৎ সত্তা উপলব্ধি কৰি—
"একো বস্তু নাহিকে তোমাত ব্যতিৰেক"—
এই জ্ঞান লাভৰ ফলত অনন্তকাললৈ সংসাৰৰূপ জনম-মৰণ দুখৰ-পৰা মুক্ত হৈ অমৃতময় পৰমধাম লাভ কৰে॥৫॥

॥ দ্বিতীয় খণ্ড সমাপ্ত ॥



## তৃতীয় খণ্ড

**ব্রহ্ম হ দেৱেভ্যো বিজিগ্যে তস্য হ ব্রহ্মণো বিজয়ে দেৱা অমহীয়ন্ত ত ঐক্ষন্তাস্মাকমেৱায়ং বিজয়োঽস্মাক-মেৱায়ং মহিমেতি ॥১॥**

ব্ৰহ্ম হ ( পৰব্ৰহ্ম পৰমেশ্বৰেই ) দেৱেভ্যঃ ( দেৱতাসৱৰ নিমিত্তে 'তেওঁলোকক নিমিত্তমাত্ৰ কৰি' ) বিজিগ্যে ( অসুৰবোৰক পৰাজিত কৰিলে )। হ ( কিন্তু ) তস্য ব্ৰহ্মণঃ ( সেই পৰব্ৰহ্মৰ ) বিজয়ে ( বিজয়ত ) দেৱাঃ ( দেৱতাসকল ) অমহীয়ন্ত ( মহিমান্বিত হ'ল )। তে ( সেই সকলে ) ইতি ঐক্ষন্ত ( এনেকৈ হে বুজিলে 'যে' ) অয়ম্ বিজয়ঃ (এই জয়) অস্মাকম্ এব ( আমাৰেই ) ; অস্মাকম্ এব অয়ম্ মহিমা ( আমাৰেই এই মহিমা )॥১॥

[ প্ৰথম খণ্ডত ব্ৰহ্মৰ স্বৰূপ বুজাবলৈ বিভিন্ন প্ৰকাৰে তেওঁৰ শক্তিৰ সংকেত দি দিগদৰ্শনমাত্ৰ কৰোৱা হ'ল। দ্বিতীয় খণ্ডত ব্ৰহ্ম-জ্ঞানৰ বৈশিষ্ট্য বুজাবলৈ কোৱা হ'ল যে, পূৰ্বখণ্ডৰ বৰ্ণনা মতে আপাততঃ ব্ৰহ্মৰ যি স্বৰূপ বুজা যায়, প্ৰকৃততে তেওঁৰ সেয়ে পূৰ্ণ ৰূপ নহয়। সেয়া তো তেওঁৰ মহিমাৰ অংশ মাত্ৰ, জীৱাত্মা, প্ৰাণ, মন বুদ্ধি ইন্দ্ৰিয় আদি আৰু সেইবোৰত অধিষ্ঠাতা দেৱতাবৃন্দ—এই সবেই তেওঁৰপৰা শক্তিমন্ত, প্ৰেৰিত আৰু অনুপ্ৰাণিত হৈ নিজ নিজ কাৰ্যকৰণত সমৰ্থ হয়। সম্প্ৰতি এই তৃতীয় খণ্ডত দৃষ্টান্তৰদ্বাৰা বুজাব যে, এই সমগ্ৰ বিশ্বত যি কোনো প্ৰাণী বা পদাৰ্থ শক্তিমান্, সুন্দৰ, আৰু প্ৰিয়ৰূপে আকৰ্ষণীয় হয় আৰু আকৰ্ষণীয়তাৰ নিদৰ্শনৰূপে সেই সকলক যি যি সফলতাই মহিমান্বিত কৰে, সেই সমস্তই সেই পুৰুষোত্তম পৰব্ৰহ্মৰ মহিমাৰ অংশ মাত্ৰ ( গীতা ১০।৪১ )। তাত কৰ্তৃত্বাদি অভিমান হলে ভুল কৰা বুলা হয় ( গীতা ৫।১৪ )।]—

দেৱাসুৰৰ সংগ্ৰামত ভগৱন্ত পুৰুষোত্তমে দেৱতাসকলৰ প্ৰতি কৃপা কৰি তেওঁলোকৰদ্বাৰাই অসুৰবোৰক পৰাজিত কৰিলে। যথাৰ্থতে সেই বিজয় সৰ্বকাৰণ পৰম প্ৰভু ভগৱন্তৰ, দেৱতা সকল নিমিত্তমাত্ৰ। ( কুৰুক্ষেত্ৰ-সমৰত পাণ্ডৱৰ জয় যে ভগৱন্তৰ, অৰ্জুন আদি নিমিত্ত মাত্ৰ এই কথা ভগৱান্ শ্ৰীকৃষ্ণই নিজেই গীতাত কলে ১১।৩৩ )। পুৰুষোত্তমৰ এই বিজয়-মহিমা, দেৱতা সকলে নিজৰ মহিমা, বুলি অভিমানী হ'ল। তেওঁলোকে ভাবিলে, 'আমি আমাৰ শক্তিৰে অসুৰবোৰক পৰাজিত কৰিলোঁ'— এনে আমাৰ মহিমা! ॥১॥

তদ্ধৈষাং বিজজ্ঞৌ তেভ্যো হ প্ৰাদুৰ্বভূব
তন্ন ব্যজানত কিমিদং যক্ষমিতি ॥২॥

হ তৎ ( প্ৰসিদ্ধি আছে যে, সেই পৰব্ৰহ্মই ) এষাম্ ( এই দেৱতাসকলৰ 'মিছা অভিমান' ) বিজজ্ঞৌ ( জানিলে, 'আৰু তেওঁ-লোকৰ মিছা গৰ্ব খৰ্ব কৰিবলৈ কৃপা কৰি') তেভ্যঃ হ (তেওঁলোকৰ সম্মুখতেই ) প্ৰাদুৰ্বভূব ( সাকাৰৰূপত প্ৰকটিত হ'ল )। তৎ ( সেই সাকাৰ ব্ৰহ্মমূৰ্তি 'দেখি' ) ইদম্ যক্ষম্ কিম্ ( এই পূজনীয় মূৰ্তি কোন ? ) ইতি ( এই কথা ) ন ব্যজানত ( দেৱতাসকলে জানিব নোৱাৰিলে ) ॥২॥

সৰ্বান্তৰ্যামী করুণানিধি ভগৱানে দেৱতাসকলৰ অন্তৰত ওপজা মিছা অভিমানৰ কথা অৱশ্যেই জানিলে। ভক্ত-বৎসল ভগৱন্তই দেখিলে যে, এই অভিমান থাকি যায়

যদি এওঁলোকৰ পতন নিশ্চিত। ভক্তবাঞ্ছাৰে ভক্তৰ অধঃ-পতন সহিব কেনেকৈ? তেওঁ কৃপা কৰি দেৱতাসমূহৰ গৰ্ব খৰ্ব কৰিবলৈ তেওঁলোকৰ সন্মুখতেই আবিৰ্ভূত হ'ল—এক মহান, পূজ্যৰূপ ধাৰণ কৰি। দেৱতা সকলে আশ্চৰ্য-চকিত হৈ সেই অদ্ভূত বৃহৎ-পূজনীয় মূৰ্তি দেখি একো নিৰ্ণয় কৰিব নোৱাৰিলে যে, এই পৰমাশ্চৰ্য যষ্টব্য-মূৰ্তি কোন? ॥২॥

**তেঽগ্নিমব্রুবন্ জাতবেদ এতদ্**
**বিজানীহি কিমিদং যক্ষমিতি তথেতি ॥৩॥**

তে ( সেই ইন্দ্ৰাদি দেববৃন্দই ) অগ্নিম্ অব্ৰুবন্ ( অগ্নিদেৱক কলে )—জাতবেদঃ ( সমস্তজাতপদাৰ্থৰ জ্ঞাতা হে সৰ্বজ্ঞ অগ্নি! ) ইদম্ যক্ষম্ কিম্ ( এই যষ্টব্য মূৰ্তি কোন— ) এতৎ বিজানীহি ইতি ( এই কথা ভালকৈ জানি আহাঁগৈ )। তথা ইতি ( ভাল, সেয়ে হওক বুলি 'অগ্নিয়ে কলে' ) ॥৩॥

**তদভ্যদ্ৰৱৎ তমভ্যৱদৎ কোঽসীত্যগ্নিৰ্বা**
**অহমস্মীত্যব্ৰবীজ্জাতবেদা বা অহমস্মীতি ॥৪॥**

তৎ ( তেওঁৰ ওচৰলৈ ) অভ্যদ্ৰৱৎ ( 'অগ্নিদেৱ' দৌৰি গ'ল ), তম্ ( সেই অগ্নিক ) অভ্যৱদৎ ( সেই দিব্য মূৰ্তিয়ে সুধিলে )—কঃ অসি ইতি ( তুমি কোন হে? ) অব্ৰবীৎ ( 'অগ্নিয়ে' কলে ) অহম্ বৈ অগ্নিঃ অস্মি ( মই প্ৰসিদ্ধ অগ্নিদেৱতা )। ইতি অহম্ বৈ ( আৰু ময়েই ) জাতবেদাঃ অস্মি ইতি ( জাতবেদা নামেও প্ৰখ্যাত ) ॥৪॥

অগ্নিদেৱ তুৰন্তে যক্ষৰ ওচৰ পালেগৈ। নিজৰ ওচৰত উপস্থিত হোৱা তেওঁক সেই দিব্য যক্ষই সুধিলে— তুমি কোন হে? অগ্নিয়ে ভাবিলে—প্রদীপ্ত তেজঃপুঞ্জ-স্বৰূপ মোক নজনাও কোনোবা থাকেনে? তেওঁ গর্বেৰে উত্তৰ দিলে—'মই সুবিখ্যাত অগ্নি, ময়েই জাতবেদা এই গৌৰবিত নামেৰেও জনাজাত' ॥৪॥

তস্মিংস্ত্বয়ি কিং বীর্যমিতি। অপীদং সর্বং দহেয়ম্, যদিদং পৃথিব্যামিতি ॥৫॥

তস্মিন্ ত্বয়ি (সেই সুবিখ্যাত নামী তোমাত) কিম্ বীর্যম্ (কি সামর্থ্য)—ইতি (এইটো কোঁৱাচোন)। [অগ্নিয়ে কলে]—অপি (যদি মই ইচ্ছা কৰোঁ), পৃথিব্যাম্ (পৃথিবীত) ইদম্ যৎ (এই যি কিছু আছে), ইদম্ সর্বম্ (এই সকলোকে) দহেয়ম্ ইতি (পুৰি ছাই কৰিব পাৰোঁ) ॥৫॥

অগ্নিৰ গর্বিত-বচন শুনি যক্ষৰূপী ব্রহ্মই একো নজনাৰ দৰে কলে—'বাক বুজিলোঁ, আপুনি সমস্তদেৱতাৰ অগ্রগনী আৰু সৰ্ব খবৰ ৰাখোঁতা স্বনামখ্যাত অগ্নিদেৱ। পিছে কওকচোন, আপোনাৰ সামর্থ্য কি? আপুনি কি কৰিব পাৰে'? তেতিয়া আকৌ সগর্বে অগ্নিয়ে কলে—'মই কি কৰিব পাৰোঁ, আপুনি নাজানে? হেঃ! মই যদি ইচ্ছা কৰোঁ, এই গোটেই পৃথিবীত যি কিছু আছে, এই সমস্তকে পুৰি ছাইৰ দ'মত পৰিণত কৰিব পাৰোঁ ॥৫॥

**তস্মৈ তৃণং নিদধাবেতদ্দহেতি। তদুপপ্রেয়ায় সর্বজবেন তন্ন শশাক দগ্ধুং স তত এব নিববৃতে, নৈতদশকং বিজ্ঞাতুং যদেতদ্ যক্ষমিতি ॥৬॥**

এতৎ দহ (এই ডাল পোৰা) ইতি (এই বুলি) তস্মৈ (সেই অগ্নিদেবৰ আগত) তৃণম্ (সেই যক্ষই এডাল কুটা) নিদধৌ (ৰাখিলে)। সঃ (সেই অগ্নিয়ে) সর্বজবেন (সর্ব শক্তিৰে) তৎ উপপ্রেয়ায় (সেই কুটাগছৰ ওচৰ চাপি জ্বলাবলৈ চালে), তৎ দগ্ধুম্ (তাক পুৰিবলৈ 'কিন্তু') ন শশাক (সমর্থ নহ'ল); ততঃ নিববৃতে এব ('তেতিয়া' সেই যক্ষৰ ওচৰৰ পৰাই আঁতৰি গ'ল) [ আৰু দেৱতাসৱক কলেগৈ ]—যৎ এতৎ যক্ষম্ (যি এই যজনীয় মূৰ্তি), ইতি এতৎ (সেই এওঁক) বিজ্ঞাতুম্ (জানিবলৈ) ন অশকম্ ('মই' সমর্থ নহ'লো) ॥৬॥

তেতিয়া সেই যক্ষৰূপী ব্ৰহ্মই অগ্নিৰ আগত এডাল তৃণ ৰাখি কলে—'আপুনি ৰাক এই শুকান তৃণডালকে পোৰকচোন'। অগ্নিদেৱতাই এই কথাত অপমান যেন ভাবিলেও সহজেই কুটাগছ পুৰিবলৈ আগবাঢ়ি গ'ল আৰু জ্বলাবলৈ চেষ্টা কৰিলে; সহজে ন জ্বলা দেখি তেওঁৰ সর্ব-শক্তি প্রয়োগ কৰিলে। তথাপিও সেই শুকান ক্ষুদ্র তৃণডাল জ্বলাবলৈ তেওঁ সমর্থ নহ'ল। হ'ব ক'ৰপৰা? সর্ব-শক্তিৰ আধাৰ পৰম পুৰুষে যদি অগ্নিপ্রভৃতিলৈ যোৱতী শক্তিৰ সোঁতত ভেটা দিয়ে, তেন্তে সেইসকলে ক'ৰপৰা শক্তি পাব পাৰে? অগ্নিয়ে এই কথা বুজি শক্তিৰ গৰ্বত গৰ্বিত হৈ পৰা বাবে শুকান কুটা এডালো পুৰিব

নোৱাৰিলে। তেতিয়া তেওঁ হতপ্ৰভ আৰু লজ্জিত হৈ চুপে চাপে দেৱ-সমাজলৈ ঘূৰি গ'ল আৰু কলেগৈ যে, 'এই যক্ষমূৰ্তি কোন—তাক মই সমূলি জানিব নোৱাৰিলোঁ।' ॥৬॥

**অথ ৱায়ুমব্ৰুৱন্ ৱায়ৱেতদ্ ৱিজানীহি কিমেতদ্ য়ক্ষমিতি তথেতি ॥৭॥**

অথ (তেতিয়া) বায়ুম্ (বায়ুদেৱতাক) অব্ৰুৱন '(দেৱতা-সকলে' ক'লে)—ৱায়ো (হে বায়ুদেৱ।) এতৎ য়ক্ষম্ কিম্ ইতি এই (যক্ষৰূপী মূৰ্ত্তিনো কোন)—এতৎ বিজানীহি (এই কথা ভালদৰে জানি আঁহাগৈ)। তথা ইতি (বাৰু, সেয়ে হওক বুলি বায়ুৱে কলে) ॥৭॥

সৰ্বাগ্ৰণীদেৱতা অগ্নি বিফলমনোৰথ হৈ ঘূৰি অহাত দেৱতাসবে বিচাৰ কৰি চাই অপ্ৰতিমশক্তি বায়ুদেৱতাক কলে—'হে বায়ুদেৱ! আপুনিযেই যাওকছোন, এই পূজনীয়মূৰ্তি নো কোন—জানি আহকগৈ'। বায়ুৰো আত্ম-শক্তিৰ গৰ্ব আছিল, তেওঁ তপৰাই ক'লে—'ভাল কথা, এতিয়াই তাৰ নিৰ্ণয় হৈ যাব' ॥৭॥

**তদভ্যদ্ৰৱৎ তমভ্যৱদৎ কোঽসীতি। ৱায়ুৰ্ৱা অহমস্মীত্যব্ৰৱীন্মাতৰিশ্বা ৱা অহমস্মীতি ॥৮॥**

তৎ অভ্যদ্ৰৱৎ ('বায়ু' তেওঁৰ ওচৰলৈ দৌৰি গ'ল), তম্ অভ্যৱদৎ (তেওঁকো 'যক্ষই' সুধিলে)— কঃ অসি ইতি (তুমি 'কোন' নো?) অব্ৰৱীৎ (বায়ুৱে কলে)—অহম্ বৈ

( মই প্ৰসিদ্ধ ) বায়ুঃ অস্মি ( সৰ্বত্ৰ গতিশীল বায়ু দেৱতা ), ইতি অহম্‌ বৈ ( আৰু ময়েই ) মাতৰিশ্বা ( অন্তৰীক্ষচাৰী মাতৰিশ্বা নামেও ) অস্মি ইতি ( খ্যাতিলাভ কৰোঁ ) ॥৮॥

বায়ুৱে ভাবিছিল—এই যক্ষৰ পৰিচয় জনাটো নো কি ডাঙৰ কথা ! অগ্নিয়ে কিবা ভুল কৰি যে সফল নহল, নিশ্চয় এই সফলতাৰ গৌৰৱ মোৰ প্ৰাপ্য কাৰণে। এনে গৰ্বভাব মনত লৈ বায়ু তুৰন্তে সেই যক্ষৰ ওচৰ পালেগৈ। তেওঁক ওচৰ চপা দেখি যক্ষৰূপী ব্ৰহ্মাই সুধিলে—"তুমি আকৌ কোন' ? বায়ুৱে গৰ্বেৰে কলে— 'মই সৰ্বত্ৰ সঞ্চৰণশীল প্ৰসিদ্ধ বায়ু আৰু ময়েই অন্তৰী-ক্ষচাৰী মাতৰিশ্বা নামেৰে জনাজাত'—॥৮॥

তস্মিꣳস্ত্বয়ি কিং বীৰ্য়মিতি। অপীদꣳ সৰ্বমাদদীয়ম্, য়দিদং পৃথিব্যামিতি ॥৯॥

তস্মিন্ ত্বয়ি ( তেনে সুপ্ৰসিদ্ধ তোমাত ) কিম্‌ বীৰ্য়ম্‌ ( কি সামৰ্থ্য আছে )—ইতি ( এই কথা কোৱাছোন ), [ বায়ুৱে কলে ]—অপি ( মই যদি ইচ্ছা কৰোঁ ), পৃথিব্যাম্‌ য়ৎ ইদম্‌ ( পৃথিৱীত এই যি কিছু আছে ) ইদম্‌ সৰ্বম্‌ ( এই সকলোকে আদদীয়ম্‌ ইতি ( আকাশলৈ উৰাই আনিব পাৰোঁ ) ॥৯॥

বায়ুৰো এনে গৰ্বিত কথা শুনি সেই যক্ষই পূৰ্ববদৰে একো নজনাৰ ভাও ধৰি কলে—ভাল বাৰু, আপুনি সৰ্ব-গামী বায়ু বুলি আৰু কোনো আধাৰৰ আশ্ৰয় নোলোৱাকৈ অন্তৰীক্ষত বিচৰণকাৰী মাতৰিশ্বা নামেৰে বিখ্যাত বুলিও

বুজিলোঁ। কিন্তু কওকচোন—আপুনি কি কৰিব পাৰে—আপোনাৰ শক্তি কি'? তেতিয়া বায়ুৱে সগৰ্বে উত্তৰ দিলে 'মই যদি ইচ্ছা কৰোঁ, এই সমগ্ৰ ভূমণ্ডলত যি কিছু দেখা পোৱা গৈছে, সেই আটাইবোৰ আকাশত উৰাই দিব পাৰোঁ' ॥৯॥

তস্মৈ তৃণং নিদধাবেতদাদৎস্বেতি। তদুপপ্রেয়ায় সর্বজবেন তন্ন শশাকাদাতুং স তত এব নিববৃতে, নৈতদশকং বিজ্ঞাতুং যদেতদ্ যক্ষমিতি ॥১০॥

এতৎ আদৎস্ব (এই ডাল উৰাই নিয়া) ইতি (এই বুলি 'সেই যক্ষই') তস্মৈ (সেই বায়ুদেৱৰ আগত) তৃণম্ নিদধৌ (এডাল কুটা ৰাখিলে), সঃ (সেই বায়ুৱে) সর্বজবেন (প্ৰচণ্ড বেগেৰে) তৎ উপপ্ৰেয়ায় (সেই কুটাগছৰ ওচৰ পালেগৈ); তৎ আদাতুম্ ('কিন্তু' তাক লবলৈ—উৰুৱাবলৈ) ন এব শশাক (কোনো-পধ্যেই সমৰ্থ নহ'ল)। ততঃ নিববৃতে এব ('তেতিয়া' সেই যক্ষৰ সমীপৰপৰা আঁতৰিয়েই গ'ল)। [দেৱতাসকলক কলেগৈ]—যৎ এতৎ যক্ষম্ (যি এই পূজনীয় মূৰ্তি) ইতি—এতৎ (সেই এওঁক) বিজ্ঞাতুম্ ন অশকম্ ('মই' জানিবলৈ সমৰ্থ নহলোঁ) ॥১০॥

তেতিয়া সেই যক্ষৰূপী পৰব্ৰহ্ম ভগৱন্তই বায়ুৰ আগত্তো এডাল শুকান তৃণ ৰাখিলে আৰু কলে—'আপুনি বাৰু এই শুকান কুটাডালকে উৰাই নিয়ক'। বায়ুৱে এই কথাত অপমানিত যেন ভাবিলেও কৰ্ত্তব্যৰ খাতিৰত তাৰ ওচৰ পালেগৈ আৰু তাক উৰুৱাৰ চেষ্টা

কৰিলে ; কিন্তু ভবাবদৰে সহজতে দুৰা দেখি প্ৰচণ্ড বেগেৰে—সৰ্বশক্তিৰে চেষ্টা কৰিও তুচ্চ ওকান কুটাগছো লৰাবকে নোৱাৰিলে। নোৱাৰিবৰে কথা! শক্তিমানে শক্তিবোধ কৰিলে শক্তিৰ অহঙ্কাৰ ৰক্ষে ক'ত? তেতিয়া হতশক্তি বায়ুৱে লজ্জিত হৈ অগ্নিৰ নিচিনাকৈ সেই যক্ষৰ ওচৰৰপৰাই আঁতৰি গ'ল আৰু দেৱ-সমাজত কলেগৈ—যে, এই যজনীয়মূৰ্তি কোন—তাক মই মুঠেই জানিব নোৱাৰিলোঁ।' ॥১০॥

**অথেন্দ্ৰমব্ৰুৱন্ মঘৱন্নেতদ্ ৱিজানীহি কিমেতদ্ য়ক্ষ-মিতি। তথেতি। তদভ্যদ্ৰৱৎ। তস্মাৎ তিৰো-দধে ॥১১॥**

অথ ( ইয়াৰ পাছত ) ইন্দ্ৰম্ অব্ৰুৱন্ ( 'দেৱতাসকলে' ইন্দ্ৰক কলে ) মঘৱন্ ( হে দেৱৰাজ। ) এতৎ যক্ষম্ কিম্ ( এই যষ্টব্য মূৰ্তি কোন ), ইতি এতৎ বিজানীহি ( এই কথাটো আপুনিয়েই জানি আহক )। তথা ইতি ( 'ইন্দ্ৰই কলে'—সেয়ে হওক )। তৎ অভ্যদ্ৰৱৎ ( তেওঁ সেই যক্ষৰ ওচৰ পালেগৈ )। [ কিন্তু সেই দিব্যমূৰ্তি ] তস্মাৎ ( তেওঁৰ আগৰপৰা ) তিৰোদধে ( অন্ত-হিঁত হ'ল ) ॥১১॥

[ যেতিয়া অগ্নি আৰু বায়ু—এই দুজনকৈ শক্তি-শালী প্ৰতিভাসম্পন্ন দেৱতা হীনপ্ৰভ আৰু বিফলমনোৰথ হৈ ঘূৰি আহিল আৰু সেই পূজনীয় মূৰ্তিটো একো উত্তৰ দিহ পোৱা নগ'ল ] তেতিয়া দেৱতাসকলে আলোচনা

কৰি স্বয়ং দেৱৰাজকে এই কাৰ্যৰ কাৰণে যোগ্যজন বিবেচনা কৰি তেওঁক কলে—'হে মহাতেজস্বী দেৱৰাজ! আপুনি 'এই পূজ্যমূৰ্তি নো কোন'—তাক নিজেই গৈ নিৰ্ণয় কৰক; আমি দেখিছো—আপোনাৰ বাহিৰে এই কামত সফলতা লাভ কৰাৰ সম্ভাৱনা আন কাৰো নাই'। ইন্দ্ৰয়ো 'সেয়ে হওক' বুলি কৈ তৎক্ষণাত যক্ষৰ ওচৰ পালেগৈ। তেতিয়া কিন্তু ইন্দ্ৰৰ সন্মুখৰপৰা সেই দিব্য যক্ষ অন্তৰ্ধান হ'ল। [ ইন্দ্ৰই বাৰ্তালাপৰো সুযোগ নাপালে। ইন্দ্ৰ অভিমানী হলেও জ্ঞানৈশ্বৰ্যত সমৃদ্ধ কাৰণে ব্ৰহ্মতত্ত্ব-জ্ঞানৰ উপযুক্ত অধিকাৰী। সেইকাৰণে তেওঁকেই পৰমাৰ্থ জ্ঞান দিয়াৰ ব্যৱস্থা কৰিবলৈ যক্ষৰূপী ভগৱান লুকাই গ'ল। ] ॥১১॥

স তস্মিন্নেৱাকাশে স্ত্ৰিয়মাজগাম বহুশোভমানা-মুমাঁ হৈমৱতীং তাঁ হোৱাচ কিমেতদ্ যক্ষমিতি ॥১২॥

সঃ (সেই ইন্দ্ৰই) তস্মিন্ এৱ আকাশে (সেই যক্ষৰ দৰ্শন পোৱা আকাশতেই) বহুশোভমানাম্ (অতিশয় সুন্দৰী) স্ত্ৰিয়ম্ (স্ত্ৰীৰূপা) হৈমৱতীম্ উমাম্ (সুবৰ্ণময়ী বিদ্যুৎকান্তি ব্ৰহ্মবিদ্যাৰ ওচৰলৈ) [ অথবা—হিমাচল-নন্দিনী দেৱী উমাৰ সমীপলৈ ] আজগাম (আহি উপস্থিত হ'ল)। তাম্ হ উবাচ (আৰু তেওঁক সুধিলে)—এতৎ যক্ষম্ কিম্ ইতি (এই পূজনীয় মূৰ্তিটি নো কি?) ॥১২॥

যক্ষ অন্তৰ্ধান হৈ যোৱাৰ পাছতো অগ্নি-বায়ুৰ দৰে ইন্দ্ৰ ঘূৰি নগৈ তাতেই যক্ষৰ স্বৰূপ জনাৰ চিন্তাত তন্ময় হৈ আছিল। ইন্দ্ৰৰ যক্ষৰ প্ৰতি ভক্তিত তন্ময়তা দেখি সেই পূজ্যমূৰ্তিটিৰ দৰ্শন পোৱা ঠাইতে অত্যন্ত শোভা-শালিনী সুবৰ্ণময়ী বিদ্যুৎকান্তি হিমাচলনন্দিনী উমাদেৱী আবিৰ্ভূতা হ'ল। সাক্ষাৎ ব্ৰহ্মবিদ্যাৰূপিনী সেই দেৱীক দেখি ইন্দ্ৰ তেওঁৰ ওচৰলৈ গ'ল আৰু ভক্তিত গদ্‌গদ হৈ জনালে যে, হে ভগৱতি! হে সৰ্বজ্ঞানস্বৰূপিনী! আপুনি কৃপা কৰি মোক কওঁকচোন যে, যি ইয়াতে নোহোৱা হৈ গ'ল, সেই দিব্য পূজনীয় মূৰ্তি আচলতে কোন আৰু কিয় ইয়াত আবিৰ্ভূতা হৈছিল ॥১২॥

॥ তৃতীয় খণ্ড সমাপ্ত ॥



## চতুৰ্থ খণ্ড

সা ব্ৰহ্মেতি হোবাচ। ব্ৰহ্মণো বা এতদ্বিজয়ে মহীয়ধ্বমিতি, ততো হৈব বিদাঞ্চকাৰ ব্ৰহ্মেতি ॥১॥

সা (সেই ভগৱতীয়ে) হ উবাচ (স্পষ্টভাবে কলে)—ব্ৰহ্ম ইতি (তেওঁ তো ব্ৰহ্ম পৰমেশ্বৰ); ব্ৰহ্মণঃ বৈ (সেই পৰম পুৰুষৰেই) বিজয়ে (বিজয়ত) এতৎ মহীয়ধ্বম (তোমালোকে এইদৰে নিজৰ

মহিমা মানি গৰ্বিত হৈছা)। ইতি ((এই কাৰণে) ততঃ এব (তেতিয়াৰ পৰাই) ব্ৰহ্ম হ (যেওঁক ব্ৰহ্ম বুলি) হ (নিশ্চয়কৈ) বিদাঞ্চকাৰ (ইন্দ্ৰই জানিলে)॥১॥

পূৰ্বপ্ৰকাৰে ব্ৰহ্মজিজ্ঞাসু ইন্দ্ৰক সেই ব্ৰহ্মবিদ্যা-ৰূপিনী ভগৱতী উমাদেৱীয়ে কলে,—'হে দেৱৰাজ! তোমা-লোকে যি অপূৰ্ব পূজনীয় মূৰ্ত্তি দেখিলা আৰু যি এতিয়াই অন্তৰ্ধান হ'ল, তেঁৱেই সৰ্বেশ্বৰ সৰ্বাত্মা পুৰুষোত্তম—যি ব্ৰহ্ম, পৰমাত্মা, ভগৱান ইত্যাদি নামেৰে আৰাধিত হয় *। তোমালোক যে অসুৰ-বিজয়ী হ'লা, সি সেই সৰ্ব-শক্তিৰ আধাৰ ভগৱন্তৰ শক্তিত হে; গতিকে তোমালোকক নিমিত্ত মাত্ৰ কৰি সেই বিজয়-গৌৰৱ ভগৱন্তৰ। কিন্তু তোমালোকে ভাবিলা—"এই বিজয়-গৌৰৱ আমাৰ, আমা-ৰেই এই মহিমা"। এই আত্মাভিমান যে তোমালোকৰ নিৰৰ্থক, তাকে প্ৰত্যক্ষ কৰাবলৈ পৰম কৃপালু সেই সৰ্ব নিয়ন্তা পৰমাত্মা-পুৰুষে—যি তোমালোকক অসুৰ-বিজয়ী কৰাইছিল, তেৱেঁই তোমালোকৰ মিছা অভিমান নাশ কৰিবলৈ—কৃপা কৰি তোমালোকৰ কল্যাণ সাধিবলৈ অলৌকিক যক্ষৰ ৰূপত আবিৰ্ভূত হৈ দেৱতা-প্ৰমুখ অগ্নি

---

বদন্তি তত্তত্ত্ববিদস্তত্ত্বং যজ্‌জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দ্যতে॥ ভাগৱত ১।২।১১

(ব্ৰহ্মবাদীসকলে 'তৎ' পদাৰ্থৰ পৰিজ্ঞাপক, অদ্বিতীয় জ্ঞান-তত্ত্বক—সৎ চিৎ আনন্দ স্বৰূপক ব্ৰহ্ম, পৰমাত্মা, ভগৱান্ ইত্যাদি নামে অভিহিত কৰে। আৰু সেয়ে জানিবলগা মূলতত্ত্ব)

আৰু বায়ুৰ ( প্ৰকাৰান্তৰে তোমাৰো ) গৰ্ব চূৰ্ণ কৰিলে, আৰু তোমাক ( তোমাৰ যোগেদি দেৱতাসবকো ) সত্য-জ্ঞান দিয়াৰ উদ্দেশ্যে এয়া মোক ইয়াত প্ৰকাশিত কৰালে। এই কাৰণে তুমি নিজৰ স্বতন্ত্ৰ শক্তিৰ অহঙ্কাৰ পৰিহাৰ কৰি যাৰ শক্তিত শক্তিমন্ত হৈ মহিমান্বিত হ'লা, সেই পূৰ্ণব্ৰহ্মৰ মহিমা উপলব্ধি কৰা। এনে কেতিয়াও নাভাবিবা যে, সেই পৰমেশ্বৰৰ শক্তিৰ অবিহনে কোনোবাই কিবা কৰিবলৈ সমৰ্থ হব পাৰে'। দেৱীৰ এই বুজনিৰ-দ্বাৰা ইন্দ্ৰয়ে সৰ্বপ্ৰথমতে জানিলে যে, যক্ষৰ ৰূপত প্ৰকটিত হোৱা সেয়া স্বয়ং ব্ৰহ্ম।

[ এই শ্ৰুতিৰ এনে এটি ভাব লক্ষ্য কৰিব পাৰি যে, ব্ৰহ্মতত্ত্ব বা ঈশ্বৰবিষয়ক জ্ঞান গুৰুবাক্যৰপৰা হে হয়, স্বতন্ত্ৰভাবে নহয়। নহলে সৰ্বশাস্ত্ৰাৰ্থদৰ্শী দেৱৰাজ ইন্দ্ৰৰ উমাৰূপিনী গুৰুৰপৰা তত্ত্বোপদেশ গ্ৰহণৰ আৱশ্যক নাছিল। ] ॥১॥

**তস্মাদ্‌ বা এতে দেৱা অতিতৰামিৱান্যান্‌ দেৱান্‌ য়দগ্নিৰ্বায়ুৰিন্দ্ৰস্তে হ্যেনন্নেদিষ্ঠং পস্পৃশুস্তে হ্যেনৎ প্ৰথমো ৱিদাঞ্চকাৰ ব্ৰহ্মেতি ॥২॥**

হি ( যি হেতুকে ) তে ( তেওঁলোক ) অগ্নিঃ বায়ুঃ ইন্দ্ৰঃ যৎ ( অগ্নি বায়ু আৰু ইন্দ্ৰই যে ) এনৎ ( এই পৰমাত্মাক ) নেদিষ্ঠম্‌ ( অতি নিকটৱৰ্তী হৈ ) পস্পৃশুঃ ( দৰ্শনৰদ্বাৰা স্পৰ্শ কৰিছিল ),

হি (যি হেতুকে) তে (তেওঁলোকে) এনৎ (এওঁক) প্ৰথমঃ (প্ৰথমতে) ব্ৰহ্ম ইতি (ব্ৰহ্ম বুলি) বিদাঞ্চকাৰ (জানিছিল), তস্মাৎ বৈ (সেই কাৰণেই) এতে দেৱাঃ (এই তিনি দেৱতা) অন্যান্ দেৱান্ (অন্য দেৱতাসকলতকৈ) অতিতৰাম্ ইৱ (অধিকতৰ প্ৰসিদ্ধ হৈছিল)।।২।।

অন্য দেৱতাসমূহতকৈ অগ্নি, বায়ু আৰু ইন্দ্ৰই অধিক-তৰ প্ৰসিদ্ধ আৰু শ্ৰেষ্ঠ হ'ল ; কিয়নো এওঁলোক তিনি-জনেই অতি ওচৰৰপৰা পৰমাত্মাৰ পৰশ পাইছিল— পৰম প্ৰভুৰ দৰ্শন, তেওঁৰ পৰিচয়-জনাৰ চেষ্টা আৰু তেওঁৰে সৈতে বাৰ্তালাপৰ সৌভাগ্য তেওঁলোকৰেই হৈছিল। তেওঁলোকেই সৰ্বপ্ৰথম এই সত্যও বুজিছিল যে, আমি যাৰ মহিমাৰে মহিমান্বিত, তেওঁ সত্য সনাতন সৰ্বনিয়ন্তা পূৰ্ণব্ৰহ্ম ।

[ ভাব এই যে, যি ভগৱৎকৃপাধন্য মহাপুৰুষে পৰম-পুৰুষ ভগৱন্তৰ দৰ্শন, স্পৰ্শন আৰু বাৰ্তালাপৰ সৌভাগ্য-লাভ কৰিলে, সেই মহাপুৰুষৰ মহিমাই এই মন্ত্ৰত ইন্দ্ৰাদি দেৱতাত্ৰয়ৰ উদাহৰণেৰে বৰ্ণিত হৈছে ] ॥২॥

**তস্মাদ্ বা ইন্দ্ৰোঽতিতৰামিৱান্যান্ দেৱান্ স হ্যেনন্নেদিষ্ঠং পস্পৰ্শ, স হ্যেনৎ প্ৰথমো বিদাঞ্চকাৰ ব্ৰহ্মেতি ॥৩॥**

হি (যি হেতু) সঃ (সেই ইন্দ্ৰই) এনৎ (এই পৰমাত্মাক) নেদিষ্ঠম্ (অতিনিকটৱৰ্তী হৈ) পস্পৰ্শ (মনোযোগী আলাপেৰে

স্পর্শ কৰিছিল ), হি ( যি হেতু ) সঃ ( তেওঁ ) এনৎ ( এওঁক ) প্ৰথমঃ ( প্ৰথমতে ) ব্ৰহ্ম ইতি বিদাঞ্চকাৰ ( ব্ৰহ্ম বুলি জানিছিল ) তস্মাৎ বৈ ( সেইকাৰণেই ) ইন্দ্ৰঃ ( ইন্দ্ৰদেৱতা ) অন্যান্ দেবান্ ( অন্য দেৱতাসকলতকৈ ) অতিতৰাম্ ইব ( অধিকতম প্ৰসিদ্ধ হৈছিল ) ।।৩।।

অগ্নি আৰু বায়ুৱে যক্ষৰূপত আবিৰ্ভূত ব্ৰহ্মক দৰ্শন কৰাৰ উপৰিও তেওঁৰে সৈতে আলাপৰ সুবিধাও পালে ; কিন্তু তেওঁলোকৰ ব্ৰহ্মৰ স্বৰূপ-জ্ঞান হোৱা নাছিল। উমা-ৰূপিনী ভগৱতীৰদ্বাৰা সৰ্বপ্ৰথমে ইন্দ্ৰই পৰব্ৰহ্ম ভগৱন্তৰ স্বৰূপ-জ্ঞান লাভ কৰিছিল। পাছত ইন্দ্ৰৰ বুজনিত — ব্ৰহ্মশক্তিৰ প্ৰত্যক্ষ পৰশ অনুভৱ কৰা অগ্নি আৰু বায়ুৰ ব্ৰহ্মৰ স্বৰূপজ্ঞান হ'ল। তাৰ পাছত এই তিনিদেৱতাৰপৰা অন্যান্য দেৱবৃন্দয়ো বুজিলে যে, 'আমি যি পৰমাশ্চৰ্য পূজ্যমূৰ্তি দৰ্শন কৰিলোঁ, তেওঁ সাক্ষাৎ পূৰ্ণব্ৰহ্ম পুৰুষোত্তম'। এইদৰে অন্যান্য দেৱতাসৱে কেৱল শুনি জানিলে, কিন্তু সেই পুৰুষোত্তমৰ সৈতে সাক্ষাৎভাবে আলাপ আৰু স্বৰূপ জনা নাছিল। এই কাৰণে সেই সমুদায় দেৱতাতকৈ অগ্নি, বায়ু আৰু ইন্দ্ৰ অধিক প্ৰসিদ্ধ আৰু শ্ৰেষ্ঠ হৈছিল ; কাৰণ এই তিনিওৰে ব্ৰহ্মৰ দৰ্শনলাভ আৰু তেওঁৰ স্বৰূপৰ পৰিচয় ঘটিছিল। তেওঁলোক তিনিওৰো ভিতৰত আকৌ ইন্দ্ৰই সৰ্বপ্ৰথমে ব্ৰহ্মস্বৰূপ জনা হেতুকে ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠাৰূপে—দেৱৰাজৰূপে পৰিগণিত হ'ল।।৩।।

**তস্যৈষ আদেশো যদেতদ্ বিদ্যুতো ব্যদ্যুতদা ইতীন্ন্যমীমিষদা ইত্যধিদৈৱতম্ ॥৪॥**

তস্য ( সেই ব্ৰহ্মৰ বিষয় ) এষঃ আদেশঃ ( এই উপদেশ )— যৎ এতৎ ( যি এই ) বিদ্যুতঃ ( বিজুলীৰ ) ব্যদ্যুতৎ আ ( চমকাৰি হ'ল,—তেনেকুৱা ) ইতি ( এনে 'ক্ষনস্থায়ী' ), ইৎ ( আৰু 'যি' ) ন্যমীমিষৎ আ ( চকুৰ নিমেষ হ'ল,—তেনেকুৱা ) ইতি অধিদৈৱতম্ ( এই প্ৰকাৰ আধিদৈৱিক উপদেশ হ'ল ) ॥৪॥

[ উপৰ্য্যুক্ত ব্ৰহ্মতত্ত্বৰ বিষয়ে আধিদৈৱিক দৃষ্টান্তৰ-দ্বাৰা সংকেতেৰে উপদেশ দিয়া হৈছে ]—যেতিয়া সাধনা-শীল লোকৰ অন্তৰত ভগৱদ্দৰ্শনৰ তীব্ৰ অভিলাষ জাগি উঠে, তেতিয়া ভগৱানে তেওঁৰ সেই উৎকণ্ঠাক আৰু তীব্ৰতৰ কৰিবলৈ বিজুলী-চমকৰ দৰে আৰু চকুৰ পলকৰ দৰে ক্ষণিকৰ কাৰণে নিজ স্বৰূপ দেখুৱাই অন্তৰ্হিত হয়। এই দৰেই ইন্দ্ৰৰ আগৰপৰা দিব্য যক্ষৰূপী ভগৱান্ অন্তৰ্হিত হৈছিল। শ্ৰীমদ্ভাগৱতৰ ( স্কন্ধ ১।৬ ১৯–২০ ) আখ্যায়িকাতো দেৱৰ্ষি নাৰদক তেওঁৰ পূৰ্বজন্মত ভগৱানে ক্ষণ-কালৰ নিমিত্তে নিজৰ দিব্যৰূপ দেখুৱাই অন্তৰ্ধান হোৱাৰ কথা বৰ্ণিত আছে। যেতিয়া কোনো মহাপুৰুষৰ চকুৰ আগত অথবা অন্তঃস্থলত ভগৱৎ স্বৰূপৰ দৰ্শন অথবা অনুভৱ পোন-প্ৰথম হয়, তেতিয়া তেওঁ আনন্দ আৰু আশ্চৰ্যত বিজুলীৰ চমকনিৰ দৰে চকিতৰ নিচিনা হয়। তেতিয়াৰ পৰা সেই পৰম ব্যক্তি আৰাধ্যদেৱক নিৰ্নিমেষ নয়নে চাই থাকিবলৈ অথবা অহৰ্নিশে অন্তৰ

ৰখি থাকিবলৈ অনিবাৰ্য উৎকট অভিলাষেৰে তেওঁক অতি আগ্ৰহী কৰি ৰাখে; যেওঁ যেন এক ক্ষণো ইষ্ট সাক্ষাৎ-কাৰৰপৰা বঞ্চিত হলে শান্তি নাপায়, এনে অৱস্থা হয়। এই কথাকে ইয়াত আধিদৈবিক দৃষ্টান্তৰূপে বুজোৱা হৈছে যেন প্ৰতীতি হয়। [ বাস্তৱিক ইয়াত যি ৰীতিৰে আৰু শব্দচয়নেৰে ব্ৰহ্মতত্ত্বৰ সংকেত দিয়া হ'ল, তাক কোনো অনুভৱী সন্ত মহন্তই হে বুজাব পাৰিব। শব্দসমূহৰ অৰ্থও ভাবনা অনুসাৰে বেলেগ-বেলেগ হব পাৰে। ] ॥৪॥

**অথাধ্যাত্মং যদেতদ্ গচ্ছতীব চ মনোঽনেন চৈতদু-পস্মৰত্যভীক্ষ্ণং সংকল্পঃ ॥৫॥**

অথ (এতিয়া) অধ্যাত্মম্ ( আধ্যাত্মিক দৃষ্টিৰে কোৱা হৈছে)— যৎ ( যে, ) মনঃ ( মন ) এতৎ ( এই ব্ৰহ্মৰ সমীপলৈ ) গচ্ছতি ইব ( গৈছে যেন ভাব হয় ), চ ( আৰু ) এতৎ ( এই ব্ৰহ্মক ) অভীক্ষ্ণম্ ( অনবৰত ) উপস্মৰতি ( সমীপবৰ্তী হৈ স্মৰণ কৰে ), অনেন এই মনৰদ্বাৰা ) সংকল্পঃ চ ( ব্ৰহ্মসাক্ষাৎকাৰ কৰিবলৈ তীব্ৰ অভি-লাষো হয় ) ॥৫॥

[ পূৰ্বমন্ত্ৰত আধিদৈবিক দৃষ্টিৰে কোৱা কথা এতিয়া আধ্যাত্মিক দৃষ্টিৰে উপদিষ্ট হৈছে যে, ] যেতিয়া কোনো মহাপুৰুষৰ মন পৰব্ৰহ্মৰ সমীপ পালেগৈ যেন তাঁৰ মন তেওঁৰ ভগৱন্তৰ সগুণ বা নিৰ্গুণ—যি স্বৰূপকে চিন্তা কৰে, তাৰ যেতিয়া প্ৰত্যক্ষ অনুভূতি যেন হয়, আৰু সেই আত্মাৰামজনৰ সমীপবৰ্তী হৈ নিত্য-নিৰন্তৰ তেওঁৰ স্মৃতি,

জাগৰূক ৰাখে, ক্ষণিকৰ বাবেও ইষ্টদেৱৰ বিস্মৃতি সহিব নোৱাৰা হয় ('তদ্বিস্মৰণে পৰমব্যাকুলতা'—নাৰদভক্তি-সূত্র ১৯)। তেতিয়া সেই মহাত্মাই আন্তৰিকভাৱে আৰাধ্য-ধন পুৰুষোত্তম ভগৱন্তক সদা-সৰ্বদা মনত ৰাখি একান্তমনেৰে তেওঁৰ সাক্ষাৎকাৰ পাবলৈ অনিবাৰ্য আৰু উৎকট অভিলাষী হৈ পৰে ॥৫॥

**তদ্ধ তদ্বনং নাম তদ্বনমিত্যুপাসিতব্যং স য এতদেবং বেদাভি হৈনং সৰ্বাণি ভূতানি সংবাঞ্ছন্তি ॥৬॥**

তৎ (সেই পৰব্ৰহ্ম) তদ্বনম্ নাম (প্ৰাণীমাত্ৰৰে প্ৰাপণীয়—এই নামধাৰী, 'এই কাৰণে') তদ্বনম্ (প্ৰাণীবৰ্গৰ পৰম প্ৰিয়) ইতি (এই ভাৱত) হ (নিশ্চয়) উপাসিতব্যম (উপাসনা কৰিব লাগে); সঃ যঃ (সেই যি কোনো সাধকে) এতৎ (এই ব্ৰহ্মক) এবম্ (এনেকৈ 'উপাসনাৰদ্বাৰা লভ্য বুলি)' বেদ (জানে), এনম্ হ (তেওঁক নিঃসন্দেহে) সৰ্বাণি ভূতানি (সমস্ত প্ৰাণী-বৰ্গই) অভি (সৰ্বতোভাৱে) সংবাঞ্ছন্তি (বাঞ্ছিতজন—প্ৰিয়জন-ৰূপে ভাৱ কৰে)॥৬॥

সেই পূৰ্ণব্ৰহ্ম ভগৱন্ত প্ৰাণীমাত্ৰৰেই পৰম প্ৰিয় পৰম আত্মৰূপে সুবিখ্যাত। ভুক্তি মুক্তি প্ৰভৃতি সৰ্বসুখৰ সম্ভাৰী তেওঁক সকলো প্ৰাণীয়েই কোনো-নহয়-কোনো প্ৰকাৰে বিচাৰে; কিন্তু নাপায়,—বিচাৰিব নজনাৰ দোষত। সুখ বিচাৰি বিষয়-বাসনাত মজি সুখৰ উপৰি দুখহে

ভুগিব লগীয়া হয়। এইকাৰণে সেই প্ৰাণীমাত্ৰৰে অন্তৰ্যামী পৰমাত্মাক নিত্যসঙ্গী পৰমসুহৃদ জ্ঞান কৰি উপাসনা কৰা—তেওঁৰ সৰ্বস্ব-অৰ্পণ কৰা আৱশ্যক। এনেকৈ উপাসনাৰদ্বাৰা—নিত্য-নিৰন্তৰ তেওঁৰ ভাৱনাৰ দ্বাৰা যি তেওঁৰ সাক্ষাৎকাৰ লাভ কৰে, তেতিয়া তেওঁ প্ৰাণীমাত্ৰতে ভগৱৎ সত্তা অনুভৱ কৰে আৰু তদনুৰূপে সকলোৰে প্ৰতি শ্ৰদ্ধালু হৈ পৰে। এই কাৰণেই সেইজন মহাপুৰুষৰ প্ৰতিও সমস্তলোকে শ্ৰদ্ধাযুক্ত অন্তঃকৰণেৰে পৰম আত্মীয় ভাৱ কৰি আপোন ভাৱ কৰে—অৰ্থাৎ তেওঁ সকলোৰে সৰ্বতোভাৱে প্ৰিয়পাত্ৰ হয় ॥৬॥

উপনিষদং ভো ব্ৰূহীত্যুক্তা ত উপনিষদ্ ব্ৰাহ্মীং ৱাব ত উপনিষদমব্ৰূমেতি ॥৭॥

ভোঃ (হে গুৰুদেৱ!) উপনিষদম (ব্ৰহ্মসম্বন্ধী ৰহস্য-বিদ্যাৰ) ব্ৰূহি (উপদেশ দিয়ক) ইতি (এই প্ৰকাৰ 'শিষ্যৰ প্ৰাৰ্থনা শুনি গুৰুৱে কলে')—তে (তোমাক 'মই') উপনিষৎ (ৰহস্যময়ী ব্ৰহ্মবিদ্যা) উক্তা (কোৱা হৈ গ'ল); ব্ৰাহ্মীম্ (ব্ৰহ্মবিষয়ক) উপনিষদম্ (ৰহস্যবিদ্যা) ৱাব (নিশ্চিতভাৱে) তে (তোমাক) অব্ৰূম ইতি (বুজালোঁ বুলি জনা উচিত) ॥৭॥

[ ব্ৰহ্মবিদ্যাৰ বিষয়ে গুৰুৰপৰা লাভ কৰা উপদেশ শিষ্যই যেন সম্পূৰ্ণভাৱে হৃদয়ঙ্গম কৰিব পৰা নাই, এনে কাৰণতে শিষ্যই প্ৰাৰ্থনা জনালে যে,' 'হে গুৰুদেৱ! মোক ৰহস্যময়ী ব্ৰহ্মবিদ্যাৰ উপদেশ দিয়ক'। তেতিয়া গুৰুৱে কলে—

'বোপা ! মই তো তোমাক ব্ৰহ্মবিদ্যাৰ উপদেশকেই দিলোঁ। "শ্ৰোত্ৰস্য শ্ৰোত্ৰং মনসো মনো যদ্" ইত্যাদি-পৰা আৰম্ভ কৰি এই পৰ্যন্ত যিবিলাক উপদেশ দিয়া হ'ল, সেইবিলাক তুমি একাগ্ৰমনে বিচাৰ কৰিলে বুজিবা যে মই ৰহস্যময়ী ব্ৰহ্মবিদ্যাৰেই উপদেশ দিলোঁ।' ।

[ শিষ্যৰ পুনৰ প্ৰাৰ্থনাৰ কাৰণ হয়তো এনে হব পাৰে—ব্ৰহ্মবিদ্যা-লাভ সহজ কথা নহয় ; গুৰুৰ উপদেশ অবিহনে হো নহয়েই । এতিয়ালৈকে সেই উপদেশ শুনাৰ পাছত তেওঁ জানিব বিচাৰিলে যে, এই বিদ্যাৰ আৰু কিবা সহকাৰী কাৰণ থাকে নে কি ? কিন্তু গুৰুৰ উত্তৰত কোনো সহকাৰী কাৰণৰ অপেক্ষা নথকাকে বুজা গ'ল ( প্ৰশ্ন ৬।৭ ) ॥৭॥

তস্মৈ তপো দমঃ কৰ্মেতি প্ৰতিষ্ঠা বেদাঃ সৰ্বাঙ্গানি সত্যমায়তনম্ ॥৮॥

তস্মৈ ( সেই ব্ৰহ্মবিদ্যাৰ ) তপঃ ( তপস্যা ) দমঃ ( মন আৰু ইন্দ্ৰিয়ৰ সংযম ) কৰ্ম ( আশ্ৰমোচিত কৰ্তব্য সম্পাদন ) ইতি ( এই তিনি ) প্ৰতিষ্ঠা ( আধাৰ ), বেদাঃ ( বেদসমূহ ) সৰ্বাঙ্গানি ( সেই বিদ্যাৰ সম্পূৰ্ণ অঙ্গ, অৰ্থাৎ বেদত ব্ৰহ্মবিদ্যাৰ সাঙ্গোপাঙ্গৰ বহল বৰ্ণনা আছে ); সত্যম্ ( সত্যস্বৰূপ পৰব্ৰহ্ম ) আয়তনম্ ( অধিষ্ঠান - লক্ষ্য অৰ্থ ) ॥৮॥

৮. [ ব্ৰহ্মবিদ্যাৰ উপদেশ শুনিলেই ব্ৰহ্মজ্ঞানী হব পাৰা [illegible] ব্ৰহ্মজ্ঞানী [illegible]

মানে নিজক-নিজে ফাঁকি দিয়া। ব্রহ্মবিদ্যাৰ সহচাৰী কাৰণ অৰ্থাৎ একেলগে আচৰণীয় কোনো কাৰণৰ অপেক্ষা নাথাকিলেও সেই পৰমাৰ্থ-তত্ত্বৰ ধাৰণা কৰিবলৈ উপযুক্ত ক্ষেত্ৰ—উপযুক্তমনীষা আদি পূৰ্বপ্ৰস্তুতিৰ আৱশ্যক।] যেনেকৈ চহোৱা মাটিতহে শস্যৰ বীজ সিচা হয়, ভেটিটো ঠিকমতে বান্ধি হে তাৰ ওপৰত দালান সজা হয়, সেইদৰে ব্ৰহ্মবিদ্যাৰূপী প্ৰাসাদটোৰো সুদৃঢ় ভেটি হ'ল তপস্যা, সংযম আৰু কৰ্মৰ সাধনা। এইবিলাকৰ ওপৰত হে সেই ব্ৰহ্মবিদ্যা স্থিৰ হৈ থাকিব পাৰে। যি লোকে মানৱ জীৱনৰ চৰম লক্ষ্য পৰমাৰ্থ সাধনৰ কাৰণে একাগ্ৰভাৱে কঠোৰ কষ্টসহিষ্ণুতা আনন্দমনে স্বীকাৰ কৰিব নোৱাৰে, মন আৰু ইন্দ্ৰিয়সমূহক বশ মনাব নোৱাৰে আৰু বৰ্ণাশ্ৰমোচিত অৱশ্য কৰ্তব্য কৰ্মবোৰ অনাসক্ত ভাৱে আচৰণ নকৰে, তেওঁ ব্ৰহ্মবিদ্যাৰ যথাৰ্থ ৰহস্য জানিবলৈ সক্ষম নহয়। কিয়নো, এইকেইটাই হল ব্ৰহ্মবিদ্যা-ধাৰণাৰ আধাৰ—পকাভেটি। বেদসমূহ এই ব্ৰহ্মবিদ্যাৰ সমস্ত অঙ্গ; যেহেতুকে ব্ৰহ্মবিদ্যাৰ সকলো অঙ্গ-প্ৰত্যঙ্গৰ বহল বৰ্ণনা আছে। গতিকে অঙ্গসমন্বিত বেদৰ অধ্যায় আৰু তদুপদিষ্ট আচৰণ অৱশ্য আৱশ্যক। আৰু জানিব লাগে সত্য-স্বৰূপ সচ্চিদানন্দঘন, সনাতন পৰমেশ্বৰ সেই ব্ৰহ্মবিদ্যাৰ অধিষ্ঠান, আশ্ৰয়ভূমি—পৰম লক্ষ্য। এই কাৰণে সেই লক্ষ্য—পৰম পুৰুষাৰ্থ ভগৱৎ প্ৰাপ্তিৰ উদ্দেশ্যে যি লোকে বেদপ্ৰদৰ্শিত পথেদি তপস্যা, সংযম আৰু বিহিতকৰ্মৰ

নিষ্কাম আচৰণ কৰি কৰিয়েই ব্ৰহ্মবিদ্যাৰ—ভগৱত্তত্ত্বৰ অনুসন্ধান কৰে, তেওঁৰহে ব্ৰহ্মবিদ্যাৰ সৰ্বস্ব -ভগৱৎপ্ৰাপ্তি সম্ভৱ হয় ॥৮॥

**য়ো ৱা এতামেৱং ৱেদাপহত্য পাপ্মানমনন্তে স্বৰ্গে লোকে জ্যেয়ে প্ৰতিতিষ্ঠতি প্ৰতিতিষ্ঠতি ॥৯॥**

যঃ (যি কোনো লোকে) এতাম্ বৈ (এই প্ৰসিদ্ধ ব্ৰহ্ম-বিদ্যাক) এৱম্ (পূৰ্বোক্ত প্ৰকাৰে) বেদ (জানে—অনুশীলন কৰে), পাপ্মানম্ অপহত্য ('তেওঁ' সকলো অবিদ্যাজনিত পাপক ক্ষয় কৰি—নষ্ট কৰি) অনন্তে (অসীম, অবিনশ্বৰ) জ্যেয়ে (সৰ্বশ্ৰেষ্ঠ) স্বৰ্গে লোকে (চিৰসুখধামত) প্ৰতিতিষ্ঠতি (প্ৰতি-ষ্ঠিত হয়), প্ৰতিতিষ্ঠতি (চিৰকাললৈ প্ৰতিষ্ঠিত থাকে, কদাপি সংসাৰগতি নহয়) ॥৯॥

এই উপনিষদ্‌ৰূপা প্ৰসিদ্ধ ব্ৰহ্মবিদ্যাৰ ৰহস্য যি পূৰ্বো-পদেশ অনুসাৰে জানিব পাৰি তদনুযায়ী সাধনাত অভ্যস্ত হয়, তেওঁৰ সমস্ত পাপ অৰ্থাৎ ভগৱৎপ্ৰাপ্তিৰ প্ৰতিবন্ধক সমুদায় শুভাশুভ কৰ্ম সমূলকে নষ্ট হয়, কৰ্ম-ফলভোগৰ কাৰণে পুনৰ সংসাৰলৈ আহিবলগীয়া নহয়; তেওঁ অসীম, অবিনশ্বৰ, অতিশ্ৰেষ্ঠতম পৰম সুখধামত প্ৰতিষ্ঠিত হয়, কেতিয়াও সেই নিত্যধাম এৰি আহিবলগীয়া নহয়; চিৰকাললৈ তেওঁ ভগৱৎসাযুজ্য লাভ কৰে।

শেষৰ 'প্ৰতিতিষ্ঠতি' পদৰ দ্বিৰুক্তিয়ে উপদেশৰ নিশ্চিন্ততা আৰু গ্ৰন্থৰ সমাপ্তি সূচালে ॥৯॥

॥ চতুৰ্থ খণ্ড সমাপ্ত ॥৪॥

॥ সামবেদীয় কেনোপনিষদ্ সমাপ্ত ॥

## শান্তিপাঠ

ওঁ আপ্যায়ন্তু মমাঙ্গানি বাক্‌ প্রাণশ্চক্ষুঃ শ্রোত্রমথো বলমিন্দ্রিয়াণি চ সর্ব্বাণি। সর্ব্বং ব্রহ্মৌপনিষদং মাহং ব্রহ্ম নিরাকুর্য্যাং মা মা ব্রহ্ম নিরাকরোৎ, অনিরাকরণমস্ত্বনিরাকরণং মেঽস্তু। তদাত্মনি নিরতে য় উপনিষৎসু ধর্ম্মাস্তে ময়ি সন্তু তে ময়ি সন্তু॥

ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

[ অন্বয় অর্থাদি এই উপনিষদের আরম্ভের শান্তিপাঠে দিয়া আছে। ]



উপনিষদ্‌কথামৃতে—

# কঠোপনিষদ

কৃষ্ণযজুৰ্বেদৰ কঠশাখাৰ অন্তৰ্গত এই কঠোপনিষদ্ বিশেষ প্ৰসিদ্ধ। এই উপনিষদত যম আৰু নচিকেতাৰ সংবাদৰূপত পৰব্ৰহ্ম পৰমেশ্বৰৰ ৰহস্যময় তত্ত্বৰ অতি উপযোগীভাবে সবিস্তাৰ বৰ্ণনা আছে। ইয়াত দুটা অধ্যায় আৰু প্ৰতি অধ্যায়ত তিনিটাকৈ মুঠ ছটা বল্লীত বৰ্ণিত তত্ত্বকথা প্ৰাঞ্জল আৰু মনোৰম।

হৰিঃ ওঁ পৰাত্মনে নমঃ

# শান্তিপাঠ

ওঁ সহ নাৱৱতু। সহ নৌ ভুনক্তু। সহ ৱীৰ্য্যং কৰৱাৱহৈ। তেজস্বি নাৱধীতমস্তু। মা ৱিদ্বিষাৱহৈ॥
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

ওঁ (পূর্ণব্রহ্ম পৰমাত্মা পুৰুষোত্তমে) নৌ (আমি 'গুৰু-শিষ্য' দুয়োকে) সহ (সমানভাবে) অৱতু (ৰক্ষা কৰক), নৌ (আমি উভয়কে) সহ (সমানভাবে) ভুনক্তু (পালন কৰক), সহ (আমি দুয়ো সমানভাবে) বীৰ্য্যম্ (বিদ্যা লাভৰ শক্তি) কৰৱাৱহৈ (লাভ কৰিব পাৰোঁ) নৌ (আমি দুয়োৰে) অধীতম্ (অধীত-বিদ্যা) তেজস্বি (তেজীয়ান্—তাৎপর্য-জ্ঞাপক) অস্তু (হওক), মা বিদ্বিষাৱহৈ (আমি যেন পৰস্পৰে বিদ্বেষ [হিংসা] নকৰোঁ) ওঁ (হে পৰমেশ্বৰ!) শান্তিঃ শান্তিঃ শান্তিঃ (আধ্যাত্মিক আধিদৈৱিক আৰু আদিভৌতিক—এই ত্ৰিবিধ সংসাৰতাপ উপশান্ত হওক)।

পৰমাত্মা পুৰুষোত্তম ভগৱন্তই আমি গুৰু-শিষ্য উভয়কে একে সমানে ৰক্ষা কৰক, আমি উভয়কে সমান-সমান-ভাৱে যথোচিত পালন-পোষণ কৰক, আমি দুয়ো যেন একে সমানভাবে পাৰমাৰ্থিক-বিদ্যালাভৰ সামৰ্থ্য অৰ্জন কৰিব পাৰোঁ, আমি, উভয়ৰে অধীতবিদ্যা তেজীয়ান্ হৈ তাৎপৰ্যাৰ্থপ্ৰকাশক হওক আৰু আমি দুয়ো যেন জীৱন-ভৰ পৰস্পৰে হিংসা শূন্য হৈ প্ৰীতিৰ বান্ধেৰে বান্ধ খাই থাকোঁ। হে প্ৰভো! তুমি শান্তিস্বৰূপ; আধ্যাত্মিক,

আধিভৌতিক আৰু আধিদৈৱিক—এই ত্ৰিবিধ সংসাৰ-তাপৰ যেন শান্তি হয়।

# প্ৰথম অধ্যায়

## প্ৰথম বল্লী

ওঁ উশন্ হ বৈ ৱাজশ্ৰৱসঃ সৰ্ববেদসং দদৌ।
তস্য হ নচিকেতা নাম পুত্ৰ আস ॥১॥

ওঁ (পৰম ব্ৰহ্মৰ নামোচ্চাৰণৰূপ মঙ্গলাচৰণ) হ বৈ (প্ৰসিদ্ধি আছে যে) ৱাজশ্ৰৱসঃ (ৱাজ=অন্ন, শ্ৰৱঃ=যশস্যা, অন্নদানৰ যশস্যা যাৰ—সেই ৱাজশ্ৰবাৰ পুত্ৰ উদ্দালক ঋষিয়ে) উশন্ (যজ্ঞৰ ফলাকাঙ্ক্ষী হৈ) সৰ্ববেদসম্ ('বিশ্বজিৎ যজ্ঞত' নিজৰ সৰ্বস্ব ধন) দদৌ (দান দিলে)। তস্য হ (তেওঁৰ প্ৰসিদ্ধ) নচিকেতা নাম (নচিকেতা নামে) পুত্ৰঃ আস (এক পুত্ৰ আছিল) ॥১॥

ওঙ্কাৰৰূপ পৰব্ৰহ্মৰ নাম উচ্চাৰণ কৰি মঙ্গলাচৰণ পূৰ্বক উপনিষদ্ আৰম্ভ কৰা হৈছে। [যি সময়ত এই কৰ্মভূমি ভাৰতবৰ্ষৰ আকাশ যজ্ঞৰ ধোঁৱাৰে ধুৱলি-কুঁৱলি, হোমৰ পবিত্ৰ সুগন্ধেৰে সৌৰভিত আৰু ত্যাগমূৰ্তি ঋষি-মহৰ্ষি সকলৰ কণ্ঠ-সঙ্গীতৰূপে বেদমন্ত্ৰৰ ধ্বনিত দশোদিশ মুখৰিত আছিল, সেই সময়ৰে এটি আখ্যানৰ ৰূপকত এই উপনিষদৰ উপদেশ দিয়া হৈছে]-কথিত আছে—

গৌতমবংশীয় মহৰ্ষি–অৰুণৰ প্ৰচুৰ অন্নদানৰ যশস্যা–খ্যাতিৰ কাৰণে—'বাজশ্ৰব'। ( বাজ = অন্ন, শ্ৰব = যশস্যা ; অন্নদানৰ কাৰণে যশ বা সুখ্যাতি প্ৰাপ্ত ) নাম হৈছিল। তেওঁৰে পুত্ৰ উদ্দালক ঋষিয়ে বিশ্বজ্ঞানৰ কামনাৰে বিশ্বজিৎ নামে এক মহান যজ্ঞ সম্পাদন কৰিলে। এই যজ্ঞত দক্ষিণা হিচাবে নিজৰ সৰ্বস্ব দান দিয়া বিধি। সেইকাৰণে ঋষি উদ্দালকে নিজৰ সমস্ত ধন যাজ্ঞিক–পুৰুহিত সকলক দক্ষিণা দিলে। এই এটি প্ৰসিদ্ধ কথা জনাজাত যে, সেই ঋষিৰে নচিকেতা নামেৰে এজন পুত্ৰ আছিল ॥১॥

**তꣳ হ কুমাৰꣳ সন্তং দক্ষিণাসু নীয়মানাসু শ্ৰদ্ধাৱিৱেশ সোঽমন্যত ॥২॥**

দক্ষিণাসু নীয়মানাসু ('যেতিয়া পুৰুহিতসকলক' দক্ষিণাৰূপে দিবৰ কাৰণে গৰুবোৰ অনা হ'ল, তেতিয়া ) কুমাৰম্ সন্তম্ ( সৰু ল'ৰা হলেও ) তম্ হ ( সেই নচিকেটাৰ মনৰ মাজত ) শ্ৰদ্ধা ( আস্তিকা—বুদ্ধি ) আবিবেশ ( উদয় হ'ল ) ; সঃ ( তেওঁ ) অমন্যত ( চিন্তা কৰিলে ) ॥২॥

তেতিয়াৰ দিনত গো-ধনেই প্ৰধান ধন আছিল আৰু যজ্ঞাদি কৰ্মৰ দক্ষিণাৰূপে প্ৰধানতঃ ধেনুদানেই কৰা হৈছিল। বাজশ্ৰৱস উদ্দালক প্ৰচুৰ গো-ধনেৰে ধনী আছিল। বিশ্বজিত্ যজ্ঞৰ অন্তত যাজ্ঞিক পুৰুহিতসকলক

নিয়ম অনুসারে * দক্ষিণা দিবলৈ যোগ্য গৰুবোৰ অনা হ'ল, তেতিয়া কোমলবয়সীয়া বালক নচিকেতাৰ মনত সেই গৰুবোৰৰ হাড়-চালমাত্র অৱস্থা দেখি পিতৃৰ অভীষ্ট সিদ্ধিৰ নিমিত্তে আস্তিক্য-বুদ্ধিৰ উদয় হ'ল। তেওঁ চিন্তা কৰিলে—॥২॥

**পীতোদকা জগ্ধতৃণা দুগ্ধদোহা নিৰিন্দ্ৰিয়াঃ।**
**অনন্দা নাম তে লোকাস্তান্ স গচ্ছতি তা দদৎ ॥৩॥**

পীতোদকাঃ (শেষবাৰলৈ পানী-পিয়া) জগ্ধতৃণাঃ (শেষবাৰলৈ ঘাঁহ-খাই-লোৱা) দুগ্ধদোহাঃ (শেষবাৰ গাখীৰ দীবোৱা) নিৰিন্দ্ৰিয়াঃ (ইন্দ্ৰিয়-বিকল হোৱা) তাঃ (তেনেকুৱা মৃত্যুমুখী গাইবিলাক) দদৎ (দান—কৰোঁতা) সঃ (সেইজন দাতা) তে অনন্দাঃ নাম (সেই সুখলেশ নথকা বুলি প্ৰসিদ্ধ) লোকাঃ (নৰকাদি লোকসমূহ যে আছে) তান্ গচ্ছতি (সেই লোকবোৰলৈ যায়) ॥৩॥

---

* হোতা, অধ্বৰ্য্যু, ব্ৰহ্মা, উদ্গাতা—এই চাৰিজনক প্ৰধান পুৰুহিত মান্য কৰি সৰ্বাধিক দক্ষিণা দিয়া হয়। প্ৰশাস্তা, প্ৰতিপ্ৰস্থাতা, ব্ৰাহ্মণাচ্ছংসী আৰু প্ৰস্তোতা—এই চাৰিজন গৌণ পুৰোহিতক প্ৰধান চাৰিজনৰ আধা; অচ্ছাবাক, নেষ্টা, আগ্নীধ্ৰ আৰু প্ৰতিহৰ্তা—এই চাৰিজন গৌণ পুৰোহিতক প্ৰধান পুৰোহিতৰ অপেক্ষা তৃতীয়াংশ, তথা গ্ৰাৱস্তুত, নেতা, হোতা আৰু সুব্ৰহ্মণ্য—এই চাৰিজন গৌণ পুৰোহিতক প্ৰধান পুৰোহিতৰ অপেক্ষাই চতুৰ্থাংশ দক্ষিণা দিয়া বিধি।

দক্ষিণাস্বৰূপে এইবোৰ গৰুৰ দানত পিতাই জানো যজ্ঞৰ বাঞ্ছিত ফল পাব? এইবোৰ গৰুৰ তো পানী এটোপা পিবলৈয়ো শক্তি নাই, ঘাঁহ চোবাবলৈ মুখত নাই এটাও দাঁত, ওহাৰত নাই এটোপা গাখীৰ; ইহঁতৰ ইন্দ্রিয়বোৰ বিকল হৈ যোৱা বাবে ইহঁতে গৰ্ভ-ধাৰণ কৰি পোৱালি-জগোৱাৰ আশাতো একেবাৰেই নাই। আনপিনে এনে নিৰৰ্থক মৃত্যুমুখী গৰুবোৰ যিসকল ব্ৰাহ্মণৰ ঘৰ পাবগৈ, সেইসকলৰ এইবোৰক প্ৰতিপাল কৰাৰ ব্যৰ্থকষ্টৰ বাহিৰে আৰু কি লাভ হব? দান তো তেনে বস্তুৰেই হব লাগে,—যি নিজৰ উপযোগী, প্ৰিয় আৰু সুখদায়ক; তেনেকৈ—গ্ৰহীতাৰো সন্তোষদায়ক আৰু লাভজনক হোৱা আৱশ্যক। নিজে বেয়া পোৱা, নিজৰ কামত নলগা বস্তু দান বা দক্ষিণাৰূপে দিলে তাৰপৰা অভীষ্ট ফল-লাভ জানো সম্ভৱ হব পাৰে? তেনে দান-দক্ষিণা ছলনা মাত্ৰ হয়; তেনে দান-দক্ষিণা গ্ৰহণ কৰা জনো 'প্ৰতাৰিত হলোঁ' বুলি ভাবি অসন্তুষ্ট হয়। যজ্ঞাদি শুভকৰ্মৰ নামত এনে অকামিলা অনুপযুক্ত বস্তু দান কৰা বা দক্ষিণাৰূপে দিয়াৰ একো ফল নহয়; বৰঞ্চ দানৰ নামত প্ৰতাৰণা কৰা হয় আৰু তাৰ ফলত দাতাৰ ৰৌৰৱ আদি নৰকত বাস হয়— যিবোৰত সুখ আৰু আনন্দৰ লেশমাত্ৰো নাই॥৩॥

স হোৱাচ পিতৰং তত কস্মৈ মাং দাস্যসীতি।
দ্বিতীয়ং তৃতীয়ং তং হোৱাচ মৃত্যবে ত্বা দদামীতি ॥৪॥

সঃ হ ( সেই নচিকেতাই এইদৰে চিন্তা কৰি ) পিতৰম্ উৱাচ ( পিতাকক কলে )—তত [ তাত ] ( হে পিতাদেউ ! ) মাম্ ( মোক কস্মৈ ( কাক ) দাস্যসি ( দিব ? ) ইতি ( এই কথাৰ একো উত্তৰ নাপাই ) দ্বিতীয়ম্ ( দ্বিতীয়বাৰ ) তৃতীয়ম্ ( তৃতীয়বাৰ ) [ একে প্রশ্নকে সুধিলে। তেতিয়া পিতাকে ] তম্ হ ( তেওঁক ) উৱাচ ( 'খঙেৰে' কলে যে ) ত্বা ( তোমাক ) মৃত্যবে ( যমক ) দদামি ইতি ( দিছোঁ ) ॥৪॥

[ পূর্বপ্রকাৰে বিচাৰ কৰি নচিকেতাই বুজিলে যে, এনে অসাৰ্থক দানৰদ্বাৰা পিতাই আশাকৰা যজ্ঞফল পাব নোৱাৰিব। আনহাতে পিতাৰ সৰ্বস্বৰ ভিতৰৰা মোক তো দিয়া হোৱা নাই আৰু পুত্ৰ হিচাবে মোৰো তো কর্তব্য আছে ; অনিষ্টকাৰী পৰিনামৰপৰা পিতাক ৰচাবলৈ মোৰ আত্মদান নিশ্চয় প্রযোজনীয়, সেয়ে পুত্ৰৰ স্বধর্ম। ] এইদৰে চিন্তা কৰি নচিকেতাই পিতৃৰ ওচৰ চাপি কলে—'হে পিতাদেউ ! ময়ো তো আপোনাৰ ধন, মোক আপুনি কাক দিলে ?' পিতাক চমকি উঠিল ! ই কয় কি ? তেওঁ কোনো উত্তৰ নিদিলে। নচিকেইতাই দ্বিতীয় বাৰ কলে—'পিতাদেউ ? মোক কাক দিলে' ? এইবাৰো ল'ৰাৰ ল'ৰালি কথা বুলি ভাবি পিতাক আওকণীয়া হৈ থাকিল। কিন্তু পুত্ৰৰ ধর্মপালনত দৃঢ়মনা নচিকেতা ক্ষান্ত নহ'ল। তেওঁ তৃতীয়বাৰ সেই একে কথাকে

ক'লে—'কওক পিতাদেউ! মোক কাক দিলে'। বাৰে বাৰে সেই একেটা প্ৰশ্ন শুনি ঋষিৰ খং উঠিল- খঙৰ ভমকত তেওঁ কৈ পেলালে—'তোক যমক দিলোঁ' ॥৪॥

বহুনামেমি প্ৰথমো বহুনামেমি মধ্যমঃ।
কিংস্বিদ্ যমস্য কর্তব্যং যন্ময়াদ্য করিষ্যতি ॥৫॥

বহুনাম (বহুত পুত্ৰ বা শিষ্যৰ ভিতৰত) প্ৰথমঃ (প্ৰথম শ্ৰেণীৰ আচৰণকাৰী হৈ) এমি (চলি আছোঁ), [আকৌ] বহুনাম (বহুতৰ ভিতৰত) মধ্যমঃ (মধ্যম শ্ৰেণীৰ আচৰণকাৰী হৈ হয়তো) এমি (চলি আছোঁ), [কিন্তু কেতিয়াও তো মই অধম শ্ৰেণীৰ আচৰণ কৰা নাই, তেন্তে পিতাই এনেকৈ কিয় ক'লে!] যমস্য (যমৰজাৰ) কিম্ স্বিৎ কর্তব্যম্ (এনে কি কাম হব পাৰে) যৎ (যিটো) ময়া অদ্য কৰিষ্যতি (মোৰ দ্বাৰাই আজি 'পিতাই' সম্পাদন কৰিব?) ॥৫॥

[পিতাৰ উত্তৰ শুনি নচিকেতাই মনে-মনে চিন্তা কৰিবলৈ ধৰিলে—'হয় বাৰু, পুত্ৰ আৰু শিষ্য তিনি শ্ৰেণীৰ আছে—প্ৰথম, মধ্যম আৰু অধম। যি পুত্ৰ বা শিষ্যই পিতা আৰু গুৰুৰ অভিপ্ৰায় বুজি তেওঁলোকৰ আদেশলৈ অপেক্ষা নকৰি সেই সকলৰ ভাল-পোৱা কাম কৰি যায়, তেওঁলোক প্ৰথম বা উত্তম। যি অভিপ্ৰায় বুজিলেও আদেশ পালেহে কাম কৰে, তেওঁলোক মধ্যম আৰু যি অভিপ্ৰায় জানিও আৰু আদেশ পায়ো অভিপ্ৰেত কাম নকৰে, সেই পুত্ৰ আৰু শিষ্য অধম।] মইতো পুত্ৰই

হওঁ বা শিষ্যই হওঁ, প্ৰথম শ্ৰেণীৰেই হ'ম, প্ৰথম শ্ৰেণীৰ আচৰণতেই চলি আহিছোঁ। বহুতৰ ভিতৰত হয়তো মধ্যম শ্ৰেণীৰো হব পাৰোঁ। কিন্তু কেতিয়াও মই অধম-শ্ৰেণীৰ আচৰণত চলা নাই ; আদেশ পালোঁ, অথচ আদেশমতে সেৱাত লাগি যোৱা নাই, এনেভো মোৰ কদাচিতো হোৱা নাই। পিতাই কিয় বাক এনেকৈ ক'লে ? যমৰজাৰ নো এনে কি কাম ওলাল, যিটো পিতাই আজি মোক তেওঁক দি পুৰাবলৈ চালে ? যি কি নহওক, মোৰদ্বাৰা পিতৃ আজ্ঞা লঙ্ঘন হব নোৱাৰে ; তাক অৱশ্যে পালিবই লাগিব' ॥৫॥

**অনুপশ্য য়থা পূৰ্ব্বে প্ৰতিপশ্য তথাপৰে ।**
**সস্যমিৱ মৰ্ত্যঃ পচ্যতে সস্যমিৱাজায়তে পুনঃ ॥৬॥**

পূৰ্ব্বে (আপোনাৰ পূৰ্ববৰ্তী পিতৃ-পিতামহসকল) য়থা (যেনে আচৰণক প্ৰবৰ্তিছিল, তাক) অনুপশ্য (অনুক্ৰমে বিচাৰ কৰি চাওক), (তথা অ'ক তেনেকৈ) অপৰে (বৰ্তমান কালৰ সজ্জন সকলবো যেনে আচৰণ), প্ৰতিপশ্য (তাৰ প্ৰতিও দৃষ্টিপাত কৰক)। [যথাৰ্থতে] মৰ্ত্যঃ (মৰণশীল মানুহ) সস্যম্ ইৱ (ধান আদি শস্যৰ দৰে) পচ্যতে (পাক মৰি যায়), সস্যম্ ইৱ (শস্যৰ দৰে) পুনঃ (আকৌ) আজায়তে (উৎপন্ন হয়) ॥৬॥

[ খঙৰ বেগত প্ৰিয় পুত্ৰক অনুচিত কথা কৈ পিতৃ যেন অনুতপ্ত হৈছে, এই ভাবান্তৰ লক্ষ্য কৰি 'কিজানি পিতা সত্য ভ্ৰষ্ট হয়' এনে আশঙ্কা কৰি আৰু অনুতপ্ত

পিতাক শান্তনা দিয়াও আৱশ্যক বিবেচনা কৰি নচি-কেতাই পিতাকৰ কাষ চাপি সবিনয়ে নিবেদন কৰিলে যে ]—হে পিতাদেউ ! আপুনি আপোনাৰ পূৰ্ববৰ্তী পিতৃ-পিতামহসকলৰ আচৰণ আৰু বৰ্তমান কালৰো সাধু-সন্তলোকসকলৰ সত্য-নিষ্ঠাৰ প্ৰতি দৃষ্টিপাত কৰক। সেই সকলৰ চৰিত্ৰত সত্যানিষ্ঠাৰ অভাৱ আগেয়েও নাছিল আৰু এতিয়াও নাই। আৰু চাওক, মানুহ অজৰ-অমৰ নহয়; ধান মাহ আদি শস্যবোৰ পকি মৰি যায়, আকৌ জন্মে, মানুহো সেইদৰে বুঢ়া হৈ মৰে আকৌ জন্ম পায়। গতিকে সত্যভ্ৰষ্ট বাঞ্ছনীয় নহয়॥৬॥

বৈশ্বানৰঃ প্ৰৱিশত্যতিথিৰ্ব্ৰাহ্মণো গৃহান্।
তস্যৈতাং শান্তিং কুৰ্ব্বন্তি হৰ বৈৱস্বতোদকম্ ॥৭॥

বৈশ্বানৰঃ ( স্বয়ং অগ্নিদেৱতাই ) ব্ৰাহ্মণঃ অতিথিঃ ( ব্ৰাহ্মণ অতিথিৰূপে ) গৃহান্ ( গৃহীলোকৰ ঘৰত ) প্ৰৱিশতি—( প্ৰৱেশ কৰে )। তস্য ( সেই অতিথিৰ ) [ সাধু গৃহস্থই ] এতাম্ ( এই পাদ্য আদি দানৰদ্বাৰা ) শান্তিম্ কুৰ্ব্বন্তি ( শান্তি দিবলৈ চেষ্টা কৰে ); [ গতিকে ] বৈৱস্বত ( হে সূৰ্যপুত্ৰ ! ) উদকম্ হৰ ( আপুনি ভৰি-হাত ধুবৰ কাৰণে পানী লৈ নিজেই যাওক) ॥৭॥

[ পুত্ৰ নচিকেতাৰ কথা শুনি পিতৃ-হৃদয় ব্যথিত হলেও উদ্দালকে পুত্ৰৰ সত্য-পৰায়ণতাত অভিভূত হৈ নচিকেতাক যমৰ ঘৰলৈ যাবলৈ অনুমতি দিলে। যমৰ ঘৰত উপস্থিত হৈ নচিকেতাই জানিলে যে, যমৰাজ ঘৰত

নাই ; সেইকাৰণে তেওঁ অন্ন-জল একো গ্ৰহণ নকৰি যম ঘূৰি অহালৈ বাট-চাই থাকিল। তিনিদিনৰ পাছত যম যেতিয়া ঘূৰি আহি পালেহি, তেতিয়া আত্মীয়বৰ্গই তেওঁক জনালে যে |—স্বয়ং অগ্নিদেৱতা হে যেন প্ৰদীপ্ত হৈ ব্ৰাহ্মণ-অতিথিৰ ৰূপত গৃহস্থৰ ঘৰত আহি উপস্থিত হয়। সাধু গৃহস্থই নিজৰ মঙ্গলৰ কাৰণেই সেই অতিথি-ৰূপ অগ্নিক শান্ত কৰিবলৈ পাদ্য (ভৰি-হাত ধুবলৈ পানী), অৰ্ঘ (মিঠাকথাৰে সম্ভাষণ আদি সৎকাৰ) আচ-মনীয় (জলপান আদি) প্ৰভৃতিৰে সন্তোষ দিবলৈ চেষ্টা কৰে। এই কাৰণে হে সূৰ্যনন্দন! আপুনিও আপোনাৰ-ঘৰত উপস্থিত তিনিদিন অনাহাৰে আপোনাৰ অহালৈ বাট চাই থকা ব্ৰাহ্মণ অতিথিজনৰ কাৰণে এলোটা পানীলৈ তুৰন্তে যাওক। ভাব এই যে, অতিথিৰ যথাযোগ্য আদৰ-আপ্যায়ন নহলে গৃহস্থৰ অকল্যাণ হয় ; বিশেষতঃ তিনিদিন পৰ্যন্ত গৃহস্থলৈ অপেক্ষা কৰি থকা বালক-অতিথিৰ খং উঠাও অস্বাভাৱিক নহয়। সেইকাৰণে আপুনি নিজে গৈ অতিথিক অভ্যৰ্থনা জনোৱা ভাল॥৭॥

আশাপ্ৰতীক্ষে সংগতং সূনৃতাং চ
ইষ্টাপূৰ্তে পুত্ৰপশূংশ্চ সৰ্বান্।
এতদ্ বৃঙ্‌ক্তে পুৰুষস্যাল্পমেধসো
যস্যানশ্নন্ বসতি ব্ৰাহ্মণো গৃহে॥৮॥

যস্য (যাৰ) গৃহে (ঘৰত) ব্ৰাহ্মণঃ (ব্ৰাহ্মণ অতিথি) অনশ্নন্ (অনাহাৰে) বসতি (বাস কৰে), অল্পমেধসঃ (সেই অল্পবুদ্ধি) পুৰুষস্য (গৃহীলোকৰ) আশাপ্ৰতীক্ষে (অপ্ৰাপ্য পোৱাৰ আশা আৰু প্ৰাপ্যৰ কাৰণে অপেক্ষা), সংগতম্ (সাধুসংগৰ ফল), সূনৃতাম্ চ (প্ৰিয়ভাষণৰ ফল), ইষ্টাপূৰ্তে চ (যাগযজ্ঞাদিৰ তথা উদ্যান পুখুৰীদান আদিৰ ফল আৰু) পুত্ৰপশূন্ (পুত্ৰ আৰু পশু)—সৰ্বান্ (সকলোকে) এতৎ (এই অতিথিৰ অনাহাৰে) বৃঙ্‌ক্তে (বিনাশ কৰে)।।৮।।

যি গৃহস্থৰ ঘৰত অতিথি—ব্ৰাহ্মণ উপবাসে থাকিব-লগা হয়, সেই অল্পবুদ্ধিজনৰ আশা—(অজ্ঞাত অভীষ্ট-বস্তুপ্ৰাপ্তিৰ কামনা), প্ৰতীক্ষা—(বিজ্ঞাত প্ৰাপ্যবস্তুৰ কাৰণে আকাঙ্ক্ষা) বিফল হয়; তেওঁ সাধুসঙ্গ বাঞ্ছা কৰাৰ আৰু মিঠা-মিঠা কথা কোৱাৰ একো ফল নহয়; যাগ-যজ্ঞ আদি 'ইষ্টকৰ্মৰ' উদ্যান-পুখুৰী দান প্ৰভৃতি পূৰ্তকৰ্মৰ ফল নষ্ট হয়। তদুপৰি এই অতিথিৰ অসৎকাৰ হলে পূৰ্ব-পুণ্যৰ ফলত লাভ কৰা পুত্ৰ-পশু প্ৰভৃতি সমস্ত সম্পদ বিনষ্ট হয় *।।৮।।

* অথৰ্ববেদৰ ১২৭ অনুবাকত কোৱা হৈছে—"প্ৰিয়ং চ বা এষ সংবিদং চ গৃহানামশ্নাতি যঃ পূৰ্বোঽতিথেৰশ্নাতি।।৬।। এষ বা অতিথিৰ্যৎ শ্ৰোত্ৰিয়ঃ, তস্মাৎ পূৰ্বো নাশ্নীয়াৎ" ।।৭।।

(যি গৃহস্থই অতিথিক খুওৱাৰ পূৰ্বতে নিজে ভোজন কৰে, তেওঁ যথাৰ্থতে নিজ ঘৰখনৰ সৌভাগ্য আৰু জ্ঞানকেই ভোজন কৰে—তেওঁৰ সেই উভয়ে নাশ হয়।।৬।। শ্ৰোত্ৰিয় অৰ্থাৎ বেদাদি-শাস্ত্ৰজ্ঞানী অতিথি অতি বিশিষ্ট, তেনে অতিথি-লাভ হলে তেওঁক খুৱাকৈ নিজে আগতে খোৱা অনুচিত)।।৭।।

তিস্ৰো ৰাত্ৰীৰ্যদবাৎসীৰ্গৃহে মে
অনশ্নন্ ব্ৰহ্মন্নতিথির্নমস্যঃ ।
নমস্তেঽস্তু ব্ৰহ্মন্ স্বস্তি মেঽস্তু
তস্মাৎ প্ৰতি ত্ৰীন্ ৱৰান্ বৃণীষ্ব ॥৯॥

ব্ৰহ্মন্ (হে ব্ৰহ্মণ্যদেৱ!) নমস্যঃ অতিথিঃ ('তুমি আমাৰ' পূজনীয় অতিথি), তে নমঃ অস্তু (তোমাক নমস্কাৰ জনাইছোঁ); ব্ৰহ্মন্ (হে ব্ৰাহ্মন্!) মে (মোৰ) স্বস্তি অস্তু (যেন কল্যাণ হয়)। তিঃস্ৰ ৰাত্ৰীঃ যৎ (তিনি ৰাতি যে) মে (মোৰ)

---

ইয়াৰদ্বাৰা বুজা যায়, অতিথিক অনাহাৰে ৰাখিলে গৃহস্থৰ অমঙ্গল হয়, বিশেষকৈ সেই অতিথি যদি বেদাদিশাস্ত্ৰজ্ঞানী হয়। যমৰজাৰো পৰোক্ষভাৱে সেই অপৰাধ হ'ল; সেই অপৰাধ মোচনৰ কাৰণে তেওঁৰ আত্মীয় স্বজনে উক্তপ্ৰকাৰে উপদেশ দিয়া অৱশ্যই উচিত কাৰ্য হৈছে। এই অতিথিসৎকাৰ বিষয়ে মনুৱে তৃতীয় অধ্যায়ত কৈছে—"সংপ্ৰাপ্তায় ত্বতিথয়ে প্ৰদদ্যাদাসনোদকে।
অন্নং চৈব যথাশক্তি সংকৃত্য বিধিপূৰ্বকম্ ॥৯৯॥
শিলানপ্যুঞ্ছতো নিত্যং পঞ্চাগ্নীনপি জুহ্বতঃ।
সৰ্বং সুকৃতমাদত্তে ব্ৰাহ্মণোঽনৰ্চিতো বসন্" ॥১০০॥

(অতিথি-সজ্জন সমাগত হলে যথা নিয়মে অভ্যৰ্থনা জনাই আসন, শয্যা, আহাৰ, পানী আদি দি যথাশক্তি শুশ্ৰূষা কৰিব লাগে। শিলোঞ্ছবৃত্তিধাৰী অথবা পঞ্চাগ্নিহোমী হলেও অতিথি ব্ৰাহ্মণক অনাদৰ কৰা জনৰ সমস্ত শুভকৰ্মৰ ফল সেই প্ৰত্যাখ্যাত অতিথিজনে কাঢ়ি নিয়ে।) এই অপৰাধ যাতে নহয়, তাৰ কাৰণে গৃহস্থৰ সাৱধানতা আৱশ্যক।

গৃহে (ঘৰত) অনশ্নন্ (অনাহাৰে) অবাৎসীঃ (বাস কৰিলা), তস্মাৎ (সেই বাবে) প্ৰতি (প্ৰতি ৰাত্ৰিৰ বদলি এক-একৈ) ত্ৰীন্ বৰান্ (তিনিটা বৰ) বৃণীষ (প্ৰাৰ্থনা কৰা)। ৯।।

আত্মীয়লোকবপৰা অতিথিৰ বাতৰি পাই যমৰাজে লৰা-লৰিকৈ অতিথি নচিকেতাৰ ওচৰ পালেগৈ আৰু পাদ্য আদিৰে তেওঁক যথোচিত অভ্যৰ্থনা জনাই কলে যে "হে ব্ৰহ্মণ্যদেৱ! তুমি মোৰ পূজনীয় অতিথি! তোমাক আদৰ-সাদৰ কৰি সেৱা-সৎকাৰেৰে সন্তুষ্ট কৰা মোৰ কৰ্তব্য আছিল, কিন্তু মোৰ দোষতেই তুমি তিনি ৰাতি পৰ্যন্ত মোৰ ঘৰত উপৱাসী হৈ থাকিবলগীয়া হ'ল। এই অপৰাধৰ বাবে ক্ষমা বিচাৰি মই তোমাক সেৱা জনাইছোঁ। হে পূজ্য ব্ৰাহ্মণ! মোৰ যেন অতিথি-অৱমাননাৰ দোষ-খণ্ডন হৈ মঙ্গল হয়। তুমি প্ৰত্যেক ৰাত্ৰিবাসৰ বদলি এক--একৈ তিনিটা বৰ তোমাৰ ইচ্ছা-মতেই মোৰপৰা প্ৰাৰ্থনা কৰি লোৱাঁ ॥৯॥

শান্তসংকল্পঃ সুমনা যথা স্যাদ্বীতমন্যু
গৌতমো মাভি মৃত্যো।
ত্বৎপ্ৰসৃষ্টং মাভিৱদেৎ প্ৰতীত
এতত্ত্ৰয়াণাং প্ৰথমং বৰং বৃণে ॥১০॥

মৃত্যো (হে যমৰাজ!) যথা গৌতমঃ (যাতে গৌতমবংশীয় মোৰ পিতা) মা অভি (মোৰ প্ৰতি) শান্তসংকল্পঃ (উৎকণ্ঠা-শূন্য), সুমনাঃ (প্ৰসন্নচিত্ত), বীতমন্যুঃ (ক্ৰোধৰহিত) স্যাৎ (হয়),

[ অ'ক ] ত্বৎপ্ৰসৃষ্টম (আপোনাৰদ্বাৰা প্ৰেৰিত) মা (মোক) প্ৰতীতঃ ('এইটো মোৰ পুত্ৰ, বুলি বিশ্বাস কৰি) অভিবদেৎ (সাদৰ-সম্ভাষণ কৰে)—এতৎ (এইটো) ত্ৰয়াণাম্ (তিনিটা বৰৰ ভিতৰত) প্ৰথমম্ বৰম্ (প্ৰথম বৰ) বৃণে (প্ৰাৰ্থনা কৰিছোঁ) ॥১০॥

[ ব্ৰাহ্মণ-বালক, ত্যাগমূৰ্তি নচিকেতাই যমৰাজৰ বিনয়-বচন আৰু ব্যৱহাৰত আশ্বাসিত হৈ জনালে যে— ] হে মৃত্যুপতি! মোৰ পিতা গৌতমবংশীয় উদ্দালক—ঋষি খঙৰ বেগত মোক আপোনাৰ ওচৰলৈ পঠালে, তেওঁ চাগে এতিয়া পুত্ৰ-ত্যাগৰ দুখত উদ্বিগ্নচিত্ত হৈ আছে, যাতে শান্তচিত্ত আৰু মোৰ প্ৰতি ক্ৰোধশূন্য হয়; মই আকৌ যেতিয়া আপোনাৰ আদেশত ঘৰলৈ যাম, তেতিয়া তেওঁ যেন মোক নিজৰ পুত্ৰ বুলি চিনি পায়। কিয়নো যমলোকলৈ অহা জনৰ সৈতে মৰ্ত্যলোকবাসী কাৰো পৰিচয় নাথাকে। পিতাৰ যাতে মোৰ পৰিচয় পোৱাত কোনো আশঙ্কা নাথাকে আৰু পূৰ্ববৎ মৰম-চেনেহেৰেই যেন কথা-বতৰা পাতে। আপুনি দিবখোজা বৰ তিনি-টাৰ ভিতৰত এইটোকে মই প্ৰথম বৰৰূপে প্ৰাৰ্থনা কৰিছোঁ ॥১০॥

যথা পুৰস্তাদ্ ভৱিতা প্ৰতীত-
ঔদ্দালকিৰাৰুণিৰ্মৎপ্ৰসৃষ্টঃ
সুখꣳ ৰাত্ৰীঃ শয়িতা বীতমন্যু-
স্ত্বাং দদৃশিবান্ মৃত্যুমুখাৎ প্ৰমুক্তম্ ॥১১॥

ত্বাম্ ( তোমাক ) মৃত্যুমুখাৎ ( মৃত্যুৰ মুখৰপৰা ) প্ৰমুক্তম্ ( মুক্তি পোৱা—ঘূৰি অহা ) দদৃশিৱান ( দেখা পাই ) মৎপ্ৰসৃষ্টঃ ( মোৰ অভিপ্ৰায় অনুসাৰে ) আৰুণিঃ ( অৰুণৰ পুত্ৰ ) ঔদ্দালকিঃ ( তোমাৰ পিতা উদ্দালকে ) যথা পুৰস্তাৎ ( পূৰ্বৰ দৰেই ) প্ৰতীতঃ ( 'মোৰ পুত্ৰ বুলি' চিনি পাই ) বীতমন্যুঃ ভৱিতা ( পং আৰু দুখ নোহোৱা হ'ব ) ; ৰাত্ৰীঃ ( আৰু অৱশিষ্ট ৰাতিবিলাক ) সুখম্ শয়িতা ( সুখ অৰ্থাৎ সন্তুষ্টচিত্তেৰে শুব পাৰিব ) ॥১১॥

[যম ৰজাই কলে—] তোমাক মৃত্যুৰ মুখৰপৰা ঘূৰি যোৱা দেখা পাই অৰুণৰ পুত্ৰ তোমাৰ পিতৃ উদ্দালকে মোৰ অভিপ্ৰায় অনুযায়ী তোমাক পুত্ৰ বুলি চিনি পাই আনন্দিত হ'ব আৰু আগৰ দৰেই আদৰ-সাদৰ কৰিব ; তেওঁৰ তোমাৰ প্ৰতি হোৱা ক্ৰোধ আৰু তোমাক যমৰ ঘৰলৈ পঠিয়াই ওপজা দুখ নোহোৱা হৈ যাব। তোমাক ঘূৰাই পোৱাৰ পাছত তেওঁৰ আয়ুষৰ অৱশিষ্ট দিনবিলাক সন্তোষেৰে সুখনিদ্ৰাতেই চলি যাব ॥১১॥

স্বৰ্গে লোকে ন ভয়ং কিংচনাস্তি
ন তত্ৰ ত্বং ন জৰয়া বিভেতি।
উভে তীৰ্ত্বাশনায়াপিপাসে
শোকাতিগো মোদতে স্বৰ্গলোকে ॥১২॥

স্বৰ্গে লোকে ( স্বৰ্গলোকত ) কিংচন ভয়ম্ ( কোনো ভয় ) ন অস্তি ( নাই ), তত্ৰ ( তাত ) ত্বম্ ন ( আপুনিও নাই ), জৰয়া

( বুঢ়া হোৱা কষ্টৰ নিমিত্তে ) ন বিভেতি ( কোনেও ভয় নাপায় ), অশনায়াপিপাসে ( ভোক আৰু পিয়াহ ) উভে তীৰ্ত্বা ( উভয়কে অতিক্ৰম কৰি ) স্বৰ্গলোকে ( স্বৰ্গলোকবাসী ) শোকাতিগঃ ( দুখাতীত হৈ ) মোদতে ( আনন্দ-ভোগ কৰে ) ॥১২॥

[ প্ৰথম বাৰ লাভ কৰি নচিকেইতাই কলে—]হে ধৰ্মৰাজ ! মই জানো যে, স্বৰ্গলোকত কোনো যমাৰ-আজ্ঞাৰৰ ভয় নাই, তাত বুঢ়া হৈযো কোনো কষ্টপাব লগা নহয়—স্বৰ্গ-বাসী চিৰ-যুৱা ; আপুনিও তাত নাই—অৰ্থাৎ তাত কোনোৱেই মৃত্যুৰ অধীন নহয়। আকৌ স্বৰ্গবাসীয়ে ভোক-পিয়াহৰ জ্বালাত মৰ্ত্ত্যবাসীৰ দৰে হা-হুতাশ কাঢিবও নালাগে, তেওঁলোক সেই উভয়কে অতিক্ৰম কৰি সকলো দুখ-শোকৰ অতীত হৈ সদায় আনন্দ-ভোগ কৰে - ॥১২॥

স ত্বমগ্নিꣳ স্বৰ্গ্যমধ্যেষি মৃত্যো
প্ৰব্ৰূহি ত্বꣳ শ্ৰদ্দধানায় মহ্যম্ ।
স্বৰ্গলোকা অমৃতত্বং ভজন্ত—
এতদ্ দ্বিতীয়েন বৃণে বৰেণ ॥১৩॥

মৃত্যো ( হে যমৰাজ ! ) সঃ ত্বম্ ( সেই আপুনি ) স্বৰ্গ্যম্ অগ্নিম্ ( স্বৰ্গপ্ৰাপ্তিৰ সাধনভূত অগ্নিৰ যথাৰ্থ তত্ত্ব ) অধ্যেষি (জানে), [ যি অগ্নিবিজ্ঞানৰ সহায়ত ] স্বৰ্গলোকাঃ ( স্বৰ্গবাসীসকলে ) অমৃতত্বম্ ভজন্তে ( অমৰত্ব প্ৰাপ্ত হয় ) ; ত্বম্ ( আপুনি ) শ্ৰদ্দধানায় মহ্যম্ ( শ্ৰদ্ধালু মোক ) প্ৰব্ৰূহি ( "সেই অগ্নিবিদ্যা" বুজাই কওক ) ; এতৎ ( ইয়াকে ) দ্বিতীয়েন বৰেণ ( দ্বিতীয় বৰুৰূপে ) বৃণে ( প্ৰাৰ্থনা কৰিছোঁ )] ।১৩।

হে যমৰাজ! যি অগ্নিবিদ্যাৰ সহায়ত স্বৰ্গত বাস-কৰা লোকসকলে অমৰত্ব—দেৱত্ব প্ৰাপ্ত হয়, সেই স্বৰ্গ লোকসাধক অগ্নিৰ যথাৰ্থ তত্ত্ব আপোনাৰ জনা আছে। সেই অগ্নিতত্ত্ব জানিবলৈ মোৰ শ্ৰদ্ধা কৈছে। আপুনি মোৰ শ্ৰদ্ধাৰ পাত্ৰ; শ্ৰদ্ধাযুক্ত জনেই তত্ত্বজ্ঞানৰ অধিকাৰী নহয় জানো? আপুনি অনুগ্ৰহ ক'ৰি শ্ৰদ্ধাশীল মোক সেই অগ্নিবিদ্যাৰ উপদেশ দিয়ক। ইযাকে মই দ্বিতীয় বৰস্বৰূপে প্ৰাৰ্থনা কৰিছোঁ॥১৩॥

প্র তে ব্রবীমি তদু মে নিবোধ
স্বর্গ্যমগ্নিং নচিকেতঃ প্রজানন্।
অনন্তলোকাপ্তিমথো প্রতিষ্ঠাং
বিদ্ধি ত্বমেতং নিহিতংগুহায়াম্॥১৪॥

নচিকেত: (হে নচিকেতা!) স্বৰ্গ্যম্ অগ্নিম্ (স্বৰ্গসাধক অগ্নিবিদ্যাক) প্ৰজানন্ (বিশেষভাৱে জানিছেই মই) তে (তোমাক) প্ৰব্ৰবীমি (সবিশেষ কৈছোঁ), তৎ উ মে (তাক তুমি মোৰপৰা) নিবোধ (ভালদৰে বুজি লোৱা)। ত্বম্ এতম্ (তুমি এই বিদ্যাক) অনন্তলোক—আপ্তিম্ (অবিনশ্বৰ লোক-প্ৰাপ্তিৰ উপায়স্বৰূপ), প্ৰতিষ্ঠাম্ (তাৰ আধাৰভূত) অথো (আৰু) গুহায়াম্ নিহিতম্ (বুদ্ধিৰূপ গুহাত নিবিষ্ট) বিদ্ধি (জানি বুজা)॥১৪॥

[যমৰজাই কলে—]হে নচিকেতা! মই স্বৰ্গপ্ৰাপ্তিৰ সাধনৰূপা অগ্নিবিদ্যা ভালদৰেই জানোঁ আৰু তোমাক

তাৰ সবিশেষৰূপ বুজাই দিছোঁ; তুমি মনোযোগ সহকাৰে যথাৰ্থৰূপে বুজি লোৱা। এই অগ্নিবিদ্যা—অগ্নিৰ যথাৰ্থ তত্ত্বজ্ঞান অনন্ত—অবিনশ্বৰ স্বৰ্গপ্ৰাপ্তিৰ উপায় স্বৰূপ আৰু সেই চিৰসুখধামৰ আধাৰ; তদুপৰি জনা আৱশ্যক যে, এই অগ্নিৰহস্য বিদ্বানসকলৰ বুদ্ধিৰূপগুহাত অন্তঃপ্ৰবিষ্ট থাকে ॥১৪॥

লোকাদিমগ্নিং তমুৱাচ তস্মৈ
য়া ইষ্টকা য়াৱতীৰ্বা য়থা ৱা।
স চাপি তৎ প্ৰত্যৱদদ্ য়থোক্ত-
মথাস্য মৃত্যুঃ পুনৰেৱাহ তুষ্টঃ ॥১৫॥

লোক-আদিম্ তম্ অগ্নিম্ (স্বৰ্গাদিলোকৰ কাৰণস্বৰূপ সেই অগ্নিতত্ত্ব) তস্মৈ (নচিকেতাক) উবাচ (উপদেশ দিলে) যাঃ যাবতীঃ বা (যেনেকুৱা আৰু যিমান) ইষ্টকাঃ ('যজ্ঞ-কুণ্ড-আদি নিৰ্মানৰ কাৰণে সংগ্ৰহ কৰিবলগীয়া' ইটা লাগিব) বা যথা (আৰু যি প্ৰকাৰে 'অগ্নিচয়ন কৰিব লাগিব'—[ এই সকলো কথা বুজাই ক'লে ])। চ সঃ অপি (আৰু সেই নচিকেতায়ো) তৎ যথা-উক্তম্ (সেই যমে কোৱা সকলো কথা যথাযথৰূপে) প্ৰতি-অবদৎ (পুনৰাবৃত্তি কৰিলে—মুখস্থ গাই শুনালে)। অথ (ইয়াৰ পাছত) মৃত্যুঃ (মৃত্যুপতি যম) অস্য (নচিকেতাৰ প্ৰতি) তুষ্টঃ (সন্তুষ্ট হৈ) পুনঃ এব আহ (আকৌ ক'লে) ॥১৫।

পূৰ্বোক্তৰূপে অগ্নিবিদ্যাৰ মহত্ব আৰু গোপনীয়স্বৰ কথা কৈ যমৰজাই স্বৰ্গাদি সমস্তলোকৰ কাৰণ অগ্নিৰ

যথাৰ্থস্বৰূপ * সেই নচিকেতাক উপদেশ দিলে। যজ্ঞ-বেদীৰ কুণ্ড আদি নিৰ্মাণৰ কাৰণে কেনে আকাৰৰ আৰু কিমান ইটা সংগ্ৰহ কৰিব লাগিব, তা'ৰ পৰিপাটী কেনে-কুৱা হব, আৰৌ কি প্ৰকাৰে অগ্নিচয়ন কৰিব লাগিব, তাৰ প্ৰণালী কেনেকুৱা— ইত্যাদি সকলো কথা বুজাই কলে। তাৰ পাছত 'তেওঁৰ উপদিষ্ট কথাবোৰ নচি-কেতাই ধাৰণা কৰিব পাৰিছেনে নাই'—এনে যমৰাজৰ জিজ্ঞাসু দৃষ্টি লক্ষ্য কৰি নচিকেতাই যমৰপৰা শুনা সমস্ত উপদেশ অবিকল যথাযথৰূপে আবৃত্তি কৰি শুনালে। শিষ্যৰ বিচক্ষণ বুদ্ধি আৰু স্মৃতি-শক্তিত সন্তুষ্ট হৈ যমে আৰৌ কবলৈ ধৰিলে— ॥১৫॥

---

* শ্ৰুতিবাক্যৰপৰা বুজা যায়। (বৃঃ ১।২।৩) যে বিৰাট্-পুৰুষ স্বয়ং অগ্নি, বায়ু, সূৰ্য আদি হৈছিল। ইয়াতো উক্ত অগ্নিপদে বিৰাট্পুৰুষকে বুজাইছে—

'স বৈ শৰীৰী প্ৰথমঃ স বৈ পুৰুষ উচ্যতে।
আদিকৰ্তা চ ভূতানাং ব্ৰহ্মাগ্ৰে সমবৰ্তত'॥

এই শাস্ত্ৰবাক্যৰদ্বাৰা জানিব পাৰি—অগ্নিৰূপী বিৰাট্ পুৰুষেই জীৱসৃষ্টিত প্ৰথম শৰীৰধাৰী জীৱ আৰু তেওঁৰপৰাই এই জগৎ-প্ৰপঞ্চ সমুৎপন্ন হ'ল। এই কাৰণতে অগ্নিক 'লোকাদি' অৰ্থাৎ সমস্ত লোকৰ আদি বুলি উল্লেখ কৰিলে। (দ্ৰষ্টব্য—প্ৰশ্নঃ ১।৭-৮; শ্বেতাঃ ৬।১৫; ভাগবত ৫।৭।১৪)।

তমব্রবীৎ প্রীয়মাণো মহাত্মা
বরং তবেহাদ্য দদামি ভূয়ঃ।
তবৈব নাম্না ভবিতায়মগ্নিঃ
সৃঙ্কাং চেমামনেকরূপাং গৃহাণ ॥১৬॥

প্রীয়মানঃ (প্রীতিযুক্ত হৈ) মহাত্মা (সদাশয় ধর্মৰাজে) তম্ (তেওঁক) অব্রবীৎ (কলে), তব (তোমাক) ইহ (ইয়াতেই) অদ্য (আজি) ভূয়ঃ বৰম (আৰু এটা অতিৰিক্ত বৰ) দদামি (দিছোঁ), অয়ম অগ্নিঃ (এই মোৰ উপদিষ্ট অগ্নি) তব এব নাম্না (তোমাৰেই নামেৰে) ভবিতা (প্ৰসিদ্ধ হব), চ (পুনঃ) ইমাম্ (এই) অনেকরূপাম্ সৃঙ্কাম (অনেক ৰূপযুক্তা ৰত্নমালা) গৃহাণ (গ্ৰহণ কৰা)। [ অথবা—সৃঙ্কা = অনেকাৰ্থযুক্ত কৰ্মবিজ্ঞান, গ্ৰহণ কৰা=উপলব্ধ হওক ] ॥১৬॥

প্ৰতিভাশালী শিষ্যৰ অনুপম যোগ্যতা দেখি সন্তুষ্ট হৈ সদাশয় যমৰাজে নচিকেতাক কলে- তোমাৰ বিচক্ষণতাৰ কাৰণে মই আনন্দ পাইছোঁ, সেইকাৰণে এতিয়াই মই আৰু এটা অযাচিত অতিৰিক্ত বৰ দিলোঁ যে, মই এই যি অগ্নিবিষয়ক উপদেশ দিলোঁ, সেই অগ্নি তোমাৰেই নামেৰে 'নাচিকেত অগ্নি' বুলি প্ৰসিদ্ধ হব। আৰু জগতে তোমাৰ বিদ্যাত সিদ্ধিলাভৰ কাৰণে অনেকাৰ্থযুক্ত যজ্ঞাদি কৰ্মৰ প্ৰকৃতাৰ্থনিৰ্ণয় কাৰৰূপৰা ৰত্নৰূপা মালাখন দিলোঁ, তাকো গ্ৰহণ কৰা— অৰ্থাৎ যজ্ঞাদিকৰ্মৰ যথাৰ্থ তত্ত্ব উপলব্ধি কৰা—এইবৰো দিলোঁ ॥১৬॥

ত্রিনাচিকেতস্ত্রিভিরেত্য সংধিং,
ত্রিকর্মকৃৎ তরতি জন্মমৃত্যূ।
ব্রহ্মজজ্ঞং দেবমীড্যং বিদিত্বা
নিচায্যেমাং শান্তিমত্যন্তমেতি ॥১৭॥

ত্রিনাচিকেতঃ ( বিধিমতে তিনিবাৰ এই নাচিকেত অগ্নিৰ চয়নকাৰী জনে ) ত্রিভিঃ সংধিম এত্য ( বেদ, স্মৃতি আৰু সদাচাৰ এই তিনিওৰে সৈতে সম্বন্ধ ৰাখি ), ত্রিকর্মকৃৎ ( যজ্ঞ, দান আৰু তপ—এই ত্রিবিধ কর্ম নিষ্কামভাবে অনুষ্ঠান কৰি ) জন্মমৃত্যূ তৰতি ( জন্মমৃত্যুৰূপ সংসাৰ তৰি যায় ), ব্রহ্মজজ্ঞম ( ব্রহ্মৰপৰা উৎপন্ন সর্বজ্ঞানবিশিষ্ট ) ঈড্যম্ ( স্তুতনীয় ) দেবম্ ( প্রকাশময় অগ্নিৰূপ বিৰাটক ) বিদিত্বা ( জানি ) নিচায্য ( উপলব্ধি কৰি ) ইমাম্ শান্তিম্ ( এই ব্রহ্মসাক্ষাৎকাৰৰূপ পৰম শান্তি ) অত্যন্তম্ এতি ( একান্তভাবে পায় ) ॥১৭॥

শ্রুতি, স্মৃতি আৰু সদাচাৰৰ সৈতে সম্বন্ধ ৰাখি অর্থাৎ এই তিনিৰ অনুমোদিত বিধি-ব্যৱস্থা অনুসৰণ কৰি যজ্ঞ, দান আৰু তপস্যাৰূপ ত্রিবিধ কর্মৰ ( গীতা ১৮।৫ ) নিষ্কামভাবে অনুষ্ঠানকাৰী যি লোকে এই নাচিকেত অগ্নিৰ তিনিবাৰ চয়ন কৰে, তেওঁ জন্ম-মৃত্যুৰূপ সংসাৰ সাগৰ তৰি যায়। তেওঁ ব্রহ্মৰপৰা প্রথমোৎপন্ন, সর্বজ্ঞানময়, সর্বস্তুত্য, স্বপ্রকাশ অগ্নিৰূপ বিৰাটপুৰুষক যথার্থৰূপে জানি আত্মা ( জগদাত্মা পৰমেশ্বৰ ) ৰূপে

উপলব্ধি কৰে আৰু একান্তভাৱে ব্ৰহ্ম-সাক্ষাৎকাৰ পৰম শান্তি উপভোগ কৰে ॥১৭॥

ত্ৰিনাচিকেতস্ত্ৰয়মেতদ্ বিদিত্বা
য় এৱং বিদ্বাংশ্চিনুতে নাচিকেতম্ ।
স মৃত্যুপাশান্ পুৰতঃপ্ৰণোদ্য
শোকাতিগো মোদতে স্বৰ্গলোকে ॥১৮॥

এতৎ ত্ৰয়ম (এই ১৫ মন্ত্ৰত কথিত ইটাৰ প্ৰকাৰ, সংখ্যা আৰু অগ্নিচয়নপ্ৰক্ৰিয়া)—বিদিত্বা (জানি) ত্ৰিনাচিকেতঃ (তিনিবাৰ নাচিকেত অগ্নিৰ অনুষ্ঠানকাৰী) য়ঃ (যি লোকে) নাচিকেতম (নাচিকেত অগ্নিক) এৱম্ (এনেকৈ আত্মাৰূপে) বিদ্বান্ (জানি) চিনুতে (চয়ন—ধ্যান কৰে), সঃ (সেওঁ) মৃত্যুপাশান (মৃত্যুৰ বান্ধবিলাক) পুৰতঃ প্ৰণোদ্য (আগতে—এই শৰীৰতে ছিন্ন কৰি) শোক অতিগঃ (শোকৰ কাৰণ দুখবোধ অতিক্ৰম কৰি) স্বৰ্গলোকে মোদতে (বৈৰাজ ধামত আনন্দ-ভোগ কৰে) ॥১৮॥

পূৰ্বতে ১৫ মন্ত্ৰত কথিত ইটাৰ প্ৰকাৰ, সংখ্যা আৰু অগ্নিস্থাপনৰ প্ৰণালী—এই তিনিওটা কথা ভালদৰে জানি যি বিদ্বান্ লোকে তিনিবাৰ নাচিকেত অগ্নিত হৱন-ক্ৰিয়া কৰে আৰু নাচিকেত অগ্নিক আত্মাৰূপে - পৰমেশ্বৰ জ্ঞানে তেওঁৰ ধ্যান কৰে, তেওঁ এই দেহত্যাগৰ পূৰ্বতে ৰাগ-দ্বেষ প্ৰভৃতি মৃত্যুৰ পাশ-জৰীবোৰ কাটি-চিঙি সংসাৰ-যাতনাৰ পৰা মুক্ত হৈ বৈকুণ্ঠধামত অকুণ্ঠিত আনন্দভোগ কৰিব পাৰে ॥১৮॥

এষ তেঽগ্নির্নচিকেতঃ স্বর্গ্যো
যমবৃণীথা দ্বিতীয়েন বরেণ।
এতমগ্নিং তবৈব প্রবক্ষ্যন্তি জনাস
স্তৃতীয়ং বরং নচিকেতো বৃণীষ্ব ॥১৯॥

নচিকেতঃ (হে নচিকেতা!) যম্ (যি অগ্নিবিজ্ঞান) দ্বিতীয়েন বরেণ (দ্বিতীয় বৰৰূপে) অবৃণীথাঃ ('তুমি' খুজিছিলা), তে (তোমাক) এষঃ স্বর্গ্যঃ অগ্নিঃ (সেই এই স্বৰ্গসাধক অগ্নি-বিদ্যাৰ উপদেশ দিয়া হ'ল)। এতম অগ্নিম্ (এই অগ্নিক 'এতিয়াৰপৰা') জনাসঃ (লোকসকলে) তব এব নাম্না (তোমাৰেই নামেৰে) প্ৰবক্ষ্যন্তি (ক'ব)। নচিকেতঃ (হে নচিকেতা!) তৃতীয়ং বরং বৃণীষ্ব (এতিয়া তৃতীয়টো বৰ প্ৰাৰ্থনা কৰা) ॥১৯॥

হেৰা নচিকেতা! তুমি দ্বিতীয় বৰৰূপে যি বিচাৰি-ছিলা, সেই এই স্বৰ্গসাধক অগ্নিবিদ্যাৰ উপদেশ মই তোমাক দিলোঁ। এতিয়াৰপৰা এই অগ্নিক লোকসকলে তোমাৰ নামেৰেই ব্যৱহাৰ কৰিব। এতিয়া তোমাৰ তৃতীয়টো অভীষ্ট বৰ প্ৰাৰ্থনা কৰা ॥১৯॥

যেয়ং প্রেতে বিচিকিৎসা মনুষ্যে
হস্তীত্যেকে নায়মস্তীতি চৈকে।
এতদ্বিদ্যামনুশিষ্টস্ত্বয়াহং
বরাণামেষ বরস্তৃতীয়ঃ ॥২০

প্ৰেতে মনুষ্যে (মৃত-জনৰ বিষয়ে) যা ইয়ম্ বিচিকিৎসা (যি এই সন্দেহ যে), একে (কোনো কোনোৱে) অয়ম্ অস্তি ইতি ('মৃত্যুৰ পাছতো' এই আত্মা থাকে বুলি কয়), চ একে (আৰু আনসকলে) ন অস্তি ইতি (নাথাকে বুলি কয়)। ত্বয়া অনুশিষ্টঃ (আপোনাৰদ্বাৰা উপদেশ পাই) অহম্ এতৎ বিদ্যাম্ (মই এই বিষয়টো জানিব খোজোঁ)। এষঃ (এইটো) বৰানাম্ (বৰ তিনিটাৰ) তৃতীয়ঃ বৰঃ (তৃতীয় বৰ হওক)॥২০॥

[ইহলোকৰ কল্যানসাধক পিতাৰ সন্তুষ্টিসাধনৰূপে প্ৰথম বৰ আৰু পৰলোকৰ নিমিত্তে সদ্‌গতিসাধক অগ্নি-বিদ্যাৰ উপদেশপ্ৰাপ্তিৰূপে দ্বিতীয় বৰ লাভ কৰা এতিয়া নচিকেতাই তৃতীয় বৰত আত্ম-তত্ত্ব জানিবৰ অভিপ্ৰায় কৰি ধৰ্মৰাজ যমৰ ওচৰত লোকপ্ৰচলিত দুটা মত উত্থাপন কৰি তাৰ সমাধান বিচাৰি ধৰ্মৰাজক জনালে—] হে গুৰুদেৱ! এই এটা খুব সন্দেহৰ বিষয় জনসমাজত চাল আহিছে যে, 'মানুহ মৰলে মৰাৰ পাছতো আত্মা থাকে'—এই বুলি কিছুমানে কয় আৰু আন কিছুমানে কয় যে 'আত্মা নাথাকে - মৰাৰ লগতে সকলো শেষ'। এই সংশায়ত্ত বিষয়টোৰ আচল ৰহস্য কি? মই আশা কৰিছোঁ—আপোনাৰ উপদেশ পাই এই আত্মতত্ত্ব মই ভালদৰে বুজি পাম *॥ তৃতীয়টো প্ৰাৰ্থনীয় বৰ মোৰ এইটোৱেই॥২০॥

* মৰণোত্তৰ আত্মাৰ অস্তিত্বসম্বন্ধে নচিকেতাৰ নিজৰ কোনো সন্দেহ নাই বুলিয়েই বুজিব পাৰি। পিতাকে জীৰ্ণ-শীৰ্ণ গৰুবোৰ

দেৱৈৰত্ৰাপি বিচিকিৎসিতং পুৰা
নহি সুবিজ্ঞেয়মণুৰেষ ধৰ্ম্মঃ।
অন্যং বৰং নচিকেতো বৃণীষ্ব
মা মোপৰোৎসীৰতি মা সৃজৈনম্ ॥২১॥

নচিকেতঃ (হে নচিকেতা!) অত্ৰ (এই বিষয়ত) পুৰা (পূৰ্বতে) দেৱৈঃ অপি (দেৱতাসকলেও) বিচিকিৎসিতম্ (সন্দেহ কৰিছিল); হি (কিয়নো) অণুঃ এষঃ ধৰ্মঃ (অতি সূক্ষ্ম এইটো

---

দক্ষিণা দিয়া দেখি নচিকেতাৰ চিন্তা হৈছিল যে, এনেবোৰ গৰুৰ দানৰদ্বাৰা দাতাৰ আনন্দৰহিত (অনন্দাঃ) নৰকাদি লোক প্ৰাপ্তি হয়। এইদৰেই দ্বিতীয় বৰত স্বৰ্গাদি আনন্দদায়ক লোকপ্ৰাপ্তিৰ সাধকৰূপে অগ্নিতত্ত্বৰ উপদেশ প্ৰাৰ্থনা কৰিছিল। গতিকেই তেওঁ স্বৰ্গ-নৰকাদি বিশ্বাস কৰিছিল। স্বৰ্গ অথবা নৰক মৰাৰ পাছতহে হব পাৰে। মৃত্যুৰ পাছত আত্মাৰ অস্তিত্ব নাথাকিলেনো স্বৰ্গ-নৰকাদি—প্ৰাপ্তি কাৰ হ'ব? এই কাৰণে নচিকেতাই কলে যে, কোনো-কোনোৱে মৃত্যুৰ পাছত আত্মাৰ অস্তিত্ব মানে আৰু আন কোনোৱে নামানে; তেওঁ নিজৰ মত বুলি কোৱা নাই। বাস্তৱিক এই প্ৰশ্ন এনে গূঢ়াৰ্থ প্ৰকাশক হৈছে যে, যিটোৰ উত্তৰ দিওঁতে আত্মাৰ স্বৰূপ, গুণ আৰু মনুষ্যজন্মৰ চৰম লক্ষ্য পৰমাত্মাপ্ৰাপ্তিৰ উপায়বৰ্ণনা আপোনা-আপুনি আহি পৰিব। সেইকাৰণে এই প্ৰশ্ন আত্মাৰ অস্তিত্ববিষয়ে সন্দেহসূচক নহয়, আত্মতত্ত্বজ্ঞানৰ অভিপ্ৰায়জ্ঞাপক হে। তৈত্তিৰীয়-ব্ৰাহ্মণত থকা নচিকেতাৰ আখ্যানত তো নচিকেতাই তৃতীয় বৰ হিচাবে মৃত্যুক জয় কৰিবলৈ—মুক্তিসাধনোপায় জানিবলৈ প্ৰাৰ্থনা কৰিছিল—(পুনমৃ্ত্যোৰ্মেঽপচিতিং ব্ৰূহি)।

বিষয়) সুবিজ্ঞেয়ম ন (সহজতে বোধগম্য নহয়)। অন্যম বরম্ বৃণীষ্ব ('সেই কারণে তুমি' অন্য কোনো এটা বর খোজা); মা (মোক) মা উপরোৎসীঃ (দাবী নকরিবা', মা (মোৰ প্ৰতি) এনম (এই বৰৰ প্ৰাৰ্থনা) অতিসৃজ (পৰিত্যাগ কৰা) ॥২১॥

[ধৰ্মৰাজ যমে নচিকেতাই অতি গুৰুত্বপূৰ্ণ বৰ প্ৰাৰ্থনা কৰা শুনি সচকিত হ'ল। তেওঁ ভাবিলে— 'ঋষিৰ সন্তান বালক হ'লে কি হ'ব, তাৰ দেখোন দুৰধিগম্য বিষয় জানিবলৈ আগ্ৰহ'। বালক নচিকেতাৰ এই জ্ঞান-স্পৃহা আৰু সাহসী মনোবৃত্তিৰ আন্তৰিক শলাগ লৈযো তেওঁ আত্ম-তত্ত্ব বিষয়ক উপদেশগ্ৰহণৰ যোগ্য পাত্ৰ হয়নে নহয়, তাক পৰীক্ষা কৰি চাব খুজিলে। অনুৰ্বৰ ক্ষেত্ৰত বীজ বপন নিৰৰ্থক হোৱাৰ নিচিনাকৈ অপাত্ৰত জ্ঞান-বিতৰণো ব্যৰ্থ হোৱা স্বাভাৱিক; সেই কাৰণে যমে প্ৰথমেই পাত্ৰ-পৰীক্ষাৰ অবশ্যকতা বিবেচনা কৰি নচিকেতাই জানিবখোজা বিষয়ৰ কঠিনতা বুজাই অন্য বিষয়লৈ ঢাল খুৱাবলৈ চাই কলে]—হেৰা নচিকেতা! তুমি জানিব খোজা বিষয়টো অতি সূক্ষ্ম; ইমান সূক্ষ্ম যে, তাক বাৰে বাৰে শুনিও বুজিব পৰা নাযায়। দেৱতা সকলৰো এই বিষয়ত সন্দেহ আছে, পূৰ্বে পৰা তেওঁলোকে এই বিষয়ত মত বিনিময় কৰিও সন্দেহযুক্ত হৈয়ে আছে! এই কাৰণে তুমি আন এটা বৰ খোঁজা। কথামতে মই তোমাক আৰু এটা বৰ দিবলগা ধকৰা হৈ আছোঁ। যদিও মোক এইটো বৰ দিয়াৰ নিমিত্তে

বাধ্য নকৰিবা। মোৰ প্ৰতি তোমাৰ এই আত্মতত্ত্বোপদেশৰ দাবী পৰিত্যাগ কৰা ॥২১॥

দেৱৈৰত্ৰাপি বিচিকিৎসিতং কিল
ত্বং চ মৃত্যো যন্ন সুবিজ্ঞেয়মাত্থ।
বক্তা চাস্য ত্বাদৃগন্যো ন লভ্যো
নান্যো বরস্তুল্য এতস্য কশ্চিৎ ॥২২॥

মৃত্যো (হে যমৰাজ!) ত্বম যৎ আত্থ (আপুনি যে কলে,) অত্ৰ কিল (এই বিষয়ত নিশ্চিত ভাবে) দেৱৈঃ অপি (দেৱতাসকলেও) বিচিকিৎসিতম্ (সন্দেহ কৰিছিল), চ (আৰু) ন সুবিজ্ঞেয়ম্ (সহজে বোধগম্যও নহয়), চ (তেনেহলে) ত্বাদৃক্ অন্যঃ (আপোনাৰ দৰে আন এজন) অস্য বক্তা (এই বিষয়টোৰ উপদেশ দিওঁতাও) ন লভ্যঃ (পোৱা নাযাব)। [মই বুজিছোঁ]—এতস্য তুল্যঃ (ইয়াৰ সমান) অন্যঃ কঃচিৎ বৰঃ ন (আন কোনো বৰেই নহয়) ॥২২॥

[আত্মতত্ত্বৰ দুৰ্বোধ্যতাৰ কথা শুনি নচিকেতা বিচলিত নহল, তাৰ অনাৰ উৎসাহে [?]তওঁৰ নদমিল; তেওঁ দৃঢ়ভাবে কলে— ] হে যমৰাজ! আপুনি যে ক'লেই—এই বিষয়টোৰ ওপৰত বিচাৰ-বিতৰ্ক কৰিও দেৱতাসকলৰ সন্দেহ দূৰ হোৱা নাই। আৰু বিষয়টো অতি সূক্ষ্ম বাবে বুজাও সহজ নহয়; তেনেহলে এনে এটা সুগভীৰ তত্ত্ব বুজাব পৰা উপদেষ্টাও তো মই আপোনাৰ বিনা আন এজন নাপাওঁ। আপুনি এইটো

এবি আন এটা বৰ খুজি লবলৈ কৈছে হয়, কিন্তু মই বুজিছোঁ যে, আন একো বৰেই ইয়াৰ সমতুল্য নহয়। এইকাৰণে আপুনি কৃপা কৰি মোৰ এই প্ৰাৰ্থনাকে পূৰ্ণ কৰক ॥২২॥

শতায়ুষঃ পুত্ৰপৌত্ৰান্ বৃণীষ্ব
বহূন্ পশূন্ হস্তিহিৰণ্যমশ্বান্।
ভূমের্মহদায়তনং বৃণীষ্ব
স্বয়ং চ জীৱ শৰদো যাৱদিচ্ছসি ॥২৩॥

শতায়ুষঃ (এশ বছৰ আয়ুষযুক্ত) পুত্ৰপৌত্ৰান্ (পো-নাতি-সমূহ), বহূন্ পশূন্ (বহুত গৰু আদি পশু), হস্তিহিৰণ্যম্ (হাতী আৰু সোন-ধন), অশ্বান্ (ঘোৰাবিলাক) বৃণীষ্ব (প্ৰাৰ্থনা কৰা); ভূমেঃ মহৎ আয়তনম্ (পৃথিবীৰ বিস্তীৰ্ণ অঞ্চল—সাম্ৰাজ্যও) বৃণীষ্ব (খোঁজা); চ (আৰু) স্বয়ম্ (তুমি নিজেও যাৱৎ শৰদঃ ইচ্ছসি (যিমান বছৰ ইচ্ছা কৰা) জীৱ (জীয়াই থাকা) ॥২৩॥

[ দুৰ্বোধ্য কঠিন বিষয় বুলি নচিকেতাক টলাব নোৱাৰি এতিয়া যমে নানা বৈষয়িক প্ৰলোভন দেখুৱাই তেওঁৰ বৈৰাগ্য পৰীক্ষা কৰিবলৈ কলে ]—'হেৰা নচিকেতা! চোঁৱাছোন—সাংসাৰিক-ভোগৰ কাৰণে কিমান-ৰোৰ সুখৰ সামগ্ৰী আছে—তুমি ইচ্ছা কৰিলে মোৰ বৰত এশবছৰ পৰ্য্যন্ত জীৱন-কাল পোৱা পো-নাতি-বিলাকেৰে সৈতে এটা বৃহৎ পৰিয়ালৰ গৃহস্থালি পাতিব

পাৰা. বহুত-বহুত গৰু আদি পশু, হাতী, ঘোঁৰা আৰু সোন-ধন আদি ঐশ্বৰ্য-সম্পত্তিৰ গৰাকী হ'ব পাৰা. পৃথিৱীৰ এখন বিশাল সাম্ৰাজ্যৰ অধীশ্বৰত্ব প্ৰাৰ্থনা কৰি ল'ব পাৰা আৰু এইবোৰ ভোগ কৰিবলৈ তুমি নিজেও যিমান বছৰ ইচ্ছা কৰা, সিমান বছৰ জীৱিত থাকিবলৈ বৰ ল'ব পাৰা' ॥২৩॥

এতত্তুল্যং য়দি মন্যসে ৱৰং
ৱৃণীষ্ব ৱিত্তং চিৰজীৱিকাং চ।
মহাভূমৌ নচিকেতস্ত্বমেধি,
কামানাং ত্বা কামভাজং কৰোমি ॥২৪॥

নচিকেতঃ (হে নচিকেতা!) এতৎ তুল্যম্ (এই আত্মজ্ঞান বৰৰ সমান) বৰম্ (কোনো প্ৰাৰ্থনীয়) যদি মন্যসে (যদি আছে বুলি ভাবা), বৃণীষ্ব (প্ৰাৰ্থি লোৱা); বিত্তম্ চিৰজীৱিকাম্ চ ('তদুপৰি' প্ৰচুৰ ঐশ্বৰ্য-বিভূতি আৰু চিৰজীৱনো প্ৰাৰ্থনা কৰা)। ত্বম্ (তুমি) মহাভূমৌ (বিশাল ভূমণ্ডলত) এধি (অধীশ্বৰ—সম্ৰাট্ হোৱা)। কামানাম্ (সকলো কাম্য-ভোগৰ) ত্বা (তোমাক) কামভাজম্ কৰোমি (ভোগভাগী কৰোঁ) ॥২৪॥

হেৰা নচিকেতা! এই আত্মতত্ত্ব-জ্ঞানৰ তুল্য বৰ যদি কিবা হ'ব পাৰে বুলি তোমাৰ মনে ধৰে, তেন্তে তাক অনায়াসে মোক প্ৰাৰ্থনা কৰাঁ; গৌৰৱিত জীৱন-যাপনৰ কাৰণে প্ৰচুৰ ঐশ্বৰ্য-বিভূতি তদুপৰি চিৰজীৱনো খুজি ল'ব পাৰাঁ; তুমি বিশাল ভূমণ্ডলৰ সম্ৰাট্ হব

পাৰোঁ। তোমা—মই তোমাক যাৱতীয় কামনীয় ভোগ ভুঞ্জাব পাৰোঁ। অৰ্থাৎ সত্যসংকল্প মোৰ একোৱেই অসাধ্য নাই ॥২৪॥

যে যে কামা দুৰ্লভা মৰ্ত্যলোকে,
সৰ্বান্ কামাংশ্ছন্দতঃ প্ৰাৰ্থয়স্ব।
ইমা ৰামাঃ সৰথাঃ সতূৰ্যা
ন হীদৃশা লম্ভনীয়া মনুষ্যৈঃ।
আভিৰ্মৎপ্ৰত্তাভিঃ পৰিচাৰয়স্ব,
নচিকেতো মৰণং মানুপ্ৰাক্ষীঃ ॥২৫॥

যে যে কামাঃ (যিবিলাক ভোগ) মৰ্ত্যলোকে দুৰ্লভাঃ (পৃথিৱীত দুৰ্লভ), সৰ্বান্ কামান্ (সেই সকলোবোৰ বাঞ্ছনীয় ভোগ) ছন্দতঃ (ইচ্ছামতে) প্ৰাৰ্থয়স্ব (খোজা)। ইমাঃ (এই সকল) সৰথাঃ সতূৰ্যাঃ ৰামাঃ (ৰথাৰোহিনী আৰু গান-বাজনাৰ সৈতে থকা স্বৰ্গৰ অপেশ্বৰী 'তুমি লৈ যোৱা')। ঈদৃশাঃ (এনেবোৰ ৰমণী) মনুষ্যৈঃ ন হি লম্ভনীয়াঃ (মানুহৰ নিশ্চয় প্ৰাপ্য নহয়), মৎপ্ৰত্তাভিঃ আভিঃ (মই দিয়া এইসকলৰদ্বাৰা) পৰিচাৰয়স্ব (নিজৰ পৰিচৰ্যা কৰোঁৱা।) নচিকেতঃ (হে নচিকেতা!) মৰণম্ (মৃত্যুৰ পাছত আত্মাৰ অস্তিত্ববিষয়ে) মা অনুপ্ৰাক্ষীঃ (নুসুধিবা) ॥২৫॥

[ পূৰ্বপ্ৰকাৰে পাৰ্থিব প্ৰলোভনেৰে নচিকেতাক ভুলাব নোৱাৰা যেন দেখি আৰু তেওঁক নিজৰ মতে আকোৰ-গোজ হৈ থকা অনুমান কৰি এতিয়া স্বৰ্গীয়

ভোগলৈ আকৰ্ষিত কৰিব খুজি যম বজাই কলে ]—'হেৰা নচিকেতা! যিবিলাক ভোগ এই মৰণশীল মনুষ্যলোকত দুষ্প্ৰাপ্য, সেই সমস্ত বাঞ্ছিত ভোগো তুমি মোৰপৰা ইচ্ছামতে ল'ব পাৰা। চোৱাঁ—এই যে সুন্দৰী অপেশ্বৰী সকলে ৰথত বহি গান-বাজনাৰ লয়-লাসেৰে সৈতে সবাৰো মনোৰঞ্জন কৰে, এনেধৰণৰ মুনিমনমোহিনী সুন্দৰী গাভৰু মৰ্ত্যৰ মানুহে পোৱা তো সম্ভৱ নহয়, মই এওঁ-বিলাকক তোমাকে দি দিওঁ; তুমি এওঁলোকক লৈ যোৱাঁ আৰু এওঁলোকৰপৰা সেৱা-শুশ্ৰূষা লোৱাঁ; কিন্তু হে নচিকেতা! মৃত্যুৰ পাছত আত্মা থাকে নে নাথাকে, এই কথা নুসুধিবা' ॥২৫॥

শ্বোভাৱা মৰ্ত্যস্য য়দন্তকৈতৎ
সৰ্বেন্দ্ৰিয়াণাং জৰয়ন্তি তেজঃ।
অপি সৰ্বং জীৱিতমল্পমেৱ
তৱৈৱ ৱাহাস্তৱ নৃত্যগীতে ॥২৬॥

অন্তক (হে যমৰাজ!) [ আপোনাৰ বৰ্ণিত ভোগসমূহ ] শ্বঃ ভাৱাঃ (কালিলৈকে থাকে নে নাথাকে, সন্দেহ), [ তাৰ-পৰা পোৱা সুখে ] মৰ্ত্যস্য (মানুহ) সৰ্ব—ইন্দ্ৰিয়াণাম্ (সকলো ইন্দ্ৰিয়ৰ) যৎ তেজঃ (যি শক্তি) এতৎ জৰয়ন্তি (তাক ক্ষয় কৰে)। অপি (আকৌ) সৰ্বম্ জীৱিতম্ (সমস্ত জীৱনেই 'সি লাগে যিমানেই দীঘলীয়া নহওক') অল্পম্ এৱ (অলপীয়া হে—পৰিমিত); [ এই কাৰণে ] তৱ ৱাহাঃ (আপুনি দিবলৈ খোজা

ৰথ আদি বাহন ), নৃত্যগীতে ( অপেস্বৰীসকলৰ নাচ-গান ) তব এৱ ( আপোনাৰেই থাকক, 'মোক নালাগে' ) ॥২৬॥

[ যেনেকৈ খুটা এটা কচালি-কচালি দৃঢ়ভাবে পোতা হয়, সেইদৰে যমৰজাই ইটোৰ পাছত সিটোকৈ ক্রমে ক্রমে উত্তম-উত্তম ভোগবিলাকৰ প্রলোভন দেখুৱাই নচিকেতাৰ বিৰাগী বিবেকক আৰু সুদৃঢ় কৰিলে। নচিকেতাই বুজিলে — যাৰ বিনিময়ত ধৰ্মৰাজে অপূৰ্ব, বিচিত্র, স্বৰ্গীয় সুখো দিব খোজে, তেনে অনুপম বস্তুৰ সমকক্ষ আন আৰু কি হব পাৰে ? যমৰ ক্রমোচ্চৱর্ণিত প্রলোভনে নচিকেতাৰ আত্ম-জ্ঞানৰ স্পৃহা বৃদ্ধিহে কৰিলে। শিষ্যৰ বিবেক-বৈৰাগ্য জাগ্রত কৰাত দয়ালু গুৰুৰূপী ধৰ্মৰাজৰ মহানুভৱতাও লক্ষ্য কৰিবলগীয়া। "এই আত্মতত্ত্বজ্ঞানৰ তুল্য আন কিবা বৰ হব পাৰে বুলি যদি তুমি ভাবা, তেন্তে তাক প্রার্থনা কৰা" — গুৰুৰ এনে উক্তিয়ে নচিকেতাৰ নিশ্চয়তাক আৰু সুদৃঢ় কৰিলে ; তেওঁ নিশ্চিত হ'ল যে, ইহলোক আৰু পৰলোকৰো সৰ্বশ্রেষ্ঠ ভোগ-সুখবিলাক আত্মজ্ঞান-সুখৰ কোনো এক ক্ষুদ্রতম অংশৰ সৈতেও তুলনা হব নোৱাৰে। এনে প্রকাৰান্তৰে সদ্গুৰুৰ প্রেৰণা পোৱা শিষ্য নচিকেতাই নিজৰ মত যুক্তিৰে সমৰ্থন কৰি ধৰ্মৰাজক কলে ] — হে সবাৰো অন্তকাৰী যমৰাজ ! আপুনি বিবোৰ ভোগ্যবস্তুৰ মহিমা বখানি মোৰ আগত দ'ল ধাৰিলে, সেই আটাইবোৰেই সেখোন ক্ষণস্থায়ী, সেইবোৰ ইমান কল্পেকীয়া যে, কালিলৈকে

থাকে নে নাথাকে সন্দেহ হয়; সেইবোৰৰপৰা পোৱা সুখো দুখৰেই নামন্তৰ মাত্ৰ ( গীতা ৫।২২ )। বিশেষতঃ সেই ভোগ্যসমূহে সমস্ত ইন্দ্ৰিয়বোৰৰ যি তেজ—যি কাৰ্যকৰণ-শক্তি, তাক শুহি নিয়ে। গতিকে সেইবোৰ ভোগ-সুখ বাঞ্ছা কৰিলে লাভ তো নহয়েই, বৰঞ্চ অনিষ্টহে চপাই লোৱা হব। আপুনি যচা চিৰজীৱনো অনন্ত-কালৰ তুলনাত অতি তুচ্ছ, ব্ৰহ্মা আদি দেৱবৃন্দৰো যেতিয়া মৰণ আছে, তেন্তে চিৰজীৱি হোৱাৰ সাৰ্থকতা ক'ত? এই কাৰণে মই আপোনাক জনাইছোঁ—মোক সেইবোৰ একো নালাগে। আপোনাৰ ৰথ, হাতী আদি বাহনসমূহ, মোহনীয় সুন্দৰীসকল আৰু সেইসবলৰ নাচ-গান আপোনাৰ হৈ য় থাকক ॥২৬॥

ন ৱিত্তেন তৰ্পণীয়ো মনুষ্যো
লপ্স্যামহে ৱিত্তমদ্ৰাক্ষ্ম চেৎ ত্বা।
জীৱিষ্যামো য়াৱদীশিষ্যসি ত্বং
ৱৰস্তু মে ৱৰণীয়ঃ স এৱ ॥২৭॥

মনুষ্যঃ ( মানুহ ) বিত্তেন ( ধন আদি সম্পত্তিৰে ) তৰ্পণীয়ঃন (কেতিয়াও সন্তুষ্ট নহয় ), ত্বা ( আপোনাক ) চেৎ অদ্ৰাক্ষ্ম (যেতিয়া দৰ্শন পালোঁ), বিত্তম্ ( 'তেতিয়া' ধনাদি অবশ্যেই পাম ); ত্বম্ য়াৱৎ ( আপুনি যেতিয়ালৈকে ) ঈশিষ্যসি ( মৃত্যুৰ অধিকাৰী থাকিব ) জীৱিষ্যামঃ ( 'তেতিয়ালৈকে' জীৱিত থাকিম ); [ এই-বোৰ খোজাৰ কোনো অৰ্থ নাই; এই কাৰণে ] মে ( মোৰ )

বৰণীয়ঃ বৰঃ তু ( প্ৰাৰ্থনা কৰিবলগীয়া বৰ কিন্তু ) সঃ এব ( সেই আত্মাৰ তত্ত্বজ্ঞানেই হে ) ॥২৭॥

হে ধৰ্মৰাজ! আপুনি জানেই, মানুহ কেতিয়াও ধন-সম্পত্তিত সন্তুষ্ট নহয় জুইত ঘিউ ঢালিলে জুইৰ শিখা লক্-লকাই বাঢ়ি যোৱাৰ দৰে বাঞ্ছিত ধন পালে আৰু অধিক পোৱাৰ আকাঙ্ক্ষা দোপত-দোপে বাঢ়ি যায়, তেওঁৰ আকাঙ্ক্ষাৰ উপশম কদাপি নহয়, বৰঞ্চ তাৰ তাড়নাত সদায়েই জ্বলি-পুৰি থাকিবলগীয়া হয় ( মনু ২।৯৪ )। বুদ্ধি থকা মানুহে এই যন্ত্ৰণাময় ধন আৰু ভোগ-সুখৰ বাঞ্ছা কিয় কৰিব? আপোনাক যেতিয়া দৰ্শন পালোঁ, মোৰ জীৱন-নিৰ্বাহৰ কাৰণে – প্ৰয়োজনীয় ধন অৱশ্যেই পাম ; মহাপুৰুষৰ দৰ্শন তো বিফলে নাযায়। আৰু দীৰ্ঘজীৱন! যেতিয়ালৈকে আপুনি মৃত্যুৰ অধীশ্বৰ আছে, তেতিয়ালৈকে মোৰ মৃত্যুলৈ ভয় কিহৰ? গতিকে কোনো ফালৰপৰাই এইবোৰ বৰ খোজাৰ সাৰ্থকতা মই নেদেখোঁ। সেই কাৰণে মোৰ প্ৰাৰ্থনীয় বৰ সেই একমাত্ৰ আত্মাৰ তত্ত্বজ্ঞান লাভ কৰাই হে ; তাৰ বাহিৰে আৰু অন্য বৰ নোখোজোঁ। ॥২৭॥

**অজীৰ্য্যতামমৃতানামুপেত্য**
**জীৰ্য্যন্ মৰ্ত্যঃ ক্বধঃস্থঃ প্ৰজানন্।**
**অভিধ্যায়ন্ বৰ্ণৰতিপ্ৰমোদা-**
**নতিদীৰ্ঘে জীৱিতে কো ৰমেত ॥২৮॥**

কু-অধঃস্থঃ ( সর্ববিম্নদেশ পৃথিবীত থকা ) কঃ জীর্য়ন্ মর্ত্যঃ কোন নো জৰা-মৰণধৰ্মী মানুহে ) অজীর্য়তাম্ ( বাৰ্দ্ধক্য নথকা ) অমৃতানাম্ ( মৃত্যু ৰহিত 'আপোনাৰ দৰে মহান্' দেৱতাৰ ) উপ এত্য ( সঙ্গ-লাভ কৰি ) প্ৰজানন্ ( সেইসকলৰপৰা মহৎ-প্ৰয়োজন সাধিত হব পাৰে বুলি' ভালকৈ জানিও) বৰ্ণৰতিপ্ৰমোদান্ ( স্ত্ৰীলোকৰ সৌন্দৰ্য, ক্ৰীড়া আৰু আমোদ-প্ৰমোদৰ কথা ) অভিধ্যায়ন্ ( চিন্তা কৰি ) অতিদীৰ্ঘে জ বিতে ( সুদীৰ্ঘকাল জীয়াই থাকিবলৈ ) ৰমেত ( আনন্দ পাব ) ? ॥২৮॥

হে ধৰ্মৰাজ ! আপুনিযেই বাৰু কওকচোন—পৃথিবীত বাস কৰা জৰা-মৰণশীল এনে কোন মানুহ আছে—যি অজৰ-অমৰ ( আপোনাৰদৰে ) মহান্ দেৱতৰা সঙ্গ-লাভ কৰি আৰু সেইসকলৰ কৃপাত মহৎ প্ৰয়োজন সিদ্ধ হব পাৰে বুলি ভালকৈ বুজিও ৰমণীৰ সৌন্দৰ্য, ক্ৰীড়া আৰু আমোদ-প্ৰমোদৰ কল্পেকীয়া সুখত আসক্ত হৈ সুদীৰ্ঘকাল জীয়াই থাকিবলৈ আনন্দ পাব ? ॥২৮॥

য়স্মিন্নিদং ৱিচিকিৎসন্তি মৃত্যো
য়ৎ সাম্পৰায়ে মহতি ব্ৰূহি নস্তৎ ।
য়োঽয়ং ৱৰোগূঢ়মনুপ্ৰৱিষ্টো
নান্যং তস্মান্নচিকেতা ৱৃণীতে ॥২৯॥

মৃত্যো ( হে যমৰাজ ! ) য়স্মিন্ ( যি আত্মাৰ বিষয়ে ) ইদম্ ( 'আছে নে নাই'—এইটো কথা ) ৱিচিকিৎসন্তি ( মানুহে সন্দেহ কৰে ), য়ৎ ( যিটো কথা ) সাম্পৰায়ে ( পৰলোক সম্বন্ধে

জ্ঞাতব্য )—মহতি ( মহৎ প্রয়োজনীয় ), তৎ নঃ ব্রূহি ( তাক মোক কওক )। অয়ম্ যঃ ( এই যি ) গূঢ়ম্ অনুপ্রবিষ্টঃ বরঃ ( দুৰ্জ্ঞেয় হৈ থকা আত্মতত্ত্বজ্ঞানৰ প্ৰাৰ্থনা ), তস্মাৎ অন্যম্ ( তাৰ বাহিৰে আন একো বৰ ) নচিকেতা ন বৃণীতে ( নচিকেতাই প্ৰাৰ্থনা নকৰে ) ॥২৯॥

[ আত্মতত্ত্ব বা ভগৱত্তত্ত্বৰ অনুসন্ধানী কোনো পুৰুষেই ভোগ-ঐশ্বৰ্যৰ কামনাত প্ৰলোভিত হৈ পৰমাৰ্থলাভৰ কামনা পৰিহাৰ কৰিব নোৱাৰে—এই ভাৱকে প্ৰকাশ কৰি নচিকেতাই কলে ]- হে যমৰাজ ! 'মৃত্যুৰ পাছত আত্মা থাকেনে নেথাকে'—এই প্ৰকাৰে যি আত্মাৰ বিষয়ে জন-সাধাৰণে সন্দেহ কৰে আৰু যি আত্মাৰ বিষয়ে জনাটো পৰলোক সম্বন্ধীয় অতীৱ প্ৰয়োজনীয় কথা, আপুনি অনুগ্ৰহ কৰি মোক তাৰেই উপদেশ দিয়ক। এই আত্ম-তত্ত্ব জানিবলগীয়া বৰ অতি দুৰ্জ্ঞেয়—সঁচা, কিন্তু আপোনাৰ শিষ্য নচিকেতাই তাৰ বাহিৰে আন একো বৰ নোখোজে।

[ ভগৱৎপাদ শঙ্কৰাচাৰ্যৰ মতে এয়া নচিকেতাৰ নিজৰ কথা যেন লাগিলেও যথাৰ্থতে সি শ্ৰুতিৰেই স্বতন্ত্ৰ বাণী। নচিকেতাক উপলক্ষ্য কৰি আত্মজিজ্ঞাসুলোকৰ উদ্দেশ্যে এনে নিৰ্ভীক একাগ্ৰচিত্ত হোৱাৰ প্ৰয়োজনীয়তা উপদিষ্ট হৈছে ] ।২৯।

॥ প্ৰথম বল্লী সমাপ্ত ॥



# দ্বিতীয় বল্লী

অন্যচ্ছ্রেয়োঽন্যদুতৈব প্রেয়-
স্তে উভে নানার্থে পুরুষং সিনীতঃ।
তয়োঃ শ্রেয় আদদানস্য সাধু
ভবতি হীয়তেঽর্থাদ্য উ প্রেয়ো বৃণীতে ॥১॥

শ্রেয়ঃ (কল্যাণৰ সাধন) অন্যৎ (বেলেগ), উত (আৰু) প্রেয়ঃ (ভাললগা ভোগৰ সাধন) অন্যৎএব (বেলেগেই)। নানার্থে (ভিন্ন ভিন্ন ফল দিয়া) তে উভে (সেই দুয়ো সাধনে) পুরুষম্ (মানুহক) সিনীতঃ (বান্ধে—নিজৰ নিজৰ ফালে আকৰ্ষিত কৰে)। তয়োঃ (সেই দুয়োৰ) শ্রেয়ঃ আদদানস্য (কল্যাণৰ সাধনক গ্ৰহণকৰা লোকৰ) সাধু ভবতি (কল্যাণ হয়); উ যঃ (আৰু যি জনে) প্রেয়ঃ (ভোগৰ সাধনক) বৃণীতে (বৰণ কৰে), অর্থাৎ হীয়তে ('তেওঁ' পৰমার্থলাভৰপৰা ভ্ৰষ্ট হয় ॥১॥

[ যমৰজাই বুজিলে যে, নচিকেতা নিজ-সংকল্পত অটল; তেওঁ বিবেক-বৈৰাগ্যসম্পন্ন, নির্ভীক, স্থিতপ্ৰজ্ঞ (গীতা ২।৫৫-৫৮); এইকাৰণে ব্ৰহ্মবিদ্যা-লাভৰ উত্তম অধিকাৰী বুলি নিশ্চিত হৈ প্ৰথমতে তাৰ মহত্ব প্ৰকাশ কৰি কলে ]—অন্যান্য যোনিৰ দৰে মনুষ্য-জন্ম কেৱল কৰ্মফল ভোগৰ নিমিত্তেই নহয়; আহাৰ, নিদ্ৰা, ভয়, মৈথুন—এইবোৰ তো প্ৰাণীমাত্ৰৰে সাধাৰণ কথা। মানৱী-দেহাৰে এইবোৰতকৈ অতি উৎকৃষ্ট চিৰন্তন সুখৰ ব্যৱস্থা হব পাৰে। বেদত দুবিধ সুখৰ সাধন-ব্যৱস্থা আছে—

শ্ৰেয় আৰু প্ৰেয। শ্ৰেয়ৰ সাধনাৰদ্বাৰা ব্যক্তীয় দুখসমূহৰ ঘাত-প্ৰতিঘাতৰপৰা মুক্ত হৈ অনন্তকাললৈ চিৰসুখস্বৰূপ পৰমাত্মা পুৰুষোত্তম-প্ৰাপ্তিৰ উপায় কৰিব পাৰি আৰু প্ৰেয়ৰ সাধনাৰদ্বাৰা ঐহিক স্ত্ৰী-পুত্ৰ, ধন-দৌলত, মান-মৰ্যাদা, যশস্যা-ক্ষমতা আদি আৰু পাৰলৌকিক স্বৰ্গ-ভোগ-সুখাদিৰ উপায় কৰিব পাৰি। বেদ কল্পতৰুৰ শাখা ৰূপ এই দুয়ো মাৰ্গ বা উপায় অত্যন্ত বেলেগ আৰু লক্ষ্যও বেলেগ, কিয়নো এটাৰ লক্ষ্য চিৰসুখ—ভগৱৎ প্ৰাপ্তি আৰু আনটোৰ আপেক্ষিক সুখ—স্বৰ্গাদি ভোগ-প্ৰাপ্তি। এই দুয়োবিধ সাধনমাৰ্গই মানুহক আকৰ্ষিত কৰে। অধিকাংশ মানুহেই ইহলোকৰ আৰু পৰলোকৰ ভোগ-সুখৰ লালসী হৈ সেইবোৰৰ অনিত্যতা-পৰিণামিতা বুজিব নোৱাৰি প্ৰেয়ৰ সাধনতে আকৰ্ষিত হয়, কিন্তু কৰবাত কোনোবা বিবেক-বৈৰাগ্যশালী, ভাগ্যবান লোকে প্ৰাকৃত সুখ-সমুদায়ৰ অস্থায়িত্ব বিচাৰ-বুদ্ধিৰে বুজি সেই-বোৰত বিৰক্ত হৈ শ্ৰেয়ৰ সাধনাত তৎপৰ হয়। এই দুই প্ৰকাৰ লোকৰ ভিতৰত যি শ্ৰেয়ৰ অভিলাষী হৈ একাগ্ৰ-ভাৱে তাৰ সাধনত ব্যাপৃত থাকে, তেওঁৰ কল্যাণ হয়—পৰমাৰ্থ ভগৱৎপ্ৰাপ্ত হয়। কিন্তু আপাতৰমণীয় ভোগ-সুখাদিত আসক্ত হৈ যি লোকে প্ৰেয়ৰ সাধনাতে ব্যতিব্যস্ত থাকে, তেওঁ মনুষ্য-জন্মৰ চৰমলক্ষ্য পৰম পুৰুষাৰ্থ-ভগৱৎপ্ৰাপ্তিৰূপ প্ৰকৃত প্ৰয়োজনৰপৰা পৰিভ্ৰষ্ট হয়। এইকাৰণে তেওঁ আত্যন্তিক চিৰসুখৰপৰা বঞ্চিতেই থাকে ॥১॥

শ্ৰেয়শ্চ প্ৰেয়শ্চ মনুষ্যমেত-
স্তৌ সম্পৰীত্য বিবিনক্তি ধীৰঃ।
শ্ৰেয়ো হি ধীৰোঽভি প্ৰেয়সো বৃণীতে
প্ৰেয়ো মন্দো য়োগক্ষেমাদ্ বৃণীতে ॥২॥

শ্ৰেয়ঃ চ প্ৰেয়ঃ চ (শ্ৰেয় আৰু প্ৰেয়—এই উভয়েই) মনুষ্যম এতঃ (মানুহৰ আগলৈ আহে), ধীৰঃ (বিবেকী লোকে) তৌ (সেই দুয়োকে) সমপৰীত্য (ভালকৈ আলোচনা কৰি) বিবিনক্তি (পৃথক্ বুলি বুজে); ধীৰঃ ('আৰু' সেই বিবেকী জনে) প্ৰেয়সঃ (ভোগৰ সাধনতকৈ) শ্ৰেয়ঃ হি (কল্যাণৰ সাধনকেই) অভি-বৃণীতে (শ্ৰেষ্ঠ মানি বৰণ কৰে) মন্দঃ 'কিন্তু' মন্দবুদ্ধিলোকে) য়োগক্ষেমাৎ (অপ্ৰাপ্তৰ প্ৰাপ্তি ইচ্ছা—যোগ আৰু প্ৰাপ্তৰ সংৰক্ষণইচ্ছা—ক্ষেম, তাৰ নিমিত্তে) প্ৰেয়ঃ ('ঐহিক আৰু পাৰলৌকিক' ভোগৰ সাধনৰূপ প্ৰেয়ক) বৃণীতে (বৰণ কৰে।।২।।

প্ৰায়বোৰ মানুহেই জন্মান্তৰৰ বিষয়ে চিন্তা নকৰে, সেইকাৰণে মানুহৰ সন্মুখত আহি উপস্থিত হোৱা এই শ্ৰেয় আৰু প্ৰেয়ৰ কথা বিচাৰ কৰি নাচায; তেওঁলোকে লৌকিক-অলৌকিক ভোগৰ বাসনাতে এই দেবদুৰ্লভ মনুষ্যজন্ম পশুৰ দৰে বিষয়-সুখৰ আশাতেই শেষ কৰে—

"ঝুটা ঐচন বৃথা জনম গোৱাঁই।
বিষয় কাচক লাগি মানিক বিকায়।"

কিন্তু যি জন বিচাৰ-বুদ্ধিযুক্ত বিবেচক লোক, তেওঁ এই সন্মুখত উপস্থিত শ্ৰেয় আৰু প্ৰেয়ৰ দোষ-গুণ ভালকৈ

বিচাৰ কৰি সেই দুয়োৰ পৃথক্-স্বৰূপ জানলৰে বুজি লয় আৰু পানীয়ে-গাখীৰে মিহলি হৈ থাকিলে ৰাজ-হাঁহে পানী এৰি গাখীৰ চুঁহি লোৱাৰ দৰে সেই বিবেকীজনে প্ৰেয়তকৈ শ্ৰেয়কে উত্তম মানি গ্ৰহণ কৰে। অল্পজ্ঞ জনে কিন্তু অর্থাৎ সৎ-অসৎ বিচাৰ কৰিব পৰা বুদ্ধি যাৰ নাই, সেই মনুষ্যই ইহকাল আৰু পৰকালৰো ভোগৰ সাধক প্ৰেয়কেই বৰণ কৰে—তেওঁ এনেদৰে ভাবে যে, তেওঁৰ এই লব্ধ-ভোগেই যথেষ্ট নহয়, ইয়াক আৰু বঢ়াব লাগিব, আৰু পোৱাখিনিও যতনে ৰক্ষা কৰিবই লাগিব ॥২॥

স ত্বং প্ৰিয়ান্ প্ৰিয়ৰূপাꣳশ্চ কামা-
নভিধ্যায়ন্নচিকেতোঽত্যস্ৰাক্ষীঃ।
নৈতাꣳ সৃঙ্কাং বিত্তময়ীমৱাপ্তো
য়স্যাং মজ্জন্তি বহৱো মনুষ্যাঃ ॥৩॥

নচিকেতঃ (হে নচিকেতা।) সঃ ত্বম (সেই তুমি 'এনেকুৱা নিস্পৃহ যে, মোৰদ্বাৰা বাৰে বাৰে প্ৰলোভিত হৈয়ো') প্ৰিয়ান্ (ভাল লগা) চ প্ৰিয়ৰূপান্ (আৰু অতি মনোৰঞ্জক) কামান্ (ইহলোক আৰু পৰলোকৰ সমুদায় ভোগ-বাসনাক) অভিধ্যায়ন্ (যথাযথভাৱে বিবেচনা কৰি) অত্যস্ৰাক্ষীঃ (পৰিত্যাগ কৰিলা); এতাম্ বিত্তময়ীম্ সৃঙ্কাম্ (এই ভোগবহুল ঐশ্বর্যৰূপ মালা—শৃঙ্খল) ন অৱাপ্তঃ (নললা - তাৰ বান্ধত সোমোৱালা), যস্যাম্ (যিহত) বহৱঃ মনুষ্যাঃ (বহুত মানুহ) মজ্জন্তি (বুৰি যায়—বান্ধ খায়) ॥৩॥

[ নচিকেতাৰ বিষয-বৈৰাগ্যক প্ৰশংসা কৰি যমৰজাই কৈছে— ] হে নচিকেতা! সংসাৰত এনে বহুত মানুহ আছে, যি সকলে নিজক খুব চতুৰ বিচাৰ-বুদ্ধিশালী বুলি ভাবে, অথচ ঐশ্বৰ্য-বিভূতিৰ চিকমিকীযা, মোহ-জালত জড়-পুৰকৈ বান্ধ খায। তুমি কিন্তু সংসাৰ শৃঙ্খলত আবদ্ধ হৈ পৰাৰ কাৰণৰূপ সমস্ত সম্পত্তি-বিভূতিৰ অসাৰতা আৰু অনিত্যতা বিচাৰ—বুদ্ধিৰে অনুভৱ কৰিলা— সৰ্বসাধাৰণৰ মনোৰঞ্জক সমুদায় ভোগ-বিলাস অনায়াসে অস্বীকাৰ কৰিলা। মানুহৰ কাৰণে দুষ্প্ৰাপ্য অনেক লোভনীয ভোগৰ মই প্ৰলোভন দেখুৱালোঁ, আন কি স্বৰ্গীয় ঐশ্বৰ্যও দিব খুজিলোঁ; তুমি সেই সমস্তকে সহজেই উপেক্ষা কৰিব পৰা বাবে আত্ম-তত্ত্বজ্ঞানৰ যথাৰ্থ অধি-কাৰী বুলি মই নিশ্চিত হ'লোঁ ॥৩॥

দূৰমেতে বিপৰীতে বিষূচী
অৱিদ্যা যা চ বিদ্যেতি জ্ঞাতা।
বিদ্যাভীপ্সিনং নচিকেতসং মন্যে
ন ত্বা কামা বহৱোঽলোলুপন্ত ॥৪॥

যা অবিদ্যা ( যি শ্ৰেয়বিষয়ক জ্ঞান ), চ ( আৰু ) বিদ্যা ইতি জ্ঞাতা ( শ্ৰেয়বিষয়ক জ্ঞানৰূপে মনীষী-মণ্ডলীত পৰিচিত হৈ আছে )—এতে ( এই দুয়োটি ) দূৰম্ ( অতিশয় ), বিপৰীতে

( পৰস্পৰে বিৰুদ্ধ 'আৰু' ) বিষূচী ( ভিন্ন ফলদায়ক )। নচিকেতসম্ ( নচিকেতা ! তোমাক ) বিদ্যা-অভীপ্সিনম্ ( বিদ্যাৰ অভিলাষী, শ্ৰেয়োভাগী ) মন্যে ( বুজিছোঁ, 'কিয়নো' ) ত্বা (তোমাক বহৱঃ কামাঃ ( বহুত ভোগ্য বিষয়ে ) ন অলোলুপন্ত ( লোভ লগাব নোৱাৰিলে ) ॥৪॥

এই যি অবিদ্যা আৰু বিদ্যা যি পণ্ডিত-সমাজত যথাক্রমে প্ৰেয় আৰু শ্ৰেয়ৰ সাধক ৰূপে জনাজাত, সেই দুয়োটি পৰস্পৰ অত্যন্ত বিৰুদ্ধ আৰু ভিন্নফলদাতা, যাৰ প্ৰেয়ৰ ফালে আসক্তি তেওঁ শ্ৰেয়ৰ পথত আগুৱাব নোৱাৰে আৰু যাৰ শ্ৰেয়ৰ আকাঙ্ক্ষা, তেওঁ ঐশ্বৰ্য-ভোগৰ প্ৰতি দৃষ্টিপাত নকৰে ; সকলো ভোগেই অনিত্য বাবে পৰিণামত দুখদায়ক বুলি বিষয়-বাসনাত প্ৰলুব্ধ নহয়। নচিকেতা! তোমাক মই বিদ্যাৰ * অভিলাষী— শ্ৰেয়োমাৰ্গৰ পথিক বুলি মানি লৈছোঁ, কিয়নো, বহুত ডাঙৰ-ডাঙৰ বাঞ্ছনীয় ভোগ-বিলাসে তোমাক লোভ লগাব নোৱাৰিলে—শ্ৰেয়োমাৰ্গৰপৰা তোমাক কিঞ্চিৎমানো বিচলিত কৰিব নোৱাৰিলে ॥৪॥

---

* "বিদ্যা যয়া তদক্ষৰমধিগম্যতে"। 'যাৰদ্বাৰা সেই অবিনশ্বৰ ব্ৰহ্মক জানিব পাৰি, সেয়ে বিদ্যা। সেই বিদ্যা বা জ্ঞানৰ শ্ৰবণ—মননৰদ্বাৰা সংসাৰ-বন্ধনৰপৰা মুক্তি পায়—'সা বিদ্যা যা বিমুক্তয়ে'।

ব্ৰহ্ম শব্দ পৰমেশ্বৰ, ভগৱান্, পুৰুষোত্তম ইত্যাদি অসংখ্য নামেৰে অভিহিত—

অৱিদ্যায়ামন্তৰে ৱৰ্তমানাঃ
স্বয়ং ধীৰাঃ পণ্ডিতম্মন্যমানাঃ।
দন্দ্ৰম্যমাণাঃ পৰিয়ন্তি মূঢ়া
অন্ধেনৈৱ নীয়মানা য়থান্ধাঃ ॥৫॥

অৱিদ্যায়াম্ অন্তৰে ( অবিদ্যাৰ মাজত ) ৱৰ্তমানাঃ ( থকা-সকলেও ) স্বয়ম ( নিজক নিজে ) ধীৰাঃ ( বুদ্ধিমন্ত ) পণ্ডিতম মন্যমানাঃ ( 'আৰু' শাস্ত্ৰপাৰদৰ্শী বুলি ভবা ) মূঢ়াঃ ( ভোগাসক্ত মূৰ্খবোৰে ) অন্ধেন এৱ নীয়মানাঃ ( অন্ধলোকৰেইদ্বাৰা পৰিচালনা কৰা ) অন্ধাঃ য়থা ( 'গন্তব্য-স্থল পাব নোৱাৰা' অন্ধলোকৰ দৰে ) দন্দ্ৰম্যমাণাঃ ( বিবিধ যোনিত ঘূৰি ঘূৰি ) পৰিয়ন্তি ( পৰিভ্ৰমণ কৰে ) ॥৫॥

কণা ( অন্ধ ) মানুহক বাট দেখুৱাই নিয়া মানুহ-জনো যদি কণাই হয়, তেতিয়া সেই কণাই যেনেকৈ নিজৰ গন্তব্য স্থল পাবগৈ নোৱাৰে, বৰঞ্চ খালে-ডোঙে পৰি, জুলে-জোঙে ফুটি অথবা গছ, দেৱাল, মানুহ, গৰু আদিত ঠেকা-ঠেকাল খাই হাৰাশাস্তি ভুগিবলগীয়া

বদন্তি তত্তত্ত্ববিদস্তত্ত্বং য়জ্জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগবানিতি শব্দ্যতে ।।ভাগৱত ১।২।১১।

'তত্ত্বজ্ঞানীসকলে যাক অদ্বিতীয় জ্ঞান, অদ্বিতীয় জ্ঞেয়বস্তু বুলি কয়, সেই অদ্বয় তত্ত্বই ব্ৰহ্ম পৰমাত্মা, ভগবান্ ইত্যাদি নানা নামেৰে কথিত হয়'।

'ব্ৰহ্ম পৰমাত্মা ভগবন্ত এক তত্ত্ব।
একবেদে তিনি-নাম উপাধি ॥ ভেদন্ত ॥ শঙ্কৰদেৱ

হয়, সেই দৰে যি সকলে নিজক-নিজে বুদ্ধিমান্ আৰু শাস্ত্ৰজ্ঞানী ভাবে, নিজে ভৰা বিদ্যা-বুদ্ধিৰ অহঙ্কাৰত শাস্ত্ৰৰ কথা আৰু মহাপুৰুষসকলৰ উপদেশ আওকাণ কৰি সেইবোৰলৈ অৱজ্ঞা দেখুৱায় আৰু আপোন-ভোগ-সুখৰ নিমিত্তে লালায়িত হৈ তাৰ উপাৰ্জনতেই সৰ্বতিকাল ব্যতিব্যস্ত থাকি মানৱীজীৱনৰ অযথা অপব্যয় কৰে, সেইসকল ভোগাসক্ত পণ্ডিতাভিমানী—মূঢ়মতি লোকে পশু-পক্ষী, কীট-পতঙ্গ আদি অনেক যোনিত, অনেক নৰকত, অনেক জনমলৈ অনন্ত যন্ত্ৰণা ভোগ কৰিব-লগীয়া হয়। [সেইকাৰণে 'হে মানব! প্ৰেয মাৰ্গৰ পথেদি গৈ লক্ষ্যভ্ৰষ্ট নহবা, শ্ৰেয়ৰ পথ অনুসৰণ কৰা, তেহে মানৱী জনম ধৰাৰ সাৰ্থক হ'ব]॥৫

ন সাম্পৰায়ঃ প্ৰতিভাতি বালং
প্ৰমাদ্যন্তং ৱিত্তমোহেন মূঢ়ম্ ।
অয়ং লোকো নাস্তি পৰ ইতি মানী
পুনঃ পুনৰ্ৱশমাপদ্যতে মে ॥৬॥

ৱিত্তমোহেন মূঢ়ম্ (ধন-সম্পত্তিৰ মোহত মোহগ্ৰস্ত) প্ৰমাদ্যন্তম্ (বিভ্ৰান্তচিত্ত) বালম্ (অজ্ঞানীলোকক) সাম্পৰায়ঃ (পৰলোকৰ চিন্তাই) ন প্ৰতিভাতি (নুসুজে); অয়ম্ লোকঃ ('তেওঁ বুজে যে' এই লোকেই হে সত্য), পৰঃ ন অস্তি (অন্য 'স্বৰ্গ-নৰকাদি' লোক নাই) ইতি মানী (এনেকৈ মানোঁতা অভিমানীলোক) পুনঃ পুনঃ (বাৰে বাৰে) মে (মোৰ—মৃত্যুৰ) ৱশম্ আপদ্যতে (অধীনলৈ আহে)।

সাংসাৰিক প্ৰতিপত্তিৰ আহিলাৰূপে—যেন-তেন প্ৰকাৰেণ ধন-সম্পত্তিৰ, ভোগ-বিলাসৰ, মান-মৰ্যাদা আদিৰ সংগ্ৰহৰ মোহত বিভ্ৰান্তচিত্ত মানুহবোৰে মনুষ্য-জীৱনৰ মহত্ব বুজিব নোৱাৰে, তেওঁলোকক পৰলোকৰ চিন্তাই নুশুজে; তেওঁলোকৰ অন্তৰত এনে ভাৱ নেখেলায় যে, এই জীৱনত কৰা বিভিন্ন কৰ্মৰ ফলত বিভিন্ন যোনিত জন্ম লব লাগিব। সেই মোহমত্ত অভিমানী লোকসকলে ইয়াকেহে যেন বুজে-এই প্ৰত্যক্ষ ইহলোকেই মাত্ৰ সত্য; ইয়াত যি যিমান বৈষয়িক ভোগ-সুখ লুটিব পাৰে, সি সিমান বুধিয়ক—সিমান চতুৰ! ইয়াৰ বাহিৰে আৰু কি? পৰলোক ক'ত কোনে দেখিছে? কিন্তু এনে মনোভাব যাৰ—সেইসকল অভিমানীলোক বাৰে বাৰে মোৰ অধীনলৈ আহে—অৰ্থাৎ ষাৰম্বাৰ উপজি-মৰি সংসাৰ-চাকনৈয়াত কক্‌-বকাই ফুৰে ॥৬॥

শ্ৰৱনায়াপি বহুভির্যো ন লভ্যঃ
শৃণ্বন্তোঽপি বহবো য়ং ন বিদ্যুঃ।
আশ্চর্যো ৱক্তা কুশলোঽস্য লব্ধা-
শ্চর্যো জ্ঞাতা কুশলানুশিষ্টঃ ॥৭॥

য়ঃ ( যি আত্মতত্ত্ব ) বহুভিঃ ( বহুতৰ পক্ষে ) শ্ৰৱণায় অপি ( শুনিবলৈকো ) ন লভ্যঃ ( নিমিলে ), য়ম্‌ ( যাৰ বিষয়ে ) বহৱঃ ( বহুতলোকে ) শৃণ্বন্তঃ অপি ( শুনিও ) ন বিদ্যুঃ (বুজিব নোৱাৰে),

অস্য, ( এই আত্মতত্ত্বৰ ) বক্তা ( উপদেশদাতা ) আশ্চৰ্যঃ ( বিস্ময়-স্বৰূপ—অতি দুৰ্লভ), লব্ধা (লাভ-কৰোঁতা জনো) কুশলঃ (ভাগ্যবান্ কোনোবা এজন মাত্ৰ) ; কুশল-অনুশিষ্টঃ ( নিপুন ব্ৰহ্মবাদীৰ-দ্বাৰা শিক্ষাপ্ৰাপ্ত ) জ্ঞাতা ( আত্মতত্ত্বজ্ঞানী পুৰুষো ) আশ্চৰ্যঃ ( আশ্চৰ্যস্বৰূপ—অতিবিৰল ) ॥৭॥

[ আত্মা-ঈশ্বৰৰ তত্ত্বজ্ঞান সহজ কথা নহয়, আত্মতত্ত্ব বা ভগৱত্তত্ত্ব অতিদুৰ্লভ্য বাবে তাৰ কাৰণে প্ৰস্তুতিৰ ইঙ্গিত দি যমৰজাই কলে ]—হেৰা নচিকেতা ! এই সংসাৰত সৰহসংখ্যক মানুহেই আত্মতত্ত্বৰ কথা—কল্যাণ-পথৰ কথা শুনিবলৈকে পোৱা নাই ; তেওঁলোকে পুৱা শুই উঠাৰ পৰা ৰাতি বিচনাত পৰালৈকে কেৱল বিষয়ৰ চৰ্চাকেহে শুনে, তেনে পৰিবেশত তেওঁলোকৰ চিন্তা-চৰ্চাও আঁঠো পৰে বিষয়-বাসনাতে বুৰ গৈ থাকে, পৰমাৰ্থতত্ত্বৰ কথা মনত কল্পনাই নহয় । আকৌ কেতিয়াবা ভুলে-চুকে যদি সেই প্ৰসঙ্গ আহি পৰেও, "বিষয় বিষধৰ বিষে জৰ জৰ" অন্তঃকৰণত তাৰ ধাৰণাই নহয় । কেতিয়াবা হয়তো এনেও হয় যে, শুনি ভালেই লাগে, বুজা যেনো বোধ হয়, কিন্তু বিষয়-বিভ্ৰান্ত বুদ্ধিত তাৰ একো সাঁচ নবহে । আনফালে এই পৰমাৰ্থতত্ত্ব বুজাবপৰা—তাৰ আঁতি-গুৰি মাৰি উপদেশ দিবপৰা মহাপুৰুষো দুৰ্লভ—অতি বিৰল । আৰু এনে পুৰুষো কহবাত এজন হে মাত্ৰ, যি জনে সৌভাগ্যবশতঃ আত্মতত্ত্বজ্ঞান লাভ কৰি মানৱী-জনম সফল কৰিলে । আকৌ তেনে সফল-জীৱন

আত্মজ্ঞানী মহাপুৰুষৰ উপদেশ লাভ কৰি তদনুসাৰে সাধন-ভজন, ধ্যান-ধাৰণা আদিৰদ্বাৰা পৰমপুৰুষৰ সাক্ষাৎকাৰ কৰোঁতা পুৰুষো অতি বিৰল – কৰযাত কশ্চিৎ এজনহে ( গীতা ২।২৯ ) ॥৭॥

ন নৰেণাৱৰেণ প্ৰোক্তএষ
সুৱিজ্ঞেয়ো বহুধা চিন্ত্যমানঃ।
অনন্যপ্ৰোক্তে গতিৰত্ৰ নাস্তি
অণীয়ান্ হ্যতৰ্ক্যমণুপ্ৰমাণাৎ ॥৮॥

অৱৰেণ নৰেণ ( অল্পজ্ঞ লোকৰদ্বাৰা ) প্ৰোক্তঃ ( উপদিষ্ট হলে ) বহুধা চিন্ত্যমানঃ ( অনেক প্ৰকাৰে চিন্তা কৰিবলগীয়া ) এষঃ ( এই পৰমাত্মৰহস্য ) সুৱিজ্ঞেয়ঃ ন ( ভালদৰে জনা নাযায় ), অনন্যপ্ৰোক্তে ( অভেদদৰ্শী আচাৰ্যৰদ্বাৰা উপদিষ্ট নহলে ) অত্ৰ ( এই বিষয়ত ) গতিঃ ( মানুহৰ প্ৰৱেশ ) ন অস্তি ( নহয় )। অণুপ্ৰমাণাৎ ( 'কিয়নো' অতি সূক্ষ্মবস্তুতকৈয়ো ) অণীয়ান্ হি ( অত্যন্ত সূক্ষ্ম হেতুকে ) অতৰ্ক্যম্ ( তৰ্কৰ অতীত ) ॥৮॥

[ পৰমাৰ্থ পৰমাত্মাৰ তত্ত্বজ্ঞান-লাভ কিয় সুলভ নহয়, তাৰ কাৰণ কোৱা হৈছে ] – নিজৰ প্ৰতিভাৰ বলত শাস্ত্ৰজ্ঞানী হোৱা আচাৰ্যাভিমানী লোকৰপৰা উপদেশ লাভ কৰি আত্মাৰ যথাৰ্থ স্বৰূপ ভালদৰে বুজা নাযায়। কাৰণ, আত্মা – আছে-নাই, কৰ্তা-অকৰ্তা, শুদ্ধ-অশুদ্ধ ইত্যাদি অনেক প্ৰকাৰ চিন্তাৰ বিতৰ্কিত বিষয়।

সেই পৰোক্ষজ্ঞানযুক্ত, পণ্ডিতাভিমানী, ধৰ্মোপদেশক পুৰুষৰ উপদেশ শ্ৰোতাৰ হৃদয়গ্ৰাহী হলেও আৰু শাস্ত্ৰসঙ্গত হলেও শিষ্যৰ হৃদয়গত সন্দেহ সম্পূৰ্ণ নিবাৰণ কৰিব নোৱাৰে ; কিয়নো, অতি সূক্ষ্ম পদাৰ্থতকৈয়ো সূক্ষ্মতম আত্মাৰূপ ঈশ্বৰ সৰ্বপ্ৰকাৰেই যুক্তিতৰ্কৰ অগোচৰ—বিষয়ীভূত নহয়। কিন্তু নিজৰে সৈতে আত্মাৰ অভেদদৰ্শী ব্ৰহ্মনিষ্ঠ আচাৰ্য্যৰদ্বাৰা উপদিষ্ট হলে আত্মতত্ত্বৰ স্ফুৰণ হয়—পৰমাৰ্থৰহস্যত প্ৰৱেশ কৰিবলৈ সমৰ্থ হয়—সকলো বাদ-বিতৰ্কৰ অৱসান হয়। এই কাৰণে শ্ৰুতিৰ উপদেশ যে "তদ্বিজ্ঞানাৰ্থং স গুৰুমেবাভিগচ্ছেৎ সমিৎপাণিঃ শ্ৰোত্ৰিয়ং ব্ৰহ্মনিষ্ঠম্"। অৰ্থাৎ পৰমাৰ্থতত্ত্বজ্ঞানৰ অভিলাষী শিষ্যই ভাৰ-ভেটি লৈ শ্ৰোত্ৰিয় আৰু ব্ৰহ্মনিষ্ঠগুৰুৰ ওচৰলৈ যাব'। গুৰু কেৱল বেদজ্ঞ হলেই নহব, ব্ৰহ্মদৰ্শীও হব লাগিব ॥৮॥

নৈষা তৰ্কেণ মতিৰাপনেয়া
প্ৰোক্তান্যেনৈব সুজ্ঞানায় প্ৰেষ্ঠ।
য়াং ত্বমাপঃ সত্যধৃতিৰ্বতাসি
ত্বাদৃঙ্ নো ভূয়ান্নচিকেতঃ প্ৰষ্টা ॥৯॥

প্ৰেষ্ঠ (হে প্ৰিয়তম!) ত্বম্ (তুমি) য়াম্ (যি বুদ্ধি) আপঃ (পালা), এষা মতিঃ (এই আত্মতত্ত্বসম্বন্ধী বুদ্ধি) তৰ্কেণ (তৰ্কদ্বাৰা) আপনেয়া ন (পাব পৰা নাযায়); অন্যেন প্ৰোক্তা

এব ( তাৰ্কিক ভিন্ন ব্ৰহ্মাত্মদৰ্শীৰদ্বাৰা উপদিষ্ট হলেহে ) সুজ্ঞানায় ( আত্মতত্ত্বজ্ঞানৰ নিমিত্ত হয় )। বত ( সঁচাকৈয়ে তুমি ) সত্যধৃতিঃ অসি ( যথেষ্ট স্থিৰমতি হৈ আছাঁ ), নচিকেতঃ ( হে নচিকেতা ! ) ত্বাদৃক্ ( তোমাৰ নিচিনা ) প্ৰষ্টা ( প্ৰশ্নকাৰী, জিজ্ঞাসু ) নঃ ভূয়াৎ ( আমাৰ যেন মিলে ) ॥৯॥

হেৰা অতিপ্ৰিয় নচিকেতা ! পৰমাৰ্থ প্ৰাপ্তিৰ কাৰণে তোমাৰ একাগ্ৰনিষ্ঠা দেখি মই অতি আনন্দিত হ'লোঁ। এনে তত্ত্বসন্ধানী বুদ্ধি তৰ্ক যুক্তিৰে পাবপৰা নহয়। ভগৱানৰ কৃপাত যদি তাৰ্কিক ভিন্ন কোনো অনুভৱী ব্ৰহ্মবাদী আচাৰ্যৰ সঙ্গলাভ ঘটে, আৰু, সেই মহাপুৰুষৰপৰা আত্মাৰূপ পৰমপুৰুষৰ মহত্ত্বৰ বিশদব্যাখ্যা শুনাৰ যদি সৌভাগ্য হয়, তেতিয়া এই পৰমাৰ্থজ্ঞান-লাভৰ প্ৰতি ঐকান্তিক আগ্ৰহ ওপজে *। সঁচাকৈয়ে নচিকেতা ! তুমি যথেষ্ট ধৈৰ্যধাৰণ কৰি স্থিৰসংকল্প হৈ ৰ'লা ; আমি তোমাৰদৰে স্থিৰবুদ্ধি জিজ্ঞাসু শিষ্য পাব-লৈকে বিচাৰোঁ ॥৯॥

---

* শাস্ত্ৰ পঢ়ি পণ্ডিতাভিমানী লোকে নিজৰ বিদ্যা-বুদ্ধিৰ অনুকূল যুক্তি-তৰ্কেৰে শাস্ত্ৰৰ শাসন উপেক্ষা কৰি পৰমাৰ্থ-নিৰূপণ কৰিবলৈ চেষ্টা কৰে—“নুবুজে শাস্ত্ৰৰ নয়, যেহি আসে সেহি কয়”। কিন্তু শুষ্ক তৰ্কদ্বাৰা পৰমাৰ্থনিৰ্ণয় কেতিয়াও নহয় (ব্ৰহ্মসূত্ৰ ২।১।১১)। কাৰণ, যি তত্ত্ব অধোক্ষজ অৰ্থাৎ ইন্দ্ৰিয়াতীত বাবে প্ৰত্যক্ষাদি প্ৰমাণৰ বিষয় নহয়, তাত পাৰ্থিৱ দৃষ্টান্তৰ যুক্তি-তৰ্ক নাখাটে। কিন্তু তৰ্কৰ অপ্ৰতিষ্ঠাত অৰ্থাৎ সিদ্ধান্তৰ অনিশ্চয়তাত সন্দিগ্ধ যি ঈশ্বৰবিশ্বাস এফেৰি আছিল,

জানাম্যহꣳ শেৱধিৰিত্যনিত্যং
ন হ্যধ্রুবৈঃ প্ৰাপ্যতে হি ধ্ৰুৱং তৎ।
ততো ময়া নাচিকেতশ্চিতোঽগ্নি-
ৰনিত্যৈৰ্দ্ৰব্যৈঃ প্ৰাপ্তৱানস্মি নিত্যম্ ॥১০॥

অহম্ জানামি (মই জানোঁ যে), শেৱধিঃ (কৰ্মৰ ফল-ৰূপ নিধি—ধন) অনিত্যম্ ইতি (স্থায়ী নহয়) হি (কিয়নো) অধ্ৰুবৈঃ (অনিত্য বস্তুবদ্বাৰা) ধ্ৰুৱম্ (নিত্যবস্তু) তৎ (সেই পৰমাত্মাক) ন হি প্ৰাপ্যতে (নিশ্চয় পাব নোৱাৰি)। ততঃ (সেইকাৰণে) ময়া (মোৰদ্বাৰা 'কেৱল কৰ্তব্যবুদ্ধিৰে') অনিত্যৈঃ দ্ৰব্যৈঃ (অনিত্য দ্ৰব্যসম্ভাৰেৰে) নাচিকেতঃ অগ্নিঃ (নাচিকেত নামৰ অগ্নি) চিতঃ (চয়ন কৰা হ'ল—অগ্নিহোত্ৰাদি দৈনন্দিন কৰ্তব্য আচৰণৰ কাৰণে আচৰণ কৰা হ'ল)। [সেই নিষ্কাম

---

সিদ্ধো নোহোৱা হৈ যায়—নাস্তিকতা আহি যায়। এই কাৰণেই শ্ৰুতিয়ে কলে—'নৈষা তৰ্কেণ মতিৰাপনেয়া'।

তৰ্কৰ এই নিন্দাবাদ শাস্ত্ৰবিৰুদ্ধ তৰ্কস্থলত হে বুজিব লাগে। শাস্ত্ৰৰ মৰ্মাৰ্থগ্ৰহণ আৰু সন্দেহভঞ্জনৰ কাৰণে তৰ্কৰ আৱশ্যকতা স্বীকাৰ শ্ৰুতিৰ অনুমোদিত। "শ্ৰোতব্যো মন্তব্যঃ এই শ্ৰুতিৰদ্বাৰা শুনাৰ লগতে মননৰূপ তৰ্কৰ সাহায্যগ্ৰহণো অৱশ্য প্ৰয়োজনীয় বুলি উক্ত হৈছে। মনু স্মৃতিতো

"আৰ্ষং ধৰ্মোপদেশঞ্চ বেদশাস্ত্ৰাবিৰোধিনা।
যস্তৰ্কেণানুসন্ধত্তে স ধৰ্মং বেদ নেতৰঃ"॥

এই বচনৰ দ্বাৰা অলৌকিক বিষয়-বিজ্ঞানতো স্পষ্টৰূপে তৰ্কৰ অৱশ্য গ্ৰহণীয়তা নিৰ্দিষ্ট হৈছে।

কর্মৰ অপূৰ্ব শক্তিৰ ফলত ] নিত্যম্ ( নিত্য বস্তু পৰমাত্মাক ) প্রাপ্তৱান অস্মি ( মই পালোঁ )॥ ০॥

[ ফলাসক্তি নাৰাখি শাস্ত্রবিহিত কর্তব্যকর্মৰ আচৰণৰ দ্বাৰা যে ব্রহ্মপ্রাপ্তি হয়, তাক নিজৰ উদাহৰণেৰে বুজাই যমৰাজে কলে — হেৰা নচিকেতা মই এই কথা ভালকৈ জানোঁ যে কৰ্মৰ ফল স্বৰূপে ইহলোকত আৰু পৰলোকত প্রাপ্য যি বিলাক ভোগ-ঐশ্বর্যৰ বর্ণনা আছে, সেইবিলাক চিৰকলীয়া নহয় বাবে অনিত্য। যিহেতু অনিত্যবস্তুৰদ্বাৰা নিত্যবস্তুলাভ হব নোৱাৰে। এই ৰহস্য জানি-বুজিও যে মই 'নাচিকেত' নামক অগ্নি সঞ্চয়ন কৰি অনিত্য দ্রব্য-বস্তুৰে সাযংপ্রাতর্হোমাদি নিত্য-নৈমিত্তিক কর্মৰ আচৰণ কৰোঁ, সেই সমস্ত কর্মত মোৰ কোনো আসক্তি আৰু কোনো কামনা নাই, কেৱল কর্তব্য বুলিয়েই কৰা হয় ( গীতা ২।৪৭, ৩।৪ )। নিষ্কাম ভাৱত বিহিত কর্মৰ আচৰণৰদ্বাৰা প্রভুৰ আজ্ঞাপালন কৰা হয় আৰু 'তেওঁৰ নির্দেশিত কর্তব্য কৰিছোঁ' ভাৱ থকাত ভগৱন্তৰ ভাৱনা নিৰন্তৰ চলি থাকে। এই-প্রকাৰ ভগৱৎভাৱনাৰ মহিমাত অনিত্যবস্তুসম্ভাৰেৰে কৰা অনিত্য কর্মাচৰণৰ ফলতে মই নিত্যবস্তু পৰমাত্মাক পালোঁ ( গীতা ৩।১৯; ১৮।৪৬ )। [ ভাগৱতে এই তত্ত্ব খুব স্পষ্ট ভাৱাৰেই কৈছে যে, "বেদবিহিত অর্থাৎ ঈশ্বৰ নির্দেশিত কর্ম অনাসক্ত হৈ ঈশ্বৰার্পণ বুদ্ধিৰে আচৰণ কৰিলে কর্মবন্ধনৰপৰা মুক্তি লাভ কৰে—পৰমার্থ সিদ্ধি হয়। ফল-বর্ণনা কেৱল কর্মাচৰণত প্রবৃত্ত জন্ম বলৈ" ("ভাগৱত ১১।৩।৪৭ )। ] ॥১০॥

কামস্যাপ্তিং জগতঃ প্ৰতিষ্ঠাং
ক্ৰতোৰনন্ত্যমভয়স্য পাৰম্।
স্তোমমহদুৰুগায়ং প্ৰতিষ্ঠাং দৃষ্ট্বা
ধৃত্যা ধীৰো নচিকেতোঽত্যস্ৰাক্ষীঃ ॥১১।

নচিকেতঃ (হে নচিকেতা!) কামস্য আপ্তিম (য'ত সকলো বাসনাৰ সম্পূৰ্ণ হয়, তাক) জগতঃ প্ৰতিষ্ঠাম (জগতৰ যাৱতীয় বস্তুৰ আধাৰ), ক্ৰতোঃ অনন্ত্যাম (যজ্ঞৰ চিৰস্থায়ী ফল), অভয়স্য পাৰম্ (অভয়ৰ শেষসীমা), স্তোমমহৎ (স্তুতিৰ যোগ্য আৰু মহত্ত্বপূৰ্ণ), উৰুগায়ম্ (বহুপ্ৰকাৰে গুণ-গান কৰা), প্ৰতিষ্ঠাম (আৰু দীৰ্ঘকালব্যাপি অৱস্থিতি—'এনে স্বৰ্গলোকক') ধৃত্যা (অসীম ধৈৰ্যেৰে) দৃষ্ট্বা (দেখি—বিচাৰ কৰি) অত্যস্ৰাক্ষীঃ (তুমি ত্যাগ কৰিলা); ধীৰঃ (তুমি নিশ্চয় অতিশয় বুদ্ধিমান্) ॥১১॥

[ নচিকেতাৰ নিষ্কামতাক প্ৰশংসা কৰি যমে আকৌ কৈছে ]—হে নচিকেতা! মই তোমাক এনে বৰ দিব খুজিছিলোঁ যে, য'ত সকলো কাম্য-ভোগ সম্পূৰ্ণ উপ-ভোগ কৰিব পাৰি, যি সমস্ত জগতৰ আধাৰস্বৰূপ, যি যজ্ঞাদি শুভকৰ্মসমূহৰ অন্তৰহিত ফল, য'ত কোনো কালে ভয় নাই, যি স্তুতিযোগ্য আৰু মহত্বপূৰ্ণ, শাস্ত্ৰসমূহে বহুপ্ৰকাৰে যাৰ গুণ-গান কৰে আৰু বহুকাল ব্যাপি যাৰ অৱস্থিতিত কোনো সন্দেহ নাই—এনে সৰ্বগুণযুক্ত আৰু সুৰ-নৰশ্ৰদ্ধেয় স্বৰ্গলোককো তুমি অসীম ধৈৰ্যেৰে বিচাৰ কৰি চাই তাৰ প্ৰতি লেশমানো আসক্ত নহৈ ত্যাগ কৰিলা আৰু নিজ সংকল্পত অটল হৈ ৰ'লা।

এইকাৰণে মই নিশ্চিত হ'লোঁ যে তুমি প্ৰশংসনীয় বিষয়বিৰাগী, বিবেকী আৰু আত্মতত্ত্বজ্ঞানৰ যোগ্য অধিকাৰী (গীতা ১৮।৪৯ ) ১১॥

তং দুৰ্দৰ্শং গূঢ়মনুপ্ৰবিষ্টং
গুহাহিতং গহ্বৰেষ্ঠং পুৰাণম্।
অধ্যাত্মযোগাধিগমেন দেৱং
মত্বা ধীৰো হৰ্ষশোকৌ জহাতি ॥১২॥

গূঢম্ অনুপ্ৰবিষ্টম্ ( নিজ যোগমায়াৰদ্বাৰা প্ৰচ্ছন্নভাৱে সৰ্বব্যাপী ), গুহাহিতম্ ( হৃদয়-গুহাত প্ৰতিষ্ঠিত হৈ ) গহ্বৰেষ্ঠম্ ( সংসাৰৰূপ গহন-বনত বাস কৰা, ) পুৰাণম্ ( সনাতন ), দুৰ্দৰ্শম্ ( অতি প্ৰযত্নৰদ্বাৰা দৰ্শনযোগ্য ) তম্ দেৱম্ ( সেই স্বপ্ৰকাশ পৰমদেৱক ) ধীৰঃ ( শুদ্ধবুদ্ধিযুক্ত জনে ) অধ্যাত্মযোগ-অধিগমেন ( পৰমাত্মচিন্তাত চিত্তসংলগ্নৰূপ-সাধনাৰদ্বাৰা ) মত্বা ( সাক্ষাৎ কৰি) হৰ্ষশোকৌ ( সুখ আৰু দুখ ) জহাতি ( ত্যাগ কৰে ) ॥১২॥

[ নচিকেতাৰ অন্তৰ ব্ৰহ্ম-জিজ্ঞাসাত উদ্বুদ্ধ কৰিবলৈ পুৰুষোত্তম পৰমাত্মাৰ মহিমা বখানি যমৰজাই কলে ]— গহন অৰণ্যসদৃশ এই অতি কুটিল সংসাৰত সৰ্বত্ৰ পৰমাত্মা পৰিব্যাপ্ত হৈ আছে। সৰ্বব্যাপী সকলোতে অনুপ্ৰবিষ্ট সেই পৰমপুৰুষ সমুদায় প্ৰাণীৰ হৃদয়-গুহাত নিজা যোগমায়াৰদ্বাৰা আবৃত হৈ অব্যক্তৰূপে থকা হেতুকে তেওঁৰ স্বৰূপ বুজা নাযায় ( গীতা ৯।৪ ; ১৮।৬১ ; ৭।২৫ )। এইকাৰণে সেই পুৰাণ পুৰুষৰ সাক্ষাৎপ্ৰাপ্তি অতি

কষ্টসাধ্য। অতি ধৈৰ্যশালী, শুদ্ধবুদ্ধিসম্পন্ন মহাপুৰুষে নিত্য-নিৰন্তৰ একাগ্ৰভাৱে সেই স্বপ্ৰকাশ পৰমদেৱতাত চিত্ত-সংলগ্নৰূপ যোগযুক্ত হৈ তেওঁৰ সাক্ষাৎকাৰ পায় আৰু তেতিয়া তেওঁৰ হৰ্ষ-শোক আদি সমুদায় বিকাৰ সমূলি নোহোৱা হয় *। [এনে অৱস্থাপ্ৰাপ্ত হৈয়ে মিথিলাৰাজ ৰাজৰ্ষি জনকে কব পাৰিছিল—

"মিথিলায়াং প্ৰদগ্ধায়াং ন মে দহ্যতি কিংচন"।

'সমগ্ৰ মিথিলা অগ্নিৰদ্বাৰা ভস্মীভূত হলেও মোৰ একোৱেই পোৰা নাযায়'] ॥১২॥

এতচ্ছ্ৰুত্বা সম্পৰিগৃহ্য মৰ্ত্যঃ
প্ৰবৃহ্য ধৰ্ম্যমণুমেতমাপ্য।
স মোদতে মোদনীয়ং হি লব্ধ্বা
বিবৃতং সদ্ম নচিকেতসং মন্যে ॥১৩॥

মৰ্ত্যঃ (মানুহে) এতৎ ধৰ্ম্যম্ (এই ধৰ্মময় উপদেশ) শ্ৰুত্বা (শুনি) সম্পৰিগৃহ্য (সম্যক্ গ্ৰহণ কৰি) প্ৰবৃহ্য ('আৰু' বিচাৰ কৰি) এতম্ অণুম্ (এই সূক্ষ্ম—দুৰধিগমা আত্মাক)

* আত্মাৰ অস্তিত্ব সম্পৰ্কে কৰা প্ৰশ্নৰ উত্তৰত পৰমাত্মাৰ প্ৰসঙ্গ কিয়? এনে শঙ্কা অনাৱশ্যক; কাৰণ পৰমাত্মাক জানিলেই আত্মাকি জনা হয়। ভাষ্যকাৰ শঙ্কৰাচাৰ্যপাদেও 'প্ৰকৰণং চেদং পৰমাত্মনঃ' - পৰমাত্মাবিষয়ক এই প্ৰকৰণ বুলি মানি লৈছে (ব্ৰহ্মসূত্ৰৰ ১।২।১২ ৰ ভাষ্য চাওক)।

আপ্য (অনুভৱ কৰি) সঃ (সেইজনে) মোদনীয়ম্ হি (আনন্দময় পৰমাত্মাকেই) লব্ধ্বা (লাভ কৰি) মোদতে (আনন্দমগ্ন হয়)। নচিকেতসম্ (নচিকেতাৰ প্ৰতি) সদ্ম (ব্ৰহ্মধাম) বিবৃতম্ মন্যে (খোলা-দুৱাৰ বুলি মই ভাবোঁ)॥১৩।

এই অধ্যাত্মবিষয়ৰ উপদেশ মানুহে প্ৰথমতে জ্ঞানী-গুৰুৰপৰা শুনিব লাগে, শুনি সেই বিষয়ে গভীৰভাৱে চিন্তা (মনন) কৰিব লাগে। তাৰ পাছত নিৰলে একান্ত-মনে বিচাৰ (নিদিধ্যাসন) পূৰ্বক বুদ্ধিত স্থিৰ-ধাৰণা কৰিব লাগে। এই দৰে অভ্যাস কৰি অতি সূক্ষ্ম আত্মাক যেতিয়া তেওঁ অনুভৱ কৰিব অৰ্থাৎ আত্মাৰ স্বৰূপ তত্ত্বতঃ বুজি পাব, তেতিয়া সেই পুৰুষে পৰমানন্দস্বৰূপকেই প্ৰাপ্ত হয়। সেই আনন্দৰ মহাসাগৰ পাই তেওঁ আনন্দতেই বুৰ গৈ থাকিব। মই ভাবিছোঁ—নচিকেতাৰ কাৰণে সেই আনন্দধামত প্ৰৱেশ কৰিবলৈ দুৱাৰ খোলা আছে হেৰা নচিকেতা! তুমি তালৈ যাবলৈ—পৰমাত্মা পুৰুষো-ত্তমৰ সাক্ষাৎকাৰ পাবলৈ কোনো বাধা নোপোৱা বুলি মই জানিছোঁ॥১৩॥

অন্যত্ৰ ধৰ্মাদন্যত্ৰাধৰ্মাদন্যত্ৰাস্মাৎ কৃতাকৃতাৎ।
অন্যত্ৰ ভূতাচ্চ ভব্যাচ্চ যত্তৎ পশ্যসি তদ্বদ॥১৪॥

ধৰ্মাৎ অন্যত্ৰ (ধৰ্মৰ অতীত), অধৰ্মাৎ অন্যত্ৰ (অধৰ্মৰো অতীত), অস্মাৎ কৃত-অকৃতাৎ (এই কাৰ্য-কাৰণৰূপ চৰাচৰ জগততকৈয়ো) অন্যত্ৰ (ভিন্ন) চ ভূতাৎ ভব্যাৎ চ (আৰু ভূত

ভবিষ্যৎ আৰু বৰ্তমান—এই তিনিওকাল আৰু তৎসম্বন্ধী বিষয়-বোৰতকৈয়ো ) অন্যত্র (পৃথক্) তৎ ( সেই পৰমাত্মা পুৰুষক ) যৎ পশ্যসি (যিৰূপে আপুনি জানিছে), তৎ বদ ( তাক কওক ) ॥১৪॥

[ ধৰ্মৰাজ যমৰপৰা পুৰুষোত্তমৰ মহিমা শুনি আৰু তাক জনাৰ যোগ্য অধিকাৰী জানি নচিকেতাৰ অন্তঃ-কৰণ আত্মতত্ত্বৰ জিজ্ঞাসাত উৎকণ্ঠিত হ'ল যদিও যমৰ মুখত আত্মপ্ৰশংসা শুনি সংকুচিতো হ'ল। সেইকাৰণে তেওঁ মাজতে ক'লে—] হে মহান্! আপুনি যদি মোৰ প্ৰতি প্ৰসন্ন হ'ল, তেন্তে ধৰ্মাধৰ্মৰ অতীত, কাৰ্য-কাৰণৰ সংঘাতৰূপ চৰাচৰজগতৰো অতীত, তেনেকৈ ভূত, ভবিষ্যৎ, বৰ্তমান—এই তিনিও কাল আৰু তৎসম্বন্ধী পদাৰ্থবোৰতকৈ পৃথক্ সেই যি পৰমাত্মা পৰমেশ্বৰ, তেওঁক আপুনি যি দৰে জানিছে, তাক মোক বুজাওক * ॥১৪॥

সৰ্বে বেদা যৎ পদমামনন্তি
তপাꣳসি সৰ্বাণি চ যদ্বদন্তি।
যদিচ্ছন্তো ব্ৰহ্মচৰ্যং চৰন্তি—
তত্তে পদꣳ সংগ্ৰহেণ ব্ৰবীম্যোমিত্যেতৎ ॥১৫॥

সৰ্বে বেদাঃ (সমস্ত বেদে—উপনিষদ্‌সমূহে) যৎ পদম্ (যি গন্তব্য পৰমপদ) আমনন্তি (সৰ্বতোভাবে প্ৰতিপন্ন কৰিছে),

* ব্ৰহ্মসূত্ৰৰ ভাষ্যত ভাষ্যকাৰ শঙ্কৰাচাৰ্যপাদেও এই প্ৰকৰণ পৰমেশ্বৰবিষয়ক বুলি স্বীকাৰ কৰিছে—'পৃষ্টং চেহ ব্ৰহ্ম' – অৰ্থাৎ 'ব্ৰহ্ম বিষয়ক এই প্ৰশ্ন' (ব্ৰহ্মসূত্ৰৰ ১।৩।২৪ শাঙ্কৰ ভাষ্য চাওক)।

চ ( তথা ) সৰ্বানি তপাংসি ( সমস্ত তপস্যা আদি কৰ্মকাণ্ড ) যৎ বদন্তি ( যাক লক্ষ্য কৰি আচৰণ কৰা হয় ), যৎ ইচ্ছন্তঃ ( যাক প্ৰাপ্তিৰ সাধন স্বৰূপে ) ব্ৰহ্মচৰ্য্যং চৰন্তি ( ব্ৰহ্মচৰ্য আদি ব্ৰত-নিয়ম পালন কৰা হয় ), তৎ পদম্ ( সেই পৰম পদ ) তে ( তোমাক ) সংগ্ৰহেণ ( সংক্ষেপে ) ব্ৰবীমি ( কৈছোঁ ) ওম্ ইতি এতৎ ( ওম্ এই এক অক্ষৰবাচ্য পৰমেশ্বৰ ) ॥১৫॥

[ নচিকেতাৰ আগ্ৰহৰ আতিশয্যত সন্তুষ্ট ধৰ্মৰাজে পৰমাত্মা পুৰুষোত্তমৰ বাচক ওঙ্কাৰ প্ৰতীকৰ স্বৰূপ বুজাই ক'লে — ] সমস্ত বেদৰ মৰ্মবাণীস্বৰূপ উপনিষদসমূহে পৰম-প্ৰাপ্য ৰূপে যি তত্ত্ব প্ৰতিপন্ন কৰিলে, তপস্যা আদি কৰ্মসমূহৰ যি একমাত্ৰ পৰম আৰু চৰম লক্ষ্য আৰু যি লক্ষ্যপ্ৰাপ্তিৰ সাধনৰূপে ব্ৰহ্মচৰ্য আদি ব্ৰত-নিয়মৰ আচৰণ কৰা হয়, সেই ভগৱন্ত পুৰুষোত্তমৰ পৰমতত্ত্ব মই তোমাক সংক্ষেপে কৈছোঁ—সেয়ে হ'ল 'ওম্' এই এক অক্ষৰ।

অভিপ্ৰায় এই যে, 'ওম' এই এটি শব্দ পৰব্ৰহ্মৰ বাচক। ওম্ শব্দক ব্ৰহ্মৰ প্ৰতীক মানি ওম্ শব্দতে ভগৱন্তৰ চিন্তা কৰিব লাগে। [ এক বস্তুক কোনো এক সম্বন্ধত অন্যবস্তুৰূপে ভাৱনা কৰাৰ নাম প্ৰতীক। প্ৰতীক একপ্ৰকাৰ উপাসনাৰ অৱলম্বন। ] ॥১৫॥

**এতদ্ধ্যেৱাক্ষৰং ব্ৰহ্ম এতদ্ধ্যেৱাক্ষৰং পৰম্ ।**
**এতদ্ধ্যেৱাক্ষৰং জ্ঞাত্বা য়ো য়দিচ্ছতি তস্য তৎ ॥১৬॥**

এতৎ অক্ষৰম্ এব হি (এই ওঙ্কাৰৰূপ এটি শব্দয়েই) ব্ৰহ্ম (কাৰ্য ব্ৰহ্ম—আত্মা), এতৎ অক্ষৰম্ এব হি (এই এটি এক ক্ষৰ শব্দই) পৰম্ (পৰব্ৰহ্ম পৰমাত্মা)। হি (এই কাৰণে) এতৎ অক্ষৰম্ এব জ্ঞাত্বা (এই অক্ষৰ পৰমাত্মাকেই উপাসনা আদিৰদ্বাৰা জানি) য়ঃ (যি) য়ৎ ইচ্ছতি (যি বাঞ্ছা কৰে), তস্য (তেওঁৰ) তৎ (সেয়ে পূৰ্ণ হয়)॥১৬॥

[ পৰমাত্মা পৰমেশ্বৰক অনেক নামেৰে মতা হয়। বিভিন্ন ৰুচিৰ বিভিন্নলোকে নিজৰ সম্প্ৰদায়ৰ অনুৰূপে তেওঁৰ বিভিন্ন নাম কীৰ্তন কৰে। তেওঁৰ সেই সকলোবোৰ নামৰ আদি-নাম—প্ৰণব—ওঙ্কাৰ। এই 'ওম্' নামতে যাৱতীয় নাম—শব্দব্ৰহ্মৰ বীজ অন্তৰ্ভুক্ত। নাম আৰু নামীৰ অৰ্থাৎ শব্দব্ৰহ্ম আৰু পৰব্ৰহ্মৰ কোনো ভেদ নাই—এই কথা মান্য কৰি প্ৰণৱ অৰ্থাৎ 'ওম্' এই শব্দক পৰব্ৰহ্ম পুৰুষোত্তমৰূপে বৰ্ণাই যমে কলে— ] এই একাক্ষৰ ওঙ্কাৰেই কাৰ্যব্ৰহ্মৰূপে সমস্ত জগতৰ আত্মা; আৰো এই ওঙ্কাৰেই কাৰণব্ৰহ্মৰূপে সমস্ত জগতৰ নিয়ামক পৰমাত্মা পুৰুষোত্তম। অৰ্থাৎ আত্মা আৰু পৰমাত্মা—এই উভয়ৰেই নাম ওঙ্কাৰ। (এই তত্ত্ব পৰমেশ্বৰৰ অন্য নাম সম্বন্ধেও জ্ঞাতব্য।) নামৰ এই তত্ত্ব জানি 'ওঁ' (অথবা তদনুৰূপ অন্য নাম) উপাসনা কৰি যেয়ে যি বাঞ্ছা কৰে, তেওঁৰ সেয়ে হয়॥১৬॥

**এতদালম্বনং শ্ৰেষ্ঠমেতদালম্বনং পৰম্।**
**এতদালম্বনং জ্ঞাত্বা ব্ৰহ্মলোকে মহীয়তে॥১৭॥**

এতৎ ( এই ওঙ্কাৰ ) শ্ৰেষ্ঠম্ ( অতি উত্তম ) আলম্বনম্ ( আশ্ৰয় ), এতৎ ( এয়ে ) পৰম্ ( অন্তিম ) আলম্বনম্ ( আশ্ৰয় ), এতৎ আলম্বনম্ ( এই আশ্ৰয়ণীয় ওঙ্কাৰৰ মহিমা ) জ্ঞাত্বা ( জানি— উপাসনা কৰি ) ব্ৰহ্মলোকে মহীয়তে ( ব্ৰহ্মলোক প্ৰাপ্তিৰদ্বাৰা মহিমান্বিত হয় )॥১৭॥

নামৰ মহিমা উদ্‌ঘোষিত হৈছে যে, ভগৱৎপ্ৰাপ্তিৰ কাৰণে বিহিত সাধনসমূহৰ ভিতৰত ওঙ্কাৰ-উপাসনা ( ভগৱন্তৰ নাম-উপাসনা ) অতি উত্তম অৱলম্বন আৰু সৰ্বশেষ গ্ৰহনীয় আশ্ৰয়—পৰমপুৰুষৰ নামত শৰণীয়া হব পৰাই ভগৱৎপ্ৰাপ্তিৰ সৰ্বশ্ৰেষ্ঠ অমোঘ সাধন ( গীতা ৮।১৩ )। এই তত্ত্বকথা অৰ্থাৎ নামৰ মহিমা হৃদয়ঙ্গম কৰি শ্ৰদ্ধা, ভক্তি আৰু বিশ্বাসেৰে যি লোকে ভগৱন্তৰ নামত শৰণ লয়, তেওঁ নিঃসন্দেহে ভগৱৎপ্ৰাপ্তিৰ গৌৰৱেৰে গৌৰৱান্বিত হয় * ॥১৭॥

**ন জায়তে ম্ৰিয়তে ৱা ৱিপশ্চিৎ**
**নায়ং কুতশ্চিন্ন বভূৱ কশ্চিৎ ।**
**অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো**
**ন হন্যতে হন্যমানে শৰীৰে ॥১৮॥**

ৱিপশ্চিৎ ( জ্ঞানস্বৰূপ আত্মা ) ন জায়তে ( ন জন্মে ), ৱা ( কিংবা ) ন ম্ৰিয়তে ( নমৰেও ) ; অয়ম্ ( এই আত্মা ) কুতঃচিৎ

* এই ১৫, ১৬, আৰু ১৭ মন্ত্ৰ একশৰণ নাম-ধৰ্মৰ মূল শ্ৰুতিৰূপে কল্পনীয় নিশ্চয় ।

(কাৰোপৰা) ন (হোৱা নাই), কশ্চিৎ (আৰু কোনোৱেই) [ন] বভূৱ (এই আত্মাৰপৰাও হোৱা নাই); অয়ম্ (এই আত্মা) অজঃ (অজন্মা), নিত্যঃ (সনাতন), শাশ্বতঃ (নিৰ্বিকাৰ), পুৰাণঃ (আৰু চিৰকলীয়া)। শৰীৰে হন্যমানে (শৰীৰ-হানি হলেও) ন হন্যতে (আত্মা নিহত নহয়)॥১৮॥

[ব্ৰহ্মৰ প্ৰতীকৰূপে ওকাৰ-উপাসনাৰ উপদেশ দিয়া হ'ল, এতিয়া নচিকেতাৰ প্ৰশ্নানুসাৰে ধৰ্মৰাজে আত্মাৰ স্বৰূপ বুজাবলৈ কৈছে—] নিত্য চেতন জ্ঞানস্বৰূপ আত্মাৰ জন্মও নাই, মৃত্যুও নাই, অৰ্থাৎ বিনাশী জড়দেহৰ সৈতে আৰু ভোগ্য বিষয়বোৰৰ সৈতে আত্মাৰ বাস্তৱিক কোনো সম্বন্ধ নাই। আদি অন্তহীন আত্মা কাৰো কাৰ্য্যও নহয় আৰু কাৰো কাৰণো নহয়। এই কাৰণে আত্মা অজন্মা, সনাতন আৰু সৰ্বপ্ৰকাৰ বিকাৰবৰ্জিত পুৰাণপুৰুষ। শৰীৰ নাশ হলেই ইয়াৰ নাশ নহয় (গীতা ২।২০) * ॥১৮॥

---

* মহামুনি যাস্কৰ সূত্ৰমতে উৎপত্তিশীল বস্তুমাত্ৰৰে ছবিধ বিকাৰ আছে—

"জায়তে অস্তি বৰ্ধতে
বিপৰিণমতে অপক্ষীয়তে নশ্যতি।"

(১) জন্ম, (২) স্থিতি, (৩) বৃদ্ধি, (৪) ক্ষয়োন্মুখ অবস্থা, (৫) ক্ষীণতা আৰু (৬) বিনাশ। উৎপন্ন সৎ পদাৰ্থমাত্ৰৰে এই ছয়প্ৰকাৰ বিকাৰ নোহোৱাকৈ থাকিব নোৱাৰে। আত্মা সৎপদাৰ্থ যদিও উল্লিখিত বিকাৰবোৰ আত্মাৰ নাই; আত্মা নিৰ্বিকাৰ। এই মন্ত্ৰত শ্ৰুতিয়ে প্ৰথম বিকাৰ জন্ম আৰু শেষ-বিকাৰ বিনাশ নাই বুলি ক'লে। সেইকাৰণে অবশ্যেই বুজা যায়

**হন্তা চেন্মন্যতে হন্তুꣳ হতশ্চেন্মন্যতে হতম্‌ ।**
**উভৌ তৌ ন বিজানীতো নায়ꣳ হন্তি ন হন্যতে ॥১৯॥**

চেৎ (যদি) হন্তা (কোনো হত্যাকাৰীয়ে) হন্তুম্‌ মন্যতে (আত্মাক হত্যা কৰিবলৈ সমৰ্থ বুলি মানে), চেৎ ('আৰু' যদি) হতঃ (নিহত ব্যক্তিয়ে) হতম্‌ মন্যতে ('আত্মা' নিহত হ'ল বুলি মানে,) তৌ উভৌ (সেই দুয়োজনে) ন বিজানীতঃ ('আত্মাৰ স্বৰূপ' নাজানে, 'কিয়নো') অয়ম্‌ (এই আত্মাই) ন হন্তি (কাকো হত্যা নকৰে) ন হন্যতে (আৰু নিজেও কাৰোদ্বাৰা নিহত নহয়) ॥১৯॥

কোনোবাই যদি আত্মাক হত্যা কৰিব পাৰি বুলি মানে, কিংবা নিহত হোৱা লোকে যদি মই (আত্মা) মৰিলোঁ বুলি মানে, অৰ্থাৎ আত্মাই আনক মাৰিব পাৰে আৰু নিজেও আনৰপৰা মৰিব পাৰে—এইদৰে জনা—সেই দুয়োয়েই আত্মাৰ যথাৰ্থস্বৰূপ নাজানে; কাৰণ আত্মাই কাকো নামাৰে, আৰু নিজেও কাৰোপৰা মৰিব নোৱাৰে (গীতা ২।১৯)

---

যে, আত্মাৰ যেতিয়া জন্মই নাই, তেতিয়া জন্মাধীন সত্তা, বৃদ্ধি, বিপৰিণাম আৰু অপক্ষয়—এই বিকাৰ চতুষ্টয়ৰ সম্ভাৱনাই নোহোৱা হ'ল। ষষ্ঠবিকাৰ বিনাশ তো 'ন ম্ৰিয়তে' বোলাত স্পষ্টই নিষিদ্ধ হ'ল।

'অজো নিত্যঃ' ইত্যাদি পৰাৰ্দ্ধমন্ত্ৰ পূৰ্বাৰ্দ্ধমন্ত্ৰৰ উপসংহাৰ বুলি জনা উচিত।

[ 'মৃত্যুৰ পাছত আত্মা থাকে নে নাথাকে' নচিকেতাৰ এই প্ৰশ্নৰ উত্তৰ স্বৰূপে পূৰ্বোক্ত মন্ত্ৰকেইটাৰদ্বাৰা আত্মাৰ নিত্যত্ব নিৰ্বিকাৰত্ব আৰু অপৰিণামিত্ব প্ৰতিপাদন কৰা হ'ল। আত্মাৰ এই শুদ্ধবুদ্ধস্বৰূপ উপলব্ধি কৰিলেহে তেতিয়া শৰীৰআদি যাৱতীয় ভোগ্যবস্তুকেই অনিত্য বুলি বুজিব. তেতিয়া সাধকৰ এই নিত্য-অনিত্য বস্তু-বিবেকৰদ্বাৰা অনিত্য বিষয়-বস্তুৰ প্ৰতি বৈৰাগ্য জন্মি, ভোগ-সুখৰ প্ৰতি বিৰক্ত হৈ সদা-সৰ্বদা সঙ্গীৰূপে থকা আত্মাৰ অনুসন্ধানত একাগ্ৰচিত্ত হয়; এই আত্মাৰ অনুসন্ধিৎসাৰ পৰিণামত পৰমাত্মা পুৰুষোত্তমৰ সন্ধান পাই জীৱ কৃত-কৃত্য হয়। যমৰাজৰ পূৰ্বপ্ৰকাৰ বৰ্ণনাত এই পৰমাৰ্থ-জ্ঞানেই উপদিষ্ট হ'ল আৰু ভগৱৎজিজ্ঞাসাৰ উদ্বোধন হ'ল। ] ॥১৯॥

অণোৰণীয়ান্ মহতো মহীয়ান্
আত্মাস্য জন্তোৰ্নিহিতো গুহায়াম্।
তমক্ৰতুঃ পশ্যতি বীতশোকো
ধাতুপ্ৰসাদান্মহিমানমাত্মনঃ ॥২০॥

অস্য জন্তোঃ (এই জীৱৰ) গুহায়াম্ (হৃদয়গহ্বৰত) নিহিতঃ (অৱস্থান কৰা) আত্মা (পৰমাত্মা) অণোঃ অণীয়ান্ (সূক্ষ্মতকৈয়ো অতি সূক্ষ্ম), মহতঃ মহীয়ান্ (মহানতকৈয়ো অতি মহান্)। অক্ৰতুঃ (কামনাশূন্য 'আৰু') বীতশোকঃ (চিন্তাৰহিত কোনো সাধকে) ধাতুপ্ৰসাদাৎ (পৰমেশ্বৰৰ কৃপাত) আত্মনঃ (পৰমাত্মাৰ) তম্

মহিমানম্ ( সেই অণুত্ব-বিভুত্ব আদি মহিমা ) পশ্যতি ( সাক্ষাৎকাৰ কৰে ) ॥২০॥

[ পূৰ্বোপদিষ্ট প্ৰকাৰে যেতিয়া সাধকে নিজৰ নিৰ্বিকাৰ চৈতন্যস্বৰূপ অনুভৱ কৰিব পৰা হয়,—তেতিয়া তেওঁৰ সকলো কামনা-বাসনা নোহোৱা হৈ যাব আৰু দুখ-শোকৰ কাৰণস্বৰূপ চিন্তা-চৰ্চাও নাইকিয়া হয়, অৰ্থাৎ তেওঁ সংসাৰ-যাত্ৰাত অৱশ্য আচৰণীয় কৰ্মবিলাকত কোনো আসক্তি নাৰাখি —

"হৃদি স্থিত হয়া তুমি, যেন কৰাইবাহা স্বামী,
হৃষীকেশ কৰিবো তেনয়"

মনোভাৱেৰে পৰমেশ্বৰৰ কৰ্মমাত্ৰ জ্ঞান কৰি উপস্থিত কৰ্তব্য কৰি যায়। তেতিয়া তেওঁ ভগৱন্তৰ কৃপাপ্ৰাপ্ত হৈ অনুভৱ কৰে যে, পৰমাত্মা পুৰুষোত্তম সূক্ষ্মতকৈয়ো সূক্ষ্ম আৰু মহানতকৈয়ো মহান্‌ৰূপে বালি-চাঁহীবপৰা গজ-হস্তীলৈকে সমস্ত প্ৰাণী-মণ্ডলীৰ হৃদয়-গুহাত জীৱাত্মাৰূপে অৱস্থান কৰে। এই প্ৰকাৰেই পুৰুষোত্তমৰ বিশ্বব্যাপী মহিমা সাক্ষাৎকাৰ কৰি সেই পুৰুষ কৃতাৰ্থ হয়। * ॥২০॥

**আসীনো দূৰং ব্ৰজতি শয়ানো য়াতি সৰ্বতঃ।**
**কস্তং মদামদং দেৱং মদন্যো জ্ঞাতুমৰ্হতি ॥২১॥**

---

* 'ধাতু' পৰমেশ্বৰৰ এক নাম। সেইকাৰণে 'ধাতুপ্ৰসাদাৎ' ইয়াৰ অৰ্থ 'পৰমেশ্বৰৰ কৃপাপ্ৰাপ্ত' কৰা হ'ল। 'বিষ্ণুসহস্ৰনাম'তো "অনাদিনিধনো ধাতা বিধাতা ধাতুৰুত্তমঃ"—ইয়াত 'ধাতু'ক ভগ-ৱানৰ সহস্ৰনামৰ অন্তৰ্ভুক্ত এক নাম ৰূপে উপদেশ দিয়া আছে।

আসীনঃ ('সেই পৰমেশ্বৰ' উপবিষ্ট থাকিও) দূৰং ব্ৰজতি (দূৰলৈ যায়), শয়ানঃ (শুই—নিষ্ক্ৰিয় হৈয়ো) সৰ্বতঃ যাতি সকলো ফালে যায়), তম্ মদ-অমদম্ (সেই সৰ্বৈশ্বৰ্যসম্পন্ন হৈয়ো অগৰ্বিত) দেৱম্ (স্বপ্ৰকাশ পৰমাত্মাক) মৎঅন্যঃ কঃ (মোৰ বিচিনা বিবেকীজনৰ বাহিৰে কোনে) জ্ঞাতুম্ অৰ্হতি (জানিবলৈ সমৰ্থ হ'ব পাৰে?)॥২১॥

[ অচিন্ত্য অনন্তশক্তিৰ অধিকাৰী পৰ পুৰুষৰ পৰব্ৰহ্মত বিবিধ বিৰুদ্ধ ধৰ্ম একে সময়তে সংঘটিত হয়; তেওঁৰ এই লীলাৰ বিচিত্ৰতা নিশ্চয় আমি সৰ্বসাধাৰণৰ কাৰণে অদ্ভুত - 'সমস্ত অদ্ভুত তোমাতে আছে।

যিজনে নজানে তত্ত্ব তোমাৰ।

সমস্ত জগত অদ্ভুত তাৰ॥' কীৰ্তন।

সেইকাৰণেই শ্ৰুতিয়ে কলে—] সেই পৰমেশ্বৰ নিজা নিত্যধামত সদা-সৰ্বদা বিৰাজমান থাকিও ভক্তৰ আহ্বানত অতিদূৰ-দূৰান্তৰতো উপস্থিত হয়গৈ। প্ৰিয়-পাৰিষদবৰ্গৰ সেৱাত নিদ্ৰামগ্ন যেন ভাব হলেও সকলোফালে, দেশে-দ্বীপান্তৰে তেওঁ ঘূৰি ফুৰে; য'ত যেতিয়া যি তেওঁক বিচাৰে, তাতেই তেওঁক পোৱা হয়। অথবা তেওঁৰ বৰব্যাপকতা এনেকুৱা যে, সৰ্বসাক্ষীৰূপে তেওঁ নিশ্চল— বহি আছে আৰু প্ৰয়োজন অনুসাৰে দূৰ-দূৰণিতো চলি গৈছে। এইদৰেই তেওঁ নিষ্ক্ৰিয়—যেন শুই আছে, আকৌ সকলোফালেই চলাচলো কৰিছে। সৰ্বতিকাল সকলোতে সকলোৰূপতে নিত্যবিৰাজমানতাই তেওঁৰ

মহিমা—তেওঁৰ লীলা। এনে সৰ্বৈশ্বৰ্যশালী—হৈয়ো তেওঁৰ ঐশ্বৰ্যৰ গৰ্ব নাই। এনে চিন্তামণি স্বপ্ৰকাশ ভগৱন্তপুৰুষক মোৰনিচিনা তেওঁৰ কৃপাপাত্ৰ বিবেকীলোকৰ বাহিৰে অন্য কোনে জানিব পাৰে? ॥২১॥

**অশৰীৰꣳ শৰীৰেষ্বনৱস্থেষ্ববস্থিতম্।**
**মহান্তং বিভুমাত্মানং মত্বা ধীৰো ন শোচতি ॥২২॥**

অনৱস্থেষু শৰীৰে (বিনাশী শৰীৰবোৰত) অশৰীৰম্ অৱস্থিতম্ (অশৰীৰী আৰু অবিচলভাৱে থকা), মহান্তম্ (সৰ্ববৃহৎ) বিভুম্ (সৰ্বব্যাপক) আত্মানম্ (পৰমাত্মাক) মত্বা সাক্ষাৎকাৰ কৰি) ধীৰঃ (বিবেকী—আত্মজ্ঞানী লোক) ন শোচতি (শোকগ্ৰস্ত নহয়) ॥২২॥

প্ৰাণীমাত্ৰৰে শৰীৰবোৰ বিনাশী—জৰা-মৰণশীল, সেই-সকল শৰীৰতে "অশৰীৰী পৰমাত্মা" সমভাৱে সৰ্বাৱস্থাতে অবিচল থাকে। প্ৰাকৃত দেশ-কাল-গুণ আদিৰদ্বাৰা পৰিমাণ কৰিব নোৱাৰা সেই সৰ্ববৃহৎ, সৰ্বব্যাপক, সবাৰো আত্মা, পৰমবান্ধৱ পুৰুষোত্তমক যদি কোনোবা বিচাৰ-বুদ্ধিবিশিষ্ট পৰমাৰ্থজ্ঞানী মহাপুৰুষে জানিবলৈ সমৰ্থ হয়, তেওঁ কেতিয়াও কোনো কাৰণতে শোক কৰিবলগীয়া নহয়—(গীতা ২।৫৯, ৭০)। তেওঁ মাথো লীলাময়ৰ লীলা-খেলা মুগ্ধদৃষ্টিৰে চাই থাকে ॥২২॥

নায়মাত্মা প্ৰৱচনেন লভ্যো
ন মেধয়া ন বহুনা শ্ৰুতেন।
য়মেবৈষ ৱৃণুতে তেন লভ্য—
স্তস্যৈষ আত্মা ৱিৱৃণুতে তনূং স্বাম্ ॥২৩॥

অয়ম আত্মা (এই পৰমপুৰুষ পৰমাত্মা) প্ৰবচনেন (শাস্ত্ৰৰ-অধ্যয়ন আৰু ব্যাখ্যানৰদ্বাৰা) ন লভ্যঃ (প্ৰাপ্য—জ্ঞেয় নহয়), ন মেধযা (ধাৰণাযুক্ত বুদ্ধিৰদ্বাৰাও নহয়), ন বহুনা শ্ৰুতেন (বহুত শাস্ত্ৰ শুনাৰদ্বাৰাও নহয়); যম্ (যাক) এষঃ (এই আত্মাই) বৃণুতে (অনুগ্ৰহ কৰে), তেন এৱ (তেওঁৰদ্বাৰাহে) লভ্যঃ (জ্ঞেয় হয়)। তস্য (তেওঁৰ প্ৰতি) এষঃ আত্মা (এই পৰমাত্মাই) স্বাম্ তনূম্ (নিজৰ যথাৰ্থস্বৰূপ) বিবৃণুতে (প্ৰকাশ কৰে) ॥২৩।

[মনুষ্যজীৱনৰ পৰমাৰ্থ—পুৰুষোত্তমৰ সাক্ষাৎকাৰ তেওঁৰ কৃপাৰ ওপৰত হে নিৰ্ভৰ কৰে, নিজা পুৰুষাৰ্থেৰে নহয়—এই কথাকে বুজাই কৈছে—] ভগৱন্ত পুৰুষোত্তমৰ যি মহিমা মই তোমাক উপদেশ দিলোঁ, সেই মহিমাৰ্ণৱ ভগৱন্তৰ স্বৰূপজ্ঞান সহজ নহয; শাস্ত্ৰ পঢ়ি মনোগ্ৰাহী ভাষাৰে পৰমাত্মতত্ত্ব যুক্তিযুক্তভাৱে বৰ্ণাব পাৰিলেও নহয়, শাস্ত্ৰাৰ্থধাৰণা কৰিবপৰা বুদ্ধিশালী বুলি অভিমানী লোকেও স্বকীয় বিচাৰ-কৌশলেৰে তেওঁৰ স্বৰূপ বুজিব নোৱাৰে আৰু ভগৱন্তৰ বিষয়ে বহুতৰপৰা বহুপ্ৰকাৰে শুনাৰ সৌভাগ্য হলেও তেওঁৰ যথাৰ্থস্বৰূপ জানিবপৰা নহয়। পৰমেশ্বৰ-প্ৰাপ্তিৰূপ পুৰুষাৰ্থ-সিদ্ধি তেওঁবেই হয়, যাক তেওঁ

স্বয়ং অনুগ্ৰহ কৰে। অৰ্থাৎ যি নিজৰ পাণ্ডিত্য আৰু বিচাৰ-বুদ্ধিৰ গৰ্ব পৰিহাৰ কৰি তেওঁৰ কৃপাকাংক্ষী হয়, তেওঁৰ সাক্ষাৎ পাবলৈ উৎকট আগ্ৰহী হয়, তেওঁৰ অবিহনে ক্ষণকাল অৱস্থানো দুঃসহ হয়, এনে ঐকান্তিক ভাৱে ভগৱৎচিন্তাপৰায়ণ শৰণাগত ভক্তৰ প্ৰতিহেই তেওঁৰ কৃপা মিলে আৰু যোগ-মায়ারূপ আঁৰকাপোৰ উদঙাই ভক্তাধীন ভগৱন্তই ভক্তৰ সন্মুখত আত্মস্বৰূপ প্ৰকাশ কৰে।

"ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয়"। ( নামঘোষা ) ।২৩।।

নাবিৰতো দুশ্চৰিতান্নাশান্তো নাসমাহিতঃ।
নাশান্তমানসো ৱাপি প্ৰজ্ঞানেনৈনমাপ্নুয়াৎ ॥২৪॥

দুশ্চৰিতাৎ ( শাস্ত্ৰ নিষিদ্ধগৰ্হিত আচৰণৰপৰা ) অবিৰতঃ ( নিবৃত্ত নোহোৱা জনে ) এনম্ ( এই পৰমাত্মাক ) ন আপ্নুয়াৎ (নাপায়), ন অশান্তঃ ( ভোগলালসাত অস্থিৰমতি লোকেও নাপায়), ন অসমাহিতঃ ( মন আৰু ইন্দ্ৰিয়সংযম কৰিবনোৱাৰা জনেও নাপায় ), ৱা ন অশান্তমানসঃ ( আৰু সিদ্ধি-লাভৰ কাৰণে উদ্বিগ্ন-চিত্ত লোকেও নাপায় ); অপি ( কিন্তু ) প্ৰজ্ঞানেন ( ব্ৰহ্মবিদ্যাৰ অনুশীলনৰদ্বাৰা ) [ এনম্ আপ্নুয়াৎ ] ( এওঁক পায় )। ২৪।।

[ ভগৱৎপ্ৰাপ্তি বা পৰমাৰ্থতত্ত্বজ্ঞান কাৰ হব নোৱাৰে, সেই কথা বুজাইছে — ] যি বেদআদি শাস্ত্ৰবিহিত আচাৰ-অনুষ্ঠান অৱহেলা কৰি প্ৰৱৰ্তন কৰা দুৰাচৰণৰপৰা নিবৃত্ত হব পৰা নাই, যি বিভিন্ন ভোগৰ লালসাত অস্থিৰচিত্ত,

যি মন আৰু ইন্দ্ৰিয়সমূহ সংযত কৰি একাগ্ৰচিত্ত হ'বপৰা নাই আৰু যি সাধনাৰ ফলত পাবপৰা অণিমা আদি সিদ্ধিৰ নিমিত্তে ব্যাকুল, সেইসকল লোকে পৰমাৰ্থ-তত্ত্ব-জ্ঞানৰ ফলত লভ্য পৰমাত্মা পৰমপুৰুষক পাব নোৱাৰে। কিন্তু প্ৰজ্ঞানৰ—অৰ্থাৎ বেদবিহিত আচাৰনিষ্ঠাদি সমন্বিত ব্ৰহ্মবিদ্যাৰ অনুশীলনৰদ্বাৰাহে তেওঁৰ কৃপাপ্ৰাপ্ত হৈ তেওঁৰ সাক্ষাৎপ্ৰাপ্তি ঘটে।

অথবা এই মন্ত্ৰৰ এনে অৰ্থও হ'ব পাৰে দুৰাচাৰ আদিৰপৰা নিবৃত্ত নোহোৱা লোক অস্থিৰ মতি-বুদ্ধিৰ লোক, অসংযমী লোক আৰু সাধনা-সিদ্ধিৰ কাৰণে উদ্বিগ্ন লোক—এই সকল লোকে সূক্ষ্ম-বিচাৰবুদ্ধিৰে আত্মতত্ত্বানুসন্ধানত ব্যাপৃত হলেও পৰমাত্মাপুৰুষক সাক্ষাৎকাৰ কৰিবলৈ সমৰ্থ নহয়; কাৰণ, ভগৱন্তৰ কৃপাপ্ৰাপ্তিৰ নিমিত্তে আৱশ্যকীয় আচৰণবোৰলৈ তেওঁলোকৰ অৱহেলা। সেই-কাৰণে সেইসকল লোক তেওঁৰ কৃপাৰপৰা বঞ্চিত হয় ॥২৪॥

**য়স্য ব্ৰহ্ম চ ক্ষত্ৰং চ উভে ভৱত ওদনঃ।**
**মৃত্যুৰ্য়স্যোপসেচনং ক ইত্থা ৱেদ য়ত্ৰ সঃ ॥২৫॥**

য়স্য (যি পৰমেশ্বৰৰ) ব্ৰহ্ম চ ক্ষত্ৰম্ চ (ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়) উভে) এই উভয়েই অৰ্থাৎ প্ৰাণীমাত্ৰেই) ওদনঃ (অন্ন) ভৱতঃ (হয়), য়স্য (যাৰ) মৃত্যুঃ (সৰ্বসংহাৰকাৰী যম) উপসেচনম্ (ভাতৰ লগৰ আঞ্জা-জুৰকাৰী আদি), সঃ (সেই পৰমপুৰুষ) য়ত্ৰ (য'ত থাকে) ইত্থা (আৰু' এনে) কঃ ৱেদ (কোনে এই কথা সঠিককৈ জানে—)? ॥২৫॥

[ পঢ়ি শুনি আৰু বুদ্ধিৰে বিচাৰ কৰিও পৰমাত্মাৰ তত্ত্বজ্ঞান নোহোৱাৰ কাৰণ কি ? এনে আশঙ্কাৰ উত্তৰত কোৱা হৈছে ]—দেহধাৰী প্ৰাণীসমূহৰ ভিতৰত মানুহেই শ্ৰেষ্ঠ। মানুহৰ ভিতৰত আকৌ সৰ্বধৰ্মৰ ধাৰক ব্ৰাহ্মণ আৰু সৰ্বধৰ্মৰ ৰক্ষক ক্ষত্ৰিয় এই দুয়োকে শ্ৰেষ্ঠ বুলি মনা হয়। কিন্তু তেওঁলোকো কালৰূপ পৰমপুৰুষৰ খাদ্য হৈ পৰে, আনবোৰৰতো কথাই নাই। আকৌ সমস্তৰে সংহাৰকাৰী মৃত্যুদেৱতা—যম ভাতৰ লগৰ আঞ্জা, অৰ্থাৎ খাদ্যৰ জুতি লগোৱা তৰি-তৰ্কাৰী আচাৰ-চাটনি আদি উপকৰণ। এই প্ৰকাৰে সমস্ত জীৱজগতৰ আৰু মৃত্যুৰো সংহাৰক অথচ আশ্ৰয়-দাতা * সৰ্বাত্মা সৰ্বেশ্বৰক আন বস্তু জনাৰ দৰে তেওঁৰ স্বৰূপজ্ঞান, তেওঁৰ অৱস্থান কোনে জানিব পাৰে ? অৰ্থাৎ প্ৰাকৃত বুদ্ধি-বৃত্তি বিচাৰ-বিতৰ্কৰ দ্বাৰা কোনোৱেই তেওঁৰ যথাৰ্থস্বৰূপ বুজিবলৈ সক্ষম নহয়। কিন্তু তেওঁৰ অনুগ্ৰহভাজন হলে তেওঁ নিজেই নিজক দেখুৱাই দিয়ে ॥২৫॥

দ্বিতীয় বল্লী সমাপ্ত ॥১।২॥

—::*::—

* খাদ্যবস্তুবোৰ দেখাত ধ্বংস হৈ যায় সঁচা, কিন্তু আচলতে খাওঁতাৰ উদৰতে ঠাই পায়। জাগতিকপ্ৰাণীবোৰো সেইদৰেই সাধাৰণ-দৃষ্টিত নাশ পালেও দৰাচলতে জগদাত্মা পৰমপুৰুষতে সংহৃত হয় ; একেবাৰেই ধ্বংস হৈ নাযায়, সূক্ষ্মৰূপত বিদ্যমান থাকে। বৈজ্ঞানিক প্ৰমাণমতেও শক্তিৰ বিনাশ নাই, ৰূপান্তৰহে হয়। "তোমাৰ কুক্ষিতে আমি আছোঁ চৰাচৰ"। কীৰ্তন।

## তৃতীয় বল্লী

ঋতং পিবন্তৌ সুকৃতস্য লোকে
গুহাং প্ৰৱিষ্টৌ পৰমে পৰার্ধে।
ছায়াতপৌ ব্ৰহ্মৱিদো ৱদন্তি
পঞ্চাগ্নয়ো যে চ ত্ৰিণাচিকেতাঃ ॥১॥

সুকৃতস্য লোকে (শুভকৰ্মৰ ফলস্বৰূপ মনুষ্য-দেহত) পৰমে পৰ-অৰ্ধে (পৰব্ৰহ্মৰ উত্তম নিবাসস্থান—'হৃদয় আকাশত) গুহাম্ প্ৰৱিষ্টৌ (বুদ্ধিৰূপ গুহাত অন্তৰ্হিত থকা), ঋতম্ পিবন্তৌ (সত্য ফল পানকৰোঁতা), [ যি দুই জীৱাত্মা আৰু পৰমাত্মা, তেওঁলোক ] ছায়া-আতপৌ (এন্ধাৰ আৰু পোহৰৰ দৰে পৰস্পৰ ভিন্ন—এই কথা) ব্ৰহ্মৱিদঃ (ব্ৰহ্মজ্ঞানী সকলে) যে চ (আৰু যি সকল) ত্ৰিণাচিকেতাঃ (তিনিবাৰ নাচিকেত অগ্নিৰ চয়নকাৰী) পঞ্চাগ্নয়ঃ (আৰু যি সকল পঞ্চাগ্নি সম্পন্ন গৃহস্থ, সেই সকলেও) ৱদন্তি (কয়) ॥১॥

[ পূৰ্ব বল্লীত জীৱাত্মা আৰু পৰমাত্মাৰ স্বৰূপ বৰ্ণনা কৰি সেই তত্ত্ব জানি ব্ৰহ্মপ্ৰাপ্তি আৰু তাৰ ফলো উপদেশ দিয়া হ'ল। এই কথাও কোৱা হ'ল যে, পৰমেশ্বৰৰ কৃপা-লাভ কৰিব পাৰিলেহে তেওঁৰ স্বৰূপ বুজিব পাৰি। এই তৃতীয় বল্লীত ব্ৰহ্মপ্ৰাপ্তিৰ সাধনসমূহ বৰ্ণনা কৰিবৰ নিমিত্তে জীৱাত্মা আৰু পৰমাত্মাৰ নিত্য সম্বন্ধ আৰু সহাৱস্থান বুজাবলৈ কোৱা হৈছে—] ব্ৰহ্মজ্ঞানী মহাপুৰুষসকলে, অগ্নিহোত্ৰী যাজ্ঞিকসকলে আৰু পঞ্চযজ্ঞাদি নিত্যকৰ্মনিৰত

আস্তিক সজ্জনসকলে সকলোৰেই এই এক কথাই কয় যে, পূৰ্ব-পূৰ্বজন্মৰ অনেকানেক পুণ্যকৰ্মৰ ফলস্বৰূপে পৰম-কৃপালু পৰমেশ্বৰৰ কৃপাত জীৱই এই পৰম দুৰ্লভ মনুষ্য-শৰীৰ লাভ কৰে; এই মনুষ্য জন্মইহে পৰমাৰ্থসাধনৰ একমাত্ৰ উপযোগী। জীৱৰ কল্যাণৰ অৰ্থেই পৰমাত্মা—পুৰুষে জীৱাত্মাৰে সৈতে নিজৰ অভিব্যক্তিৰ উত্তমস্থান হৃদয়ৰূপ গুহাৰ অন্তঃস্থলীত অন্তৰ্যামীৰূপে প্ৰৱিষ্ট থাকে। অকল থকাই নহয়, কৃত-কৰ্মসমূহৰ যি অৱশ্যম্ভাৱী ফল, তাকো দুয়ো একেলগে ভোগ কৰে ( গীতা ৫।২৯ )। অৱশ্যে এই ভোগ দুয়োৰে অতি বেলেগ। ফলৰ ভোক্তা জীৱই হে; পৰমাত্মাই সাক্ষীৰূপে নিৰীক্ষণ কৰে মাত্ৰ *। এয়ে তেওঁৰ লীলা। যেনেকৈ অজন্মা হৈয়ো অৱতাৰ—আদিৰূপে

* ছত্ৰিন্যায় অনুসাৰেই ঈশ্বৰকো কৰ্মফলভোগী বোলা হ'ল। দলৰ বেছিভাগৰে ছত্ৰ থাকিলে যেনেকৈ 'ছত্ৰধাৰীসকল গৈছে' বুলি কোৱা হয়, সেইদৰে জীৱৰ সৈতে সান্নিধ্যবশতঃ ঈশ্বৰকো কৰ্মফলভোক্তা বুলি কোৱা হল। শ্বেতাশ্বতৰ ( ৪।৬ ) উপনিষদতো একে জোপা দেহৰূপ গছত দুটা চৰাইৰূপ জীৱাত্মা আৰু পৰমাত্মা একেলগে থাকি এটি স্বাদুফলভোজী আৰু এটি কেৱল নিৰীক্ষক হৈ থাকে বুলি ( মুণ্ডক ৩।১।১ তো ) এই মন্ত্ৰই ব্যাখ্যাত হৈছে। সেইকাৰণে ইয়াত জীৱাত্মা আৰু পৰমাত্মাকেই হৃদয়-গুহাত প্ৰৱিষ্ট বুজা উচিত। 'গুহাহিতত্বং তু ......পৰমাত্মন এৱ' ইত্যাদি ( ব্ৰঃ সূ—১।২।১১ ) শাঙ্কৰভাষ্য দ্ৰষ্টব্য )।

জন্মগ্রহণ। বৰগীততো গোৱা হয়—

নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সোহি জন্মে জীৱৰ জনম দূৰ কৰা" ॥ ইত্যাদি ॥

অথবা এনে অৰ্থও হব পাৰে—পৰমাত্মাই কৰ্মৰ সত্যফল ভোগায় আৰু জীৱাত্মাই ভোগে। কিন্তু জীৱাত্মা পৰমাত্মাৰ-দৰে অনাসক্ত আৰু নিৰ্লিপ্ত নহয়। তেওঁ কৰ্মাভিমানী হৈ কৰ্মফল ভোগ কৰে। এই প্ৰকাৰে ফলভোগৰ বৈপৰীত্যৰ নিমিত্তে জীৱাত্মা আৰু পৰমাত্মা সহবাসী হৈয়ো ছাঁ আৰু পোহৰৰদৰে অত্যন্ত ভিন্ন। জীৱাত্মা ছাঁৰদৰে ক্ষীণপ্ৰকাশ, অল্পজ্ঞ আৰু পৰমাত্মা পোহৰৰদৰে পূৰ্ণপ্ৰকাশ, সৰ্বজ্ঞ। যেনেকৈ ছাঁত যি সামান্য পোহৰ পৰে, সি পোহৰৰপৰাই আহে, সেইদৰে জীৱাত্মাৰ যি অল্পজ্ঞাতা, সি যথাৰ্থতে পৰমাত্মাৰেই।

[ তাৎপৰ্য্য এই, যে মনুষ্যদেহধাৰী জীৱই আত্মাভিমানী হৈ নিজৰ শক্তি-সামৰ্থ্যৰ বৰাই কৰা অনুচিত ; কিন্তু সদা-সৰ্বদা অন্তৰ্যামীৰূপে সহচাৰী পৰম সুহৃদ পৰমাত্মা পুৰুষোত্তমৰ প্ৰতি লক্ষ্য ৰাখি নিজৰ সকলো ভাৰ তেওঁতে সপি দি অহংকাৰহীন ভৃত্যৰ নিচিনাকৈ সাংসাৰিক কৰ্তব্যবোৰ কৰি যোৱা উচিত। ভৃত্যই কামবোৰ কৰোঁতে যেনেকৈ প্ৰভুক মনত ৰাখি তেওঁক ভালৰি লগোৱাৰ চেষ্টাত থাকে, সেইদৰেই পৰম প্ৰভুক মনত ৰাখি তেওঁৰ প্ৰীতিৰ বাবেই বিহিত কৰ্তব্যবোৰ কৰি যোৱা একান্ত আৱশ্যক।]

॥১॥

যঃ সেতুরীজানানামক্ষরং ব্রহ্ম যৎ পরম্।
অভয়ং তিতীর্ষতাং পারং নাচিকেতꣳ শকেমহি ॥২॥

ঈজানানাম ( যজ্ঞাদিশুভকৰ্মকাৰীসকলৰ ) যঃ সেতুঃ ( দুখ-সমুদ্ৰতৰণৰ যি সাকো—উপায় ) নাচিকেতম ( সেই নাচিকেত অগ্নিক ) পাৰম তিতীৰ্ষতাম ( 'আৰু' সংসাৰ-সাগৰৰ পাৰ পাবলৈ অভিলাষীসকলৰ ) যৎ অভয়ম ( যি নিৰ্ভয় পদ ), অক্ষৰম ( 'সেই' অবিনাশী ) পৰম ব্ৰহ্ম ( পৰব্ৰহ্ম পুৰুষোত্তমক ) শকেমহি ( জানিবলৈ আমি সমৰ্থ হব পাৰোঁ ) ॥২॥

[ ব্ৰহ্মবাদী গুৰু ধৰ্মৰাজে শিষ্য-শিক্ষাৰ কাৰণে ভগৱন্তক প্ৰাৰ্থনা জনাইছে ] হে সৰ্বশক্তিমন্ত পৰমাত্মন্! যাগ-যজ্ঞাদি শুভকৰ্মকাৰী কৰ্মযোগীসকলৰ সংসাৰৰূপ দুখৰসাগৰখন উত্তৰণৰ সেতুস্বৰূপ যি কৰ্মতত্ত্ব, সেই তত্ত্ব যেন আমি ভালকৈ জানিব পাৰোঁ—তোমাৰ আদেশ মান্য কৰি তোমাৰ প্ৰীতিৰ নিমিত্তেই সেই বৈধকৰ্মবোৰ যথাবিধি কৰি যাবলৈ যেন সমৰ্থ হওঁ আৰু সংসাৰ-সমুদ্ৰৰ পাৰ পাবলৈ অভিলাষী জ্ঞানযোগীসকলৰ যি পৰম অভয়পদ, সেই একান্ত আশ্ৰয় ভগৱন্ত পুৰুষোত্তম—তোমাক জানিবলৈ আৰু পাবলৈ আমি যেন যোগ্য হওঁ।

[ ভগৱন্তৰ কৃপা ব্যতিৰেকে তেওঁক জনাৰ আৰু পোৱাৰ উপায় নাই বুলি ১।২।২৩ মন্ত্ৰত কোৱা হ'ল। এই মন্ত্ৰত যমৰাজে নিজে প্ৰাৰ্থনা কৰি বুজালে যে, ভগৱৎপ্ৰাপ্তিৰ কাৰণে ভগৱন্তৰ কৃপা-প্ৰাৰ্থনাই সৰ্বশ্ৰেষ্ঠ সবল সাধন। ]

[ কৰ্ম আৰু জ্ঞানৰ সমন্বয় সাধক এই মন্ত্ৰৰ এনে অৰ্থও হব পাৰে যে, শাস্ত্ৰনিৰ্দিষ্ট বৈধকৰ্মবিলাক ( গীতা ১৬।২৩,২৪ ) অনাসক্তভাৱে ভগৱৎপ্ৰীতিৰ কাৰণে আচৰণ কৰাৰ অভ্যাস হৈ গলে সংসাৰ-সাগৰ-তৰণৰ সাকো—শুদ্ধ পৰমাৰ্থজ্ঞানৰ উদয় হয় ( গীতা ৭।২৮ ) আৰু জ্ঞানযোগীৰ পৰম অৱলম্বন, ভয়বৰ্জিত, অক্ষৰব্ৰহ্মক জানিবলৈ সমৰ্থ হয়, যাৰফলত—যি ব্ৰহ্মজ্ঞানপ্ৰাপ্তিৰ ফলত জৰা-মৰণ আদি দুখসংঘাতেৰে পৰিপূৰ্ণ সংসাৰ যাতনাৰ পাৰ পায় ( গীতা ৫।৪-৫ ) * ॥২

আত্মান৺ ৰথিনং ৱিদ্ধি শৰীৰ৺ ৰথমেৱ তু ।
বুদ্ধিংসাৰথিং ৱিদ্ধি মনঃ প্ৰগ্ৰহমেৱ চ ॥৩॥
ইন্দ্ৰিয়াণি হয়ানাহুৰ্ৱিষয়া৺স্তেষু গোচৰান্ ।
আত্মেন্দ্ৰিয়মনোযুক্তং ভোক্তেত্যাহুৰ্মনীষিণঃ ॥৪॥

---

* যোগবাশিষ্ঠত উক্ত হৈছে—

উভাভ্যামেৱ পক্ষাভ্যাং যথা খে পক্ষিণং গতিঃ ।
তথৈৱ জ্ঞানকৰ্মাভ্যাং জায়তে পৰমং পদম্ ॥
কেৱলাৎ কৰ্মণো জ্ঞানাৎ নহি মোক্ষে হভিজায়তে ।
কিন্তু তাভ্যাং ভৱেন্মোক্ষঃ সাধনন্তুভয়ং ৱিদুঃ ॥

'যেনেকৈ আকাশত চৰাইবোৰে দুয়োখন পাখিৰে উঁৰি ফুৰে, তেনেকৈ জ্ঞান আৰু কৰ্ম এই দুয়ো মাৰ্গৰ সহযোগত হে পৰম পদপ্ৰাপ্তি হব পাৰে। কেৱল কৰ্ম বা কেৱল জ্ঞানৰ দ্বাৰা মোক্ষ-লাভ নহয়, সেইকাৰণে উভয় সাধনেই আৱশ্যক'। লক্ষ্য কৰিব-লগীয়া যে—এই বশিষ্ঠৰ উক্তিত ভক্তিসাধনৰ উল্লেখ নাই। কাৰণ ভক্তি সেই দুয়োৰে অনুষঙ্গী; ভক্তি নহলে কৰ্মও নহয়। জ্ঞানো নহয়। ] ॥২॥

আত্মানম্ ( জীৱাত্মাক ) ৰথিনম্ ( ৰথাৰোহী—ৰথৰ স্বামী ) বিদ্ধি ( জানিবা ), তু ( আৰু ) শৰীৰম্ এৱ ( দেহটোকে ) ৰথম্ ( ৰথ 'জানিবা' ), বুদ্ধিম্ তু ( কিন্তু বুদ্ধিক ) সাৰথিম্ বিদ্ধি ( ৰথৰ চালক জানিবা ), চ মনঃ এৱ ( আৰু মনকেই ) প্ৰগ্ৰহম্ ( লেকাম বুলি জানিবা ) ।।৩।।

ইন্দ্ৰিয়াণি ( ইন্দ্ৰিয়সমূহক ) হয়ান্ 'ঘোৰাবিলাক বুলি) আহুঃ ( কোৱা হয় ), বিষয়ান্ ( ভোগ্য-বিষয়বোৰক ) তেষু গোচৰান্ ( সেই ঘোৰাবিলাকৰ চৰি-ফুৰা পথ বুলি কোৱা হয় ), আত্মা-ইন্দ্ৰিয়-মনঃযুক্তম্ ( দেহ-ইন্দ্ৰিয় আৰু মনসমন্বিত জীৱাত্মাক ) মনীষিণঃ (জ্ঞানীসকলে) ভোক্তা ইতি আহুঃ (ভোগকৰ্তা—কৰ্মফলভোগী বুলি কৈছে ) । ৪।।

[ জীৱৰ সংসাৰগতি তথা সংসাৰমুক্তি কেনেকৈ হব পাৰে, তাক এক ৰূপকৰ ছলেৰে শ্ৰুতিয়ে বৰ্ণনা কৰিছে— পৰমাত্মাৰপৰা পৰিভ্ৰষ্ট হোৱা জীৱ আৰু সংসাৰৰূপ গভীৰ অৰণ্যৰ মাজত সুখ বিচাৰি অনন্তকাল অনবৰত ঘূৰিব লাগিছে। সুখৰ কামনাত যিলৈকে—যি যোনিলৈকে যায়, তাতেই ঠোকা-ঠোকৰ পানী পি ঢেলপোঙা দিয়া মানুহৰ দৰে ঠেকা খায়—সংসাৰৰূপ যম-যন্ত্ৰণাৰপৰা সাৰিব নোৱাৰে। চিৰসুখ-চিৰশান্তি নো ক'ত কেতিয়ামানে মিলিব, তাক সি বুজিবই নোৱাৰে। সেইবাবে তাৰকাৰণে চেষ্টা-সাধনাৰ প্ৰয়োজনীয়তাবো ভু নাপায়। ] জীৱাত্মাৰ এনে দুৰ্দশা দেখি দয়াময় পৰমাত্মাপুৰুষে দয়া কৰি মানৱ-দেহৰূপ সুন্দৰ সৰ্বক্ষম ৰথ দিলে, ৰথ টানিবলৈ ইন্দ্ৰিয়ৰূপ শক্তিশালী ঘোৰাবোৰ জুটি দিলে, সিহঁতৰ লাকত মনৰূপী

লেকাম লগাই বুদ্ধিৰূপী সাৰথিৰ হাতত সপি দিলে আৰু জীৱাত্মাক সেই ৰথত বহুৱাই ৰথৰ গৰাকী পাতি বুজনি ( বিবেক ) দিলে যে, সি যেন নিত্য-নিৰন্তৰ বুদ্ধিক প্ৰেৰণা যোগাই পৰমাত্মাক লক্ষ্য কৰি ৰথখন চলাই লৈ যায়—প্ৰতিক্ষণেই তেওঁক স্মৰণত ৰাখি তেওঁৰ নাম জপাদি প্ৰিয়কৰ্ম কৰি সহজ-সৰল পোন-পটীয়েদি চলিকৰি শীঘ্ৰেই যাতে ভগৱন্তৰ চিৰসুখময় বৈকুণ্ঠ ধাম পোৱায় গৈ।

জীৱাত্মাই কিন্তু মানৱজীৱনৰ একমাত্ৰ লক্ষ্য—চিন্ময়-পুৰুষৰ পৰম ধাম-প্ৰাপ্তি। ভগৱৎনিৰ্দেশ পাহৰি গ'ল, সাংসাৰিক মোহমায়াত পৰিল আৰু সি বুদ্ধিক উপযুক্ত প্ৰেৰণা যোগ'ব নোৱৰা হ'ল ! সেইবাবে বুদ্ধি-সাৰথিৰ অসাৱধানতাৰ কাৰণে তাৰ হাতত থকা মনৰূপী লেকাম-ডাল ঢিলা-সোলোকা হ'ল আৰু ইন্দ্ৰিয়ৰূপ দুষ্টঘোঁৰাবোৰ ইচ্ছামতে বিষয়-বনত বনাই কুৰিবলৈ ধৰিলে। তাৰ পৰিণামত জীৱাত্মা বিষয়লোলুপ ইন্দ্ৰিয়বোৰৰ অধীন হৈ সংসাৰ-চক্ৰবিত ঘূৰি থাকিবলগীয়া হ'ল। অৰ্থাৎ যি শৰীৰ, মন আৰু ইন্দ্ৰিয়ৰ সহযোগত জীৱাত্মাই পৰমাত্মাক পাব পাৰিলেহেঁতেন, সেইবোৰৰ লৈতেই সি বিষয়-বিষধৰৰ বিষত বিভ্ৰান্ত হৈ পৰিল।৩-৪॥

**যস্ত্ববিজ্ঞানবান্ ভবত্যযুক্তেন মনসা সদা।**
**তস্যেন্দ্ৰিয়াণ্যবশ্যানি দুষ্টাশ্বা ইব সাৰথেঃ ॥৫॥**

তু ( কিন্তু ) যঃ ( যি বুদ্ধিৰূপ সাৰথি ) অবিজ্ঞানবান্ ( কৰ্তব্য-জ্ঞানহীন ), অযুক্তেন মনসা ( অনিগৃহীত মনেৰে সৈতে ) সদা ভৱতি ( সদায় যুক্ত হৈ থাকে ), তস্য ইন্দ্ৰিয়াণি ( তেওঁৰ ( ইন্দ্ৰিয়ৰূপ ঘোঁৰাবোৰ ) সাৰথেঃ ( ৰথচালকৰ ) দুষ্ট—অশ্বাঃ ইব ( দুষ্ট ঘোঁৰা-বোৰৰদৰে ) অৱশ্যানি ( বশ হৈ নাথাকে, দুৰ্দমনীয় হয় ) ।৫।।

ঘোঁৰাবোৰেই ৰথ চলায়, কিন্তু ঠিক পথেদি ৰথ-চালনা কৰা কাম লেকাম ধৰা বুদ্ধিমান্ সাৰথিৰ। ইন্দ্ৰিয়-ৰূপী বলশালী ঘোঁৰাবিলাকে স্বাভাৱিকতে মোহনীয় বিষয়-বোৰেৰে ভৰ-পূৰ সংসাৰৰূপ ঘাঁহনি-বনলৈ দৌৰিব খোজে। যদি বুদ্ধিৰূপ সাৰথিয়ে মনৰূপী লেকাম-ডাল জোৰেৰে ধৰি সিহঁতক বশ মনাই চলাব পাৰে, তেতিয়া মনৰূপী লেকামৰ টানত সিহঁত ইচ্ছামতে বিষয়-বিষপূৰ্ণ সংসাৰবনলৈ ধাবিত হব নোৱাৰে। মনৰ সহাঁৰি নাপালে ইন্দ্ৰিয়সমূহ বিষয়ৰ কাষ চাপিব নোৱাৰে। ঘোঁৰা সেই-ফালেহে দৌৰিব—যি ফালে লেকাম ঢিলাই দিয়া হয়; এই লেকাম ঠিক ৰখা সাৰথিৰ বল-বুদ্ধিৰ ওপৰত নিৰ্ভৰ কৰে। যদি বুদ্ধিৰূপ সাৰথি বিবেকী ৰথীৰ আজ্ঞাবহ, লক্ষ্য-প্ৰাপ্তিৰ প্ৰতি স্থিৰসংকল্প আৰু ইন্দ্ৰিয়ৰূপী ঘোঁৰা-চলোৱাত সুদক্ষ আৰু শক্তিশালী নহয়, তেন্তে ইন্দ্ৰিয়-ৰূপী ঘোঁৰাবোৰ তেওঁৰ বাধ্য হৈ নাথাকে; সিহঁতে লেকাম ঢিলা পাই ( মনৰ সহাঁৰি পাই ) গোটেই ৰথ-খন ইচ্ছামতে যেনি-তেনি লৈ যায় আৰু তাৰ ফলস্বৰূপে ৰথী আৰু সাৰথি-সমন্বিতে সেইখন ৰথ দু-খাৰৈত পৰেগৈ;

অসাৱধানী সাৰথিৰ দুষ্ট ঘোৰাবদৰে বুদ্ধিৰ নিয়ন্ত্ৰণত নথকা ইন্দ্ৰিয়বোৰে ক্ৰমে ক্ৰমে এই প্ৰকাৰেই উচ্ছৃঙ্খল হৈ চলি দেহ-ৰথখন নি সংসাৰ-বোকাত বুৰাই দিয়ে ॥৫॥

যস্তু বিজ্ঞানৱান্ ভৱতি যুক্তেন মনসা সদা।
তস্যেন্দ্ৰিয়াণি বশ্যানি সদশ্বা ইৱ সাৰথেঃ ॥৬॥

যঃ তু ( কিন্তু যি বুদ্ধিৰূপ সাৰথি ) বিজ্ঞানবান্ ( কৰ্তব্য-জ্ঞানশালী ) যুক্তেন মনসা ( নিগৃহীত মনেৰে সৈতে ) সদা ভৱতি ( সৰ্বদা যুক্ত হৈ থাকে ), তস্য ইন্দ্ৰিয়াণি ( তেওঁৰ ইন্দ্ৰিয়সমূহ ) সাৰথেঃ ( সাৱধানী ৰথচালকৰ ) সদশ্বাঃ ইৱ ( সংযত ঘোৰাবোৰৰ দৰে বশ্যানি ( বশী ... ক ) ॥৬॥

ৰথী জীৱাত্মাই যদি সাৰথি – বুদ্ধিক কৰ্তব্য বিষয়ত বিশেষজ্ঞানীৰূপে পায় – অৰ্থাৎ যাৰ বুদ্ধিয়ে নিজৰ লক্ষ্যৰ ফালে চিত্তস্থিৰ কৰি সদা সৰ্বদা সুনিপুনভাৱে ইন্দ্ৰিয়ঘোৰক সুপথেদি চলাই লৈ যাবলৈ মনক বাধ্য কৰিব পাৰে আৰু লক্ষ্যৰ ফালে লগাই দিব পাৰে, তেন্তে তেওঁৰ ইন্দ্ৰিয়-বিলাকেও সেই নিশ্চয়াত্মিকা বুদ্ধিৰ আজ্ঞাধীন থাকি সুশিক্ষিত ঘোৰাবে'ৰ সুনিপুন চালকৰ নিৰ্দেশিত পথেদি আগবঢ়াৰ দৰে ভগৱদ্বিষয়ৰ চিন্তা-চৰ্চাত আগুৱাই যায় ॥৬॥

যস্ত্ববিজ্ঞানৱান্ ভৱত্যমনস্কঃ সদাশুচিঃ।
ন স তৎপদমাপ্নোতি সংসাৰং চাধিগচ্ছতি ॥৭॥

যঃ তু ( যি কোনো ৰথী—আত্মা ) সদা ( সৰ্বদাই ) অবিজ্ঞানৱান্ ( বিবেকহীন বুদ্ধিযুক্ত ), অমনস্কঃ ( অসংযতচিত্ত), অশুচিঃ অপবিত্র ) ভৱতি ( থাকে ), সঃ ( সেই ৰথীয়ে ) তৎপদম্ (সেই পৰমপদ ) ন আপ্নোতি ( পাব নোৱাৰে ) ; চ ( কিন্তু ) সংসাৰম্ ( জন্ম-মৃত্যুৰূপ সংসাৰগতি ) অধিগচ্ছতি ( প্ৰাপ্ত হয় ) ॥৭॥

যি জীৱাত্মাৰ বুদ্ধি সদায় কৰ্তব্য-অকৰ্তব্যবিষয়ত বিবেচনাহীন আৰু নিগ্ৰহৰহিত মন অসংযত বাবে ইন্দ্ৰিয়বোৰ দুৰাচাৰত প্ৰবৃত্ত থাকে, তেনে দুৰাচাৰী জীৱন সদায় অপবিত্র। সেইকাৰণে তেওঁ মানৱীদেহাৰে পাবপৰা পৰমপুৰুষৰ পৰমপদ পাবৰ অযোগ্য হয় ; বৰঞ্চ নিজ দুষ্কৰ্মৰ ফলভোগৰ কাৰণে সংসাৰচক্ৰত ঘূৰিব লগা হয—বাৰে বাৰে বিভিন্ন যোনিত জনম-মৰণৰূপ কষ্টভোগ অৱশ্যম্ভাৱী হৈ পৰে ॥৭॥

যস্তু বিজ্ঞানবান্ ভবতি সমনস্কঃ সদাশুচিঃ।
স তু তৎপদমাপ্নোতি যস্মাদ্ ভূয়ো ন জায়তে ॥৮॥

তু যঃ ( কিন্তু যি ৰথী ) সদা ( সৰ্বদাই ) বিজ্ঞানবান্ ( বিবেকশীল বুদ্ধিযুক্ত ), সমনস্কঃ (সংযতচিত্ত), শুচিঃ ভৱতি ( পবিত্র থাকে ), সঃ তু (তেৱেঁই) তৎপদম্ ( সেই পৰমপদ ) আপ্নোতি (পাব পাৰে) ; যস্মাৎ ( য'ৰপৰা ) ভূয়ঃ ন জায়তে (আকৌ জন্মিব নালাগে) ॥৮॥

আনপক্ষে যি জীৱাত্মাৰ সৎ-অসৎ নিৰ্ণয় কৰিবপৰা বিচাৰ-বুদ্ধি আছে আৰু তাৰদ্বাৰা মনক সংযত ৰাখি ইন্দ্ৰিয়বোৰক সদাচাৰত নিযুক্ত ৰাখে, তেনে সদাচাৰী

জীৱন সদায় পৱিত্ৰ ; অৰ্থাৎ সৎ আচৰণৰ পৰিণামত তেওঁৰ চিত্ত শুদ্ধ—হয় সেই শুদ্ধ অন্তঃকৰণ লোকবোৰ ভগ-ৱন্তলৈ ভক্তি হয়, তাৰ ফলত ভগৱৎ-ভাৱনাৰে তেওঁৰ প্ৰিয় কৰ্মত নিজক নিযুক্ত ৰাখে। এনে সৎপুৰুষেই মানৱী জনম সাৰ্থক কৰা সেই পৰম-পদৱী পায়গৈ,—য'ৰ পৰা আকৌ ঘূৰি আহি জনম-যাতনা ভুগিবলগীয়া নহয়—অনন্ত-কাললৈ সংসাৰ-নিকাৰৰ পাৰ পায় ॥৮॥

ৱিজ্ঞানসাৰথিৰ্য়স্তু মনঃপ্ৰগ্ৰহৱান্ নৰঃ।
সোঽধ্বনঃ পাৰমাপ্নোতি তদ্বিষ্ণোঃ পৰমং পদম্ ॥৯॥

যঃ তু নৰঃ (যি কোনো লোক 'যদি') ৱিজ্ঞানসাৰথিঃ (বিবেকী বুদ্ধিৰূপ সাৰথিৰে সৈতে সংযুক্ত হৈছে), মনঃ প্ৰগ্ৰহ-ৱান্ (লেকামৰূপ মনক যদি বাধ্য ৰাখিছে), সঃ (তেওঁ) অধ্বনঃ (সংসাৰপথৰ) পাৰম (সিপাৰে) তৎ (সেই প্ৰাপ্তব্য) বিষ্ণোঃ (সৰ্বব্যাপ্ত পুৰুষোত্তমৰ) পৰমম্ পদম্ (সৰ্বোত্তমধাম) আপ্নোতি (লাভ কৰে)। ৯॥

[ তৃতীয় মন্ত্ৰৰপৰা অষ্টম মন্ত্ৰলৈকে—ছটি মন্ত্ৰেৰে ৰথৰ ৰূপকত বুজালে যে, জীৱৰ প্ৰতি পৰমেশ্বৰৰ অহৈ-তুকী কৃপাৰ কাৰণে এই দুৰ্লভ মানৱী-শৰীৰ যি জীৱাত্মাৰ লাভ হ'ল, তেওঁ সচেতন হোৱা আৱশ্যক যে, সংসাৰ-চক্ৰৰ মেৰপাকৰপৰা পৰিত্ৰাণ পোৱাৰ উপযোগী এই মনুষ্য দেহ অচিৰস্থায়ী ; কেতিয়া কোনসময়ত মৃত্যুৰ গৰাহত পৰিবলগীয়া হয়, তাৰো ঠিক-ঠিকনা নাই কোনো উপা

নাই—যদিও স্বাভাৱিকভাৱেই প্ৰতিক্ষণেই এই শৰীৰ হ্ৰাস হৈ মৃত্যুৰ ওচৰলৈ আগবাঢ়ি গৈছে। এই 'ভৱ তৰিবাৰ যোগ্য শৰীৰ' লাভ কৰি পশুৰদৰে সাংসাৰিক বিষয়-ৰতা-হেতু অস্থিৰচিত্ত হৈ থাকিলে আকৌ অনেক জন্মলৈ সংসাৰ চক্ৰত ঘূৰি থাকিবলৈ বাধ্য হব লাগিব। যি মহৎ প্ৰয়োজন-সিদ্ধিৰ নিমিত্তে দুৰ্লভ মানৱীজন্ম লাভ হ'ল, সেই প্ৰয়োজন আধকৰা হৈয়ে ৰ'ব।

"দুৰ্লভ মনুষ্য-তনু ভাৰতত পাইলো।
তোমাক নেসেৱি বৃথা জনম গোৱাইলো" ॥
ভৱ তৰিবাৰ যোগ্য লভিলো শৰীৰ।
বিষয়-ৰতাসে পায়া কৰিলে অস্থিৰ" ॥ কীৰ্ত্তন

এইকাৰণে ভগৱন্তৰ কৃপাত সাৰথিৰূপে লাভকৰা বিবে-কক—বিচাৰবুদ্ধিক কল্যাণপথেদি জীৱন-ৰথখন চলাই নিবলৈ নিৰ্দেশ দিয়া উচিত আপাতমনোহৰ বৈষয়িক সুখভোগ চিৰস্থায়ী নহয় বাবে দুখজনক আৰু জন্মজৰা-মৃত্যুৰূপ সংসাৰগতিৰ প্ৰৱৰ্তকৰূপে বিবেচনা কৰি বিষয়ৰ কামনা আৰু তাৰ উপভোগৰপৰা বিৰত হোৱা উচিত। পূৰ্ব-প্ৰকাশ ৰথৰূপকৰ উপসংহাৰৰূপে এতিয়া যমৰজাৰ মুখেদি শ্ৰুতিৰ উপদেশ যে ]—যি লোকে সাংসাৰিক-বিষয়সমু-দায়ৰ অনিত্যতা আৰু আত্মাৰ নিত্যতা উপলব্ধিস্বৰূপ ভগ-ৱন্তৰ অলৌকিক শক্তি আৰু অপাৰ কৰুণাত দৃঢ়বিশ্বাসী, শুদ্ধবুদ্ধিৰূপ সাৰথিৰ সহায়ত দুৰ্দ্দ ইন্দ্ৰিয়ৰূপ ঘোঁৰাবিলাকক

প্ৰকৃত কল্যাণপথেদি চালনা কৰিছৈ—সেইকাৰণে দৃঢ়-ভাবে ধৰিবলৈ মনক বাধ্যভৃত্যৰূপে চলাব পাৰিছে, অৰ্থাৎ মনক পৰমাৰ্থতত্ত্বচিন্তাত, মুখক প্ৰভুৰ গুণকীৰ্তনত, কাণক তেওঁৰ মহিমাশ্ৰৱণ, চকুক তেওঁৰ বিশ্বৰূপদৰ্শনত, হাতক তেওঁৰ কৃত্য কৰাত, ভৰিক তেওঁৰ লীলাধামৰূপে প্ৰসিদ্ধ ক্ষেত্ৰগমনত—ইত্যাদি প্ৰকাৰে সমুদায় ইন্দ্ৰিয়বৰ্গক পৰমলক্ষ্য ভগৱন্তৰ সৈতে সম্বন্ধ ঘটাব পাৰিছে, সেই জনেই সংসাৰ-সাগৰৰ সিপাৰ পায়গৈ—য'ত মনুষ্য-জীৱনৰ চৰম লক্ষ্য সৰ্বব্যাপী পুৰুষোত্তম ভগৱন্তৰ কোনো কুণ্ঠাই ঠাই নোপোৱা, চিৰনিৰ্ভয়, কেৱলআনন্দময় নিত্যধাম বিৰাজমান ॥৯॥

ইন্দ্ৰিয়েভ্যঃ পৰা হ্যৰ্থা অৰ্থেভ্যশ্চ পৰং মনঃ।
মনসস্তু পৰা বুদ্ধিৰ্বুদ্ধেৰাত্মা মহান্ পৰঃ ॥১০॥

হি (নিশ্চয়েই) ইন্দ্ৰিয়েভ্যঃ (ইন্দ্ৰিয়বোৰতকৈ) অৰ্থাঃ (বিষয়-সমূহ) পৰাঃ (বলৱন্ত), অৰ্থেভ্যঃ চ (আৰু বিষয়সমূহতকৈ) মনঃ পৰম্ (মন প্ৰবল), মনসঃ তু (আকৌ মনতকৈয়ো) বুদ্ধিঃ পৰা (নিশ্চয়াত্মিকা বুদ্ধি বলৱতী), বুদ্ধেঃ (বুদ্ধিতকৈ) মহান্ আত্মা (ইন্দ্ৰিয়আদি সকলোৰে স্বামী জীৱাত্মা) পৰঃ (অতি শ্ৰেষ্ঠ আৰু বলবান) ॥১০॥

[ পূৰ্বকথিত ৰথৰ ৰূপকৰ বৰ্ণনা শুনাৰ পাছত প্ৰশ্ন হব পাৰে, যে স্বভাৱতে দুৰ্দমনীয় বলবান্ ইন্দ্ৰিয়সমূহক নিইতৰ অত্যন্ত আৰু প্ৰিয় অসৎপথকলৰা মোৰ-ঘুৰাব পাৰি

জানো ? এই প্ৰশ্ন তত্ত্বতঃ বিচাৰ কৰি ইন্দ্ৰিয়বিলাকৰ মোৰ-ঘূৰাই ভগৱন্মুখী কৰাৰ প্ৰকাৰ বুজাব খুজি উপদেশ দিছে]—ইন্দ্ৰিয়সমূহতকৈ বিষয় বলশালী, ৰূপৰসাদি বিষয়-বোৰে ইন্দ্ৰিয়বোৰক বলপূৰ্বক নিজৰ ফালে আকৰ্ষিত কৰে; এইকাৰণে সাধনাশীল লোকে ইন্দ্ৰিয়বোৰক বিষয়ৰ পৰা দূৰত ৰখাৰ চেষ্টা কৰিব লাগে। বিষয়বোৰত কৈ মন বলী, মন যদি বিষয়ৰ প্ৰতি আসক্ত নহয়, তেতিয়া ইন্দ্ৰিয়-বোৰো বিষয়ৰ প্ৰতি ধাৱিত নহয়; অৰ্থাৎ ইন্দ্ৰিয় আৰু বিষয়—এই দুয়ো সাধকৰ একো ক্ষতি সাধিব নোৱাৰে। মনতকৈয়ো বুদ্ধি বলশালী, বুদ্ধিৰ পৰা—নিশ্চিতধাৰণাৰ-পৰা প্ৰেৰণা নাপালে মন বিপথগামী নহয়; গতিকে বিচাৰবুদ্ধিৰদ্বাৰা মনক নিজৰ বশীভূত ৰাখি ৰাগ-দ্বেষহীন কল্যাণপথৰ সন্ধানত প্ৰেৰণা দিয়া আৱশ্যক। বুদ্ধিতকৈ আকৌ এই সৱাবো গৰাকী জীৱাত্মা বলৱান্; বুদ্ধি, মন, ইন্দ্ৰিয়বৰ্গ—সমস্তই তেওঁৰহে বাধ্য। এইকাৰণে মানুহে আত্মাৰ শক্তি উপলব্ধি কৰি বুদ্ধি আদিক নিয়ন্ত্ৰণত ৰখা উচিত।

[ এই মন্ত্ৰত 'পৰ' শব্দৰ প্ৰয়োগ বলৱান্ অৰ্থত, শ্ৰেষ্ঠ অৰ্থত নহয়। কাৰ্য-কাৰণভাৱত অথবা সূক্ষ্মত্ব দৃষ্টিত ইন্দ্ৰিয়বৰ্গতকৈ বিষয়সমূহক 'শ্ৰেষ্ঠ বুলি বুজোৱা যুক্তিযুক্ত হব নোৱাৰে। এইদৰেই 'আত্মা' শব্দৰ বিশেষণৰূপে 'মহান্' 'আত্মা'—জীৱাত্মাৰ বোধক, 'মহত্তত্ত্ব'ৰ নহয় ( দ্ৰষ্টব্য ব্ৰহ্মসূত্ৰ ১।৪।১ )। বুদ্ধি আদি সমস্তকে নিয়ন্তা আত্মা

'আত্মা'ৰ 'মহান্' বিশেষণ উচিতেই হৈছে। মহত্তত্ত্ব অৰ্থত তাৰ প্ৰয়োগ হোৱা হলে 'আত্মা' শব্দৰ প্ৰয়োগ অপ্ৰয়োজনীয় হৈ পৰে। দ্বিতীয়তে বুদ্ধিতত্ত্বই তো মহত্তত্ত্ব; তত্ত্ববিচাৰস্থলত এই দুইৰ ভিন্নতা স্বীকৃত হোৱা নাই। তদুপৰি আগলৈ (ত্ৰয়োদশমন্ত্ৰত) নিৰোধৰ (এক তত্ত্বক অন্য তত্ত্বত লীন কৰাৰ) প্ৰসঙ্গত বুদ্ধিৰ নিৰোধ 'মহান্ আত্মা'ত কৰিবলৈ উপদেশ দিছে। এইবোৰ কাৰণত আৰু সাংখ্যমতৰ মহত্তত্ত্ব আৰু অব্যক্ত প্ৰকৃতি ৰূপ অৰ্থ বেদান্তমতৰদ্বাৰা অস্বীকৃত হোৱা বাবেও ইয়াত 'মহান' বিশেষণৰ সৈতে 'আত্মা' শব্দৰ অৰ্থ জীৱাত্মাই হে বুলি মনা উচিত। (দ্ৰষ্টব্য ১।৪।১ ব্ৰহ্মসূত্ৰৰ শাঙ্কৰভাষ্য)] ॥১০॥

**মহতঃ পৰমব্যক্তমব্যক্তাৎ পুৰুষঃ পৰঃ।**
**পুৰুষান্ন পৰং কিঞ্চিৎ সা কাষ্ঠা সা পৰা গতিঃ ॥১১॥**

মহতঃ (জীৱাত্মাতকৈ) অব্যক্তম্ (ভগৱন্তৰ অব্যাকৃতা মায়াশক্তি) পৰম্ (বলৱতী), অব্যক্তাৎ (অব্যক্ত মায়াতকৈ) পুৰুষঃ (পৰমপুৰুষ পৰব্ৰহ্ম) পৰঃ (শ্ৰেষ্ঠ), পুৰুষাৎ (পৰমপুৰুষ ভগৱন্তকৈ) পৰম্ (শ্ৰেষ্ঠ আৰু শক্তিমন্ত) কিঞ্চিৎ ন (একোৱেই নাই)। সা কাষ্ঠা (তেওঁতেই সকলোৰে সমাপ্তি), সা পৰা গতিঃ (তেৱেঁই চৰম গম্যভূমি) ॥১১॥

ইন্দ্ৰিয়, মন, বুদ্ধি—এই সকলোবোৰ আত্মাৰ অধিকাৰত, এই সোৰক বশৱৰ্তী কৰি আত্মা পৰমাত্মাৰ অভিমুখী হয়। কিন্তু এই আত্মাতকৈ 'অব্যক্ত' বলবান।

এই অব্যক্ত প্রকৃতি আৰু মায়া নামেৰেও কোৱা হয়; ই পৰমেশ্বৰৰ অচিন্ত্যশক্তি ( শ্বেতা ৪।১০ )। জাগতিক জীৱসমূদয় এই মায়াৰ বশীভূত হৈ মোহাচ্ছন্ন হয়। এই মায়াক অতিক্ৰম কৰা দুঃসাধ্য বুলি গীতাতো উক্ত হৈছে ( ৭।১৪ )। আৰু মায়ামোহিত হৈয়ে জীৱই পৰম তত্ত্ব পুৰুষোত্তমক জানিব নোৱাৰে বুলিও শ্ৰীভগৱানে তাতেই ব্যক্ত কৰিছে ( ৭।১৩ )। ই যেনিবা আত্মা আৰু পৰমাত্মাৰ মাজত এখন 'দ্ৰপচিন'—আঁৰকাপোৰ, যাৰ কাৰণে জীৱই সৰ্বান্তৰ্যামী নিত্য সহচৰ পৰমাত্মাক দেখা নাপায়—জানিব নোৱাৰে। ইয়াক আঁতৰ কৰা জীৱৰ অধিকাৰত নাই; সেইকাৰণে যি মায়াতকৈয়ো শক্তিমন্ত, যি তেওঁৰো স্বামী, যি সকলো শক্তিৰ অন্তিম অৱধি, যাৰ উৰ্দ্ধত আৰু একো নাই আৰু যি চৰম প্ৰাপ্তব্য পৰম আশ্ৰয়, সেই পৰমাত্মা পুৰুষোত্তম ভগৱানৰ অনন্যমনে শৰণাপন্ন হোৱা অৱশ্যক। তেওঁ সেই মায়াৰূপ আঁৰকাপোৰখন যদি কৃপাকৰি আঁতৰাই দিয়ে, তেতিয়াহে জীৱই সেই ভুৱনমোহিনী মায়াৰ অন্তৰালত থকা ভগৱন্তৰ শ্ৰীমুখ দৰ্শন কৰি কৃতকৃত্য হব পাৰে ( গীতা ৭।১৪ )।

[ মন্ত্ৰৰ 'অব্যক্ত' শব্দ সাংখ্যবাদীৰ, 'প্ৰধান' নহয়; কিয়নো, সেই মতে 'প্ৰধান' স্বতন্ত্ৰ; পৰতন্ত্ৰ বা পুৰুষৰ অধীন নহয় আৰু আত্মাক ভোগ আৰু মুক্তি দিয়াই তাৰ কাম। কিন্তু উপনিষদ আৰু গীতাতো এই 'অব্যক্ত' প্ৰকৃতিৰ মুক্তি দিয়াৰ সামৰ্থ্য ক'তো স্বীকাৰ কৰা হোৱা নাই ]॥১১॥

এষঃ সর্বেষু ভূতেষু গূঢ়োত্মা ন প্রকাশতে
দৃশ্যতে ত্বগ্র্যয়া বুদ্ধ্যা সূক্ষ্ময়া সূক্ষ্মদর্শিভিঃ॥

এষঃ আত্মা ( এই পরমাত্মা পরমপুরুষ ) সর্বেষু ভূতেষু ( সমস্ত প্রাণীতে বিদ্যমান থাকিলেও ) গূঢ়ঃ ( অবিদ্যারূপিনী মায়াদ্বারা আবৃত থকা বাবে ) ন প্রকাশতে ( প্রত্যক্ষ নহয় )। তু ( কিন্তু ) অগ্র্যয়া ( একাগ্রতাযুক্ত ) সূক্ষ্ময়া বুদ্ধ্যা ( সূক্ষ্মতত্ত্বনির্ণয় কৰিবপৰা বুদ্ধিৰ সহায়ত ) সূক্ষ্মদর্শিভিঃ ( সূক্ষ্মতত্ত্বনির্ণয়ত পাৰগলোকসকলে ) দৃশ্যতে ( দেখা পায় ) ॥১২॥

এই পৰমাত্মা পুৰুষোত্তম সমস্ত প্রাণীৰ হৃদয়ত অন্তর্যামী-ৰূপে বিৰাজমান ( গীতা ১৫।১৫ ) কিন্তু নিজৰ মায়াৰ আবৰণেৰে আচ্ছাদিত হৈ থকা বাবে তেওঁক সকলোৱে জানিব নোৱাৰে ( গীতা ৭।২৫ ; ১৮।৬১ )। সর্বান্তর্যামী ভগৱন্তৰ কৃপাত যিসকল সূক্ষ্মতত্ত্ব নিৰূপণ কৰিবপৰা একাগ্র-বুদ্ধিৰ অধিকাৰী হ'ল, সেই সূক্ষ্মদর্শীলোকসকলৰ হে তেওঁ প্রত্যক্ষ-গোচৰ হয় ॥১২॥

যচ্ছেদ্বাঙ্‌মনসী প্রাজ্ঞস্তদ্‌যচ্ছেজ্জ্ঞান আত্মনি।
জ্ঞানমাত্মনি মহতি নিযচ্ছেত্তদ্ যচ্ছেচ্ছান্ত

[illegible] ( মন, আদি সমূদায় [illegible]
ইন্দ্রিয় [illegible] ( [illegible] ) ১১ ক ( সেই [illegible] )
আরু [illegible] ( নৈসীম

কৰিব), জ্ঞানম্ (জ্ঞানস্বৰূপ বুদ্ধিক) মহতি আত্মনি (মহান্ আত্মাত— জীৱাত্মাত ) নিয়চ্ছেৎ ( বিলীন কৰিব ) তৎ (সেই মহান্ আত্মাক) শান্তে আত্মনি ( শান্ত—সৰ্ববিকাৰৰহিত পৰমাত্মাত ) য়চ্ছেৎ ( লীন কৰিব )।।১৩।।

[ ভগৱৎ-শৰণাগত জনৰ ভগৱৎপ্ৰাপ্তিৰ সাধন কেনেকুৱা —তাৰ উত্তৰত এই উপদেশ দিয়া হৈছে যে,— ] ভগৱন্তৰ বিষয়ে জ্ঞান-লাভৰ অভিলাষী বিবেকী পুৰুষে প্ৰথমতে সমুদায় ইন্দ্ৰিয়ক মনত বিলীন কৰা উচিত ; সিহঁতৰ যেন একো কাম নাই—সিহঁতে যেন বিষয়ৰ প্ৰেৰণা মনলৈ নানে। এই সাধনাৰদ্বাৰা যেতিয়া ইন্দ্ৰিয়বোৰ নিষ্ক্ৰিয় হব, তেতিয়া মনক জ্ঞানস্বৰূপ বুদ্ধিত লয় কৰিব ; অৰ্থাৎ বিশিষ্ট জ্ঞানস্বৰূপ নিশ্চয়াত্মিকা যি বুদ্ধি, তাৰ কাৰ্যৰ বাহিৰে মনৰ যেন বেলেগ সত্তা, বেলেগ চিন্তা একোৱেই নাই। এই সাধনাত অভ্যস্ত হলে সেই বিজ্ঞানস্বৰূপ বুদ্ধিক জীৱাত্মাৰ শুদ্ধস্বৰূপত বিলীন কৰিব ; অৰ্থাৎ শুদ্ধ আত্মাৰ বাহিৰে নিজ স্বৰূপতকৈ ভিন্ন কোনো বস্তুৰেই অস্তিত্ব অথবা স্মৃতি যেন নোহোৱা হৈ যায়। এনেদৰে অভ্যস্ত হোৱাৰ পাছত জীৱাত্মাই নিজক পৰমাত্মা পুৰুষোত্তমত বিলীন কৰি দিব—য'ত সকলো বিকাৰ, বিচাৰ, বিজ্ঞান— সমস্তই উপশান্ত হয়—জীৱই চিৰশান্তি লাভ কৰে॥১৩॥

**উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্ নিবোধত।**
**ক্ষুৰস্য ধাৰা নিশিতা দুৰত্যয়া দুৰ্গং পথস্তৎ**
**কবয়ো বদন্তি॥১৪॥**

উত্তিষ্ঠত (হে জনতা। উঠা), জাগ্রত (জাগা—সাৱধান হোৱা), বৰান্ প্ৰাপ্য (শ্ৰেষ্ঠ মহাপুৰুষসকল ওচৰলৈ গৈ) নিবোধত (পৰমাৰ্থ তত্ত্ব বুজি লোৱা), [কিয়নো] তৎ পথঃ (সেই পৰমাৰ্থজ্ঞানৰ—পৰমাত্মলাভৰ পথ) ক্ষুৰস্য (খুৰৰ) নিশিতা (শানত দি ধৰোৱা) দুৰত্যয়া ধাৰা (অনতিক্ৰমণীয় ধাৰৰ নিচিনা) দুৰ্গম্ (দুৰ্গম - অত্যন্ত কঠিন)—কৱয়ঃ (তত্ত্বজ্ঞানীসকলে) বদন্তি (কৈ আছে)॥১৪॥

[ধৰ্মৰাজ যমৰ মুখেদি লোকহিতৈষিণী শ্ৰুতিৰদ্বাৰা সংসাৰতাপক্লিষ্ট মানৱবৃন্দলৈ উদাত্ত আহ্বান জনোৱা হৈছে—] হে মানৱসমূহ! তোমালোকৰ লাখ-লাখ জনম অজ্ঞান-অন্ধকাৰত শুই থাকোতেই গ'ল। এইবাৰ পৰমপুৰুষৰ কৃপাত লাভ কৰা দুৰ্লভ মনুষ্য জন্ম পাই ক্ষণকালৰ বাবেও বাসনাৰ-জালত নপৰিবা, উঠা, মোহ-নিদ্ৰা ত্যাগ কৰি মানৱী-জন্মৰ প্ৰয়োজন পূৰ্ণ কৰিবলৈ সতৰ্ক হোৱা—সাৱধান হোৱাঁ, পৰমাৰ্থতত্ত্বজ্ঞানীপুৰুষৰ ওচৰলৈ গৈ সেই-সকলৰ উপদেশ লোৱাঁ; নিজৰ পৰম কল্যাণৰ পথ—পৰমাৰ্থৰহস্য সেইসকলক সেৱা-শুশ্ৰূষাৰে সন্তুষ্ট কৰি বাৰে বাৰে সুধি খৰাচ-মাৰি বুজি লোৱাঁ (গীতা ৪।৩৪)। মনত ৰাখা, মনুষ্য জন্মৰ পৰম-অৰ্থ পৰমাত্মাপুৰুষৰ সাক্ষাৎকাৰ—ভগৱৎ শৰণাগতি ধেমালিৰ কথা নহয়; শানত দিয়া সুতীক্ষ্ণ খুৰৰ সাকোৰেদি চলাৰ নিচিনা অতি দুৰ্গম সেই গন্তব্য পথ—ভগৱৎপ্ৰাপ্তিৰ পথ ভগৱন্তৰ কৃপাপ্ৰাপ্ত মহাপুৰুষসকলৰ বুজনি নাপালে অতিক্ৰম কৰা অত্যন্ত কঠিন। গতিকে

সাৱধান ! বিদ্যা-বুদ্ধিৰ অহঙ্কাৰ নকৰিবা ! জ্ঞানী-গুৰুৰ শৰণাপন্ন হোৱাঁ ; সেইসকলৰ উপদেশ-ৰাণীয়ে হে তোমা-লোকক মানৱ-জীৱনৰ লক্ষ্য পৰমপথৰ সন্ধান দিব পাৰিব ( গীতা ৪।৩৫ ) ॥১৪॥

**অশব্দমস্পৰ্শমৰূপমৱ্যয়ং তথাৰসং নিত্যমগন্ধৱচ্চ য়ৎ ।**
**অনাদ্যনন্তং মহতঃ পৰং ধ্ৰুৱং নিচায্য তন্মৃত্যুমুখাৎ প্ৰমুচ্যতে ॥১৫॥**

য়ৎ ( যি পৰমাত্মা পুৰুষোত্তম ) অশব্দম্ ( শব্দৰহিত ), অস্পৰ্শম্ ( স্পৰ্শৰহিত ), অৰূপম্ ( ৰূপৰহিত ), অৰসম ( ৰসৰহিত) চ (আৰু) অগন্ধৱৎ ( গন্ধযুক্ত নহয় ); তথা ( তেনেকৈ ) অৱ্যয়ম্ ( ক্ষয়-ৰহিত ), নিত্যম্ ( শাশ্বত ), অনাদি ( উৎপত্তিৰহিত ), অনন্তম্ ( অন্তৰহিত ), মহতঃ পৰম্ ( মহান্ আত্মাতকৈ শ্ৰেষ্ঠ ) ; ধ্ৰুৱম্ ( সৰ্বথা সত্য ) তৎ ( সেই ভগৱন্তক ) নিচায্য ( জানিব পাৰিলে 'মানুহ' ) মৃত্যুমুখাৎ ( মৃত্যুৰ মুখৰপৰা ) প্ৰমুচ্যতে ( ৰাচি যায় ) ॥১৫॥

[ পূৰ্বমন্ত্ৰত উক্ত হোৱাদৰে পৰমাৰ্থসাধনৰ পথ অতি দুৰ্গম কিয় ? এনে আশঙ্কাৰ উত্তৰস্বৰূপে পৰমাত্মা পুৰুষো-ত্তমৰ স্বৰূপ বৰ্ণনা কৰি কোৱা হৈছে ]—সেই পৰব্ৰহ্ম পৰমপুৰুষ শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধযুক্ত নহয় । অৰ্থাৎ সাংসাৰিক বিষয় সমূহক গ্ৰহণ কৰিবপৰা ইন্দ্ৰিয়-বোৰদ্বাৰা তেওঁ গ্ৰাহ্য নহয়—প্ৰাকৃত ইন্দ্ৰিয়বৰ্গৰ অপ্ৰাকৃত তত্ত্ববোধৰ শক্তি নাই । তেওঁ ক্ষয়-বৃদ্ধিবৰ্জিত শাশ্বততত্ত্ব—

যাৰ আদিও নাই, অন্তও নাই। অন্তঃকৰণ আৰু ইন্দ্ৰিয়-সমূহৰ পৰিচালক জীৱাত্মাতকৈয়ো শ্ৰেষ্ঠ সেই পৰমাত্মা পুৰুষেই চিৰন্তন সত্য। তেওঁক জানিব পাৰিলেহে মানুহ মৃত্যুৰ মুখৰপৰা সাৰি যায়—বাৰে বাৰে উপজি-মৰি সংসাৰ চক্ৰত ঘূৰিথাকিবলগীয়া নোহোৱা হয়॥১৫॥

নাচিকেতমুপাখ্যানং মৃত্যুপ্ৰোক্তং সনাতনম্।
উক্ত্বা শ্ৰুত্বা চ মেধাবী ব্ৰহ্মলোকে মহীয়তে ॥১৬॥

মৃত্যুপ্ৰোক্তম্ (যমৰজাৰদ্বাৰা কথিত) নাচিকেতম্ (নচিকেতাই শুনা) সনাতনম্ (এই চিৰন্তন) উপাখ্যানম্ (উপাখ্যানৰ নিচিনা উপদেশ) উক্ত্বা (বৰ্ণনা কৰি) চ শ্ৰুত্বা (আৰু শুনি) মেধাবী (ধাৰণাধাৰী পুৰুষে) ব্ৰহ্মলোকে মহীয়তে (ব্ৰহ্মধাম-প্ৰাপ্ত হৈ মহিমান্বিত হয়)॥১৬।

এই অধ্যায়ত যমৰজাই কোৱা যি উপদেশ নচিকেতাই শুনিলে, ই বেদৰ চিৰন্তন উপদেশ*। ইয়াক ধাৰণা কৰিবপৰা যি মেধাবী পুৰুষ, তেওঁ ইয়াক জিজ্ঞাসুজনৰ

---

* বেদ সনাতন – নিত্য। যম-নচিকেতাৰ এই উপাখ্যান নিত্য-বেদৰ অঙ্গ ; সেইবাবে ইয়ো নিত্য সনাতন। পূজ্যপাদ ভাষ্যকাৰ আচাৰ্যপাদৰ মতে এনে উপাখ্যানবিলাক অৰ্থবাদমাত্ৰ, অৰ্থাৎ বেদৰ বক্তব্য মূল বিষয়বেই জনমানসত প্ৰতিফলন হব-পৰাকৈ বহলাই বুজাবলৈ আখ্যানৰূপত কথিত হৈছে। এইবোৰ

আগত বৰ্ণনা কৰি আৰু নিজেও ব্ৰহ্মবাদীৰপৰা শুনি ব্ৰহ্মলোকত প্ৰতিষ্ঠা লাভ কৰে ; অৰ্থাৎ এই উপদেশৰ ভাৱগ্ৰাহী লোকে তদনুযায়ী সাধনা-ভজনৰদ্বাৰা ভগৱন্তৰ—প্ৰীতি-সাধন কৰি মনুষ্য-জীৱনৰ পৰম পুৰুষাৰ্থ প্ৰাপ্ত হয় ॥১৬॥

য় ইমং পৰমং গুহ্যং শ্ৰাৱয়েৎ ব্ৰহ্মসংসদি।
প্ৰয়তঃ শ্ৰাদ্ধকালে ৱা তদানন্ত্যায় কল্পতে ॥
তদানন্ত্যায় কল্পত ইতি ॥১৭॥

য়ঃ ( যি লোকে ) প্ৰযত (শুদ্ধচিত্ত হৈ) পৰমম্ গুহ্যম্ (সৰ্বোত্তম আৰু গোপনীয় ) ইমম্ ( এই ৰহস্য কথা ) ব্ৰহ্মসংসদি ( ব্ৰহ্মজিজ্ঞাসু সমাজত ) বা ( কিংবা ) শ্ৰাদ্ধকালে ( শ্ৰাদ্ধৰ সময়ত 'নিমন্ত্ৰিত শ্ৰাদ্ধভোজীসকলক' ) শ্ৰাৱয়েৎ ( শ্ৰৱণ কৰায় ), তৎ ( সেই সকলক শ্ৰৱণ কৰোৱা কৰ্ম বা শ্ৰাদ্ধ ) আনন্ত্যায় কল্পতে ( অনন্ত-ফলদানৰ সমৰ্থ হয়। ) তৎ আনন্ত্যায় কল্পতে ইতি [ এই শেষ-বাক্যটীৰ পুনৰুক্তি অধ্যায়ৰ সমাপ্তিসূচক ] ॥১৭॥

যি শুদ্ধচাৰী লোকে শুদ্ধচিত্তেৰে শুদ্ধবুদ্ধি ব্ৰহ্মজিজ্ঞাসু-সকলৰ সভাত এই সৰ্বশ্ৰেষ্ঠ আৰু অতি গোপনীয় পৰমাত্ম-তত্ত্ব ব্যাখ্যা কৰি শুনায় অথবা পিতৃশ্ৰাদ্ধৰ সময়ত সন্মীলিত

---

ঐতিহাসিক-ঘটনা বুলি বিবেচনা কৰা উচিত নহয় , কিয়নো ইতিহাস সৃষ্টিৰ পাছৰ ৰচনা, বেদ কিন্তু অনাদি—সৃষ্টিৰো পূৰ্বৱৰ্তী। এই কাৰণে তাত লৌকিক ইতিহাসৰ স্থান নাই।

অভ্যাগতসকলক শ্ৰৱণ কৰায়, তেওঁৰ সেই শ্ৰৱণ কৰোৱা কৰ্ম আৰু সেই শ্ৰাদ্ধ অনন্ত ফলদায়ক হয়, অনন্তফল দিবলৈ সমৰ্থ হয়।

শেষ বাক্যৰ পুনৰুক্তিৰদ্বাৰা সিদ্ধান্তৰ নিশ্চিতততা আৰু অধ্যায়ৰ সমাপ্তি সূচাইছে ॥১৭॥

॥ তৃতীয় বল্লী সমাপ্ত ॥

প্ৰথম অধ্যায় সমাপ্ত ॥১॥



ওঁ

# দ্বিতীয় অধ্যায়

## প্ৰথম বল্লী

পৰাঞ্চি খানি ব্যতৃণৎ স্বয়ম্ভূ—
স্তস্মাৎ পৰাঙ্ পশ্যতি নান্তৰাত্মন্ ।
কশ্চিদ্ধীৰঃ প্ৰত্যগাত্মানমৈক্ষ—
দাবৃত্তচক্ষুৰমৃতত্বমিচ্ছন্ ॥১॥

স্বয়ম্ভূঃ ( স্বয়ং প্ৰকটিত পৰমেশ্বৰে ) খানি ( সমুদায় ইন্দ্ৰিয়কে) পৰাঞ্চি ( বহিৰ্মুখ কৰি ) ব্যতৃণৎ ( হিংসা কৰিলে ) ; তস্মাৎ ( সেইকাৰণে 'মানুহে ইন্দ্ৰিয়বিলাকৰদ্বাৰা' ) পৰাঙ্ ( বহিৰ্বিষয়-বোৰহে ) পশ্যতি ( দেখে ), অন্তৰাত্মানম্ ( অন্তৰস্থ আত্মাক ) ন ( নেদেখে ) ; কঃচিৎ ধীৰঃ ( কোনোবা-এজন মাত্ৰ বিবেকী-পুৰুষে ) অমৃতত্বম্ ইচ্ছন্ ( অমৰত্বৰূপ পৰমপদ প্ৰাপ্তিৰ অভিলাষী হৈ ) আবৃত্তচক্ষুঃ ( চকু আদি ইন্দ্ৰিয়বোৰক বহিৰ্বিষয়ৰপৰা ঘূৰাই অন্তৰ্মুখী কৰি ) প্ৰত্যক্-আত্মানম্ ( অন্তৰাত্মাক ) ঐক্ষৎ ( সাক্ষাৎ-কাৰ কৰে ) ॥১॥

[ পূৰ্বতে কোৱা হ'ল যে, পৰব্ৰহ্ম ভগৱন্ত সমস্ত প্ৰাণীতে অন্তৰ্যামীৰূপে বিৰাজমান হলেও অবিদ্যাবশতঃ তেওঁৰ সাক্ষাৎ প্ৰাপ্তি নঘটে ; কিন্তু সূক্ষ্ম বিচাৰ-বুদ্ধিবিশিষ্টজনে

মাত্র তেওঁৰ সাক্ষাৎ পায়। প্ৰশ্ন হব পাৰে—'সেই পৰমেশ্বৰ যদি অন্তৰ্যামীৰূপে মোৰ হৃদয়তে আছে, তেন্তে কিয় মই অন্তৰ্দৃষ্টিৰে তেওঁক দেখা নাপাওঁ? কোনোবা কশ্চিৎ একজনেহে মাত্ৰ কিয় দেখা পায়? এই আশঙ্কাৰ উত্তৰত কোৱা হৈছে ]

ইন্দ্ৰিয়সমূহৰ গন্ধ, ৰস ৰূপ, স্পৰ্শ, শব্দ—এই সমস্ত বিষয় বাহিৰত। এই বিলাকৰ যথাৰ্থ জ্ঞান জন্মাবলৈ ইন্দ্ৰিয়সমূহৰ সৃষ্টি; এইবোৰৰ জ্ঞান নহলে মানুহে কোনো বিষয়ৰে স্বৰূপ আৰু গুণ বুজিব নোৱাৰে আৰু সেইবোৰৰ যথাযোগ্য ত্যাগ আৰু গ্ৰহণ কৰি ভগৱন্তৰ ইন্দ্ৰিয়ৰচনাৰ উদ্দেশ্য সিদ্ধি কৰিবলৈ সেইবোৰদ্বাৰা কোনো শুভানুষ্ঠানৰেই সম্পাদন কৰিব নোৱাৰে। এইকাৰণে স্বয়ম্ভূ পৰমপুৰুষে ইন্দ্ৰিয়বিলাকক বহিৰ্মুখ কৰি সৃজিলে, যাতে সিহঁতৰদ্বাৰা স্ফূৰ্তিপ্ৰদায়ক, স্বাস্থ্যকৰ, বিশুদ্ধ বিষয় গ্ৰহণ কৰি সুখময় জীৱন-যাপনপূৰ্বক মানুহে জীৱনৰ লক্ষ্যপথলৈ আগবাঢ়ি যাব পাৰে। কিন্তু ইন্দ্ৰিয়বিলাকৰ এই বহিৰ্মুখীকৰণ সিহঁতৰ প্ৰতি হিংসা যেন হে হ'ল, কিয়নো, বিৱেক-বুদ্ধিৰ অভাৱত প্ৰায়বোৰ মানুহেই পৰমেশ্বৰৰ ইন্দ্ৰিয়সৃষ্টিৰ অভিপ্ৰায় নুবুজি বাহ্যবিষয়বোৰৰ ৰমনীয়তাত মোহগ্ৰস্ত হৈ ইন্দ্ৰিয়বিলাকৰদ্বাৰা উন্মাদৰ দৰে বিষয়ৰ ভোগসুখতে আসক্ত হয়—বাহ্যিক বিষয়তে মজি থাকে বাবে অন্তৰ্দৃষ্টি নোহোৱা হয়। সিহঁতে সিহঁতৰ সৃষ্টিকৰ অন্তৰ্যামী পৰমাত্মাৰ প্ৰতি দৃষ্টিপাত নকৰে। কৰবাত

কোনোৱা এজন মাত্র বিচাৰবুদ্ধিবিশিষ্ট বিবেকীলোকে সাধুসঙ্গ, স্বাধ্যায আৰু ভগৱন্তৰ কৃপাৰ ফলত বিষযভোগৰ পৰিনাম-দুঃখ বুজিব পাৰে আৰু মনুষ্যজন্মৰ চৰম লক্ষ্য অমৃতময় পৰমাত্মাপ্রাপ্তিৰ উৎকট আকাঙ্ক্ষাৰে ইন্দ্রিয়বর্গক বাহ্যবিষয়ৰপৰা ঘূৰাই আনি অন্তর্মুখী কৰে। তেনেজন সৌভাগ্যশালী পুৰুষেই প্রত্যেকৰে অন্তর্যামী * পৰমাত্মা পৰমপুৰুষক সাক্ষাৎকাৰ কৰি মনুষ্যজন্ম সার্থক কৰে ॥১॥

পৰাচঃ কামাননুয়ন্তি বালা—
স্তে মৃত্যোর্যন্তি বিততস্য পাশম্।
অথ ধীৰা অমৃতত্বং বিদিত্বা
ধ্রুৱমধ্রুৱেষ্বিহ ন প্রার্থয়ন্তে ॥২॥

বালাঃ (অল্পজ্ঞ—অবিদ্যাগ্রস্তলোক) পৰাচঃ (বাহ্য) কামান্ (কাম্যভোগসমূহৰ) অনুয়ন্তি (অনুসৰণ কৰে, সেইবোৰতে মজি থাকে); তে (তেওঁলোকে) বিততস্য (সকলোফালে বিস্তাৰিত)

---

* "যদাপ্নোতি যদাদত্তে যচ্চাত্তি বিষয়ানিহ।
যচ্চাস্য সন্ততং ভাবস্তস্মাদাত্মেতি কীর্ত্যতে"॥

(যি হেতু পোৱা যায়, গ্রহণ কৰা হয়, বিষয়ৰ উপভোগ কৰা হয় আৰু যি নিত্য বিদ্যমান, সেই এইবিলাক যাৰ বিষয়, তাক 'আত্মা' বুলি জনা উচিত।) এই আত্মা মায়া বা অবিদ্যাচ্ছন্ন হলে জীব (জীবাত্মা) নাম পায় আৰু মায়া বা অবিদ্যাৰ পৰা মুক্ত হলে পৰমাত্মাস্বৰূপ হয়—

'মায়াবদ্ধো ভবেজ্জীৱো মায়ামুক্তঃ সদাশিবঃ"।

মৃত্যোঃ পাশম্ ( মৃত্যুৰ বান্ধোন ) যন্তি ( যায় )। অথ ( এইকাৰণে) ধীৰাঃ ( বুদ্ধিমান লোকে ) ধ্ৰুৱম্ ( অবিচল ) অমৃতত্বম্ ( অমৃতময় পৰমাত্মস্বৰূপক ) বিদিত্বা ( 'বিদ্যা'বিবেকৰদ্বাৰা জানি ) ইহ ( এই সংসাৰত ) অধ্ৰুবেষু ( অনিত্যভোগবোৰৰ একোকেই ) ন প্ৰাৰ্থয়ন্তে ( নিবিচাৰে ) ॥২॥

যিসকল লোকে ভোগ্যবিষয়বোৰৰ বিনন্দ-বিলাসৰ চিক্-মিকনিত ভোল গৈ সেইবোৰ পোৱাৰ আৰু ভোগ কৰাৰ চেষ্টা কৰেই এই দুৰ্লভ মানৱী-জনমটো অতৃপ্ত বিলাস-ব্যসনতে কটাই দিয়ে, সেইলোক অনভিজ্ঞ, অজ্ঞান। নিশ্চয় সেইলোক সৰ্বতোভাবে বিস্তাৰিত মৃত্যুৰ বাঘ-জৰিত বান্ধ-খাই থাকিব—অনন্তকাল ব্যাপি কাম্যভোগবোৰ ভুঞ্জিবলৈ বিভিন্ন যোনিত বাৰে-বাৰে জন্মি বাৰে-বাৰে মৰি থাকিব লাগিব। এই কাৰণে যিসকল প্ৰকৃতাৰ্থত জ্ঞানী, সেই সকলে এই বিষয়-বাসনাৰ বিষয়ে গভীৰভাবে বিচাৰ কৰি চায় যে, ইন্দ্ৰিয়সমূহৰদ্বাৰা বিষয়ৰ উপভোগ তো সকলো যোনিতে পোৱা যায়, মানৱীজনমো তাৰ কাৰণেই নে ? বিষয়ৰ ঢাণ্ডাতে ঢপলিয়াই ফুৰি, বিষয়-ভোগতে মজি-পচি জীৱন-পাত কৰিলেই মনুষ্য-যোনিপ্ৰাপ্তিৰ লক্ষ্য-পূৰণ হব-নে ? এনেদৰে বিচাৰ-বিজ্ঞানৰদ্বাৰা সেইসকলে বুজে যে, জীৱনৰ লক্ষ্য অমৃতস্বৰূপ নিত্য নিৰ্বিকাৰ পৰমাত্মা ভগৱন্তৰ সাক্ষাৎপ্ৰাপ্তি, আৰু সেই লক্ষ্য-সাধন এই মানৱীদেহাৰে মাত্ৰ হব পাৰে ( বিষয়সুখক শূকৰকহো পায়। হৰিপদসেৱা মানৱী বিনে নাই॥ বৰগীত )। এনে নিশ্চয়াত্মক জ্ঞানৰ

ফলত জীৱনৰ পৰমাৰ্থ সাধন-পথৰ হেতুভাৱস্বৰূপ অনিত্য বিষয়-বাসনাৰ প্ৰতি বিতৃষ্ণা জন্মে আৰু সেইবোৰত পৰম বিৰক্ত হৈ এই মৰজগতত নৰদেহাৰেই অমৰত্ব-প্ৰাপ্তিৰ পৰমাৰ্থসাধনত সাৱধানেৰে আগবাঢ়ি যায় ॥২॥

যেন ৰূপং ৰসং গন্ধং শব্দান্ স্পৰ্শাংশ্চ
মৈথুনান্ ।
এতেনৈৱ বিজানাতি কিমত্ৰ পৰিশিষ্যতে ॥
এতদ্বৈ তৎ ॥৩॥

যেন ( যাৰ অনুগ্ৰহত 'মানুহে' ) শব্দান্ স্পৰ্শান্ ৰূপম্ ৰসম্ গন্ধম্ ( শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধস্বৰূপ সকলপ্ৰকাৰ বিষয় ) চ (আৰু) মৈথুনান্ ( স্ত্ৰী-পুৰুষৰ সংসৰ্গ আদি সুখবিলাক ) বিজানাতি ( অনুভৱ কৰে ), এতেন এৱ ( এওঁৰ অনুগ্ৰহতেই 'ইয়াকো অনুভৱ কৰে যে' ) অত্ৰ ( এই সমস্তৰে ভিতৰত ) কিম্ পৰিশিষ্যতে ( কি নো অৱশেষ থাকে )? এতৎ বৈ ( এয়েই নিশ্চয় ) তৎ ( সেই তুমি জানিবলৈ বিচৰা পৰমাত্মা ) ॥৩॥

যাৰ অনুগ্ৰহত মানুহে শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ-ৰূপ যাৱতীয় বিষয় আৰু স্ত্ৰী-পুৰুষৰ মিলন প্ৰভৃতি সমুদায় সুখ অনুভৱ কৰে। অৰ্থাৎ বিষয়সমূহ অথবা সুখবিলাকে নিজে নিজক বা পৰস্পৰক জানিব নোৱাৰে, সেই কাৰণে যাৰদ্বাৰা সেইবিলাক জনাজাত বা প্ৰকাশিত হয়, যাৰ প্ৰদত্ত শক্তিৰদ্বাৰা সেই সমস্তৰেই অচিৰস্থায়িতাও দেখি বুজিব পাৰে যে, এই সমস্তৰে ভিতৰত এনে কি বস্তু

আছে—যাৰ অৱশেষ থাকে ? বিচাৰ কৰি চালে ইয়াকেই তো জনা যায যে, এই সমস্তই প্ৰতিক্ষণে সলনি হৈ হৈ বিনষ্ট হৈ যায়, একেবাৰেই অৱশেষ নাথাকে। এই কাৰণে হে নচিকেতা! তুমি জানিবলৈ বিচৰা পৰাৎপৰ পৰমেশ্বৰেই একমাত্ৰ অবিনশ্বৰ—যি সকলোৰে কাৰণৰূপে আদিতো আছে, আৰু সকলোৰে সমাপ্তিৰূপে শেষতো থাকে, তেৱেঁই একমাত্ৰ গতি ॥৩॥

**স্বপ্নান্তং জাগৰিতান্তং চোভৌ য়েনানুপশ্যতি।**
**মহান্তং ৱিভুমাত্মানং মত্বা ধীৰো ন শোচতি ॥৪॥**

স্বপ্ন-অন্তম চ (সপোনৰ দৃশ্যবোৰ আৰু) জাগৰিত-অন্তম্ (জাগৰণৰ দৃশ্যবোৰ) উভৌ (এই দুয়ো অৱস্থাৰ দৃশ্য 'মানুহে') যেন (যাৰদ্বাৰা) অনুপশ্যতি (নিৰন্তৰ দেখি আছে), মহান্তম্ (সেই সৰ্বমহৎ) বিভুম্ (সৰ্বব্যাপী) আত্মানম্ (সকলোৰে আত্মা পৰমপুৰুষক) মত্বা (জানি) ধীৰঃ (বিবেকীজনে, ন শোচতি (শোক নকৰে, দুখাতীত হয়) ॥৪॥

শুই থাকোঁতে সপোনত যিবোৰ দৃশ্য আৰু জাগি থকা অৱস্থাত যিবোৰ দৃশ্য মানুহে অনুভৱ কৰে—এই দুয়ো অৱস্থাতে সংঘটিত সমুদায় ঘটনা আত্মাৰদ্বাৰাই অনুভূত হয়। সৰ্বজ্ঞানময় সৰ্বান্তৰ্যামী পৰমাত্মাৰ বিজ্ঞানশক্তিৰ অংশবিশেষ জীৱাত্মাই তেওঁৰপৰাই পোৱা জ্ঞানাংশৰ-দ্বাৰা জাগতিক ঘটনা-প্ৰৱাহৰ জ্ঞান লাভ কৰে। যেনেকৈ জুইৰ পোৰা-ক্ষমতা ফিৰিঙতিতো থাকে। সেইদৰেই

পৰমাত্মাৰ জ্ঞান-শক্তি জীৱাত্মাই পায়। সেই সমস্ত জীৱৰ সমুদায় জ্ঞানৰ আকৰ সৰ্বব্যাপী সৰ্বাত্মা ভগৱন্ত পুৰুষোত্তমক জানিবপৰা মহাপুৰুষে কেতিয়াও কোনো কাৰণতে শোক নকৰে, শোক-দুখ—সবেই ভগৱন্তৰ লীলা বুজি তন্ময় ভাৱেৰে তেওঁৰ বিশ্ববিমোহিনী মায়া দৰ্শন কৰি আনন্দ-অনুভৱ কৰে ॥৪॥

য় ইমং মধ্বদং ৱেদ আত্মানং জীৱমন্তিকাৎ।
ঈশানং ভূতভৱ্যস্য ন ততো ৱিজুগুপ্সতে।
এতদ্বৈ তৎ ৫॥

যঃ ( যি জনে ) মধু-অদম্ ( কৰ্মফলৰূপ মধুভোজী ), জীৱম্ ( জগৎজনৰ জীৱনদাতা ), ভূতভৱ্যস্য ( ভূত; ভৱিষ্যৎ আৰু বৰ্তমানৰো ) ঈশানম্ ( নিয়ন্তাৰূপে) ইমম্ আত্মানম্ ( এই পৰমাত্মাক ) অন্তিকাৎ ( নিজৰ সমীপতে বুলি ) ৱেদ ( জানে ), ততঃ ( তাৰ পাছত 'তেওঁ' ) ন ৱিজুগুপ্সতে ( নিজক ৰক্ষা কৰিবলৈ ব্যাকুল নহয় )। এতৎ বৈ ( এৱেঁই নিশ্চয় ) তৎ ( সেই তোমাৰ জিজ্ঞাস্য পৰমাত্মা )॥৫॥

প্ৰাণীমাত্ৰৰে জীৱনদাতা যি পৰমাত্মাই জীৱাত্মাৰূপে কৃতকৰ্মৰ ফলভোগ কৰে, যি অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎ-জাগতিক কাৰ্যসমুদায় নিয়ন্ত্ৰণ কৰে, সেই পৰমাত্মা পুৰুষক

* 'মন্ত্ৰস্থ' 'জীৱ' শব্দই জীৱাত্মাক বুজোৱা নাই, পৰমাত্মা অৰ্থত হে প্ৰযুক্ত হৈছে; কিয়নো, জীৱাত্মা ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমানৰ নিয়ন্তা হব নোৱাৰে। প্ৰকৰণো পৰমাত্মাৰ, জীৱাত্মাৰ নহয় ( দ্ৰষ্টব্য—ব্ৰহ্মসূত্ৰৰ ১।৩।২৪ সূত্ৰৰ শাঙ্কৰভাষ্য )।

য জনে এইদৰেই বুজে যে, 'তেওঁ অন্তৰ্যামী আত্মা-ৰূপে মোৰ অতি সমীপত— মোৰ হৃদয়ত সৰ্বক্ষণতে বিৰাজমান' ( সমস্ত ভূতৰে তুমিসে আতমা, হৃদয় পৰম গুৰু'। কীৰ্তন। ] ইয়াৰপৰা তেওঁৰ স্বাভাৱিকতে এই ধাৰণাও হৈ যায় যে, 'মোৰ নিচিনাকৈয়ে সেই জগজ্জনজীৱন সৰ্বজনৰে হৃদযত বিৰাজিত'। ভগৱন্তৰ এই মহামহিমস্বৰূপ যিজনে কেতিযাও নাপাহৰে, তেওঁ নিজক লুকুৱাবলৈ কোনো চেষ্টা নকৰে ; নিন্দা, ঘৃণা বা হিংসাও নকৰে। কৰিব কাক ? মই, তুমি, অমুক, তমুক— ইত্যাদি ভেদ-বুদ্ধি থাকিলেহে ভয, ঘৃণা প্ৰভৃতিৰ প্ৰবেশ ঘটিব পাৰে। "যত জীৱ জঙ্গম, কীট পতঙ্গম, অগনগজগ তেৰি কায়া"—যাৰ ভাৱনাত, তেওঁ কাৰপৰা নিজক লুকুৱাব ? কাকেইবা ঘিণ অথবা হিংসা ক'ৰব ! তেওঁ 'সৰ্বং বিষ্ণুময়ং জগৎ' জ্ঞানেৰে সমস্ত প্ৰাণীতে ভগৱৎসত্তা দৰ্শন কৰি প্ৰাণীমাত্ৰৰে সেৱাপৰায়ণ হয ( গীতা ৬।৩১ ; ভাগৱত ৩।২৯। ২৭ ) নচিকেতা ! এই সেই পৰমাত্মা, যাৰ বিষয়ে তুমি জানিব খোজা ॥৫॥

যঃ পূৰ্বং তপসো জাতমদ্ভ্যঃ পূৰ্বমজায়ত।
গুহাং প্ৰৱিশ্য তিষ্ঠন্তং যো ভূতেভিৰ্ব্যপশ্যত।
এতদ্বৈ তৎ ॥৬॥

যঃ (যি) অদ্ভ্যঃ ( পানীতকৈ ) পূর্বম্ (প্রথমতে) অজায়ত ( 'হিৰণ্য-গর্ভৰূপে' আৱিৰ্ভূত হ'ল ), পূর্বম্ ( 'সেই' সৰ্বপ্ৰথম ) তপসঃ জাতম্ ( সত্যসংকল্পৰূপৰা উৎপন্ন ), গুহাম্ প্ৰৱিশ্য ( হৃদয়-গুহাত প্ৰৱেশ কৰি ) ভূতেভিঃ ( জীৱসমূহৰ সৈতে ) তিষ্ঠন্তম্ ( অৱস্থান কৰা সৰ্বাত্মা পৰমেশ্বৰক ) যঃ ( যি পুৰুষে ) ব্যপশ্যত ( দৰ্শন কৰে, 'তেৱেঁই সাৰ্থক দৰ্শন কৰে' )। এতৎ বৈ ( এৱেঁই নিশ্চয়) তৎ ( সেই 'তোমাৰ জিজ্ঞাস্য পৰমাত্মা' ) ॥৬।

[ যি প্ৰত্যগাত্মা—প্ৰতি জীৱৰ অন্তৰস্থ আত্মা, তেৱেঁই সৰ্বাত্মা পৰমপুৰুষ। এক অদ্বিতীয় পৰমেশ্বৰেই 'সমস্তৰে আত্মা হৰি পৰম বান্ধৱ'—ইয়াকে দেখুৱাইকোৱা হৈছে—] পানীৰ ( পাঁচো মহাভূতকে বুজাইছে-পানী শব্দই ) অৰ্থাৎ পঞ্চমহাভূতৰ সৃষ্টি নৌ হওঁতেই যি হিৰণ্যগৰ্ভ ব্ৰহ্মা ৰূপে আৱিৰ্ভূত হ'ল, যি সত্যসংকল্প পৰব্ৰহ্মৰপৰা প্ৰথম প্ৰকটিত হৈ সমস্ত জীৱৰ হৃদয়ৰূপ গুহাত প্ৰৱেশ কৰি দেহে-ন্দ্ৰিয়সমষ্টিৰ সৈতে অৱস্থান কৰে, সেই পূৰ্ণব্ৰহ্মক যিজন পুৰুষে এনেদৰে জানে যে, 'সমস্ত প্ৰানীৰ হৃদয়-গুহা-বাসী অন্তৰ্যামী আত্মা এক পৰমাত্মাইহে; এই বিৰাট্ বিশ্বই তেওঁৰ মহিমাকে প্ৰকাশ কৰিছে'—সেই জনৰে যথাৰ্থ জনা হ'ল। এই কথা মহাভাৰতীয় বিষ্ণুসহস্ৰনামতো কথিত হৈছে—'এজন বিশ্বনিয়ন্তা পৰমেশ্বৰেই বিৰাট্ ৰূ-পে—অনেকানেক পৃথক্ পৃথক্ ভূতবৰ্গ হৈ সেই সমস্তৰ অন্তৰাত্মাৰূপে সমগ্ৰ বিশ্বক পৰিচালন-পৰিপালন কৰিও অক্ষয়-অব্যয়স্বৰূপত বিত্তমান থাকে'—

( একো বিষ্ণুৰ্মহদ্ভূতং পৃথক্ ভূতান্যনেকশঃ। ত্ৰীন্ লোকান্ ব্যাপ্য ভূতাত্মা ভুংক্তে বিশ্বভুগব্যয়ঃ ॥ )। **এই বিশ্বাত্মা পুৰুষোত্তমেই** তুমি জানিবলৈ বিচৰা পৰমাত্মা ॥৬॥

**য়া প্ৰাণেন সম্ভৱত্যদিতিৰ্দেৱতাময়ী।**
**গুহাং প্ৰৱিশ্য তিষ্ঠন্তীং য়া ভূতেভিৰ্ব্যজায়ত ॥**
**এতদ্বৈ তৎ ॥৭॥**

য়া ( যি ) দেৱতাময়ী ( দৈৱীশক্তি সমন্বিতা ) **অদিতিঃ** ( শব্দাদিবিষয়ৰ ভক্ষণ বা গ্ৰহণকাৰিণী শক্তি ) **প্ৰাণেন ( প্ৰাণস্বৰূপ** হিৰণ্যগৰ্ভৰ সৈতে ) সম্ভৱতি ( অভিব্যক্ত হয় ), **য়া ( যি শক্তি )** **ভূতেভিঃ** ( প্ৰাণীবৰ্গৰ সৈতে ) ব্যজায়ত ( আবিৰ্ভূতা হ'ল ), **গুহাং** **প্ৰৱিশ্য** ( হৃদয়-গুহাত প্ৰৱেশ কৰি ) তিষ্ঠন্তীম্ ( অৱস্থিত 'সেই শক্তিক যি দৰ্শন কৰে' ), এতৎ বৈ ( এই দৰ্শন নিশ্চয় ) তৎ ( সেই তোমাৰ জিজ্ঞাসিত পৰমাত্মাৰেই দৰ্শন ) ॥৭॥

সমস্ত দেৱতাৰ—ইন্দ্ৰিয়বৰ্গৰ জন্ম আৰু **শক্তিৰূপিনী** বাবে যি দেৱতাময়ী, যাবতীয় বিষয়সমূহ অদন=ভোগ কৰে বা গ্ৰহণ কৰে বাবে 'অদিতি' নামে প্ৰসিদ্ধা যি পৰমা শক্তি—যি হিৰণ্যগৰ্ভৰূপ প্ৰাণৰ সঞ্চাৰৰ **সমকালতে** প্ৰাদুৰ্ভূত হয় আৰু যি **সমস্ত** প্ৰাণীৰ প্ৰাণ-শক্তিৰ **বীজৰূপে একেলগে** আৱিৰ্ভূতা হৈ হৃদয়-গুহাত প্ৰৱিষ্ট হৈ অৱস্থিত **থাকে**, সেই মহাশক্তি পৰমেশ্বৰৰ সৈতে অভিন্ন ;—**ভগৱান্** আৰু তেওঁৰ শক্তি ভিন্ন হব নোৱাৰে। **পৰমপুৰুষেই এই শক্তিৰূপত** অভিব্যক্ত। **নচিকেতা ! এই মহাশক্তিৰ সাক্ষাৎকাৰ**

পোৱা জনে পৰমপুৰুষকেই দৰ্শন কৰে। এই পৰমেশ্বৰী শক্তিয়েই তুমি জানিবলৈ বিচৰা পৰমাত্মা * ॥৭॥

**অৰণ্যোর্নিহিতো জাতৱেদা গর্ভইৱ সুভৃতো গর্ভিণীভিঃ।**
**দিৱে দিৱ ঈড্যো জাগৃৱদ্ভির্হৱিষ্মদ্ভির্মনুষ্যেভিৰগ্নিঃ। এতদ্বৈ তৎ ॥৮॥**

---

* এই পৰমেশ্বৰী শক্তিৰ কথা দেৱীভাগৱতত উক্ত হৈছে—

সদৈকত্বং ন ভেদোঽস্তি সর্বদৈৱ মমাস্য চ।
যোঽসৌ সাঽহং অহং যাসৌ ভেদোঽস্তি মতিবিভ্ৰমাৎ॥

অর্থাৎ 'মোৰ আৰু এই পৰব্ৰহ্মৰ সদায় একৰূপতা; কোনো ভেদ নাই। কিয়নো, যি সেই ব্ৰহ্ম সি মই আৰু মই যি, সি সেই ব্ৰহ্ম। মতিভ্ৰম হলেহে আমি দুইৰ ভেদ-দৰ্শন হয়'। ভাগৱতৰ 'অনাদি-পাতন'ত শ্ৰীশঙ্কৰদেৱৰ লেখনাতো—এই অর্থটো প্ৰকাশ পাইছে— "অনাদিৰূপিনী ঈশ্বৰৰ অঙ্গকায়।
ব্যক্ত ভৈলা মহামায়া সৃষ্টিক ইচ্ছায়॥
শুনিয়ো প্ৰকৃতি একো গুণে নোহা হীন।
তোমাৰে আমাৰে কিঞ্চিতেকো নাহি ভিন॥
মোৰ নিজ শকতি সাক্ষাতে দেখো প্ৰাণ।
সত্বৰে কৰিয়ো মায়া জগত নির্মাণ"॥

এই অনাদি অচিন্ত্য চিন্ময়ী শক্তি বিষ্ণুমায়া পৰমেশ্বৰীৰূপে দুর্গা, চণ্ডী, কালী, ইত্যাদি নামেৰে পূজিতা আৰু উপাসিতা হয়—"যা দেৱী সর্বভূতেষু বিষ্ণুমায়েতি শব্দিতা।
নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ"॥ ইত্যাদি 'দুর্গা সপ্তশতী'।

গর্ভিণীভিঃ গর্ভঃ ইব ( গর্ভবতী স্ত্রীলোকৰদ্বাৰা সুৰক্ষিত গৰ্ভৰ দৰে ) অৰণ্যোঃ নিহিতঃ ( দুই অৰণিকাঠৰ মাজত অৱস্থিত ) জাতবেদাঃ অগ্নিঃ ( সৰ্বজ্ঞানময় অগ্নিদেৱতা ) সুভৃতঃ ( সুৰক্ষিত থাকে )। জাগৃৱদ্ভিঃ ( জাগৰূক, সাৱধানী ) হবিষ্মদ্ভিঃ ) ( হৱন-যোগ্য দ্ৰব্যশালী ) মনুষ্যেভিঃ ( মনুষ্যবিলাকৰদ্বাৰা ) দিৱে দিৱে ( প্ৰতিদিনে ) ঈড্যঃ ( সেৱিত হোৱা ) এতৎ বৈ ( এই সৰ্বদেৱতাৰ হব্যবাহক সৰ্বজ্ঞ অগ্নি নিশ্চয় ) তৎ ( তোমাৰ জিজ্ঞাসিত পৰমাত্মা, ব্ৰহ্ম ) ।।৮।

নিয়মীয়া আহাৰ-পানীৰে পৰিপুষ্ট হোৱা গৰ্ভস্থ সন্তান যেনেকৈ গৰ্ভধাৰিণীৰদ্বাৰা মাতৃগৰ্ভত সুৰক্ষিত হয়, সেইদৰে সৰ্বজ্ঞানময় অগ্নিদেৱ অগ্নিজ্বলোৱাৰ কাৰণে ব্যৱহাৰ কৰা উত্তৰাৰণি আৰু অধৰাৰণিৰ—( ওপৰ আৰু তলৰ দুটুকুৰা কাঠৰ ) মাজত সুৰক্ষিত থাকে আৰু সাৱধানী, শ্ৰদ্ধালু লোকসকলৰদ্বাৰা হৱনীয় দ্ৰব্যসম্ভাৰেৰে প্ৰতিদিন উপাসিত হয় এই সমস্ত-দেৱতাবৰ্গৰ হবিঃ বহনকাৰী, সমস্তকে জানোঁতা, বিৰাট্স্বৰূপ অগ্নি পৰম-পুৰুষৰ প্ৰতীক। তুমি নিশ্চয়কৈ জানিবা—নচিকেতা! তুমি জানিবলৈ বিচৰা সৰ্বাত্মা পৰব্ৰহ্ম এৱেঁই ।।৮।।

**য়তশ্চোদেতি সূৰ্যোঽস্তং য়ত্ৰ চ গচ্ছতি।**
**তং দেৱাঃ সৰ্বে অৰ্পিতাস্তদু নাত্যেতি কশ্চন।**
**এতদ্বৈ তৎ ।।৯।।**

যতঃ ( যাৰপৰা ) সূৰ্যঃ উদেতি ( সূৰ্য উদয় হয় ), যত্ৰ চ

( আৰু যাত ) অস্তম্ চ গচ্ছতি ( অস্তগামীও হয় ), সৰ্বে দেৱাঃ ( সমস্ত দেৱতা ) তম্ অৰ্পিতাঃ ( তেওঁতেই সংপ্ৰবিষ্ট আছে ) তৎ উ ( সেই পৰমপুৰুষক ) কঃচন ( কোনোৱেই ) ন অতি-এতি ( 'কেতিয়াও' অতিক্ৰম কৰিব নোৱাৰে )। এতৎ বৈ ( এৱেঁই নিশ্চয় ) তৎ ( সেই তোমাৰ জ্ঞাতব্য পৰমাত্মা ) ॥৯॥

যি পৰমপুৰুষৰপৰা সূৰ্য উদিত হয়— প্ৰকাশিত হয় আৰু যাত গৈ অস্তমিত – বিলীন হৈ যায়— যাৰ শাসনত সূৰ্যদেৱতাৰ উদয়াস্তলীলা আবহমান কাল নিয়মমতে চলি আছে, সেই বিশ্বাত্মা পুৰুষোত্তমতে সমস্ত দেৱতাবৃন্দ অন্তঃ-প্ৰবিষ্ট থাকে। এনে কোনোৱেই নাই, যি সেই সবাৰো আদি-অন্তৰ আশ্ৰয়স্থলী পুৰুষোত্তমৰ শাসন উলঙ্ঘা কৰিব পাৰে ; সবেই তেওঁৰ অধীনত— তেওঁৰ নিয়ন্ত্ৰিত ব্যৱস্থা-মতেই চলে। তেওঁৰ এই অসীম অনন্ত মহিমাৰ পাৰ কোনেও নাপায়। এই বিশ্বনিয়ন্তা পুৰুষোত্তমেই তুমি জানিব খোজা পূৰ্ণব্ৰহ্ম পৰমাত্মা ॥৯॥

**য়দেবেহ তদমুত্ৰ যদমুত্ৰ তদন্বিহ।**
**মৃত্যোঃ স মৃত্যুমাপ্নোতি য় ইহ নানেৱ পশ্যতি ॥১০॥**

য়ৎ ইহ ( যি ইয়াত ) তৎ এৱ অমুত্ৰ ( সেয়ে পৰলোকতো ), য়ৎ অমুত্ৰ ( যি তাত ) তৎ অনু ইহ ( সেয়েই ইয়াতো—এই লোকতো ) ; য়ঃ ( যি জনে ) ইহ ( এই জগতত ) নানা ইৱ ( 'পৰমেশ্বৰক' অনেক যেন ) পশ্যতি ( দেখে বা অনুভৱ কৰে ), সঃ ( তেওঁ ) মৃত্যোঃ ( মৰণৰ পাছত ) মৃত্যুম্ আপ্নোতি ( 'তাকো'

মৃত্যুক পায়—অৰ্থাৎ বাৰম্বাৰ জন্ম-মৰণ হৈ থাকে)।।১০।

অচিন্ত্য অনন্তশক্তিমন্ত, সৰ্বগুণাধাৰ, সৰকাৰণ যি ভগৱন্ত পুৰুষোত্তম ইয়াত—এই পৃথিৱীত নানাৰূপে নানা-নামে খ্যাতিমন্ত হৈ আছে, তেৰেঁই তাত—পৰলোকতো অৰ্থাৎ স্বৰ্গ-বৈকুণ্ঠ প্ৰভৃতি বিভিন্ন বাঞ্ছিতলোকতো; আকৌ পৰলোকত পৰমপ্ৰাপ্তৰ যি তেওঁ, ইয়াতো তেৰেঁই বিভিন্ন ৰূপত বিভিন্ন নামত মানিত হয়। যি লোকে সেই এক—অদ্বিতীয় বিশ্বৰূপ বিশ্বেশ্বৰৰ লীলা-বিলাস, নানা গুণ-সমন্বিত নাম আৰু ৰূপত অভিব্যক্ত দেখি অবিদ্যা-জনিত ভ্ৰান্তিৰ কাৰণে তেওঁক নানা বুলি ভাৱে, তেওঁ মৰাৰ পাছত আকৌ মৰিব লগা হয়, অৰ্থাৎ জন্ম-মৃত্যু-ৰূপ সংসাৰচক্ৰত ঘূৰণৰপৰা সাৰিব নোৱাৰে। সেই-কাৰণে এই সুদৃঢ়-ধাৰণাৰ আৱশ্যক যে,

"অন্তৰত এক ঈশ্বৰক, দেখিয়োক নানা বাহিৰত,
অন্তৰত বোধ বাহিৰত জড়প্ৰায়"। (নামঘোষা)।১০॥

মনসৈবেদমাপ্তব্যং নেহ নানাস্তি কিঞ্চন।
মৃত্যোঃ স মৃত্যুং গচ্ছতি য ইহ নানেব পশ্যতি ॥১১॥

মনসা এৱ (শুদ্ধ সংস্কৃত মনৰদ্বাৰাহে) ইদম আপ্তব্যম্ (এই পৰমাত্মতত্ত্ব—ঈশ্বৰৰ ঐশ্বৰ্য উপলব্ধি হব পাৰে), ইহ (এই জগতত কিংবা এই পৰমেশ্বৰত) নানা (বিভিন্ন বিভিন্ন ভাৱ) কিংচন (কিঞ্চিৎমানো) ন অস্তি (নাই—থাকিব নালাগে)। যঃ ইহ (যি এই জগতত বা পৰব্ৰহ্মত) নানা ইৱ পশ্যতি (অনেক যেন

ভাৱ কৰে ), সঃ মৃত্যোঃ মৃত্যুম্ গচ্ছতি ( তেওঁ এইবাৰৰ মৃত্যুৰ পাছতো থাকে। মৃত্যুৰ মুখত পৰে—পুনঃ পুনঃ জনম-মৰণ চলি থাকে ) ।।১১।।

বিশুদ্ধ বুদ্ধিৰদ্বাৰাহে এই ভগৱন্ত পৰমেশ্বৰৰ ঐশ্বৰ্য্য-বিভূতিৰ উপলব্ধি হব পাৰে। বুজিব লাগে এই সম্পূৰ্ণ জগৎ পূৰ্ণব্ৰহ্মৰেই পৰিপূৰ্ণ। পূৰ্ণজগতত পূৰ্ণব্ৰহ্মৰ অন্ত-ৰিক্ত আৰু একোৱেই নাই। বিভিন্ন নাম ৰূপত অভিব্যক্ত সকলো ঐশ্বৰ্য, সকলো বিভূতি একমাত্ৰ তেওঁ ( গীতা ১০।৪১-৪২)। যি বেলেগ বেলেগ ঐশ্বৰিকশক্তিৰ বিবেচনাৰে বেলেগ বেলেগ ঈশ্বৰৰ কল্পনা কৰে, তেওঁ মৃত্যুৰ পাছত আকৌ মৰিব—জন্ম-মৃত্যুৰ প্ৰবাহ চলি থাকিব। এই পুনঃ পুনঃ জন্ম-মৃত্যুৰূপ সংসাৰ তৰিবলৈ—

'বুদ্ধিত সমস্ত তেজিয়োক, বাহিৰত সঙ্গ দেখায়োক' এহিমতে ৰাম লোকত কৃপা বেৰাই' ।। ( নাম ঘোষা। )* ।১১।।

**অঙ্গুষ্ঠমাত্ৰঃ পুৰুষো মধ্য আত্মনি তিষ্ঠতি।**
**ঈশানো ভূতভব্যস্য ন ততো বিজুগুপ্সতে ॥**
**এতদ্বৈ তৎ ॥১২॥**

---

* বিবেচ্য বিষয় এই যে—প্ৰজাই ৰজাক ( চৰকাৰক ) দিয়া পূজা ( কৰ-কাচল ) সেই সেই ভাৱপ্ৰাপ্ত কৰ্মচাৰীক 'ৰজাক শোধা-লোঁ' জ্ঞানেৰেই শোধোৱা হয়, তেওঁৰ যোগেদিয়েই সি ৰজাঘৰ পায়গৈ আৰু নিয়মমতে নোশোধালে তেওঁৰপৰাই দণ্ড পাবলগীয়া হয়। গতিকে কৰ্মচাৰী জন ৰজাৰ প্ৰতীক, ৰজা অদৃশ্য হৈয়ে থাকিল। এইদৰেই ৰজাঘৰীয়া বিভিন্ন কৰ বিভিন্ন কৰ্মচাৰীক দিয়া

অঙ্গুষ্ঠমাত্ৰঃ (অঙ্গুষ্ঠপৰিমাণ) পুৰুষঃ (যাৰদ্বাৰা সমস্ত পৰিপূৰ্ণ, সেই পৰমপুৰুষ) আত্মনি মধ্যে (শৰীৰৰ মধ্যভাগত—হৃদয়াকাশত) তিষ্ঠতি (বিদ্যমান আছে), ভূতভব্যস্য (অতীত, অনাগত আৰু বৰ্তমানৰো) ঈশানঃ (যি শাসনকৰ্তা),

---

১৪. লক্ষ্য কিন্তু সেই সেই কাৰ্যবাহী কৰ্মচাৰী নহয়, ৰজাহে—ৰজাৰহে দায়িত্বপৰা মুক্ত হোৱাটো। আকৌ অৱশ্য-দেয় কৰ-কাটল নিয়মানুসাৰে শোধাই কৰ্মচাৰীক সন্তুষ্ট কৰাৰদ্বাৰা যথাৰ্থতে ৰজাকে সন্তুষ্ট কৰা হয়। এই প্ৰকাৰে 'অবাঙ্মনসো গোচৰ' সৰ্বনিয়ন্তা পৰমেশ্বৰ নানা নাম-ৰূপবিশিষ্ট কৰ্মচাৰীৰ ৰূপত আমাৰ ভাৱ-ভক্তিৰূপ কৰৰ টোপোলা আদায় কৰি নিবলৈ আহি উপস্থিত হয়। তেতিয়া 'অন্তৰত এক ঈশ্বৰক' ধিয়াই 'বাহিৰত নানা' নাম-ৰূপাদি উপাধিবিশিষ্ট, 'জড়প্ৰায়' সেইসকলক ঈশ্বৰ 'বোধ' কৰি শ্ৰদ্ধা-ভক্তি নিবেদন কৰিলে ঈশ্বৰকেই সেৱা কৰা হয়। এইদৰেই বহুদেৱতাৰ পূজা কৰিও হিন্দু একেশ্বৰবাদী।

চাকি এগছ বহুবিধৰঙৰ কাচেৰে আবৰি ৰাখিলে ৰঙা-নীলা পোহৰ ওলাব, সেই পোহৰ কিন্তু কাচৰ নহয়, বাতিৰ ৰঙেৰে ৰঙোৱা মাত্ৰ। যাৰপৰা সেই পোহৰ আহে, সি চাকিটোৰ স্বচ্ছ অগ্নিশিখা। সেইদৰে বিভিন্ন দেৱতামূৰ্তি দৃষ্টিগোচৰলৈ আহিলেও অবিদ্যাশূন্য মনৰ দাপোনত কেৱল এক অদ্বিতীয় পৰমাত্মা-পুৰুষেই প্ৰতিবিম্বিত হয়, অন্য দেৱী-দেৱ নহয়। এই বল্লীৰ মন্ত্ৰসমূহৰ তাৎপৰ্য অৰ্থ এয়ে। শ্ৰীশঙ্কৰদেৱ প্ৰবৰ্তিত বৈষ্ণৱমতৰ 'এক দেৱ এক সেৱ এক বিনে নাই কেৱ' ইত্যাদি আদৰ্শ এই শ্ৰুতিৰেই তাৎপৰ্যমূলক। বিশুদ্ধ জ্ঞানদৃষ্টিত 'অন্য'ৰ স্থান নাই; সৰ্বত্ৰ সেই মোৰ পৰম ইষ্ট আনন্দ-ঘন এক কৃষ্ণঃ মাত্ৰ।

ন্‌ ততঃ ( তেওঁক জনাৰ পাছত ) ন বিজুগুপ্সতে ( কাকো নিন্দা নকৰে )। এতৎ বৈ ( এয়েঁই নিশ্চয় ) তৎ ( তুমি জানিব খোজা পৰমাত্ম ) ॥১২॥

সৰ্বান্তৰ্যামী পৰমেশ্বৰৰ কোনো বিশেষ আকাৰ নাই, পৰিস্থিতি অনুসাৰে তেওঁ সকলো আকাৰৰ হব পাৰে। সৰ্বত্ৰ সৰ্বদা সমানভাবে পৰিপূৰ্ণপুৰুষ হলেও শৰীৰমধ্যস্থ হৃদয়াকাশত তেওঁৰ বিশেষ অভিব্যক্তিস্থান বুলি মনা হয়। কিন্তু সৰ্বপ্ৰাণীৰ হৃদয় সমান নহয়; কীট পতঙ্গাদি ক্ষুদ্ৰপ্ৰাণীত তেওঁ সিহঁতৰ হৃদয়পৰিমাণ আৰু হাতী আদি বিশালকায় প্ৰাণীত সেই বিশাল হৃদয়পৰিমাণ হৈ তেওঁ বিৰাজ কৰে। মানুহৰ হৃৎপুণ্ডৰীক অঙ্গুষ্ঠপৰিমাণ আৰু মনুষ্যদেহেই পৰমাত্মাপ্ৰাপ্তিৰ উপযুক্ত ক্ষেত্ৰৰূপে গণ্য বাবে মনুষ্যদেহক লক্ষ্য-কৰিয়েই পৰমপুৰুষক অঙ্গুষ্ঠপৰিমাণ বুলি কোৱা হৈছে। ইয়াৰদ্বাৰা মনুষ্যহৃদয় যে পৰমাত্মাপুৰুষৰ উপলব্ধিস্থান বুলিও বুজা গ'ল। এই হৃদয়চাৰী অন্তৰ্যামী পৰমপুৰুষে ভূত, ভবিষ্যৎ আৰু বৰ্তমান কালত সংঘটিত যাৱতীয় কাৰ্য নিয়ন্ত্ৰণ কৰে। এই প্ৰকাৰে নিজ হৃদয়ত থকা পৰমপুৰুষক উপলব্ধি কৰা লোকে স্বাভাৱিকতে এই অনুভৱো কৰে যে, মোৰ অন্তৰত থকাৰ দৰে তেওঁতো সকলোৰে হৃদয়ত বিৰাজমান আছে। এনে অনুভৱী হোৱাৰ পাছত সেইজনে কাকো নিন্দা নকৰে, ঘিণ নকৰে, হিংসা নকৰে আৰু কাৰবালৈ ভয় কৰি নিজক লুকুৱাবও নোখোজে। বুজা নচিকেতা! এই যি সৰ্বপ্ৰাণীৰ অন্তৰাত্মা, তেৱেঁই তুমি জানিব খোজা পৰমাত্মা॥১২॥

**অঙ্গুষ্ঠমাত্ৰঃ পুৰুষো জ্যোতিৰিবাধূমকঃ।**
**ঈশানো ভূতভব্যস্য স এৱাদ্য স উ শ্বঃ ॥**
**এতদ্বৈ তৎ ॥১৩॥**

অঙ্গুষ্ঠমাত্ৰঃ পুৰুষঃ (অঙ্গুষ্ঠপৰিমাণ সেই পৰমপুৰুষ) অধূমকঃ (ধোঁৱা নথকা) জ্যোতিঃ ইৱ (প্ৰভাৱ নিচিনা 'লক্ষিত হয়'); ভূতভব্যস্য ঈশানঃ (ত্ৰিকালৰ নিয়ামক), সঃ এৱ অদ্য (সেই পৰমাত্মাই আজি আছে), সঃ উ শ্বঃ (আৰু তেৱেঁই কালিলৈ-য়ো থাকিব; অৰ্থাৎ তেওঁ নিত্য বৰ্তমান)। এতৎ বৈ (এয়েঁই নিশ্চয়) তৎ (তুমি জানিব খোজা পৰমাত্মা) ॥১৩॥

মানৱমাত্ৰৰে হৃৎপুণ্ডৰীকত থকা যি সেই অঙ্গুষ্ঠপ্ৰমাণ পৰমাত্মা পুৰুষে ভূত, ভৱিষ্যৎ আৰু বৰ্তমান—এই তিনিও-কালৰ নিয়ন্ত্ৰন কৰে, তেওঁ দিব্য স্বচ্ছ জ্যোতিস্বৰূপ; সেই জ্যোতিত ধোঁৱা আদি একো মালিন্য দোষ নাই। অন্য লৌকিক জ্যোতিবোৰৰ দৰে সেই জ্যোতিৰ হ্ৰাস—বৃদ্ধি কিম্বা সময়মতে নোহোৱা-হোৱা কদাপিও নহয়; বৰঞ্চ আজি যেনেকৈ আছে, কালিলৈয়ো ঠিক সেইদৰেই থাকিব; তাৰ নিত্য একৰসতা কদাচ ক্ষুণ্ণ নহয়। এই নিত্য, নিৰ্বিকাৰ জীৱৰ জীৱন-জ্যোতি পুৰুষেই তুমি জানিবখোজা পৰমাত্মা বুলি বুজা—নচিকেতা! * ॥১৩॥

* মন্ত্ৰস্থ 'অঙ্গুষ্ঠমাত্ৰঃ পুৰুষঃ' পৰমাত্মাৰ বোধক, জীৱাত্মাৰ নহয় ভাষ্যকাৰ আচাৰ্য্যপাদে সযুক্তিক স্পষ্ট কৈছে যে, এই অঙ্গুষ্ঠ-পৰিমিত পুৰুষ পৰমাত্মাইহে; কিয়নো, 'ঈশানো ভূতভব্যস্য' এই শব্দৰ বলত ভূত-ভৱিষ্যতৰ নিৰঙ্কুশ নিয়ন্তা পৰমেশ্বৰ ভিন্ন অন্য হব নোৱাৰে। (দ্ৰষ্টব্য—ব্ৰহ্মসূত্ৰ ১।৩।২৪ আৰু তাৰ শাঙ্কৰভাষ্য)।

**যথোদকং দুর্গে বৃষ্টং পর্বতেষু বিধাবতি।**
**এবং ধর্মান্ পৃথক্ পশ্যংস্তানেবানুবিধাবতি ॥১৪॥**

যথা ( যেনেকৈ ) দুর্গে ( দুর্গম—উচ্চ শিখৰত ) বৃষ্টম উদকম্ ( বৰ্ষিত হোৱা পানী ) পৰ্বতেষু ( পাহাৰৰ নিম্নভূমিবোৰলৈ ) বিধাৱতি ( কেউফালে বাগৰি যায় ), এবম্ ( এইদৰে ) ধৰ্মান্ ( বিভিন্ন ধৰ্মমতবোৰক অথবা বিভিন্নস্বভাৱযুক্ত দেৱতাপ্ৰভৃতিক ) পৃথক্ পশ্যন্ ( পৰমাত্মাতকৈ পৃথক্ দেখা মানুহবোৰ ) তান, এব ( সেইসকলকে) অনুবিধাৱতি ( অনুগমন কৰে—পৃথক্ যোনিত বাৰম্বাৰ জন্ম পায়) ॥১৪॥

বৰষুণৰ পানী একেই; কিন্তু ওখ পৰ্বতৰ টিঙত হোৱা বৰষুণৰ পানীবোৰ নামনিৰ পাৰ্বত্যভূমিলৈ কেউফালে বাগৰি আহি ভূমিৰ অনুৰূপে বেলেগ-বেলেগ বৰণ আৰু বেলেগ গন্ধযুক্ত হয়, সেইদৰে একেই পৰমাত্মা প্ৰাপ্তিৰ লক্ষ্যত প্ৰবৰ্তিত বিভিন্ন ধৰ্মমত সমূহক অথবা বিভিন্ন-স্বভাৱবিশিষ্ট উপাস্য দেৱবৃন্দক পৰমাত্মাতকৈ পৃথক্ বুলি যি মানে আৰু তেনে মনোভাৱ লৈ বিভিন্নমতৰ কিম্বা সেই সেই মতানুকূল দেৱতাৰ বিৰূপ-সমালোচনা কৰে, তেওঁ সেই বিভিন্ন গন্ধবৰ্ণযুক্ত পানীৰ প্ৰবাহবোৰৰ দিচি-নাকৈ বিভিন্নলোকত বিভিন্ন যোনিত পুনঃ পুনঃ জন্ম লবলগীয়া হয় (গীতা ৯।২৪)। সৰ্বধৰ্মশিৰোমণি পূৰ্ণব্ৰহ্ম ভগৱন্তৰ একত্বত বিশ্বাসী হব নোৱাৰিলে পৰম পুৰুষাৰ্থ—ব্ৰহ্মপ্ৰাপ্তি হব নোৱাৰে। এইকাৰণেই পৰমহংস শ্ৰীৰামকৃষ্ণদেৱে কৈছে—"যত মত, তত পথ" ॥১৪॥

যথোদকং শুদ্ধে শুদ্ধমাসিক্তং তাদৃগেৱ ভৱতি ।
এৱং মুনেৰ্বিজানত আত্মা ভৱতি গৌতম ॥ ১৫ ॥

যথা (কিন্তু যেনেকৈ) শুদ্ধে (নির্মল পানীত) আসিক্তম্ (বৰষা) শুদ্ধম্ উদকম্ (নির্মল পানী) তাদৃক্ এৱ ভৱতি (তেনে নির্মলেই হয়), এৱম্ (এনেকৈ) গৌতম (গৌতমবংশজ নচিকেতা!) বিজানতঃ (সৰ্বত্ৰ ভগৱদ্দৰ্শী) মুনেঃ (মনস্বী মহা-পুৰুষৰ) আত্মা ভৱতি (আত্মাই পৰমাত্মাপ্ৰাপ্ত হয়) ॥১৫॥

কিন্তু হে নচিকেতা! সেই বৰষুণৰ নির্মল জল যদি নির্মল পানীৰ ওপৰত বৰ্ষিত হয়, তেতিয়া সি তৎ ক্ষনেই নির্মল পানীৰূপে একাকাৰ হৈ যায়; তাত কোনো বেলেগ ৰংবা বেলেগ বিকাৰ নঘটে আৰু যাহিবা হৈয়ো নাথাকে; এনেকৈয়ে সৰ্বত্ৰ ভগৱদ্দৰ্শী অৰ্থাৎ সকলো মত সকলো পথ আৰু সেই সকলোৰে লক্ষ্য—যি কোনো সমস্তই ভগৱন্ত পুৰুষোত্তম,—এনে একত্বদৰ্শী মনস্বী মহা-পুৰুষৰ আত্মাই পৰমাত্মাৰ সৈতে একীভূত হৈ যায়—মানৱজন্মৰ পৰমাৰ্থ সাধিত হৈ ব্ৰহ্মসাযুজ্য প্ৰাপ্ত হয় ॥১৫॥

॥ প্ৰথম বল্লী সমাপ্ত ॥

## দ্বিতীয় বল্লী

পুৰমেকাদশদ্বাৰমজস্যাবক্ৰচেতসঃ ।
অনুষ্ঠায় ন শোচতি বিমুক্তশ্চ বিমুচ্যতে ।
এতদ্বৈ তৎ ॥১॥

অজস্য (জন্মাদিবিকাৰশূন্য) অবক্রচেতসঃ (সৰল বিশুদ্ধ-জ্ঞানস্বৰূপ পৰমাত্মা পুৰুষৰ) একাদশদ্বাৰম্ (এঘাৰখন দুৱাৰ থকা) পুৰম্ ('মানৱদেহৰূপ' নগৰ আছে)। অনুষ্ঠায় ('সেই পুৰস্বামীৰ মানুহে ধ্যান-ধাৰণা কৰি) ন শোচতি (কেতিয়াও শোক কৰিব লগীয়া নহয়) ঃ চ (বৰঞ্চ) বিমুক্তঃ (অবিদ্যাজনিত কৰ্মবন্ধনৰপৰা মুক্ত হৈ) বিমুচ্যতে (দেহান্তত পুনৰ্দেহগ্ৰহণৰপৰা মুক্ত হয়)। এতৎ বৈ তৎ (এয়েই নিশ্চয় তোমাৰ জিজ্ঞাসিত পৰমাত্মা ॥১॥

[ শৰীৰ আৰু ইন্দ্ৰিয়সমূহতকৈ বেলেগ অথচ সেই-বোৰৰ পৰিচালকৰূপে আত্মাক জানিলে মানুহ জীৱন্মুক্ত হব পাৰে—এই তত্ত্ব বুজাই শ্ৰুতিয়ে উপদেশ দিছে—মনুষ্যশৰীৰ যেনিবা এখন নগৰ (পুৰ)। এই নগৰখনৰ দুই চকু, দুই কান, দুই নাক, এক-মুখ, এক ব্ৰহ্মৰন্ধ্ৰ, এক—নাভি, দুই মলমূত্ৰদ্বাৰ—এই এঘাৰ খন দুৱাৰ। জন্মাদিবিকাৰবৰ্জিত, শুদ্ধ বুদ্ধ, সদৈকৰূপ, চৈতন্যস্বৰূপ পৰ-মাত্মা দেহপুৰৰ পুৰস্বামী। ভাব এই যে, যেনেকৈ নগৰত স্বাধীন ৰজা থাকে আৰু তেওঁ নগৰতকৈ বেলেগ—নগৰৰ ক্ষতি-বৃদ্ধিত তেওঁৰ বাস্তৱ ক্ষতি-বৃদ্ধি একো নহয়। সেইদৰে দেহতকৈ ভিন্ন তাৰ অধিষ্ঠাতা এক স্বতন্ত্ৰ আত্মা আছে। দেহৰ উপচয়-অপচয়ত আত্মা একেই অবিক্ৰিয় থাকে। সৰ্বত্ৰ সমভাবে নিত্যবিৰাজমান সেই পৰমপুৰুষ নিজৰ ৰাজধানীযেন এই মনুষ্যদেহৰ হৃদয়-মন্দিৰত বিশেষ-ভাৱে বিৰাজিত থাকে। এই তত্ত্বকথা জানি-বুজি এই

মানৱীদেহা থাকোতেই পুৰস্বামী পৰমেশ্বৰৰ নিত্য-নিৰন্তৰ ধ্যান-ধাৰণা, কীৰ্তন-ভজন আদিৰে তেওঁৰ সন্তুষ্টিসাধনত যি একাগ্ৰতাৰে মনোনিৱেশ কৰে, তেওঁ শোকাতীত হয়,—শোকৰ কাৰণৰূপ কৰ্মবন্ধনৰ পৰা মুক্ত হৈ যায়। সংসাৰাসক্তি নোহোৱা সেই জন জীৱন্মুক্ত পুৰুষ এই দেহৰ অৱসান হলে বিদেহমুক্ত হয়—কোনো কালেই পুনৰ দেহধাৰী হবলগীয়া অৰ্থাৎ জনম-মৰণৰূপ সংসাৰ-চক্ৰত ঘূৰিবলগীয়া নহয়। এৱেঁই নিশ্চয় তুমি জানিব-খোজা পৰমাত্মা ॥১॥

হংসঃ শুচিষদ্ বসুৰন্তৰিক্ষসদ্ধোতা
বেদিষদতিথিৰ্দুৰোণসৎ।
নৃষদ্ বৰসদৃতসদ্ ব্যোমসদব্জা
গোজা ঋতজা অদ্ৰিজা ঋতং বৃহৎ ॥২॥

শুচিষৎ ( বিশুদ্ধ পৰমধামত অৱস্থিত ) হংসঃ ( স্বয়ং প্ৰকাশ যি পুৰুষোত্তম, তেৱেঁই ) অন্তৰিক্ষসৎ ( অন্তৰিক্ষত থাকি ) বসুঃ ( সকলোৰে স্থিতিস্থাপক বায়ু ), বেদিষৎ হোতা ( পৃথিৱীৰূপ যজ্ঞবেদীত অগ্নিৰূপী হোতা ), দুৰোণসৎ অতিথিঃ ( ঘৰত উপস্থিত হোৱা অতিথি ), নৃষৎ ( মানৱসমূহত বিদ্যমান ), বৰসৎ ( দেৱতা-সমূহত বিদ্যমান ), ঋতসৎ ( সত্যত বিদ্যমান ), ব্যোমসৎ ( আকাশত বিদ্যমান )। অব্জাঃ ( 'আৰু তেৱেঁই' শঙ্খ-আদিৰূপে জলজাত ), গোজাঃ ( যৱ-ধান আদিৰূপে পৃথিৱীজাত ), ঋতজাঃ ( সৎকৰ্মৰ

ফল জাত) অদ্ৰিজাঃ (নদী প্ৰভৃতিৰূপে পৰ্বতজাত)। বৃহৎ ঋতম্ (সৰ্বকাৰণৰূপে সকলোতকৈ মহান্ সত্য তেঁৱেই) ॥২॥

সূৰ্য্যমণ্ডলমধ্যবৰ্তী বিশুদ্ধ পৰমধামত বিৰাজমান স্বি স্বয়ং প্ৰকাশ পুৰুষোত্তম.* তেৱেঁই অন্তৰীক্ষত বিচৰণ কৰা প্ৰানীজগতৰ স্থিতিবিধায়ক বায়ু, তেৱেঁই পৃথিৱীৰূপ যজ্ঞ-বেদীত অগ্নিৰূপী হোতা আৰু তেৱেঁই অতিথিৰূপে গৃহস্থৰ ঘৰত আহি উপস্থিত হয়। তেওঁ মানৱ সমূহত, মানৱতকৈ শ্ৰেষ্ঠ দেৱতাবৃন্দত, আকাশত আৰু সত্যত সুপ্ৰতিষ্ঠিত। তেওঁ পানীত শঙ্খ, শামুক, মাছ আদিৰূপে জলজাত, পৃথিৱীত যৱ, ধান, ওষধি-বনস্পতি প্ৰভৃতিৰূপে ভূমিজাত যজ্ঞাদি শুভকৰ্মৰ ফলৰূপে সৎকৰ্মজাত আৰু পৰ্বতজাত নদ-নদী আদিৰূপে তেৱেঁ সৰ্বত্ৰ প্ৰকটিত। এইৰূপে সৰ্বৰূপ, সৰ্বকাৰণ তেৱেঁই সকলোতকৈ মহান্ আৰু পাৰ-মাৰ্থিক সত্য ॥২॥

---

* গায়ত্ৰীমন্ত্ৰৰদ্বাৰা উপাস্য পৰমাত্মা পৰব্ৰহ্ম সূৰ্যমণ্ডলমধ্যবৰ্তীৰূপে উপাসিত হয়; বিভিন্ন দেৱ-দেৱীৰ ধ্যানমন্ত্ৰতো সেই সেই দেৱতাক সূৰ্যমণ্ডলৰ মধ্যবৰ্তীৰূপে কল্পনা কৰা হয়—এয়া সূক্ষ্মানুসন্ধী ভাব। স্থূলভাৱে—'সূৰ্য আত্মা জগতস্তস্থুষশ্চ'—(চৰ আৰু অচৰ বিশ্বৰ সূৰ্যই আত্মা।) এই শ্ৰুতিৰদ্বাৰা সূৰ্যৰেই সৰ্বাত্মকতা উপদিষ্ট হৈছে। এইমন্ত্ৰত 'হংসঃশুচিষৎ' ইত্যাদিৰে সূৰ্যকে বুজোৱাৰূপে সূৰ্যৰ সৰ্বাত্মকতা ব্যক্ত কৰিয়েই 'কঠশাঙ্কৰভাষ্য'ত ব্যাখ্যা কৰা হৈছে। সূৰ্যৰ পৰাই সৌৰজগতৰ সৃষ্টি—এই তত্ত্ব আধুনিক বিজ্ঞানৰ যো স্বীকৃত কথাই।

**ঊৰ্ধ্বং প্ৰাণমুন্নয়ত্যপানং প্ৰত্যগস্যতি।**
**মধ্যে বামনমাসীনং বিশ্বে দেবা উপাসতে॥৩॥**

[ যি পৰমাত্মাই ] প্ৰাণম্ (প্ৰাণ বায়ুক) ঊৰ্ধ্বম্ উন্নয়তি (ওপৰৰ ফালে চালনা কৰে), অপানম্ (অপানবায়ুক) প্ৰত্যক্ (তলৰ ফালে) অস্যতি (প্ৰক্ষেপ কৰে), মধ্যে আসীনম্ শৰীৰৰ) মধ্যদেশ 'হৃদয়ত' অৱস্থিত) বামনম্ (সেই ভজনীয় পৰমাত্মাক) বিশ্বে [দেবাঃ সকলো দেৱতাই) উপাসতে (উপাসনা কৰে)॥৩॥

শৰীৰত চলি থকা প্ৰাণ-অপানাদিৰ অবিৰাম ক্ৰিয়া পৰমাত্মাৰ শাসনতে নিয়মিতভাৱে হৈ থাকে। হৃদয়ৰূপ সিংহাসনত ৰজাৰ দৰে বিৰাজমান সেই পৰম প্ৰভুৱে প্ৰাণবায়ুক ওপৰলৈ চালনা কৰে আৰু অপান বায়ুক তলৰ ফালে ক্ষেপন কৰে। এইদৰেই শৰীৰৰ ভিতৰত হোৱা যাৱতীয় ক্ৰিয়া তেওঁৰ প্ৰেৰণাতে অনৱৰত চলি থাকে। সেই হৃদিস্থিত একান্ত ভজনীয় পৰমাত্মাপুৰুষক সমস্ত দেৱতাবৰ্গই অৰ্থাৎ ইন্দ্ৰিয়াধিষ্ঠিত দেৱতাসমূহে উপাসনা কৰে। [ অভিপ্ৰায় এই যে, যেনেকৈ ৰজাৰ সন্তুষ্টিৰ কাৰণে প্ৰজাসকলে ভেটি-ভাৰ দিয়ে, সেইদৰে পৰমাত্মাৰ সন্তুষ্টিসাধনত তৎপৰ ইন্দ্ৰিয়বৰ্গই ৰূপ-ৰসাদি বিষয়ানুভূতিৰূপ উপহাৰ আগবঢ়ায় আৰু যাৰ যি কাম, তাক নিয়মানুসাৰে অনুগত ভৃত্যৰদৰে সাৱধানে চলাই থাকে।] গতিকে ইয়াত এই কথাও বুজোৱা হ'ল যে

এই প্ৰাণ আদি সমস্ত ইন্দ্ৰিয় যাৰ নিমিত্তে নিজ নিজ কাৰ্য্যত ব্যাপৃত আছে, নিশ্চয় তেওঁ সেইসকলতকৈ বেলেগ স্বতন্ত্ৰ ] ॥৩॥

অস্য বিস্ৰংসমানস্য শৰীৰস্থস্য দেহিনঃ।
দেহাদ্বিমুচ্যমানস্য কিমত্ৰ পৰিশিষ্যতে ॥
এতদ্বৈ তৎ ॥৪॥

বিস্ৰংসমানস্য (একশৰীৰৰপৰা অন্যশৰীৰলৈ যাব পৰা) শৰীৰস্থস্য শৰীৰত থকা ) অস্য দেহিনঃ ( এই দেহস্বামী আত্মাৰ ) দেহাৎ বিমুচ্যমানস্য (দেহৰপৰা গুচি যোৱাৰ পাছত ) অত্ৰ (এই দেহত) কিম্ পৰিশিষ্যতে ( কিনো অৱশেষ থাকে )? এতৎ বৈ তৎ ( এই সেই জিজ্ঞাস্য পৰমাত্মা ॥৪॥

এই দেহৰ দেহস্বামী আত্মাই দেহটো বাসৰ অনুপযোগী হলে অন্য দেহলৈ গুচি যায়; এয়ে দেহস্থিত আত্মাৰ স্বভাৱ ( গীতা ২।২২ )। যেতিয়া আত্মা এই দেহৰপৰা বাহিৰ হৈ যায়, আৰু লগতেই প্ৰাণ সমন্বিতে ইন্দ্ৰিয় আদিও তেওঁৰ অনুগমন কৰে, তেতিয়া সেইটো মৃতদেহত কোনোবা আনো বাচি থাকে? এই যে প্ৰাণাদি ইন্দ্ৰিয়াধিষ্ঠ সমস্তদেৱতা যাৰ অবিহনে নিৰুদ্দেশ হয়, সেই সৰ্বশাসক, সৰ্বময় পৰমপ্ৰভুৰেই তুমি জানিব খোজা পৰব্ৰহ্ম পৰমাত্মা ॥৪॥

ন প্ৰাণেন নাপানেন মৰ্ত্যো জীৱতি কশ্চন ।
ইতৰেণ তু জীৱন্তি যস্মিন্নেতাৱুপাশ্ৰিতৌ ॥৫॥

মৰ্ত্যঃ ( মৰণশীল প্ৰাণী ) কঃচন ( কোনোৱেই ) প্ৰাণেন ন জীৱতি ( প্ৰাণৰদ্বাৰা জীয়াই নাথাকে ), অপানেন ন ( 'আৰু অপানৰদ্বাৰাও জীয়াই নাথাকে ) তু ( কিন্তু ) যস্মিন্ ( যাত ) এতৌ ( প্ৰাণ আৰু অপান'—এই দুই ) উপ-আশ্ৰিতৌ ( আশ্ৰিত আছে ), ইতৰেণ ( এনে অন্য কোনোৰদ্বাৰা হে ) জীৱন্তি ( ইহঁত জীৱিত থাকে ) ॥৫॥

মনুষ্যাদি মৰণশীল প্ৰাণীবোৰৰ ভিতৰত এনে কোনো প্ৰাণী নাই, যি প্ৰাণ বা অপানৰ শক্তিৰে জীৱিত থাকিব পাৰে। প্ৰাণীক জীয়াই ৰখা অন্য এক চেতন তত্ত্ব আছে—সি আত্মা। প্ৰাণ আৰু অপান এই দুয়ো সেই আত্মাৰ আশ্ৰিত। আত্মা নাথাকিলে এককণো সিহঁত থাকিব নোৱাৰে। এই দুটহে নালাগে, পঞ্চপ্ৰাণ আৰু ইন্দ্ৰিয়বৰ্গ পৰস্পৰ মিলিত হৈয়ো অকাৰ্যকৰী হৈ পৰে। ( পুৰস্বামী আছে বাবেই ভৃত্যবোৰে ব্যক্তিগত ভাৱে আৰু সন্মিলিত ভাৱেও পৰস্পৰ স্বামীৰ কাৰ্য সম্পাদন কৰে। স্বামী নাথাকিলে সিহঁতো দিহাদিহি গুচি যায় ) ॥৫॥

হন্ত ত ইদং প্ৰৱক্ষ্যামি গুহ্যং ব্ৰহ্ম সনাতনম্ ।
যথা চ মৰণং প্ৰাপ্য আত্মা ভৱতি গৌতম ॥৬॥

গৌতম (হে গৌতম বংশজ!) গুহ্যম্ (ৰহস্যময়) সনাতনম্ ব্ৰহ্ম (সনাতন ব্ৰহ্মৰ স্বৰূপ) চ (আৰু) আত্মা (জীৱই) মৰণম্ প্ৰাপ্য (মৃত্যুপ্ৰাপ্ত হৈ) যথা ভৱতি (যি প্ৰকাৰে থাকে). ইদম্ (এই কথা) তে (তোমাক) হন্ত প্ৰৱক্ষ্যামি (আকৌ এতিয়া কৈছো—'শুনা') ॥৬॥

[জীৱভেদে আত্মাৰ ভেদ যেন দেখা গলেও জগদাত্মা পুৰুষোত্তম এক; সেই পৰমপুৰুষেই ভিন্ন ভিন্ন জীৱৰূপে দেহ-ইন্দ্ৰিয় আদিৰ অধিষ্ঠাতা হৈ স্বয়ং অবিক্ৰিয় থাকে—এই কথা বুজাই আকৌ অন্যপ্ৰকাৰে বুজাবৰ অভিপ্ৰায়ে যমৰাজে কলে—] হে নচিকেতা! মই এতিয়া তোমাক বুজাম যে, মানুহ মৰাৰ পাছত জীৱাত্মাৰ কি হয়;—কলৈ যায়, কেনেকৈ থাকে আৰু লগতে ইয়াকো জানিব পাৰিবা যে সেই ৰহস্যময়, চিৰবিদ্যমান পৰব্ৰহ্ম পুৰুষোত্তমৰ স্বৰূপ কি ॥৬॥

যোনিমন্যে প্ৰপদ্যন্তে শৰীৰত্বায় দেহিনঃ।
স্থাণুমন্যেঽনুসংয়ন্তি যথাকৰ্ম যথাশ্ৰুতম্ ॥৭॥

যথাকৰ্ম (এই জন্মত কৃতকৰ্ম অনুযায়ী) যথাশ্ৰুতম্ (আৰু শাস্ত্ৰাদিশ্ৰৱণৰদ্বাৰা আৰ্জিত চিন্তাঅনুযায়ী) শৰীৰত্বায় (দেহ-ধাৰণৰ নিমিত্তে) অন্যে দেহিনঃ (কিছুমান দেহধাৰী জীৱাত্মাই) যোনিম্ (বিভিন্ন মাতৃগৰ্ভলৈ) প্ৰপদ্যন্তে (গমন কৰে), অন্যে (আৰু আন কিছমানে) স্থাণুম্ (বৃক্ষাদি স্থাৱৰভাৱক) অনুসংয়ন্তি (অনুগমন কৰে) ॥৭॥

ইহ জন্মত আচৰণ কৰা নিজ নিজ শুভাশুভ কৰ্ম অনুসাৰে আৰু শিক্ষা, সঙ্গ, শাস্ত্ৰ, গুৰু আৰু অধ্যৱসায় আদিৰ দ্বাৰা উপাৰ্জিত চিন্তাৰূপৰ তাৰতম্য অনুযায়ী আন্তৰিকবাসনা অনুসাৰে জীৱাত্মাবোৰৰ কিছুমানে মৰাৰ পাছত নতুন দেহা লবলৈ বিভিন্ন মাতৃযোনিলৈ যায়—পুণ্য-পাপৰ তাৰতম্য অনুযায়ী মানুহ, পশু, পক্ষী আদি ভিন্-ভিন্ শৰীৰ ধাৰণ কৰি জন্ম লয়, আৰু কিমান দুষ্কৰ্মকাৰী যিবোৰ, সেইবোৰে গছ, লতা, বন, পাথৰ আদি জড়-দেহত স্থাৱৰ হৈ জন্ম পায়।

[ নচিকেতাৰদ্বাৰা ১।১।২০ মন্ত্ৰত জিজ্ঞাসিত প্ৰশ্নৰ উত্তৰত এই মন্ত্ৰেৰে যমৰজাই স্পষ্টকৈ কলে যে, যি পৰ্যন্ত ব্ৰহ্মস্বৰূপ উপলব্ধি নহয়—পৰমাত্মা পৰমপুৰুষৰ যথাৰ্থ স্বৰূপ জনা নাযায়, তেতিয়ালৈকে দেহধাৰী জীৱই মৃত্যুৰ পাছত আকৌ অন্যদেহ লৈ জন্ম লব লাগিব। তেওঁৰ কৃতকৰ্মৰ আৰু অৰ্জিতজ্ঞানৰ সংস্কাৰ অনুযায়ী ভোগৰ উপযোগী দেহ লবলৈ বিভিন্ন মাতৃযোনিত আশ্ৰয় লয় আৰু বয়স বঢ়াৰ লগে লগে পূৰ্বসংস্কাৰৰ অনুৰূপে প্ৰবৃত্তিৰ অধীন হৈ ভোগ-সুখত মজি যায়। এইটো কথাকে মনুৱে আৰু স্পষ্টকৈ কলে যে, "শৰীৰজৈঃ কৰ্মদোষৈৰ্যাতি—স্থাৱৰতাং নৰঃ। বাচিকৈঃ পক্ষিমৃগতাং মানসৈৰন্ত্যজাতিতাম্" ॥ অৰ্থাৎ শৰীৰৰদ্বাৰা দোষ-জনক কৃতকৰ্মৰ ফলত স্থাৱৰ হৈ, বাক্যজনিত দোষজনক কৰ্মৰ ফলত পশু-পক্ষী আদি হৈ আৰু মনেৰে কৃবা

দোষজনক কৰ্মৰ ফলত অন্ত্যজজাতিত জন্ম লবলগীয়া হয়। সেইকাৰণে অন্য সমুদায়শৰীৰৰ দ্বাৰা অসাধ্য, কেৱল মানৱদেহৰদ্বাৰা সাধ্য পৰমাৰ্থজ্ঞান আহৰণ কৰি পৰম পুৰুষাৰ্থ—ভগৱৎপ্ৰাপ্তিৰ সাধনাত প্ৰযত্নশীল হোৱাই মানুহৰ কৰ্তব্য। ॥৭॥

য় এষ সুপ্তেষু জাগৰ্তি কামং কামং
পুৰুষো নিৰ্মিমাণঃ।
তদেৱ শুক্ৰং তদ্ ব্ৰহ্ম তদেৱামৃতমুচ্যতে॥
তস্মিঁল্লোকাঃ শ্ৰিতাঃ সৰ্বে তদু নাত্যেতি কশ্চন ॥
এতদ্বৈ তৎ ॥৮॥

এষঃ যঃ পুৰুষঃ (এই যি পৰমপুৰুষে) কামম্ কামম্ ('জীৱৰ কৰ্মানুসাৰে কাম্যভোগসমূহ) নিৰ্মিমানঃ (ৰচনাকাৰীৰূপে) সুপ্তেষু (সমস্তৰে নিদ্ৰাকালত) জাগৰ্তি (জাগি থাকে), তৎ এৱ (তেৱেঁই) শুক্ৰম্ (শুদ্ধ) তৎ ব্ৰহ্ম (তেৱেঁই ব্ৰহ্ম), তৎ এৱ অমৃতম উচ্যতে (তেৱেঁই অমৃতৰূপে কথিত)। সৰ্বে লোকাঃ (ভূৰাদি সকলো লোক) তস্মিন্ শ্ৰিতাঃ (সেই ব্ৰহ্মত আশ্ৰিত), তৎ (তেওঁক) কঃচন উ (কোনোৱেই) ন অতি এতি (অতিক্ৰম কৰিব নোৱাৰে)। এতৎ বৈ (এৱেঁই নিশ্চয়) তৎ ('তুমি জানিবখোজা' সেই পৰমাত্মা)।।৮॥

[ষষ্ঠ মন্ত্ৰত কৰা প্ৰতিজ্ঞা অনুসাৰে জীৱাত্মাৰ গতি বৰ্ণনা কৰি এতিয়া ব্ৰহ্মৰ স্বৰূপ বুজাই ধৰ্মৰাজে কলে— ] এই যি পৰমপুৰুষে জীৱাত্মাসমূহৰ কৃতকৰ্মৰ

অনুৰূপে প্ৰাপ্য ভোগসমূহ ৰচনা কৰে আৰু সেইবিলাক পোৱাৰ যথাযোগ্য ব্যৱস্থা কৰে,—প্ৰলয়পয়োধিজলত সমস্তজীৱই শুই থকা অৰ্থাৎ অচেতন হৈ থকা অৱস্থাতো যি স্বকীয় মহিমাত জাগ্ৰত থাকে, সেই সদৈকৰস পৰম-তত্ত্বই বিশুদ্ধ, তেৱেঁই পৰব্ৰহ্ম, তেৱেঁই অমৃতৰূপে অখণ্ডা-নন্দৰূপে বেদাদি সৰ্বশাস্ত্ৰত কথিত হৈছে। পৃথিৱী আদি সমুদায় লোক তেওঁতে আশ্ৰিত অৰ্থাৎ সমুদায় লোকৰ তেৱেঁই যথাযোগ্য ব্যৱস্থাপক। কোনোৱেই তেওঁক অতিক্ৰম কৰিব নোৱাৰে—তেওঁৰ ব্যৱস্থিত বিধান উলংঘা, কৰাৰ সাধ্য কাৰো নাই; কেৱল একক তেওঁৱেই এই বিশ্বজগৎ শাসনাধীন। এই যে অনন্ত মহিমা-মণ্ডিত পৰমপুৰুষ, সেই তেৱেঁই নিশ্চয় তুমি জানিবলৈ বিচৰা পৰমাত্মা ॥৮॥

অগ্নিৰ্যথৈকো ভুৱনং প্ৰৱিষ্টো
ৰূপং ৰূপং প্ৰতিৰূপো বভুৱ।
একস্তথা সৰ্ব্বভূতান্তৰাত্মা।
ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ ॥৯॥

যথা (যেনেকৈ) ভুৱনম্ প্ৰৱিষ্টঃ (ব্ৰহ্মাণ্ডত পৰিব্যাপ্ত) একঃ অগ্নিঃ (একেই অগ্নি) ৰূপম্ ৰূপম্ (দাহ্য বস্তুৰ অনুৰূপ) প্ৰতিৰূপঃ (সেই সেই আকাৰযুক্ত) বভুৱ (হৈ পৰে), তথা (তেনেকৈ) সৰ্ব্বভূত-অন্তৰাত্মা (সমস্ত প্ৰাণীৰ অন্তৰ্বৰ্তী পৰমাত্মা) একঃ (এক হৈয়ো) ৰূপম্ ৰূপম্ (প্ৰাণীদেহৰ অনুৰূপে)

প্ৰতিৰূপঃ ( সেই সেই দেহৰ আকাৰবিশিষ্ট হৈ পৰে' )। চ বহিঃ ( অথচ সেইবোৰৰ বাহিৰতো অবি [illegible] ) ।।৯।।

[ ভিন্ন ভিন্ন প্ৰাণীদেহত অন্তৰাত্মাস্বৰূপে এক পৰমেশ্বৰেই বিদ্যমান'—এই শাস্ত্ৰসিদ্ধান্তটি দৃষ্টান্তেৰে বুজাই 'জীৱভেদে আত্মাভেদ' এনে ভ্ৰমাত্মক ধাৰণা নিৰাকৰণ কৰি কোৱা হৈছে ]—

সমগ্ৰ ব্ৰহ্মাণ্ড ব্যাপি নিৰাকাৰৰূপত নিত্য বিদ্যমান অগ্নি এক হলেও প্ৰজ্বলিত হলে দাহ্যবস্তুৰ আকাৰ অনুযায়ী সেই সেই আকৃতিযুক্ত ভাণ্ডৰ-সক অনেক প্ৰকাৰ হৈ পৰে; সেইদৰে সমস্ত ভিন্ন ভিন্ন প্ৰাণীৰ অন্তৰ্যামী পৰমাত্মা এক আৰু সমস্ততে সমানভাবে পৰিব্যাপ্ত থাকিও আধাৰ প্ৰাণীদেহৰ আকাৰ প্ৰকাৰ অনুযায়ী নানাৰূপত প্ৰকাশিত হয়, আধাৰ প্ৰাণীৰ গুণ-স্বভাৱৰ অনুৰূপ মহিমাৰ বিকাশ ঘটে। যথাৰ্থতে কিন্তু তেওঁৰ মহিমা সিমানেই নহয়, বহুত ব্যাপক, তেওঁৰ অনন্তশক্তিৰ এই বিশ্বজগৎ এক অংশমাত্ৰ। "পাদোঽস্য বিশ্বা ভূতানি ( সমস্ত চৰাচৰ জগৎ সেই পৰমপুৰুষৰ এক পাদ মাত্ৰ )—ইত্যাদি শ্ৰুতিবাক্যৰদ্বাৰা আৰু বিষ্টভ্যাহমিদং কৃৎস্নমেকাংশেন স্থিতো জগৎ" ( মই—এক অংশৰদ্বাৰা এই সমগ্ৰজগৎৰূপ ধাৰণ কৰিছো ) এই ভগৱৎবাক্যৰদ্বাৰাও এই কথাই উদ্‌ঘোষিত হৈছে ।।৯।।

বায়ুৰ্যথৈকো ভুৱনং প্ৰৱিষ্টো
ৰূপং ৰূপং প্ৰতিৰূপো বভূৱ।
একস্তথা সৰ্বভূতান্তৰাত্মা
ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ ।।১০।।

যথা (যেনেকৈ) ভুবনং প্রবিষ্টঃ (ব্রহ্মাণ্ডত পবিব্যাপ্ত) একঃ বায়ুঃ (একমাত্র বায়ু) রূপম্ রূপম্ প্রতিরূপঃ বভূব (প্রভাবিত-বস্তুৰ অনুরূপ শক্তিশালী হৈ পৰে), তথা (তেনেকৈ) সর্বভূত-অন্তৰাত্মা একঃ (সমস্তৰে অন্তৰত থকা পৰমাত্মা এক হৈয়ো) রূপম্ রূপম্ প্রতিরূপঃ (বিভিন্ন প্রাণীদেহৰ অনুরূপ আকৃতিবিশিষ্ট হৈ পৰে)। চ বহিঃ (অথচ বাহিৰতো অবিকৃত থাকে)॥১০॥

বিশ্বব্যাপি অব্যক্তরূপত নিত্য বিদ্যমান বায়ু কেৱল এক হলেও বিভিন্ন বস্তুত সংযুক্ত হৈ ব্যক্ত হলে সেই সেই প্রভাবিত বস্তুৰ অনুরূপ গতি-শক্তিসমন্বিত হয়, (অথবা বিশ্ববাসী প্রাণীমাত্রতে [প্রাণরূপে] প্রবিষ্ট একেই বায়ু ভিন্ন ভিন্ন প্রাণীদেহ অনুযায়ী ভিন্ন ভিন্ন আকৃতি আৰু শক্তিশালী হয়); সেইদৰে সমুদায় প্রাণীৰ অন্তর্যামী এক পৰমাত্মাপুৰুষেই বিভিন্ন প্রাণীদেহত বিভিন্ন গতি-শক্তি সমন্বিত আকৃতিযুক্ত হয়। অথচ সেইবোৰৰ বাহিৰতো তেওঁ অবিকৃত স্বৰূপত বিদ্যমান থাকে (নৱম মন্ত্রৰ ব্যাখ্যাৰ অনুরূপেই এই মন্ত্রও বুজিব লাগে)॥১০॥

**সূর্যো যথা সর্বলোকস্য চক্ষু—**
**র্ন লিপ্যতে চাক্ষুষৈর্বাহ্যদোষৈঃ।**
**একস্তথা সর্বভূতান্তৰাত্মা**
**ন লিপ্যতে লোকদুঃখেন বাহ্যঃ॥১১॥**

( সৰ্বলোকস্য ( সমস্তব্ৰহ্মাণ্ডৰ ) চক্ষু: সূৰ্য্যঃ ( প্ৰকাশক সূৰ্য ) যথা ( যেনেকৈ ) চাক্ষুষৈঃ ( চকুৰ দৃষ্টিৰপৰা হব পৰা ) বাহ্য-দোষৈঃ ( বাহিৰৰ পাপ-অশুচি আদি দৰ্শনৰূপ দোষবোৰদ্বাৰা ) ন লিপ্যতে ( লিপ্ত নহয় ), তথা ( সেইদৰে ) সৰ্বভূত-অন্তৰাত্মা ( সৰপ্ৰাণীৰ অন্তৰ্যামী ) একঃ ( এক সৰ্বাত্মাপুৰুষ ) লোক-দুঃখেন ( জাগতিক দুঃখত ) ন লিপ্যতে ( লিপ্ত নহয় ); বাহ্যঃ ( 'কিয়নো' তেওঁ তাৰ বাহিৰেও থাকে ) ॥১১॥

এক সূৰ্য বিশ্বব্ৰহ্মাণ্ডৰ প্ৰকাশক; প্ৰাণীমাত্ৰৰে চকুৰ কোটিৰত থাকি এক তেৱেঁই জীৱক বিশ্বৰ বিচিত্ৰ চিত্ৰ দৰ্শন কৰায়। কিন্তু সেই চকুৰ দৃষ্টিত হোৱা অশুচি-দৰ্শন, পাপদৰ্শন আদি দোষবিলাকত সূৰ্য সমুলি লিপ্ত নহয়। সেইদৰে এক পৰমপুৰুষ পৰমাত্মাই সমস্ত জীৱৰ অন্তৰ্যামী—আত্মা; তেওঁৰ প্ৰভাত প্ৰভাবিত হৈয়ে মানুহে শুভাশুভ কৰ্ম কৰে আৰু তাৰ ফলত সুখ-দুখ ভোগ কৰে। বিশ্বাত্মা ভগৱন্ত কিন্তু সেইবোৰ কৰ্ম আৰু কৰ্মফলত লিপ্ত নহয়। কিয়নো সূৰ্য সবাৰো চকুত থকাৰ বাহিৰেও ব্ৰহ্মাণ্ডৰ প্ৰকাশকৰূপে যেনেকৈ অবিকৃত থাকে, সেইদৰেই সেই পৰমাত্মা সমস্তৰে অন্তৰাত্মাৰূপে থাকিও সকলোতকৈ পৃথক, নিৰ্বিকাৰ আৰু নিৰঞ্জন ( নিৰ্লেপ ) ( গীতা ১৩-৩১-৩৩ ) * ॥১১॥

* 'কৃতকৰ্মৰ ফলত ভোগ কৰিবলগীয়া সুখদুখাদি আত্মাৰ'— এয়া লেখক সাপ বুলি ভুল কৰাৰদৰে অবিদ্যাৰ কাৰণে হোৱা ভ্ৰম। কিন্তু লেখক সাপ ভাবিলেও যথাৰ্থতে তাত যেনেকৈ

একো বশী সৰ্বভূতান্তৰাত্মা
একং ৰূপং বহুধাঃ য়ঃ কৰোতি।
তমাত্মস্থং য়েঽনুপশ্যন্তি ধীৰা-
স্তেষাং সুখং শাশ্বতং নেতৰেষাম্ ।১২।

সৰ্বভূত অন্তৰাত্মা ( সকলো প্ৰাণীৰ অন্তৰ্যামী ) বশী ( সৰ্ব-নিয়ন্তা ) য়ঃ একঃ ( যি অদ্বিতীয় পৰমাত্মাই ) একম্ ৰূপম্ (নিজ অদ্বিতীয় সত্তাক ) বহুধা কৰোতি ( বহুপ্ৰকাৰ কৰিলে ), তম্ আত্মস্থম্ ( সেই অন্তৰত অভিব্যক্ত পৰমাত্মাক ) য়ে ধীৰাঃ ( যি সকল বিজ্ঞাৰন্তলোকে ) অনুপশ্যন্তি ( নিৰন্তৰ দৰ্শন কৰে ), তেষাম্ ( তেওঁলোকৰ ) শাশ্বতম্ সুখম্ ( নিত্যানন্দ ৰূপ চিৰকলীয়া সুখ হয় ), ইতৰেষাম্ ন ( আনবোৰৰ নহয় ) ।।১২।।

সমস্ত প্ৰাণীৰ অন্তৰ্যামী আত্মাৰূপে যি সকলোকে অধীনত ৰাখে, যি এক হৈয়ো নিজ অদ্বিতীয় সত্তাক লীলা কৰি অনেকানেক প্ৰকাৰে বিভক্ত কৰিলে, সেই নিজৰ অন্তৰত থকা " সমস্তাৰ বুদ্ধিসাক্ষী " পৰমাত্মাপুৰুষক যি সকল ভাগ্যৱন্ত জ্ঞানীলোকে নিত্য-নিৰন্তৰ দেখিবলৈ পায়— উপলব্ধি কৰে, সেইসকলৰে চিৰকলীয়া পৰমানন্দ সুখ হয়; আন কাৰো নহয়। ॥১২॥

---

* সাপ নাই, তেনেকৈ সুখ-দুখ আদিও আত্মাত নাই । আত্মাৰ প্ৰতিবিম্বৰূপে জীৱাত্মা সম্বন্ধেই 'সুখী' ইত্যাদি প্ৰয়োগ হয়। অবিদ্যা নাশ হলে কিন্তু সুখদুখাদিৰ অতীত, সকলোতে নিৰ্লিপ্ত, একমাত্ৰ সত্য আত্মবোধ হে থাকে।

নিত্যো নিত্যানাং চেতনশ্চেতনানা-
মেকো বহূনাং যো বিদধাতি কামান্।
তমাত্মস্থং যেঽনুপশ্যন্তি ধীরা-
স্তেষাং শান্তিঃ শাশ্বতী নেতরেষাম্ ॥১৩॥

নিত্যানাম্ চেতনানাম্ (নিত্য চেতনজীবাত্মাসমূহৰ) যঃ (যি-পৰমাত্মা পুৰুষোত্তম) নিত্যঃ চেতনঃ (শাশ্বত চৈতন্যৰ আকৰ), একঃ (যি অকলেই) বহূনাম্ (অনেকানেক জীৱৰ) কামান্ (কৰ্মৰ ফলভোগ) বিদধাতি (বিধান কৰে), তম্ আত্মস্থম্ (সেই নিজ অন্তৰত অভিব্যক্ত আত্মাক) যে ধীৰাঃ (যি সকল বিদ্বানলোকে) অনুপশ্যন্তি (নিৰন্তৰ দৰ্শন কৰে), তেষাম্ (তেওঁলোকৰ) শাশ্বতী শান্তিঃ (নিত্যস্থায়ী শান্তি লাভ হয়) ইতৰেষাম্ ন ((আন সকলৰ নহয়) ॥১৩॥

যি নিত্য চেতন জীৱাত্মা সমূহৰ নিত্য চেতন; অৰ্থাৎ যি নিত্য স্বৰূপ পৰমাত্মাৰ চৈতন্য শক্তিৰ বলতেই সমস্ত জীৱকুল নিত্য আৰু চেতনাৱন্ত হয়, যি অকলেই স্বয়ং অদ্ভুত অসংখ্য জীৱৰ কৰ্মানুৰূপে ভোগৰ বিধান কৰে, সেই অন্তৰ্যামীৰূপে নিজৰ অন্তৰতে থকা পৰমাত্মা পুৰুষোত্তমক যি সকল জ্ঞানীলোকে নিত্য-নিৰন্তৰ দৰ্শন কৰে, সেই সকল ভাগ্যৱন্ত লোকেই চিৰকলীয়া শান্তি লাভ কৰে। আনবোৰৰ সেই তেনে শান্তি কেতিয়াও নহয় ॥১৩॥

তদেতদিতি মন্যন্তেঽনির্দেশ্যং পৰমং সুখম্।
কথং নু তদ্বিজানীয়াং কিমু ভাতি
বিভাতি বা ॥১৪॥

তৎ অনির্দেশ্যম্ ( সেই অনির্বচনীয় ) পৰমম্ সুখম্ (সৰ্বশ্ৰেষ্ঠ সুখ ) এতৎ ( ইতি পৰমাত্মাদৰ্শন বুলি ) মন্যন্তে ( ব্ৰহ্মবাদীসকলে মানে ) ; তৎ ( সেই সৰ্বোত্তমসুখস্বৰূপক ) কথম্ নু ( কেনেকৈনো ) বিজানীয়াম ( মই সবিশেষ জানিব পাৰো ? ) কিম্ উ ভাতি ( তেওঁ কি প্ৰকাশিত হয় ? ) বা ( কিম্বা ) বিভাতি (স্পষ্ট অনুভব হয় ) ? ॥১৪॥

[ ভগৱন্তৰ সাক্ষাৎপ্ৰাপ্তিৰদ্বাৰা ভূমানন্দ আৰু চিৰশান্তিলাভৰ মহিমা শুনি জিজ্ঞাসু নচিকেতাৰ মনত বিতৰ্ক উপস্থিত হ'ল যে ]—

ব্ৰহ্মজ্ঞানী মহাপুৰুষসকলে এই অনুমান কৰে যে, পৰমাত্মা পুৰুষোত্তমৰ সাক্ষাৎ প্ৰাপ্তিয়েই ভূমানন্দ স্বৰূপ সৰ্বোত্তম সুখ, যি যি আৰাও মনসোগোচৰ, অৰ্থাৎ মন আৰু বাক্যোৰে যাৰ একো নিৰ্দ্দেশ দিব নোৱাৰি। সেই পৰমানন্দস্বৰূপ পৰমপুৰুষক মই সবিশেষে অপৰোক্ষৰূপে জানো কেনেকৈ ? তেওঁ জানো প্ৰত্যক্ষ পকাশ হয় ? অথবা তেওঁৰ স্পষ্ট উপলব্ধি হয় জানো ? মন-বাক্য আদিৰ অতীত কাৰণে তেওঁৰ সবিশেষ জ্ঞান নো কেনেকৈ হব পাৰে ? ॥১৪॥

ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকং
নেমা বিদ্যুতো ভান্তি কুতোঽয়মগ্নিঃ ।
তমেৱ ভান্তমনুভাতি সৰ্বং
তস্য ভাসা সৰ্বমিদং বিভাতি ॥১৫॥ *

---

* এই মন্ত্ৰ মুণ্ডক উপ-২।২।১০ আৰু শ্বেতাশ্বতৰ উপ ৬।১৪ ঠিক এইদৰেই আছে ।

তত্র (তাত স্বপ্রকাশ পৰব্ৰহ্মত) সূৰ্য: ন ভাতি (সূৰ্য প্ৰকাশিত নহয় ), চন্দ্ৰতাৰকম্ ন (চন্দ্ৰ আৰু তৰাবিলাকো প্ৰকাশিত নহয় ) ইমা: বিদ্যুতঃ (এই বিজুলীবোৰো) ন ভান্তি প্ৰকাশ নহয় ), অয়ম্ অগ্নিঃ কুতঃ ( এই জাগতিক অগ্নি আকৌ কেনেকৈ প্ৰকাশিত হব পাৰে ? ) ভান্তম্ তম্ এব (স্বয়ং প্ৰকাশ তেওঁকেই ) অনু ( অনুসৰণ কৰি ) সৰ্বম্ ( সূৰ্যাদি সকলোবেই ) ভাতি ( প্ৰকাশিত হয় ); তস্য ভাসা (তেওঁৰ প্ৰকাশৰদ্বাৰা ) ইদম্ সৰ্বম্ ( এই সমুদায় জগৎ ) বিভাতি (বিবিধৰূপে প্ৰকাশিত হয় )।। ৫।।

[ নচিকেতাৰ পূৰ্বপ্ৰকাৰ শঙ্কাযুক্ত ভাব লক্ষ্য কৰি যমৰজাই কলে ] — সেই স্বপ্ৰকাশ পূৰ্ণব্ৰহ্ম ভগৱন্তৰ সমীপত সূৰ্য প্ৰকাশিত নহয়, অৰ্থাৎ সূৰ্য্যৰ পোহৰ তেওঁত নপৰে, চন্দ্ৰ আৰু তৰাবোৰেও তেওঁক প্ৰকাশ কৰিব নোৱাৰে, এই বিজুলীবোৰৰ চমকনিও তাত প্ৰকাশ নহয়। ভাব এই যে বেলিৰ তীব্ৰ পোহৰত যেনেকৈ জোনাকীৰ পোহৰ লীন হৈ যায়, সেইদৰে সেই ব্ৰহ্মজ্যোতিৰ অসীম তেজত সূৰ্য, চন্দ্ৰ প্ৰভৃতিৰ তেজ বিলীন হৈ থাকে॥ এই ব্যৱহাৰিক অগ্নিৰ তো কথাই নুঠে। কিয়নো সেই স্বয়ং প্ৰকাশ পুৰুষোত্তমৰ এবো-ছাতি ক্ষীনৰশ্মি পাই হে সূৰ্য আদি সমস্তই দীপ্তিমন্ত হয়। আচল কথা যি বিশ্বাত্মাৰ পৰিপূৰ্ণ জ্যোতিত জাগতিক সমস্তই বিধে-বিধে প্ৰকাশ পায়, তেওঁক আকৌ আন কোনে প্ৰকাশ কৰিব পাৰে ? [ সেই কাৰণে হে নচিকেতা ! তোমাৰ

চিন্তাৰ প্ৰয়োজন নাই, মোৰ উপদেশ অনুসৰণ কৰা— অৱশ্যেই প্ৰকাশস্বৰূপ পৰমাত্মাৰ প্ৰত্যক্ষ প্ৰকাশ উপলব্ধি হব ] ॥১৫॥

## ॥ দ্বিতীয় বল্লী সমাপ্ত ॥

## তৃতীয় বল্লী

উৰ্ধ্বমূলোঽৱাক্শাখ এষোঽশ্বত্থঃ সনাতনঃ।
তদেৱ শুক্ৰং তদ্ ব্ৰহ্ম তদেৱামৃতমুচ্যতে।
তস্মিংল্লোকাঃ শ্ৰিতাঃ সৰ্ৱে তদু নাত্যেতি কশ্চন।
এতদ্বৈতৎ ॥১॥

উৰ্ধ্বমূলঃ (ওপৰলৈ গুৰি থকা) অৱাক্শাখঃ (তললৈ ডাল থকা) এষঃ অশ্বত্থঃ (এই সংসাৰৰূপ আঁহত গছ জোপা) সনাতনঃ (অনাদি)। তৎ এৱ (সেই মূলভূত পৰব্ৰহ্মই) শুক্ৰম (শুদ্ধ), তৎ ব্ৰহ্ম (সেয়ে ব্ৰহ্ম, পৰমেশ্বৰ), তৎ এৱ অমৃতম (তাকেই অমৃত) উচ্যতে (কোৱা হয়) তস্মিন (তেওঁত) সৰ্বে লোকাঃ (সমস্ত লোক-সমূহ) শ্ৰিতঃ (আশ্ৰিত) কঃচন উ (কোনোৱেই) তৎ (তেওঁক) ন অতি-এতি (অতিক্ৰম কৰিব নোৱাৰে)। এতৎ বৈ (এও নিশ্চয়) তৎ (সেই জিজ্ঞাসিত পৰমাত্মা) ॥১॥

এই সংসাৰথন যেনিবা এজোপা আঁহত গছ। তাৰ মূল (গুৰি) ওপৰলৈ অৰ্থাৎ সবাৰো উৰ্ধ্বত কোনেও চুকি

নোপোৱাত থকা পূর্ণ ব্রহ্ম পুৰুষোত্তম ভগৱন্তৰ পৰাই এই সংসাৰ বৃক্ষৰ উৎপত্তি আৰু হিৰণ্যগৰ্ভ প্ৰভৃতি দেৱ পিতৃ, মনুষ্য, পশু, পক্ষী আদি ক্ৰমে শাখা-প্ৰশাখা সমূহ ভলৈলৈ বিস্তাৰিত। এই বিশ্বব্ৰহ্মাণ্ডৰূপ অঁাহতগছ জোপা অনাদি কালৰে পৰা বিদ্যমান চিৰন্তন। ইয়াৰ যি মূল, যাৰ পৰা ইয়াৰ উৎপত্তি, যাৰদ্বাৰা ৰক্ষিত আৰু যাত অন্তৰ্লীন হয়, সেয়ে সুবিশুদ্ধ তত্ত্ব, সেই তত্ত্বই, ব্ৰহ্ম। সেই ব্ৰহ্মই অমৃত স্বৰূপ বুলি কথিত আৰু পৃথিৱী আদি সমস্ত লোক তেওঁতে আশ্ৰিত। কোনোৱেই তেওঁক অতিক্ৰম কৰিব নোৱাৰে কাৰণ চেৰাই কাৰ্য আগবাঢ়িব নোৱাৰে। জানা নচিকেতা! এই সৰ্বমূল পৰমপুৰুষেই তুমি জানিবলৈ বিচৰা পৰমাত্মা ।।১।।

য়দিদং কিং চ জগৎ সর্বং
প্ৰাণ এজতি নিঃসৃতম্।
মহদ্ভয়ং বজ্ৰমুদ্যতং য়
এতদ্বিদুৰমৃতাস্তে ভৱন্তি ॥২॥

নিঃসৃতম্ (পৰমপুৰুষপৰা বহিৰ্গত হোৱা) ইদম্ যৎ কিম্ চ (এই যি কোনো) সৰ্বম্ জগৎ (সম্পূৰ্ণ জগৎ) প্ৰাণে (প্ৰাণ স্বৰূপ পৰমেশ্বৰতে) এজতি (চেষ্টিত হয়); উদ্যতম্ বজ্ৰম্ (উদ্যত বজ্ৰৰ নিচিনা) মহৎ ভয়ম্ (অতি ভয়ানক) এতৎ (এই সৰ্বশক্তিমন্ত প্ৰভুক) য়ে (যি সকলে) বিদুঃ (জানে), তে (সেই সকল) অমৃতাঃ ভৱন্তি (অমৰ হয়, মৰণ-যন্ত্ৰণাৰ পৰা মুক্তি পায়) ।।২।।

এই যি কোনো দেখি, শুনি আৰু বুজি জানিব

পৰা সম্পূর্ণ চৰাচৰ জগৎ সর্বকাৰণ যি পৰমপুৰুষপৰা প্ৰকটিত হ'ল, সেই প্রাণস্বৰূপ সেই তেওঁৰ সত্তাতে সকলো চেষ্টাশীল হ'ল। অর্থাৎ জাগতিক সমুদায় চেষ্টাৰ আধাৰ আৰু নিয়ন্তা সেই জগজ্জীবন পৰমেশ্বৰেই। তেওঁ কৃপাময় হৈয়ো উদ্যত বজ্ৰধাৰী শাসকৰ দৰে ভয়ানকো। যেনেকৈ হাতত লাঠি লৈ থকা প্ৰভুক দেখি ভৃত্যবোৰে নিজৰ নিজৰ কাম নিয়মিতকৈ কৰি যায়, সেই দৰে উদ্যতাস্ত্র প্ৰভু পৰমেশ্বৰৰ শাসনৰ ভয়ত গ্ৰহ-নক্ষত্ৰাদি সমন্বিত সমগ্ৰ জগতে যাৰ যি কাম, তাক যথানিয়মে কৰি যায়। এই কৰ্মৰ সাক্ষীৰূপে সন্মুখত দণ্ডায়মান, দুষ্কৰ্মৰ দণ্ড বিধানৰ বাবে দণ্ডধাৰী প্ৰভু সর্বশক্তিমন্ত ভগৱন্তক যি সকলে জানিলে আৰু তাৰ অনুযায়ী নিজ নিজ বিহিত কৰ্তব্যত সদা-সর্বদা অনুৰক্ত থাকে, সেই সকল অমৰ হয়—চিৰকাললৈ জন্ম-মৃত্যু যন্ত্ৰণাৰ পৰা মুক্ত হৈ যায় ॥২॥

ভয়াদস্যাগ্নিস্তপতি ভয়াৎ তপতি সূৰ্য্যঃ
ভয়াদিন্দ্ৰশ্চ বায়ুশ্চ মৃত্যুৰ্ধাৱতি পঞ্চমঃ ॥৩॥

অস্য (এই নিয়ন্তাৰ) ভয়াৎ (ভয়ৰ কাৰণে অগ্নিঃ তপতি (অগ্নিয়ে তাপ দিয়ে), ভয়াৎ সূর্যঃ তপতি (ভয়ত সূৰ্য্যই তাপ দিয়ে) চ (তথা) ভয়াৎ (এওঁৰে ভয়ত) ইন্দ্ৰঃ বায়ুঃ পঞ্চমঃ মৃত্যুঃ চ (ইন্দ্ৰ, বায়ু, আৰু পঞ্চম মৃত্যুদেৱতা-যম) ধাৱতি (ধাৱমান থাকে—নিজ নিজ কৰ্মত ব্যাপৃত থাকে) ॥৩॥

এই সৰ্বশাসক পৰমেশ্বৰৰ ভয়ত অগ্নিয়ে তাপ দিয়ে সূৰ্যই ভয়ত পোহৰ বিলায ; ইন্দ্ৰে ভয়ত ইন্দ্ৰই পানী বৰষে, বায়ুয়ে জীৱনীশক্তি দিয়ে আৰু পঞ্চমজন মৃত্যুপতি যমে সকলোৰে জীৱনান্ত কৰে—এই সকলোৰেই দৌৰি-দৌৰি অৰ্থাৎ লাহ—ভাগৰ আও-কাণ কৰি অধিকাৰ অনু-ৰূপে নিজৰ নিজৰ নিৰ্দিষ্ট কাম কৰি যায়॥ তাৰ এই যে, জাগতিক যাৱতীয় কাম-কাজ যে যথা-নিয়মে চলি আছে, সেই সকলো কাৰ্যই সৰ্বেশ্বৰ সৰ্বনিয়ন্তা, সৰ্ব-শাসক পৰম প্ৰভুৰ অমোঘ শাসনৰ অধীনত হে প্ৰৱৰ্তি আছে॥৩॥

ইহ চেদশকদ্ বোদ্ধুং প্ৰাক্ শৰীৰস্য বিস্ৰসঃ।
ততঃ সৰ্গেষু লোকেষু শৰীৰত্বায় কল্পতে॥৪॥

চেৎ (যদি) শৰীৰস্য (দেহৰ) বিস্ৰসঃ প্ৰাক্ (পতন হোৱাৰ পূৰ্বতে) ইহ (এই মনুষ্য জনমতে) বোদ্ধুম (পৰমাৰ্থ পুৰুষোত্তমক জানিবলৈ) অশকৎ (সমৰ্থ হয়, "তেনেহলেই সংসাৰ তৰি যায") । ততঃ (সেয়ে নহলে আকৌ) সৰ্গেষু লোকেষু (জন্ম লবলীয়া পৃথিবী আদি লোকসমূহত) শৰীৰত্বায় কল্পতে (দেহ-ধাৰণ কৰিবলৈ বাধ্য হয়) ॥৪॥

স্থাৱৰ জঙ্গম জীৱসমুদায়ৰ প্ৰেৰক, ধাৰক আৰু চৰম আশ্ৰয় সেই ভগৱন্তক যদি কোনোবা ভাগ্যশালী লোকে এই মানৱী-দেহা নাশ হোৱাৰ পূৰ্বতে জানিব পাৰে, অৰ্থাৎ এই দেহা থাকোতেই কায়-বাক্য-মনে-চিত্তে ঐকান্তিক ভাৱনাৰে, অবিৰাম চেষ্টাৰে যদি পৰমাৰ্থজ্ঞান—

ভগৱন্তৰ যথাৰ্থ তত্ত্ব জানিব পাৰে, তেনেহলেই মানৱী-জনম ধৰাৰ সাৰ্থক হয় — অনাদিকালৰপৰা জনম-মৰণ সোঁতত উটি-বুৰি হাঁয়ৰাণ হোৱা জীৱটোৱে পাৰ পায়। সেয়ে নহলে এই ভৱ তৰিবাৰ যোগ্য ' মনুষ্য শৰীৰতে ভগৱন্তৰ তত্ত্বকথা নাজানিলে আকৌ কৌটি-কাললৈ " বিষয় বতাসে পাই অস্থিৰ চিত্ত " কৰা জীৱই কৃতকৰ্মৰ ফল ভুগিবলৈ বিভিন্ন লোকত, বিভিন্ন যোনি বিভিন্ন দেহধাৰীৰূপে ঘূৰি ফুৰিবলৈ বাধ্য হয়। গতিকেই সাৱধান।' দেহা থাকোঁতেহে বেহা ' আৰু এই বেহাৰে অমূল্যসম্পদ পৰমাৰ্থতত্ত্বজ্ঞান উপাৰ্জন কৰি যমৰ যাতনা উছল কৰি দিয়া আৱশ্যক ॥৪॥

**য়থাদৰ্শে তথাত্মনি য়থা স্বপ্নে তথা পিতৃলোকে।**
**য়থাপ্সু পৰীৱ দদৃশে তথা গন্ধৰ্বলোকে**
**ছায়াতপয়োৰিৱ ব্ৰহ্মলোকে ॥৫॥**

আদৰ্শে ( 'নিৰ্মল' দাপোনত ) যথা ( যেনেকৈ 'নিজক স্পষ্ট দেখা যায়, ), আত্মনি ( শুদ্ধ অন্তঃকৰণত ) তথা ( তেনেকৈ 'পৰমাত্মাক দেখা পায় ); স্বপ্নে য়থা ( সপোনত যেনেকৈ 'বস্তুৰ অস্পষ্ট দৰ্শন হয় ') পিতৃলোকে তথা ( পিতৃলোকত তেনেকৈ 'অস্পষ্টভাৱে ব্ৰহ্মদৰ্শন হয় '); অপ্সু যথা ( পানীত যেনেকৈ 'যথাৰ্থৰূপত এটা ঝল-মলনি পৰে' ), তথা গন্ধৰ্বলোকে ( তেনেকৈ গন্ধৰ্বলোকত ) পৰিদদৃশে ই'ব ( ব্ৰহ্মৰ ঝলমলনি পৰা যেন দেখা পায় ); ব্ৰহ্মলোকে ( ব্ৰহ্মলোকত ) ছায়া-আতপয়োঃ ইৱ ( চাঁ আৰু পোহৰৰ দৰে 'আত্মা আৰু পৰমাত্মাৰ পৃথক্ ভাৱে স্পষ্ট

দৰ্শন হয়' ) ॥৫॥

পৰিস্কাৰ দাপোনত নিজৰ মুখ যেনেকৈ স্পষ্টকৈ বেলেগ দেখা পায় তেনেকৈ শুদ্ধ অন্তঃকৰণত পৰমেশ্বৰক নিজতকৈ বেলেগভাৱে স্পষ্ট দৰ্শন কৰে। সপোনত যি দৰে বস্তুৰ যথাৰ্থ ৰূপত দেখা নহয়, বৰবাৰ বস্তু ৰৰবাত, অসংলগ্নভাৱে অস্পষ্ট দেখা পায়, সেইদৰে পিতৃলোকত ( আৰু অন্যান্যদেৱলোকতো ) পূৰ্ব জন্ম-কৰ্মৰ স্মৃতি আৰু তদনুৰূপ বাসনাবদ্ধতাৰ বাবে পৰমেশ্বৰৰ স্বৰূপ অস্পষ্ট দেখে। আকৌ জাগ্ৰত-অৱস্থাত পানীৰ মাজত নিজৰ প্ৰতিবিম্ব যথাযথভাৱে দেখা পালেও পানীৰ লহৰত হেলি-দুলি থকাৰ নিচিনা বোধ হয়, স্পষ্ট দৰ্শন নহয়, সেই দৰেই গন্ধৰ্বলোকত অৰ্থাৎ বাদ্য-বাজনা সমন্বিত পৰমেশ্বৰৰ সুমধুৰ সুমঙ্গল কীৰ্তন-ভজনত ব্যাপৃত লোকসমাজতো ভোগ-লহৰীত হেলি-দুলি থকা চিত্তত ভগৱন্তৰ স্পষ্ট দৰ্শন নহয়। কিন্তু ব্ৰহ্মলোকত অৰ্থাৎ সৰ্বত্ৰ ব্ৰহ্মদৰ্শন কৰা জীৱমাত্ৰতে 'শিৱ' জ্ঞান হোৱা পুৰুষৰ নিৰ্মল চিত্তত ছাঁ আৰু পোহৰৰ দৰে নিজৰ আৰু পৰমাত্মাৰ সুস্পষ্ট প্ৰত্যক্ষ দৰ্শন হয়; সেই দৰ্শনত কোনো অসংগতি আৰু ভ্ৰান্তি নাথাকে।

তুমি জগজীৱ তোমাক পূজিলে মিলে আপোনাত যাই।
যেন মুখশীক প্ৰতিবিম্ব মুখে দেখয় দৰ্পণ চাই। কীৰ্তন॥

[ প্ৰথম অধ্যায়ৰ তৃতীয় বল্লীৰ প্ৰথম মন্ত্ৰত উপদিষ্ট হৈছে যে এই মানৱ শৰীৰো এক লোক, ইয়াত জীৱাত্মা

আৰু পৰমাত্মা ছয়ো ছাঁ আৰু পোহৰৰ দৰে হৃদয়-গুহাত একেলগে বাস কৰে। গতিকে অন্যলোকৰ কামনা অনাৱশ্যক; মানৱ-দেহতেই-এই দেহ থাকোতে থাকোতেই পৰমেশ্বৰৰ স্বৰূপদৰ্শন—উপনিষদৰ মৰ্মবাণী ] ॥৫॥

ইন্দ্ৰিয়াণাং পৃথগ্ভাৱমুদয়াস্তময়ৌ চ য়ৎ।
পৃথস্তুৎপদ্যমানানাং মত্বা ধীৰো ন শোচতি ॥৬॥

পৃথক উৎপদ্যমানানাম্ ('নিজ নিজ কাৰণতকৈ' ভিন্ন ভিন্ন ৰূপত উপৎন্ন হোৱা) ইন্দ্ৰিয়াণাম্ (ইন্দ্ৰিয় সমূহৰ) যৎ পৃথক্ ভাৱম্ (যি পৃথক পৃথক্ সত্তা) চ (আৰু) উদয়-অস্তময়ৌ (উদয় আৰু অস্ত হোৱা স্বভাৱ) মত্বা 'তাক' (জানি) ধীৰঃ (বিবেকী পুৰুষে) ন শোচতি (শোক নকৰে) ॥৬॥

আকাশ আদি কাৰণ পঞ্চভূতৰ পৰা ভিন্ন ভিন্ন কাৰ্য কৰিবলৈ ভিন্ন ভিন্ন ৰূপত ইন্দ্ৰিয় সমূহ উপন্ন হৈছে *।

---

* শব্দ-স্পৰ্শ আদি বিষয়ৰ উপলব্ধিৰ নিমিত্তে শ্ৰৱণেন্দ্ৰিয় প্ৰভৃতি ইন্দ্ৰিয়ৰ উৎপত্তি। আকাশ, বায়ু তেজ, জল, পৃথিবী—এই পঞ্চভূতৰ সত্ত্বাংশৰ পৰা যথাক্ৰমে কাঁণ, চাল, চকু, জিভা আৰু নাক—এই পাঁচ জ্ঞানেন্দ্ৰিয়; ৰাজসাংশৰপৰা বাক্ পানি, পাদ, পায়ু, আৰু উপস্থ— এই পাঁচ কৰ্মেন্দ্ৰিয়; পঞ্চভূতৰ মিলিত সাত্ত্বিকাংশৰপৰা মন প্ৰভৃতি অন্তঃকৰণ উৎপন্ন হ'ল। বেদান্তসাৰ, ৬৩-৭৩।

সেই বেলেগ বেলেগ স্বভাৱ বিশিষ্ট ইন্দ্ৰিয় বোৰ জাগৰণ-কালত নিজ নিজ ব্যাপাৰত কাৰ্যশীল থাকে আৰু সুষুপ্তি কালত নিষ্ক্ৰিয় হৈ পৰে। এইদৰে সিহঁত পৰিবৰ্তনশীল। এইবোৰ কথা বিচাৰ কৰি বিবেকীপুৰুষে যেতিয়া বুজিব যে, 'এই সমস্ত ইন্দ্ৰিয়, মন আৰু বুদ্ধি আদি অথবা এইবোৰৰ সংঘাতৰূপ এই শৰীৰ তো মই নহওঁ, এই সবতকৈ মই সৰ্বপ্ৰকাৰেই ভিন্ন, বিশুদ্ধ, নিত্য চেতনস্বৰূপ'। তেতিয়া তেওঁৰ ইন্দ্ৰিয়াদি সংঘাতৰ পৰা ওপজা শোকৰ কাৰণ বোৰ নোহোৱা হয়, তেওঁ সৰ্বতিকাললৈ দুখ শোকৰ অতীত হৈ যায় ( গীতা ১৩।৩০ ) ॥৬॥

ইন্দ্ৰিয়েভ্যঃ পৰং মনো মনসঃ সত্ত্বমুত্তমম্।
সত্ত্বাদধি মহানাত্মা মহতোঽব্যক্তমুত্তমম্ ॥৭॥

ইন্দ্ৰিয়েভ্যঃ ( ইন্দ্ৰিয়বিলাকতকৈ ) মনঃ পৰম ( মন শ্ৰেষ্ঠ ) মনসঃ ( মনতকৈ ) সত্ত্বম ( বুদ্ধি ) উত্তমম্ ( উত্তম ), সত্ত্বাৎ ( বুদ্ধিতকৈ ) মহান্ আত্মা ( সেই সবৰ স্বামী জীবাত্মা ) অধি (উচ্চ ) মহতঃ ( জীবাত্মাতকৈ ) অব্যক্তম্ ( অব্যাকৃত মায়াশক্তি ) উত্তমম্ ( উত্তম ) ॥৭॥

দেহেন্দ্ৰিয়াদি ব্যতিৰিক্ত আত্মাৰ বহিৰ্লক্ষণ বোধগম্য নহয়; কাৰণ তেওঁ সমস্তৰে অন্তৰ্বৰ্তী প্ৰত্যগাত্মা। ইয়াকে তত্ত্ববিচাৰত উপদিষ্ট হৈছে।— ইন্দ্ৰিয় সমূহতকৈ মন শ্ৰেষ্ঠ, মনৰ প্ৰেৰণাতে সিহঁত পৰিচালিত হয়। মনতকৈ

বুদ্ধি উত্তম, বুদ্ধিৰ সিদ্ধান্তত মনে কাৰ্যৰ প্ৰেৰণা পায়। বুদ্ধিতকৈ তাৰ পৰাকী জীৱাত্মা অধিক উচ্চত, ইন্দ্ৰিয় আদি আটাইবোৰৰ স্বামী তেঁৱেই আৰু তেঁৱেই সেই সকলোৰে শাসক। এই জীৱাত্মাতকৈ অব্যাকৃত মায়া-শক্তি শ্ৰেষ্ঠ ; যাৰ দ্বাৰা বন্দী হৈ জীৱাত্মাই সংসাৰ বন্ধনেৰে বান্ধ খায়, চৰাচৰ জগতৰ সৃষ্টি হয় আৰু সংসাৰ গতি অব্যাহত থাকে। গীতাত এই ত্ৰিগুণাত্মিকা প্ৰকৃতি নাম্নী শক্তিৰদ্বাৰা জীৱৰ সংসাৰ বন্ধনৰ কথা বহুতবাৰ উল্লেখ হৈছে। ( গীতা ১৪।৫; ৭।১৩,১৪ ) এই অব্যক্তা মায়াৰ পাশৰ পৰা — মুক্ত হব পাৰিলে জীৱৰ জীৱত্ব গুচি যায়। এটি প্ৰবচনো আছে — ' মায়াবদ্ধো ভবেজ্জীৱো মায়ামুক্তঃ সদাশিবঃ '। মায়াজালত বান্ধ খাই থকালৈকেহে জীৱ, মায়ামুক্ত হলে জীৱ চিৰকাললৈ শিৱ অৰ্থাৎ ব্ৰহ্মস্বৰূপ হৈ যায় ।।৭।। *

---

* এই অব্যক্তা মায়াশক্তিক ভাগৱতে বিষ্ণুমায়া বুলিছে " বিষ্ণুমায়া ভগৱতী যয়া সম্মোহিতং জগৎ "। ( ১০।৩।২৫ ) ভগৱান্ বিষ্ণুৰ মায়াশক্তি ভগৱতীৰদ্বাৰা সমগ্ৰ জগৎ সম্মোহিত)। গীতাত 'যোগমায়া'"নাহং প্ৰকাশঃ সৰ্বস্য যোগমায়াসমাবৃতঃ" । (৭।২৫) যোগমায়াৰ দ্বাৰা আবৰি থকা হেতুকে মই সকলোৰে সন্নিকটত প্ৰকাশিত নহওঁ) । এয়ে বৈদান্তিকৰ 'মায়া' আৰু সাংখ্যবাদীৰ 'প্ৰকৃতি'।এই তত্ত্বই মাৰ্কণ্ডেয় চণ্ডীত "মহামায়া" -মহামায়া হৰেশ্চৈতৎ তয়া সংমোহ্যতে জগৎ" । ( ১।৫৪ ) (জগৎপতি শ্ৰীহৰিৰ যোগনিদ্ৰা ৰূপা মহামায়াৰদ্বাৰা জগৎ মোহচ্ছন্ন। আৰু এই মহামায়াই —

**অব্যক্তাত্তু পরঃ পুরুষো ব্যাপকোঽলিঙ্গ এব চ।**
**যং জ্ঞাত্বা মুচ্যতে জন্তুরমৃতত্বং চ গচ্ছতি ॥৮॥**

তু (আৰু) অব্যক্তাৎ (মায়াতকৈ) ব্যাপকঃ (সৰ্বব্যাপী চ অলিঙ্গঃ (আৰু আকাৰ ৰহিত) পুৰুষঃ এব পৰঃ (পৰমাত্মা পুৰুষ হে শ্ৰেষ্ঠ)। যম্ জ্ঞাত্বা (যাক জানি) জন্তুঃ (জন্মধাৰী জীৱই) মুচ্যতে (মুক্তি পায) চ (আৰু) অমৃতত্বম্ গচ্ছতি অমৃত স্বৰূপ ব্ৰহ্মধামলৈ যায়)॥৮॥

আৰু সেই অচিন্ত্য-শক্তি মায়াতকৈ মায়াৰ অধিপতি মায়াবী পৰম-পুৰুষ ভগৱন্ত শ্ৰেষ্ঠ, যি নিৰাকাৰ স্বৰূপত সমস্ত জগৎ ব্যাপি থাকে (গীতা ৯।৪)। "যত, জীৱ জঙ্গম, কীট পতঙ্গম, অগনগজগ তেৰি কায়া'। (বৰগীত)। যি পৰমপুৰুষক জানিলে এই জন্মধাৰী জীৱই মায়াৰ বন্ধনৰ পৰা মুক্তি পায আৰু কোনো কালেই মৰিব নলগীয়া পৰমানন্দ স্বৰূপ হয়। সেইকাৰণে এই দুস্তৰ মায়া-তৰণৰ উপায় ভগৱন্তৰ শৰণ বুলি গীতাতো কোৱা হ'ল (৭।১৪)। যাৰ মায়া, সেই মায়াবীয়ে আমাক আঁতৰ নকৰিলে মায়াৰ মোহ কেনেকৈ গুচিব? নিত্য সহচৰ মায়াৰী প্ৰভুক প্ৰত্যক্ষ কৰিবলৈ,মায়াৰ আৱৰণ-খন গুচাই দিবলৈ তেওঁৰেই একান্ত আশ্ৰয় আৱশ্যক।৮।

---

"জ্ঞানিনামপি চেতাংসি দেৱিভগৱতী হি সা। বলাদাকৃষ্য মোহায় মহামায়া প্ৰযচ্ছতি"। (১।৫৫) (দেৱী ভগৱতী মহামায়াই জ্ঞানী লোকসকলৰোচিত্ত বলেৰে আকৰ্ষণ কৰি মোহাবৃত কৰে, সৰ্বসাধাৰণৰ কি কথা?) এই মহাশক্তিৰ প্ৰভাৱতে মহাযোগী মহাজ্ঞানী শঙ্কৰেও "ভৈলোহো বাতুলপ্ৰায় মোৰ শ্ৰুতি জ্ঞান নাই, কিনো নকৰিলে বিষ্ণুমায়া" এইবুলি আক্ষেপ কৰিবলগীয়া হ'ল।

ন সংদৃশে তিষ্ঠতি ৰূপমস্য
ন চক্ষুষা পশ্যতি কশ্চনৈনম্ ।
হৃদা মনীষা মনসাভিক্লৃপ্তো
য় এতদ্বিদুৰমৃতাস্তে ভৱন্তি । ৯ ।

অস্য (এই পৰমপুৰুষৰ) ৰূপম্ (বাস্তৱিক ৰূপ) সংদৃশে (দৰ্শনযোগ্য বিষয়ৰূপে) ন তিষ্ঠতি (নাথাকে), এনম্ (এওঁক) কঃচন (কোনোৱেই) চক্ষুষা (চৰ্মচকুৰে) ন পশ্যতি (নেদেখে। মনসা (মনেৰে) অভিকৢপ্তঃ (পুনঃ পুনঃ চিন্তাৰদ্বাৰা প্ৰকাশিত 'এই পুৰুষ') হৃদা (নিৰ্মল অন্তঃকৰণেৰে) মনীষা (শুদ্ধ বুদ্ধিৰদ্বাৰা দৰ্শনযোগ্য হয়। যে (যি সকলে) এতৎ (এই প্ৰকাৰে পৰমেশ্বৰৰ প্ৰত্যক্ষ বিষয়ৰূপে বিদুঃ (জানে), তে (সেই সকল) অমৃতাঃ ভৱন্তি (অমৃতস্বৰূপ হয়) ॥৯॥

এই পৰমেশ্বৰৰ দিব্য ৰূপ দৰ্শনযোগ্য বিষয়ৰূপে সন্মুখত উপস্থিত নহয়; কোনোৱেই প্ৰাকৃত চৰ্মচকুৰে সেই অলৌকিক ৰূপ দেখিবলৈ নাপায়। যদি কোনো সৌভাগ্যশালী লোকে একান্তমনেৰে সদা-সৰ্বদা তেওঁক চিন্তা কৰে, সেই চিন্তা যেতিয়া গাঢ় হৈ আহিব, তেতিয়া তেওঁৰ হৃদয় ভগৱন্তৰ নিৰন্তৰ ধ্যানজনিত ৰূপত নিশ্চল হব। এনে নিশ্চল হৃদয়ৰদ্বাৰাহে সেই ভাগ্যবান সাধকজনে একনিষ্ঠ শুদ্ধবুদ্ধিৰূপ প্ৰজ্ঞা-চকুৰে পুৰুষোত্তমৰ দিব্য ৰূপ প্ৰত্যক্ষ কৰে।

এই কথাকে শ্ৰীভগৱানে অৰ্জুনক ক'লে যে

* 'তোমাৰ এই প্ৰাকৃত চকুৰে মোক দেখিবলৈ সমৰ্থ নোহোৱা; মই তোমাক দিব্যজ্ঞান-চকু দিছোঁ, তাৰে মোৰ ঐশ্বৰিক ৰূপ চোৱা' (গীতা ১১।৮)। যি সকলে এনেৰূপে সেই সৰ্বান্তৰ্যামী ঈশ্বৰক প্ৰত্যক্ষ কৰে, সেইসকল অমৃত অৰ্থাৎ পৰমানন্দস্বৰূপ হৈ যায়।৯॥

---

* এই নিৰন্তৰ ধ্যানজনিত সমাধিনিৰ্মল চিত্তত পৰমপুৰুষৰ যি স্বৰূপ উদ্ভাসিত হয়, তাৰেই ঘণীভূত বিকাশ প্ৰতিমা। বাহ্যিক প্ৰতিমা আন্তৰিক শুদ্ধবুদ্ধিৰ সমুজ্জ্বল জ্ঞানময়চৈতন্যৰ প্ৰতীক। বিভিন্ন ঋষিৰ বিভিন্ন শুদ্ধান্তঃকৰণত এক পৰমেশ্বৰেই বিভিন্ন শক্তিৰ প্ৰকাশকৰূপে প্ৰতিফলিত বিভিন্ন প্ৰতিমা-ৰূপ বহুদেৱতা অনন্তশক্তি ভগৱন্তৰেই বহুৰূপে প্ৰকাশ বা বিভূতি। অচিন্ত্য অনন্ত শক্তিমন্ত অব্যক্ত ঈশ্বৰৰ ধাৰণা মনুষ্যমনে কৰিব নোৱাৰে; সেইকাৰণে বিশেষ বিশেষ শক্তিৰ সাদৃশ্যানুৰূপ নাম-ৰূপসমন্বিত মূৰ্ত্তি কল্পনা কৰি উপাসনাৰ চিন্তাৰ অৱলম্বনস্বৰূপ প্ৰতীক গ্ৰহণ কৰা হ'ল। এই প্ৰতীকোপাসনা বা প্ৰতিমা পূজা পুতলাৰ পূজা নহয়, চৈতন্য স্বৰূপ পৰমেশ্বৰেই পূজা। দৃষ্টান্তস্বৰূপে দেৱী ভাগৱতত শক্তিপূজা সম্পৰ্কে দেৱদেৱৰ উক্তি লক্ষণীয়—

'নাহং সুমুখি মায়ায়া উপাস্যত্বং ক্ৰুৱে ক্বচিৎ
মায়াধিষ্ঠানচৈতন্যমুপাস্যত্বেন কীৰ্তিতম্'।

'হে সুমুখি! মই মায়াৰ উপাসনা ক'তো কোৱা নাই, মায়াৰ অধিষ্ঠান যি চৈতন্য সেয়ে উপাস্য, ইয়াকেহে কৈছোঁ'। এই চৈতন্য ঈশ্বৰ; ভক্তৰ উপাসকৰ ভগৱান—ভগৱতী।

**যদা পঞ্চাৱতীষ্ঠন্তে জ্ঞানানি মনসা সহ।**
**বুদ্ধিশ্চ ন বিচেষ্টতি তামাহুঃ পৰমাং গতিম্ ॥১০॥**

যদা (যেতিয়া) মনসা সহ (মনেৰে সৈতে) পঞ্চ জ্ঞানানি (পাঁচো জ্ঞানেন্দ্ৰিয়) অৱতিষ্ঠন্তে (ব্যাপাৰশূন্যৰূপে স্থিৰ থাকে), বুদ্ধিঃ চ (আৰু বুদ্ধিও) ন বিচেষ্টতি (চেষ্টাশূন্য থাকে), তাং (সেই স্থিতিক) পৰমাম্ গতিম্ আহুঃ (উত্তম গতি বুলি 'যোগী-জনে কয়) ।১০। ।

সাধনৰ অভ্যাস কৰোঁতে কৰোঁতে যেতিয়া মনৰ সৈতে পাচোঁ জ্ঞানেন্দ্ৰিয় নিজ নিজ ব্যাপাৰত ব্যাপৃত নহৈ স্থিৰেৰে থাকিব আৰু বুদ্ধিও পৰমাত্মাস্বৰূপত তন্ময়ত ভাৱে সুস্থিৰ থাকিব। অন্য একোৰেই জ্ঞান নাথাকিব, সেই অৱস্থাই পৰম গতি— পৰমাত্মাসংযোগৰ সৰ্বোত্তম স্থিতি বুলি যোগী সকলে কৈছে ।১।

**তাং য়োগমিতি মন্যন্তে স্থিৰামিন্দ্ৰিয়ধাৰণাম্।**
**অপ্ৰমত্তস্তদা ভৱতি য়োগোহি প্ৰভৱাপ্যয়ৌ ।১১।**

তাম্ (সেই) স্থিৰাম্ ইন্দ্ৰিয়ধাৰণাম্ (অবিচলভাৱে ইন্দ্ৰিয়-বোৰক ধাৰণ কৰা অৱস্থাকে) য়োগম্ ইতি মন্যন্তে (যোগ বুলি মনা হয়); তদা (সেই অৱস্থাত) অপ্ৰমত্তঃ ভৱতি (প্ৰমাদ-ৰহিত সাৱধান হোৱা উচিত)—হি (কাৰণ) যোগঃ (যোগ) প্ৰভৱ অপ্যয়ৌ (উৎপত্তি বিনাশধৰ্মী) ॥১১॥

পূৰ্বকথিত বুদ্ধি আৰু মনসমন্বিত ইন্দ্ৰিয়সমূহক স্থিৰ-ভাৱে ধাৰণ কৰি--একাগ্ৰ কৰি ৰখাকে যোগ বুলি অনুভৱী জ্ঞানীসকলে মানে। কিন্তু সেই যোগযুক্ত অৱস্থাপ্ৰাপ্ত লোক সাৱধান হোৱা উচিত-কাৰণ যোগৰ

উদয় আৰু অস্ত অৰ্থাৎ উৎপত্তি আৰু বিনাশ আছে। গতিকেই বিনাশ নহবলৈ সাৱধানে যত্নশীল হোৱা কৰ্তব্য ।১১।

নৈৱ ৱাচা ন মনসা প্ৰাপ্তুং শক্যো ন চক্ষুষা।
অস্তীতি ব্ৰুৱতোঽন্যত্ৰ কথং তদুপলভ্যতে ।১২।

ৱাচা (কথাৰে) প্ৰাপ্তুম (সেই 'পৰমেশ্বৰক' পাবলৈ) শক্যঃ ন এৱ (সমৰ্থ নিশ্চয় নহয়), মনসা ন (মনেৰেও নহয়), চক্ষুষা ন (চকুৰেও নহয়); তৎ অস্তি (তেওঁ অবশ্যই আছে), ইতি ব্ৰুৱতঃ অন্যত্ৰ (এই প্ৰকাৰে কোৱা — বিশ্বাসকৰা আস্তিক জনৰ বাহিৰে নাস্তিকলোকৰ) কথম্ উপলভ্যতে ('সেই পৰমাত্মা' কেনেকৈ উপলব্ধি হব পাৰে)? ।১২।

সেই পৰমাত্মা পৰমপুৰুষক বাক্য আদি কৰ্মেন্দ্ৰিয়ৰ দ্বাৰা, চকু আদি জ্ঞানেন্দ্ৰিয়বদ্বাৰা আৰু মন-বুদ্ধি ৰূপ অন্তঃকৰণৰদ্বাৰাও পাব-পৰা অথবা জানিব-পৰা নহয়; এইবোৰে ঢুকি পাব-পৰা সীমাৰপৰা তেওঁ বহুত দূৰত। কিন্তু 'তেওঁ অৱশ্যে আছে আৰু 'ঐকান্তিক চেষ্টাৰ দ্বাৰা তেওঁক পাব পাৰি' এনেকৈ যি নকয়, এই কথাত যাৰ বিশ্বাস নাই, তেনে নাস্তিকলোকৰ ঈশ্বৰৰ স্বৰূপ কেনেকৈ বুজা হব? ভগৱৎপ্ৰাপ্তি অথবা মুক্তিলাভ তো সুদূৰপৰাহতেই থাকিব। সেইকাৰণে গুৰুপদেশ আৰু শাস্ত্ৰবাণীৰপৰা ঈশ্বৰ-বিশ্বাস দৃঢ়ভাৱে ধাৰণা কৰি শাস্ত্ৰ-গুৰুৰ উপদিষ্ট প্ৰণালীৰে তেওঁৰ সাক্ষাৎকাৰ পাবলৈ অতি উৎসাহেৰে আৰু উৎকণ্ঠাৰে চেষ্টাশীল হৈ থকা বাঞ্ছনীয় ।১২।

অস্তীত্যেবোপলব্ধব্যস্তত্ত্বভাবেন চোভয়োঃ ।
অস্তীত্যেবোপলব্ধস্য তত্ত্বভাবঃ প্রসীদতি ॥১৩

অস্তি ইতি এব ('পৰমেশ্বৰ 'অৱশ্যেই আছে এই বিশ্বাস-কেই) উপলব্ধব্যঃ (নিশ্চয়কৈ ধাৰণা কৰিব লাগিব), চ (আৰু তাৰ পাছত) তত্ত্বভাবেন (সৰ্বোপাধি বৰ্জিতাদি তাত্ত্বিক ভাৱেও তেওঁক বুজিব লাগিব); উভয়োঃ (এই দুয়ো প্ৰকাৰৰ ভিতৰত) অস্তি ইতি এব উপলব্ধস্য ('ঈশ্বৰ') আছেই এনে পৰমাত্মাৰ সত্তাত বিশ্বাসী লোকৰ) তত্ত্বভাবঃ (তেওঁৰ তাত্ত্বিক স্বৰূপ) প্ৰসীদতি (প্ৰকাশোন্মুখী হয়) ॥১৩॥

'পৰমেশ্বৰ নিশ্চয় আছে' এই ধাৰণাত প্ৰথমতে সুদৃঢ় বিশ্বাস হব লাগিব। এনে বিশ্বাসেৰে তেওঁৰ অস্তিত্ব স্বীকাৰ কৰি তাৰ পাছত 'তুমি প্ৰভু নিৰ্গুণ গুণৰ সীমা নাই, 'সহজে অকৰ্মা কৰ্ম কৰা অপৰ্যন্ত'— ইত্যাদি তাত্ত্বিক ভাৱনাৰেও নিত্য-নিৰন্তৰ ধ্যান-ধাৰণা কৰি তেওঁৰ স্বৰূপ বুজিব লাগিব (গীতা ১৩।১৩।১৭)। এই দুইৰ ভিতৰত ঈশ্বৰ নিশ্বয় আছে আৰু মনুষ্যজীৱনৰ লক্ষ্য 'তেওঁ আৱশ্যই মোৰ প্ৰাপ্য'— এনে নিশ্চিত বিশ্বাসী জনৰ বিশুদ্ধ হৃদয়ত তেওঁৰ তাত্ত্বিক-স্বৰূপ আপোনা-আপুনি উন্মোচিত হয়। এই কথাকে মাধৱদেৱে এনে-দৰে কলে', 'ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ, মাধৱৰ প্ৰসাদে মিলয়' ॥১৩॥

যদা সৰ্বে প্ৰমুচ্যন্তে কামা যেঽস্য হৃদি শ্ৰিতাঃ।
অথ মৰ্ত্যোঽমৃতো ভৱত্যত্ৰ ব্ৰহ্ম সমশ্নুতে ॥১৪॥

অস্য (এই ঈশ্বৰ বিশ্বাসীজনৰ) হৃদি শ্ৰিতাঃ (অন্তঃকৰণত আশ্ৰিত থকা) যে কামাঃ (যি বোৰ কামনা, সৰ্বে (সেই সকলোবোৰ) যদা প্ৰমুচ্যন্তে (যেতিয়া সমূলঞ্চে নষ্ট হৈ যায়), অথ (তেতিয়া) মৰ্ত্যঃ (মৰণশীল মানুহ) অমৃতঃ ভৱতি অমৰ হয়), অত্ৰ (এই দেহতে) ব্ৰহ্ম (ব্ৰহ্মভাৱ) সমশ্নুতে (অনুভৱ কৰে)।।১৪।

ইহকাল আৰু পৰকালৰ বিভিন্ন কামনাৰে মানুহৰ অন্তৰ ভৰ-পূৰ হৈ থাকে, সেইবাবে পৰমাৰ্থ-চিন্তাই তেওঁৰ অন্তৰত ঠাই নাপায়। কিন্তু সৌভাগ্যক্ৰমে যদি কোনোলোকৰ ঈশ্বৰ-বিশ্বাস সুদৃঢ় হয় আৰু তাৰ ফলত তেওঁৰ যথাৰ্থস্বৰূপ বুজিব পাৰে, তেতিয়া সেইজনৰ হৃদয়ত বাঁহ-সোৱা সকলোবোৰ কামনা সমূলঞ্চে নষ্ট হৈ যায়। 'জোৰ' জ্বলিলে 'বাতি'ৰ পোহৰৰ প্ৰয়োজন ক'ত? তেতিয়া সেইজন মানুহ— সেই মৰণশীল মানুহ অমৰ হয়— আৰুবাৰ মৰিবলগীয়া নহয়; বৰঞ্চ এই দেহতেই তেওঁ পৰমাৰ্থতত্ত্ব উপলব্ধি কৰি ব্ৰহ্মানন্দ অনুভৱ কৰে ॥১৪॥

**যদা সৰ্বে প্ৰভিদ্যন্তে হৃদয়স্যেহ গ্ৰন্থয়ঃ।**
**অথ মৰ্ত্যোঽমৃতো ভৱত্যেতাৱদ্ধ্যনুশাসনম্ ॥১৫॥**

যদা (যেতিয়া) হৃদয়স্য (হৃদয়ৰ) সৰ্বে গ্ৰন্থয়ঃ (সকলোবোৰ গাঁথি) ইহ (এই জনমতে); প্ৰভিদ্যন্তে (ভালকৈ সুলকি পৰে), অথ (তেতিয়া) মৰ্ত্যঃ অমৃতঃ ভৱতি (মানুহ অমৰ হয়); এতাৱৎ হি (ইমানেই মাত্ৰ) অনুশাসনম্ (সনাতন উপদেশ) ।।১৫।।

'মই' 'মোৰ' প্ৰত্যয়েৰে কৰা কামবোৰ সংসাৰ-বন্ধনৰ গাঁথি। সংসাৰ-চক্ৰত ঘূৰাই লৈ ফুৰোৱা নাকি-

-জৰি ডালৰ এই অবিদ্যাজনিত কট-কটীয়া গাঁথিবোৰ যদি এই জীৱন থাকোঁতে থাকোঁতেই সম্পূর্ণ খোল-খাই যায়, তেতিয়া সেইজন মানুহ অমৰ হয়। গীতা ৫।১৯; ১৫।৫) চিৰকাললৈ জন্ম-মৃত্যুৰ পাৰ পাই পৰমানন্দধাম প্রাপ্ত হয়। সমস্ত বেদান্তশাস্ত্রৰ ইমানেই মাত্র সনাতন উপদেশ ॥১৫॥

শতং চৈকা চ হৃদয়স্য নাড্য
স্তাসাং মূর্ধানমভিনিঃসৃতৈকা।
তয়োর্ধ্বমায়ন্নমৃতত্বমেতি বিষ্বঙ্
ঙন্যা উৎক্রমণে ভবন্তি ॥১৬॥

হৃদয়স্য (হৃদয়ৰ পৰা) শতম্ চ একা চ নাড্যঃ (এশ এক নাড়ী কেউফালে বিক্ষিপ্ত আছে), তাসাম্ একা (সেইবিলাকৰ ভিতৰত এক নাড়ী 'সুষুম্না') মূর্ধানম্ অভিনিঃসৃতা (মূৰৰ ফালে ব্রহ্মৰন্ধ্র ভেদি নির্গত হৈছে); তয়া (সেই নাড়ীয়েদি) উর্ধ্বম্ আয়ন্ (উর্ধ্বগামী হোৱা জীৱ) অমৃতত্বম্ এতি (অমৃতলোকলৈ যায়), অন্যাঃ (অন্য এশ নাড়ীয়েদি) উৎক্রমণে (বহির্গামী হোৱা জীৱ) বিষ্বঙ্ ভবন্তি (বিবিধ যোনিলৈ যোৱাৰ হেতুস্বৰূপ হয়) ॥১৬॥

মানুহৰ হৃদয়ৰপৰা বহির্গত হোৱা এশ এক নাড়ী শৰীৰৰ কেউফালে সিচৰতি হৈ আছে। তাৰে এক 'সুষুম্না' নাড়ী মূৰৰ ফালে গৈ ব্রহ্মৰন্ধ্র ভেদ কৰিছে বিষ্ণুপদ প্রাপ্তিৰ অধিকাৰ অর্জা জীৱই সেই নাড়ীয়েদি দেহৰপৰা বাহিৰ ওলাই উর্ধ্ব লোকলৈ-ভগৱন্তৰ আনন্দময় ধামলৈ গতি কৰে — অমৃতত্ব লাভ কৰে। আন এশ নাড়ীয়েদি মৰণকালত বহির্গামী জীৱই কর্ম আৰু বাসনা অনুযায়ী বিবিধ যোনিত জন্ম-মৰণ বৃত্তত ঘূৰি থাকে — অর্থাৎ সেই এশ নাড়ীয়েদি শৰীৰৰপৰা জীৱৰ বহির্গমন হলে সংসাৰাবৃত্তি নিশ্চিত ॥১৬॥

অঙ্গুষ্ঠমাত্ৰঃ পুৰুষোঽন্তৰাত্মা
সদা জনানাং হৃদয়ে সন্নিৱিষ্টঃ।
তং স্বাচ্ছৰীৰাৎ প্ৰৱৃহেন্মুঞ্জাদিৱেষীকাং ধৈৰ্যেণ।
তং ৱিদ্যাচ্ছুক্ৰমমৃতং তং ৱিদ্যাচ্ছুক্ৰমমৃতম্ ॥১৭॥

অঙ্গুষ্ঠমাত্ৰঃ (অঙ্গুষ্ঠ পৰিমাণ) পুৰুষঃ (পৰমাত্মা পুৰুষ) অন্তৰাত্মা (অন্তৰ্যামী জীৱাত্মৰূপি) জনানাম্ হৃদয়ে (মনুষ্যসমূহৰ হৃদয়ত) সদা সন্নিৱিষ্টঃ (সৰ্বদাই সন্নিহিত থাকে); তম (তেওঁক) মুঞ্জাৎ (মুঞ্জ-[কুশজাতীয় এবিধ বন] -নামৰ ঘাঁহৰপৰা) ইষীকাম্ ইৱ (কোঁহগোৰ নিচিনাকৈ) স্বাৎ, (নিজ-তকৈ 'আক') শৰীৰাৎ (শৰীৰতকৈ) ধৈৰ্যেণ (ধৈৰ্যধৰি) প্ৰৱৃহেৎ (পৃথক্ কৰি চাব লাগে)। তম (তেওঁক) শুক্ৰম্ (শুদ্ধ) অমৃতম্ (অমৃতস্বৰূপ পৰব্ৰহ্ম) বিদ্যাৎ (জনা উচিত), তম্ শুক্ৰম্ অমৃতম বিদ্যাৎ, তেওঁক বিশুদ্ধ অমৃতস্বৰূপ জানিবা। ॥১৭॥

পৰমাত্মাদৰ্শনৰ সংকেত দিয়া হৈছে যে, সমস্ত প্ৰাণীৰ অন্তৰ্যামী আত্মাৰূপে পৰমপুৰুষ পৰমাত্মা মনুষ্য হৃদয়ত হৃদয়ানুৰূপে অঙ্গুষ্ঠপ্ৰমাণৰূপত সদা-সৰ্বদা বিৰাজমান আছে, তথাপি মানুহে তেওঁৰ ফালে নাচায়। তেওঁক দেখিবলৈ ধৈৰ্য লাগে—অপ্ৰমাদী হব লাগে মুঞ্জ ঘাঁহৰ পৰা তাৰ কেঁহটো পৃথক্‌কৰাৰ দৰে সেই সেই পৰমাত্মাৰ দৰ্শনাভিলাষীলোকে নিজতকৈ আৰু শৰীৰতকৈ তেওঁক পৃথক্‌ভাৱে চাব লাগিব। 'মইতো ইন্দ্ৰিয়াদি সমন্বিত শৰীৰ নহওঁ' হোৱা হলে 'মোৰ শৰীৰ'—'মোৰ বুদ্ধি', 'মোৰ মন'—এনেবোৰ প্ৰয়োগ নহলহেতেন। এই 'মোৰ' কাৰ? 'জীৱাত্মা'ৰ। জীৱাত্মা কোন? 'সমস্তৰে অন্তৰ্যামী পৰমাত্মা' অৰ্থাৎ পৰমাত্মাৰ

প্ৰতিবিম্ব অথবা ক্ষুদ্ৰতম অংশ। এই প্ৰকাৰে সেই পৰম-পুৰুষক দেহ আৰু নিজতকৈ পৃথক বুজিবে চাই-উপলব্ধি কৰি সমস্ত 'মই' বোধৰ গৰাকী আৰু নিয়ন্তা পৰমপ্ৰভু পুৰুষোত্তমৰ প্ৰসন্নতাৰ কাৰণে-তেওঁকেই কেৱল শুদ্ধ, অমৃতস্বৰূপ জানি, নিত্যনিৰন্তৰ তেওঁক সুঁৱৰি তেওঁৰ প্ৰীতিৰ নিমিত্তেই যাৱতীয় কাৰ্যনিৰ্বাহ হোৱা উচিত।

[ মন্ত্ৰস্থ শেষৰ বাক্যৰ দ্বিৰুক্তি উপদেশৰ সমাপ্তি আৰু সিদ্ধান্তৰ নিশ্চয়তাসূচক ] ॥১৭॥

মৃত্যুপ্রোক্তাং নচিকেতোঽথ লব্ধ্বা
বিদ্যামেতাং যোগবিধিং চ কৃৎস্নম্।
ব্রহ্মপ্রাপ্তো বিরজোঽভূদ্বিমৃত্যু-
রন্যোঽপ্যেবং যো বিদধ্যাত্মমেব ॥১৮॥

অথ (এই উপদেশ শুনাৰ পাছত) নচিকেতঃ (নচিকেতাই) মৃত্যুপ্রোক্তাম্ (যমৰাজৰদ্বাৰা কথিত) এতাম বিদ্যাম্ (এই ব্ৰহ্ম-বিদ্যা) চ (আৰু) যোগবিধিম্ (বিদ্যাসংযোগৰ প্ৰণালী) কৃৎস্নম্ (সম্পূৰ্ণকৈ) লব্ধ্বা (লাভ কৰি) বিৰজঃ (বিকাৰ বৰ্জিত বিশুদ্ধ হৈ) বিমৃত্যুঃ (মৃত্যুক অতিক্ৰম কৰি) ব্ৰহ্মপ্ৰাপ্তঃ অভূৎ (ব্ৰহ্ম-লাভ — মুক্ত হৈছিল)। অন্যঃ অপিয়ঃ (অন্য যি কোনো-লোকো) অধ্যাত্মম্ (এই অধ্যাত্মবিদ্যাত) বিৎ (জ্ঞানীজন) এৱম্ এব (এনেদৰেই বিশুদ্ধ বিমৃত্যু, ব্ৰহ্মপ্ৰাপ্ত হয়) ॥১৮॥

নচিকেতাই ধৰ্মৰাজ যমৰদ্বাৰা উপদিষ্ট পূৰ্বকথিত ব্ৰহ্মবিদ্যা শুনি সাধন-প্ৰণালী সমন্বিতে সম্পূৰ্ণকৈ ব্ৰহ্ম-বিদ্যাৰ জ্ঞান লাভ কৰিলে আৰু তাৰ ফলত ধৰ্মাধৰ্মাদি বিকাৰ বৰ্জিত হৈ শুদ্ধ-সত্ত্ব হ'ল, তেওঁ জন্মমৃত্যুৰূপ সংসাৰবন্ধনৰ পৰা মুক্ত, ব্ৰাহ্মীস্থিতি— ভগৱৎসাযুজ্য লাভ

কৰিলে। আৰু যি কোনো লোকেও যদি এই অধ্যাত্ম-বিদ্যা যথাযথভাৱে জানে আৰু আন্তৰিকতাৰে তাৰ ধ্যান-ধাৰণা কৰে, তেওঁ নচিকেতাৰ দৰে বিশুদ্ধাত্মা হৈ মৃত্যুক অতিক্ৰম কৰি পৰমেশ্বৰৰ পৰমধাম প্ৰাপ্ত হয় ॥১৮।

॥ তৃতীয় বল্লী সমাপ্ত ॥৩॥

## ॥ দ্বিতীয় অধ্যায় সমাপ্ত ॥২॥

## শান্তিপাঠ

ওঁ সহ নাৱৱতু। সহ নৌ ভুনক্তু। সহ বীৰ্য্যং কৰৱাৱহৈ
তেজস্বি নাৱধীতমস্তু। মা বিদ্বিষাৱহৈ।
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

[অন্বয় অৰ্থাদি এই উপনিষদৰ আৰম্ভত দ্ৰষ্টব্য]



কৃষ্ণ যজুৰ্বেদীয়

## ॥ কঠোপনিষদ্ সমাপ্ত ॥

## প্রশ্নোপনিষদ্

প্রশ্নোপনিষদ্ অথৰ্ব বেদৰ পিপ্পলাদ শাখীয় ব্ৰাহ্মণ ভাগৰ অন্তৰ্গত। ব্ৰহ্মৰ্ষি পিপ্পলাদে সুকেশা আদি ছজন ঋষিৰ ছটি প্ৰশ্নৰ যথাক্ৰমে উত্তৰ দিয়া কাৰণে এই উপনিষদ প্ৰশ্নোপনিষদ নামে কথিত।

—হৰিঃ ওঁ নমঃ শ্ৰীপৰমাত্মনে—

## শান্তিপাঠ

ওঁ ভদ্ৰং কৰ্ণেভিঃ শৃণুয়াম দেৱা—
ভদ্ৰং পশ্যেমাক্ষভিৰ্য়জত্ৰাঃ।
স্থিৰৈৰঙ্গৈস্তুষ্টুৱাঁসস্তনূভি—
ৰ্ব্যশেম দেৱহিতং যদায়ুঃ॥

ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

দেৱাঃ (হে দেৱবৃন্দ!) যজত্ৰাঃ (ভগৱানৰ উপাসনাত লাগি থকা আমি) কৰ্ণেভিঃ (কাণবোৰেৰে) ভদ্ৰম্ (ভাল, কল্যাণময় বচন) শৃণুযাম (শুনিবলৈ যেন পাওঁ), অক্ষভিঃ (চকু-বোৰেৰে) ভদ্ৰম্ (কল্যাণজনক বস্তু) পশ্যেম (দেখিবলৈ যেন পাওঁ), স্থিৰৈঃ অঙ্গৈঃ (সুদৃঢ় অঙ্গবোৰেৰে) তনূভিঃ (আৰু শৰীৰেৰে) তুষ্টুৱাংসঃ (ভগৱানক স্তুতি কৰি কৰি) দেৱহিতম (আৰাধ্য পৰম দেৱতাৰ কামত অহা) যৎ আয়ুঃ (যি জীৱন কাল, তাক) ব্যশেম (উপভোগ কৰিবলৈ যেন সমৰ্থ হওঁ)। ওঁ (হে পৰমেশ্বৰ!) শান্তিঃ শান্তিঃ শান্তিঃ (তিনিবিধ সংসাৰতাপ যেন উপশান্ত হওক)।

[গুৰুৱে শিষ্যসকলেৰে সৈতে মানৱমাত্ৰৰে কল্যাণভাৱনাৰে প্ৰাৰ্থনা জনাইছে ]—হে পূজনীয় দেৱবৃন্দ ! আমি যেন পৰম পুৰুষৰ আৰাধনাত লাগি থাকিব পাৰোঁ; তাৰ কাৰণে আমাৰ কাণেৰে যেন ভালকথাহে শুনিবলৈ পাওঁ, চকুৰে যেন ভাল দৃশ্যহে দেখোঁ। অৰ্থাৎ কাণেৰে পাপজনক কথা আৰু নিন্দা-তিৰস্কাৰ আদি উৎসাহত যতি পৰা কথা যেন শুনিব লগা নহয়, চকুৰেও অমঙ্গলীয়া বা মনোবিকাৰ ঘটোৱা কোনো দৃশ্য যেন দেখিবলগা নহয়। আমাৰ শৰীৰ, আমাৰ অঙ্গ-প্ৰত্যঙ্গবোৰ যেন বলিষ্ঠ—কৰ্মক্ষম হৈ থাকে আৰু তাৰদ্বাৰা পৰমেশ্বৰৰ ভজন-কীৰ্তন কৰি যেন জীৱন সাৰ্থক কৰিব পাৰোঁ। আমি যি আয়ুষ পাইছো তাক পৰমেশ্বৰৰ সেৱাতে যেন উপভোগ কৰোঁ। হে বিশ্বাত্মন্। বিশ্বমানৱৰ আধ্যাত্মিক, আধিদৈৱিক, আধিভৌতিক এই তিনিওবিধ সংসাৰতাপ উপশান্ত হওক ॥

## প্ৰথম প্ৰশ্ন

ওঁ সুকেশা চ ভাৰদ্বাজঃ শৈব্যশ্চ সত্যকামঃ সৌৰ্য্যায়ণী চ গাৰ্গ্যঃ কৌসল্যশ্চাশ্বলায়নো ভাৰ্গৱো বৈদৰ্ভিঃ কবন্ধী কাত্যায়নস্তে হৈতে ব্ৰহ্মপৰা ব্ৰহ্মনিষ্ঠাঃ পৰং ব্ৰহ্মান্বেষমাণা এষ হ বৈ তৎ সৰ্ব্বং ৱক্ষ্যতীতি তে হ সমিৎপাণয়ো ভগৱন্তং পিপ্পলাদমুপসন্নাঃ ॥১॥

ওঁ (মঙ্গলাচৰণ স্বৰূপে ওঁকাৰৰূপ পৰব্ৰহ্মৰ নাম স্মৰণ)। ভাৰদ্বাজঃ সুকেশা (ভৰদ্বাজৰ পুত্ৰ সুকেশা) চ শৈব্যঃ সত্যকামঃ (শিবিৰ পুত্ৰ সত্যকাম) চ গাৰ্গ্যঃ সৌৰ্য্যায়ণী (গৰ্গ গোত্ৰীয় সৌৰ্য্যায়ণী) চ কৌসল্যঃ আশ্বলায়নঃ (কোসলদেশীয় অশ্বলায়ন) বৈদৰ্ভিঃ ভাৰ্গবঃ (বিদৰ্ভবাসী ভাৰ্গৱ) চ] কাত্যায়নঃ কবন্ধী (আৰু কত্য ঋষিৰ নাতি কবন্ধী) তে হ এতে (সেই সেই নামে প্ৰসিদ্ধ এইলোকে) ব্ৰহ্মপৰাঃ (বেদাভ্যাস ৰত হৈ) ব্ৰহ্মনিষ্ঠাঃ (বেদবাণীত শ্ৰদ্ধাযুক্ত আছিল) তে হ (তেওঁলোক এইছজনে) পৰংব্ৰহ্ম অন্বেষমাণাঃ (পৰমব্ৰহ্মক জানিবলৈ ইচ্ছুক হৈ), এষঃ (এওঁ) হ বৈ (নিশ্চয়ই) তৎ সৰ্বম্ (সেই ব্ৰহ্মৰ বিষয়ে সকলো কথা) বক্ষ্যতি ইতি (ক'ব—এই ভাবি) সমিৎপাণয়ঃ (হাতত সমিধৰ ভাৰ লৈ) ভগৱন্তম পিপ্পলাদম্ উপসন্নাঃ (মহাত্মা পিপ্পলাদৰ ওচৰত উপস্থিত হ'ল)॥১॥

উপনিষদৰ আৰম্ভতে ওঁকাৰৰূপ পৰব্ৰহ্মৰ নাম স্মৰণ কৰি মঙ্গলাচৰণ কৰা হ'ল। প্ৰসিদ্ধি আছে যে, ভৰদ্বাজৰ পুত্ৰ সুকেশা, শিবিনন্দন সত্যকাম, গৰ্গ গোত্ৰৰ সৌৰ্য্যায়ণি, কোসল দেশৰ আশ্বলায়ন, বিদৰ্ভবাসী ভাৰ্গৱ আৰু কত্য-ঋষিৰ নাতি কবন্ধী এই প্ৰসিদ্ধ ছজন ঋষি বেদাভ্যাস পৰায়ণ আৰু বৈদিক আচাৰত শ্ৰদ্ধাশীল আছিল। এসময়ত সেই ছয়োজনে পৰব্ৰহ্মৰ স্বৰূপ জানিবলৈ অভিলাষী হৈ স্থিৰ কৰিলে যে, 'মহৰ্ষি পিপ্পলাদে ব্ৰহ্মসম্বন্ধে সকলো কথা সবিশেষ ক'ব পাৰিব'। এইদৰে নিশ্চিত হৈ হাতত

ভাৰ্যস্বৰূপে একোমুঠা যজ্ঞ-কাঠ লৈ মহাত্মা পিপ্পলাদৰ সমীপত উপস্থিত হ'লগৈ ॥ ১।

তান্ হ স ঋষিৰুবাচ ভূয় এব তপসা ব্রহ্মচর্যেণ শ্রদ্ধয়া সংবৎসরং সংবৎস্যথ, যথাকামং প্রশ্নান্ পৃচ্ছত, যদি বিজ্ঞাস্যামঃ সর্বং হ বো বক্ষ্যাম ইতি ॥২॥

তান্ ( সমাগত সেইসকলক ) সঃ হ ঋষি ( সেই সুপ্রসিদ্ধ ঋষিয়ে ) উবাচ ( কৈছিল )—' ভূয় এব ( পুনৰপি তোমালোকে ) শ্রদ্ধয়া ( আস্তিক্য বুদ্ধিৰে ) তপসা ( ইন্দ্রিয় সংযমেৰে সৈতে ) ব্রহ্মচর্যেণ ( ব্রহ্মচাৰী ভাবে ) সংবৎসৰম্ ( এটা বছৰ ) সংবৎস্যথ ( যথানিয়মে বাস কৰা ), [ তাৰ পাছত ] যথাকামম্ ( ইচ্ছা অনুসাৰে ) প্রশ্নান্ পৃচ্ছত ( প্রশ্নবোৰ সুধিবা ) ; যদি বিজ্ঞাস্যামঃ ( যদি জানো ), সর্বম্ ( জানিব খোজা সকলো কথা ) বঃ ( তোমালোকক ) হ বক্ষ্যামঃ ইতি ( নিশ্চয়েই ক'ম ) ।২।

[ এইদৰে ব্রহ্মজিজ্ঞাসাৰ নিমিত্তে আহি উপস্থিত হোৱা সেই ছয়োজন ঋষিক মহর্ষি পিপ্পলাদে ক'লে] - তোমালোকৰ তপশ্চর্যাত আৰু বেদ আদি শাস্ত্র বিহিত নিয়ম-নিষ্ঠাত কোনো সন্দেহ নাই ; তথাপি আস্তিক্যবুদ্ধিৰে আৰৌ এটা বছৰ ইন্দ্রিয়সংযম আদি তপস্যাৰে সৈতে গুৰুগৃহত ( মোৰ আশ্রমত ) ব্রহ্মচাৰী হৈ যথানিয়মে বাস কৰা। তাৰ শেষত তোমালোকে নিজ নিজ ইচ্ছা অনুযায়ী প্রশ্ন সুধিবা, যদি সেইবোৰৰ উত্তৰ মোৰ জনা থাকে, তেনেহলে

নিঃ সন্দেহে সেই সকলোবোৰ কথা তোমালোকক অৱশ্যেই মই ক'ম *॥ ॥

অথ কবন্ধী কাত্যায়ন উপেত্য পপ্ৰচ্ছ।
ভগৱন্ কুতো হ ৱা ইমাঃ প্ৰজাঃ প্ৰজায়ন্ত ইতি ॥৩॥

অথ (এবছৰ গুৰুগৃহত বাস কৰাৰ পাছত) কাত্যায়নঃ কবন্ধী (কত্যৰ নাতি কবন্ধীয়ে) উপেত্য (ঋষিৰ ওচৰলৈ গৈ) পপ্ৰচ্ছ (সুধিলে) ভগৱন্ (হে ভগৱান্!) কুতঃ হ বৈ (কিনো সুনিশ্চিত বিশেষ কাৰণৰপৰা) ইমঃ প্ৰজাঃ (এই জন্মশীল প্ৰাণীবোৰ) প্ৰজায়ন্তে (নানাৰূপত জন্ম পায়) ইতি (এই প্ৰশ্নৰ উত্তৰ দিয়ক) ॥৩॥

[মহৰ্ষিৰ উপদেশ মতে তেওঁৰ আশ্ৰমত তেওঁৰ চকুৰ আগত সুকেশা আদি ছয়োজন ঋষিয়ে ব্ৰহ্মচৰ্য আদি নিয়ম-

---

* এয়া সৰ্বজ্ঞ ঋষিৰ বিনয়, সৌজন্য প্ৰকাশ। এই আখ্যায়িকাৰ ছলেৰে কেইটামান ইঙ্গিত প্ৰকাশ পাইছে যে (১) ব্ৰহ্মবাদী ঋষও বেদোক্ত যজ্ঞাদি কৰ্মকাণ্ডৰ অনুষ্ঠানকাৰী; সেই কাৰণেই ব্ৰহ্মজিজ্ঞাসু ঋষিসকলে শিষ্য হবলৈ আহোঁতে 'সমিৎপাণি' অৰ্থাৎ যজ্ঞীয় কাঠ 'হাতভেটী' হিচাবে লৈ আহিছিল। (২) গুৰুৰ ওচৰলৈ যে সুদাহাতে অহা নাযায়, সেইকথাও বুজা গ'ল। (৩) শিষ্যৰ বিদ্যাগ্ৰহণৰ সামৰ্থ্য গুৰুদ্বাৰা পৰীক্ষিত হব লাগে, সেই কাৰণে গুৰুৰ চকুৰ আগত এবছৰ শিষ্যসকলে গুৰুগৃহত বাস কৰিব লগা হ'ল। (৪) শিষ্য যেনেকৈ শ্ৰদ্ধালু সংযমী আৰু বিদ্যাবিনয়ী হ'ব লাগে, গুৰুও তেনেকৈ সৰ্বজ্ঞানী হলেও নম্ৰস্বভাৱী হ'ব লাগে।

সংযমেৰে সৈতে শ্ৰদ্ধাযুক্ত অন্তৰেৰে গুৰুৰ সেৱা-শুশ্ৰূষা কৰি এবছৰ কাল থাকিল। ] তাৰ পাছত কত্য ঋষিৰ নাতি কবন্ধীয়ে মহৰ্ষিৰ ওচৰ চাপি সবিনয়ে এই প্ৰশ্ন কৰিলে—হে ভগৱান! এই যে নানা ধৰণৰ নানা প্ৰাণী নানাৰূপে উৎপন্ন হ'ল, ইয়াৰ সুনিশ্চিত আচল কাৰণ কোন? ॥৩॥

তস্মৈ স হোৱাচ প্ৰজাকামো বৈ প্ৰজাপতিঃ স তপোঽতপ্যত স তপস্তপ্‌ত্বা স মিথুনমুৎপাদয়তে। ৰয়িং চ প্ৰাণং চেত্যেতৌ মে বহুধা প্ৰজাঃ কৰিষ্যত ইতি ॥৪॥

তস্মৈ (তেওঁক); সঃ হ উৱাচ (সেই প্ৰসিদ্ধ ঋষিয়ে কলে)— প্ৰজাকামঃ বৈ প্ৰজাপতি (নিশ্চয় সৃষ্টিৰ অভিলাষা যি প্ৰজাপতি) সঃ তপঃ অতপ্যত (তেওঁ তপস্যা কৰিলে) সঃ তপঃ তপ্‌ত্বা (তেওঁ তপস্যা কৰি) [সৃষ্টিৰ আৰম্ভতে] সঃ (তেওঁ) মে বহুধা প্ৰজাঃ এতৌ কৰিষ্যতঃ (অনেক প্ৰকাৰ মোৰ প্ৰজা এই দুয়ো উৎপন্ন কৰিব) ইতি (এই ভাবি) ৰয়িম্ চ প্ৰাণম্ চ (প্ৰকৃতি আৰু চৈতন্য) ইতি মিথুনম্ (এই যুগলক) উৎপাদয়তে (উৎপন্ন কৰিলে)। ৪ ॥

মহৰ্ষি পিপ্পলাদে প্ৰশ্নকাৰী কবন্ধীক কলে, — হে কাত্যায়ন! সমস্ত চৰাচৰ প্ৰাণীসমূহৰ স্বামী পৰমেশ্বৰৰ যেতিয়া প্ৰজাসৃষ্টিৰ ইচ্ছা হ'ল, সেই ইচ্ছা ফলৱতী কৰিবলৈ তেওঁ সংকল্পৰূপ তপস্যা কৰিলে। সত্যসংকল্প সেই প্ৰভু নিশ্চিত হ'ল যে, এক ৰয়ি অৰ্থাৎ প্ৰকৃতি আৰু দ্বিতীয়

প্ৰাণ অৰ্থাৎ চৈতন্য বা জীৱনীশক্তি এই 'জোৰা'ইহঁতে মই ইচ্ছা কৰা দৰে বিভিন্ন প্ৰকাৰৰ প্ৰাণী সৃষ্টি কৰিব। এই নিশ্চয় কৰি তেওঁ প্ৰজা সৃষ্টিৰ প্ৰাৰম্ভতে ৰয়ি আৰু প্ৰাণ এই যুগল ( এক জোৰা ) উৎপাদন কৰিলে।

[ এই মন্ত্ৰত সকলোকে চৈতন্য দিয়া জীৱনী শক্তিক 'প্ৰাণ' নাম দিয়া হৈছে আৰু স্থূল ভূত সমুদায়ক 'ৰয়ি' বোলা হৈছে। 'প্ৰাণ'—চেতনা, 'ৰয়ি'— শক্তি। প্ৰাণৰ দ্বাৰা অনুপ্ৰাণিত হোৱা শক্তিৰ কাৰ্যক্ষমতা সংযুক্ত হৈ সৃষ্টি-প্ৰক্ৰিয়া সুকলমে চলি আছে। এই প্ৰাণ আৰু ৰয়িকে অগ্নি আৰু সোম নামেৰেও কোৱা হয় ] ॥৪॥

আদিত্যো হ বৈ প্ৰাণো ৰয়িৰেৱ চন্দ্ৰমা ৰয়িৰ্বা
এতৎ সৰ্বং য়ন্মূৰ্তং চামূৰ্তং চ তস্মান্মূৰ্তিৰেৱ ৰয়িঃ ৫॥

হ (নিশ্চয়) আদিত্যঃ প্ৰাণঃ ( সূৰ্যই প্ৰাণ ) চন্দ্ৰমঃ এৱ ৰয়িঃ ( চন্দ্ৰ বা সোমেই ৰয়ি ), যৎ মূৰ্তম্ ( যিবোৰ আকাৰ থকা ) [ মাটি, পানী, তেজ ] অমূৰ্তং চ ( আৰু যিবোৰ আকাৰ নথকা [বায়ু আৰু আকাশ ] এতৎ সৰ্বম বৈ ৰয়িঃ ( এই সকলোবোৰেই ৰয়ি ) তস্মাৎ (সেই কাৰণে ) মূৰ্তিঃ এৱ ৰয়িঃ ( দেখা আৰু অনা যাৱতীয় আকৃতিবিশিষ্ট বস্তুমাত্ৰেই ৰায় )॥ ৫ ॥

পূৰ্বোক্ত প্ৰাণ আৰু ৰয়িৰ স্বৰূপ বুজাই কৈছে যে, এই পৰিদৃশ্যমান সম্পূৰ্ণ জগৎ প্ৰাণ আৰু ৰয়িৰ মিলনৰ-

পৰা সৃষ্ট হৈছে। সেইকাৰণে এই দুইক বেলেগ কৰি বুজোৱা নাযায় যদিও এই প্ৰকাৰেই বুজা উচিত যে, আমি দেখিবলৈ পোৱা সূৰ্যই 'প্ৰাণ'। এই সূৰ্যতে প্ৰাণ বা জীৱন বোলা চেতনা শক্তিৰ প্ৰাধান্য আৰু ব্যাপকতা আছে। সূক্ষ্ম জীৱনীশক্তিৰ ঘনীভূত স্বৰূপৰূপে সূৰ্য আমাৰ প্ৰত্যক্ষ হয়। এইদৰে চন্দ্ৰই 'ৰয়ি'; কিয়নো স্থূল পদাৰ্থবোৰক পৰিপুষ্টি দিয়া ভূত তন্মাত্ৰাবোৰৰ ব্যাপকতা এই চন্দ্ৰতে বিদ্যমান। চন্দ্ৰৰ শক্তিৰ ফলতে সমস্ত প্ৰাণীৰ স্থূল শৰীৰবোৰ পৰিপুষ্ট হয়। প্ৰাণীশৰীৰত এই দুইৰ শক্তি প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গত ব্যাপ্ত হৈ থাকে। তাৰে জীৱনীশক্তিৰ সম্বন্ধ সূৰ্যৰ সৈতে আৰু মাংস, মেদ আদি স্থূলতত্ত্ববোৰৰ সম্বন্ধ চন্দ্ৰৰ সৈতে থকা বুজিব লাগে॥ ৫ ॥

অথাদিত্য উদয়ন্ যৎ প্ৰাচীং দিশং প্ৰৱিশতি তেন প্ৰাচ্যান প্ৰাণান্ ৰশ্মিষু সংনিধত্তে। যদ্দক্ষিণাং যৎ প্ৰতীচাং যদুদীচীং যদধো যদূৰ্ধ্বং যদন্তৰা দিশো যৎ সৰ্বং প্ৰকাশয়তি তেন সৰ্বান্ প্ৰাণান্ ৰশ্মিষু সংনিধত্তে ॥৬॥

অথ ( নিশাৰ পাছত ) আদিত্য: (সূৰ্য্য) উদয়ন (উদিত হৈ ) যৎ (যি) প্ৰাচীম্ দিশম্ প্ৰৱিশতি (পূব দিশত প্ৰৱেশ কৰে ), তেন ( তাৰদ্বাৰা ) প্ৰাচ্যান্ প্ৰাণান্ (পূব দিশৰ প্ৰাণীবোৰৰ প্ৰাণসমূহক ) ৰশ্মিষু ( নিজ কিৰণৰ ভিতৰত ) সংনিধত্তে (ধাৰণ

কৰে । ( এইদৰে ) যৎ দক্ষিণাম্ ( যি দক্ষিণদিশত ), যৎ প্ৰতীচীম (যৈ পশ্চিম দিশত ), যৎ উদীচীম্ (যি উত্তৰ দিশত), যৎ অধঃ ( যি অধঃ লোকত ), যৎ ঊৰ্দ্ধম (যি ঊৰ্দ্ধলোকত ), যৎ অন্তৰা দিশঃ (যি দিশৰ মধ্যৱৰ্ত্তী কোণ সমূহত), যৎ সৰ্ব্বম্ (যি অন্য সকলোকে) প্ৰকাশয়তি ( প্ৰকাশ কৰে ) তেন (তাৰদ্বাৰা সৰ্বান্ প্ৰাণান (সমুদায় জগতৰ প্ৰাণ সমূহক) ৰশ্মিষু সন্নিধত্তে (নিজকিৰণৰ ভিতৰত ধাৰণ কৰে ) ॥ ৬ ॥

[ জাগতিক যাৱতীয় প্ৰাণীৰ জীৱনীশক্তিৰ সৈতে সূৰ্যৰ সম্বন্ধ দেখুৱাই কৈছে যে, ] – নিশাৰ শেষত সূৰ্য উদয় হৈ যে নিজ-ৰশ্মিৰ দ্বাৰা পূব দিশত পোহৰ পেলায়, তেতিয়া পূব দিশত থকা প্ৰাণীবোৰৰ প্ৰাণ নিজ ৰশ্মিত ধাৰণ কৰে অৰ্থাৎ সেই প্ৰাণীসমূহৰ জীৱনীশক্তি সূৰ্যকিৰণৰ সম্পৰ্কত নতুনকৈ তেজীয়ান্ হৈ পৰে। এইদৰেই দক্ষিণে, পশ্চিমে, উত্তৰে, তলত, ওপৰত, দিক্‌কোণ কেইটাত-যেতিয়া যিফালে সূৰ্যই পোহৰ বিলায়, তেতিয়া সেই ফালৰ প্ৰাণী-বোৰৰ প্ৰাণত স্ফূৰ্ত্তি আহি যায়। এই কাৰণেই শ্ৰুতিয়ে কয় 'সূৰ্য আত্মা জগতস্তস্থুষশ্চ' সূৰ্যই স্থাৱৰ-জঙ্গম সমস্ত জগতৰ প্ৰাণ ॥ ৬ ।

স এষ বৈশ্বানৰো বিশ্বৰূপঃ প্ৰাণোঽগ্নিৰুদয়তে ।
তদেতদ্ ঋচাভ্যুক্তম ॥৭।

সঃ এষঃ (সেই এই সূৰ্য) উদয়তে ( উদিত হয় ); ( যি সূৰ্য ) বৈশ্বানৰঃ ( সৱজীৱৰ আত্মাস্বৰূপ ) বিশ্বৰূপ : ( সৰ্ব্বৰূপ

বিশিষ্ট ) (প্ৰাণ: (জীৱনী শক্তি 'আৰু') অগ্নিঃ ( তেজ: স্বৰূপ ) । তৎ এতৎ (সেই এই তত্ত্বকে) ঋচা অভ্যুক্তম্ পৰৱৰ্তী মন্ত্ৰত কথিত হৈছে । ৭ ॥

যি সূৰ্য সমস্তপ্ৰাণীৰ আত্মা, যি সৰ্বজগৎৰূপী, যি জীৱৰ জীৱনীশক্তি আৰু শৰীৰৰ উত্তাপৰক্ষক অগ্নিস্বৰূপ, সেই সূৰ্য সৰ্বত্ৰ প্ৰকাশিত আছে ( গীতা ১৫।১২-১৪ )। এই কথাকে পাছৰ ঋক্মন্ত্ৰত উক্ত হৈছে ॥ ৭ ।

বিশ্বৰূপং হৰিণং জাতবেদস
পৰায়ণং জ্যোতিৰেকং তপন্তম ।
সহস্ৰৰশ্মিঃ শতধা বৰ্তমানঃ
প্ৰাণঃ প্ৰজানামুদয়ত্যেষ সূৰ্যঃ ॥৮॥

বিশ্বৰূপম্ ( সবৰূপৰ কেন্দ্ৰ ), হৰিণম্ ( ৰশ্মিমণ্ডিত ), জাতবেদসম্ (সৰ্বজ্ঞ), পৰায়ণম্ (সৰ্ব প্ৰাণীৰ আশ্ৰয়), জ্যোতিঃ (জ্যোতিৰ্ময়), তপন্তম্ ( তাপ দিওঁতা), একম্ (অদ্বিতীয়), ( সূৰ্যক ব্ৰহ্মজ্ঞ সকলে জানে ) । সহস্ৰ ৰশ্মিঃ ( অনন্ত কিৰণশালী ), শতধা বৰ্তমানঃ (শ শ প্ৰকাৰে প্ৰাণীভেদে বিদ্যমান থকা), প্ৰজানাম্ প্ৰাণ: ( জীৱসমূহৰ জীৱন স্বৰূপ) এষ: সূৰ্য: (এই সূৰ্য) উদয়তি (উদিত হৈছে) ॥ ৮ ॥

ব্ৰহ্মজ্ঞানীসকলে জানে যে, কিৰণমালী, সৰ্বজ্ঞানৰ আকৰ, জ্যোতিৰ্ময় সূৰ্য বিশ্বৰ সকলো ৰূপৰ কেন্দ্ৰ, সকলোৰে উত্তাপৰক্ষা কৰোঁতা আৰু সৰ্বপ্ৰাণীৰ আশ্ৰয়। সৱত্ৰ সমভাৱে পৰিব্যাপ্ত নিখিল প্ৰাণীৰ জীৱন-জ্যোতি স্বৰূপ সূৰ্য এক ; অৰ্থাৎ তেওঁৰ বাহিৰে জাগতিক জীৱৰ

জীবনী শক্তি অন্য আর নাই। শত শত প্রাণীতে শত শত প্রকারে চেতনা জগাই, অনন্তকিরণ বিকীরণদ্বারা জগৎ জীবন উদ্ভাসিত করা, নিখিলপ্রাণার প্রাণ সূর্যরূপে আমার প্রত্যক্ষ হয় ॥৮॥

সংবৎসরো বৈ প্রজাপতিস্তস্যায়নে দক্ষিণং চোত্তরং চ। তদ্ যে হ বৈ তদিষ্টাপূর্তে কৃতমিত্যুপাসতে তে চান্দ্রমসমেব লোকমভিজয়ন্তে। ত এব পুনরাবর্তন্তে তস্মাদেত ঋষয়ঃ প্রজাকামা দক্ষিণং প্রতিপদ্যন্তে। এষ হ বৈ রয়ির্যঃ পিতৃয়াণঃ ॥৯॥

সংবৎসরং বৈ ( বারমহীয়া এটা বছরেই ) প্রজাপতিঃ (প্রজার স্বামী); তস্য অয়নে ( সেই প্রজাপতির দুই ছমহীয়া অয়ন বা পথ ), দক্ষিণম্ চ উত্তরম্ চ ( দক্ষিণ আরু উত্তর)। তৎ যে হ ( তেনেহলে যি সকলেই ) তৎ ইষ্টাপূর্তে বৈ ( ইষ্ট আরু পূত কর্মকেই ) কৃতম ইতি—( কর্তব্য মানি ) উপাসতে ( সকাম ভাবত অনুষ্ঠান করে ), তে চান্দ্রমসম্ লোকম্ এব (তেওঁ-লোকে চন্দ্রর লোককে ) অভিজয়ন্তে ( জয় করে অর্থাৎ পায় )। তে এব ( তেওঁলোকেই ) পুনঃ আবর্তন্তে ( ঘূৰি আহে ) তস্মাৎ ( সেইকারণে ) এতে প্রজাকামাঃ ঋষয়ঃ ( এই সন্তানকামী স্বর্গাদি ভোগদ্রষ্টাসকল ) দক্ষিণম ( দক্ষিণ অয়ন অর্থাৎ চন্দ্রলোকর পথ ) প্রতিপদ্যন্তে ( প্রাপ্ত হয় ) যঃ পিতৃয়ানঃ ( যি এই পিতৃয়ান দক্ষিণ মার্গ ) হ এষঃ বৈ রয়িঃ ( নিঃসন্দেহে এয়ে রয়ি অর্থাৎ চন্দ্র ) ॥৯॥

[এই মন্ত্ৰত সম্বৎসৰক পৰমেশ্বৰৰ প্ৰতীক মানি তাৰ অঙ্গস্বৰূপ 'ৰয়ি' স্থানীয় ভোগবাসনাৰে কৰা উপাসনা আৰু তাৰ ফল বুজাই কৈছে] —, বাৰ মাহৰ সমষ্টি যি কাল সেই সম্বৎসৰ ৰূপ কালেই প্ৰজাপতি পৰমেশ্বৰৰ স্বৰূপ। তাৰ দুটা অয়ন অৰ্থাৎ গতিৰ কালে লৈ হোৱা দুটা পথ-দক্ষিণ আৰু উত্তৰ। দক্ষিণায়ন ছমাহ তেওঁৰ সোঁ অঙ্গ আৰু উত্তৰায়ণ ছমাহ বাওঁ অঙ্গ। এই উত্তৰ অঙ্গ বিশ্বাত্মা পৰমেশ্বৰৰ সৰ্বান্তৰ্যামী ৰূপ প্ৰাণ আৰু দক্ষিণ অঙ্গ তেওঁৰ ভোগ্যবিষয়ৰূপ 'ৰয়ি'। সন্তি-সন্ততি কামনা কৰা যিসকল লোক, যিসকলে স্বৰ্গাদি ভোগ্যপ্ৰাপ্তিক পৰম পুৰুষাৰ্থ বুলি মানে, তেওঁলোকে যজ্ঞ আদি 'ইষ্ট' কৰ্ম আৰু অন্নদান আদি 'পূৰ্ত' কৰ্মকেই কৰ্তব্য কৰ্ম বিবেচনা কৰি ঐহিক আৰু পাৰত্ৰিক ভোগবাসনাৰে সেইবোৰৰ অনুষ্ঠান তৎপৰতাৰে কৰে*। সেইবোৰ অনুষ্ঠান সম্বৎসৰৰূপী

---

*ইষ্ট কৰ্ম — অগ্নিহোত্ৰং তপঃ সত্যং ভূতানাং চানুকম্পনম্।
আতিথ্যং বৈশ্বদেৱশ্চ ইষ্টমিত্যভিধীয়তে।

অগ্নিহোত্ৰাদি যাগ-যজ্ঞ, তপস্যা, সত্যপালন, ভূতদয়া, অতিথি সেৱা আৰু বৈশ্বদেৱ এইবোৰক 'ইষ্ট' কৰ্ম বোলে।

পূৰ্তকৰ্ম—বাপীকূপতড়াগাদি দেৱতায়তনানি চ।
অন্নপ্ৰদানমাৰামং পূৰ্তমিত্যভিধীয়তে॥

পুখুৰী, কুঁৱা, সৰোবৰ দেৱমন্দিৰ—এইবোৰ প্ৰতিষ্ঠা কৰা, অন্নদান আৰু উদ্যান স্থাপন কৰা এইবিলাকক 'পূৰ্ত' কৰ্ম বোলে।

পৰমেশ্বৰৰ দক্ষিণ অঙ্গৰ-ৰয়িৰ উপাসনা হয়। তাৰ ফল স্বৰূপে তেওঁলোকে চন্দ্ৰলোক পায় আৰু কৰ্মফলভোগ অন্ত হলে আকৌ তাৰপৰা ঘূৰি আহে। [ঈশোপনিষদত ইয়াকে অসম্ভূতিৰ উপাসনৰূপে দেৱ-মনুষ্যাদিৰ সেৱা বুলি বৰ্ণাইছে। ] যি এই পিতৃযান, অৰ্থাৎ সংসাৰত বাৰে বাৰে জন্ম ধৰি সন্তান জন্মাই পিতৃ হৈ থাকিব পৰা পথ, এয়েই নিঃসন্দেহে সেই ৰয়ি—পূৰ্বৰ্ণিত চন্দ্ৰমা (গীতা ৮।২৫ ; ৯।২০, ২১ ) ॥৯॥

অথোত্তৰেণ তপসা ব্ৰহ্মচৰ্যেণ শ্ৰদ্ধয়া বিদ্যয়াত্মানমন্বিষ্যাদিত্যমভিজয়ন্তে। এতদ্ বৈ প্ৰাণানামায়তনমেতদমৃতমভয়মেতৎ পৰায়ণমেতস্মান্ন পুনৰাবৰ্তন্ত ইত্যেষ নিৰোধস্তদেষ শ্লোকঃ ॥ ১০ ॥

অথ ( কিন্তু ) তপসা ( ইন্দ্ৰিয়জয়েৰে সৈতে ) ব্ৰহ্মচৰ্যেণ (ব্ৰহ্মচৰ্য পালন কৰি) শ্ৰদ্ধয়া (আস্তিক্য বুদ্ধিৰে ) বিদ্যয়া (অধ্যাত্ম-জ্ঞানৰদ্বাৰা ) আত্মানম্ ( জগদাত্মা পৰমেশ্বৰক) অন্বিষ্য (অন্বেষণ কৰি) [সকলো বৈধ কৰ্ম সেই জগৎস্বামীৰ কৰ্ম ভাৱনাৰে যিসকলে কৰ্ম সম্পাদন কৰে, সেইসকলে ) উত্তৰেণ ( উত্তৰায়ণ পথেদি ) আদিত্যম্ (স্বৰ্গলোকক) অভিজয়ন্তে (জয় কৰে—পায়)। এতৎ বৈ (এই সূৰ্যই ) প্ৰাণানাম্ (নিখিল প্ৰাণৰ) আয়তনম্ (কেন্দ্ৰ স্থল—আশ্ৰয় এতৎ অমৃতম্ (এৱে অবিনাশী) অভয়ম্ (আৰু নিৰ্ভয়স্থান ; এতৎ পৰায়ণম্ (এৱে পৰমগতি )। এতস্মাৎ ( ইয়াৰপৰা ) পুনঃ ন

আবৰ্তন্তে (আকৌ ঘূৰি নাহে) ইতি এষ: (এই প্ৰকাৰে এওঁ) নিৰোধঃ (পুনৰাবৰ্তনৰ নিবাৰক হয়)। তৎ এষ. শ্লোকঃ (সেই বিষয়ত এই পৰৱৰ্তী মন্ত্ৰ আছে) ॥ ১০ ॥

পূৰ্বোক্ত সকাম উপাসকৰ বাহিৰে যি সকল কল্যাণ কামীলোক, তেওঁলোক ঐহিক আৰু পাৰত্ৰিক ভোগ-সুখৰ অস্থায়িত্ব আৰু দুখদায়ক পৰিণাম বিবেচনা কৰি সেইবোৰত বিৰক্ত হয়। সেই সকলে ইন্দ্ৰিয়সংযম পূৰ্বক ব্ৰহ্মচৰ্য পালন কৰি আৰু শ্ৰদ্ধাৰে অধ্যাত্মবিদ্যাৰদ্বাৰা জগদাত্মা পৰমেশ্বৰৰ অন্বেষণ কৰে, বৈধকৰ্মবোৰ নিষ্কাম-ভাবে তেওঁৰ প্ৰীতিৰ নিমিত্তেই 'তেওঁৰ দ্বাৰা নিযুক্ত হৈ কৰিছো' ভাৱেৰে কৰি যায়। তেতিয়া তেওঁৰ সেই সম্বৎসৰ-ৰূপী প্ৰজাপতিৰ উত্তৰাঙ্গ সৰ্বান্তৰ্যামী পৰমাত্মাৰ উপাসনা হৈ যায়। এই প্ৰকাৰে উপাসনা কৰা সকলে উত্তৰায়ণ পথেদি সূৰ্যলোকলৈ গৈ বিশ্বাত্মা পৰমেশ্বৰক লাভ কৰে। এই সূৰ্যই নিখিল প্ৰাণৰ কেন্দ্ৰস্থল অবিনাশী আৰু পৰম নিৰ্ভ, জীৱৰ চৰম গতি। এই পদ লাভ কৰিলে জীৱই আকৌ সংসাৰলৈ ঘূৰি নাহে। ইয়াতে জন্ম মৃত্যু ৰূপ সংসাৰ-প্ৰৱাহৰ অৱসান হৈ যায় (গীতা ৮।২৪)। এই বিষয়াত এই পৰৱৰ্তীমন্ত্ৰটি কথিত হৈছে॥১০॥

পঞ্চপাদং পিতরং দ্বাদশাকৃতিং দিব আহুঃ
পরে অর্ধে পুরীষিণম্। অথেমে অন্য উ পরে বিচক্ষণং
সপ্তচক্রে ষড়র আহুরর্পিতমিতি ॥ ১১ ॥

[এই সূৰ্যক কোনো কোনো লোকে] পঞ্চপাদম্ (পাঁচ চৰণ-বিশিষ্ট) পিতৰম্ (জগতৰ পিতা) দ্বাদশাকৃতিম্ (বাৰ আকৃতি বিশিষ্ট) পুৰীষিণম্ (জলবৰ্ষী) দিবঃ পৰে অৰ্ধে (স্বৰ্গলোকৰ উপৰি স্থানত থকা) আহুঃ (কয়)। অথ (আকৌ) ইমে অন্যে উ (এই অন্য কিছু মানে) ষড়ৰে (ছয় ঋতুৰূপ দাণ্ডা যুক্ত) পৰে (বিশুদ্ধ) সপ্তচক্রে [সাত ৰঙৰূপ সাত চকৰিৰ ৰথত] অৰ্পিতম্ (উপৱিষ্ট) বিচক্ষণম ইতি আহুঃ (নিপুন সৰ্বদ্ৰষ্টা বুলি কয়)॥ ১১

কোনো কোনো তত্ত্বদর্শী লোকে পৰমেশ্বৰৰ প্ৰত্যক্ষ প্ৰতীক এই সূৰ্যক পাঁচচৰণ যুক্ত বুলি কয় (অৰ্থাৎ ছটা ঋতুৰ ভিতৰত হেমন্ত আৰু শীত এই দুই ঋতুক এক গণ্য কৰি পাঁচ ঋতুক সূৰ্যৰ পাঁচ ভৰি বোলে); বাৰটা মাহত এওঁৰ বাৰটা আকৃতি বা শৰীৰ। এওঁৰ স্থান স্বৰ্গাদি লোকৰো উপৰত। কিয়নো স্বৰ্গ প্ৰভৃতিও এই সূৰ্যৰ আলোকতে প্ৰকাশিত হয়। সৰ্বোপৰি অৱস্থিত এওঁৰ পৰাই বৰষুণ হয় *। এই বৰষুণৰ পানীৰদ্বাৰা সমস্তৰে

* অগ্নৌ প্ৰাস্তাহুতিঃ সম্যগাদিত্যমুপতিষ্ঠতে।
আদিত্যাজ্জায়তে বৃষ্টিৰ্বৃষ্টেৰন্নং ততঃ প্ৰজাঃ ॥ মনু

যজ্ঞ আদিত অগ্নিত যি আহুতি দিয়া হয়, সি সূৰ্যলোক পায়, সূৰ্যৰপৰা বৃষ্টি হয়। বৃষ্টি হ'লে ধান আদি শস্যবোৰ হয় আৰু তাৰদ্বাৰা প্ৰাণীৰ প্ৰাণ-ধাৰণ হয়। গতিকে সূৰ্যই প্ৰজোৎপত্তিৰ কাৰণ।

জীৱন দিওঁতা বাবে এই সূৰ্যই সকলোৰে পৰিপালক পিতা। আকৌ আন আন তত্ত্বজ্ঞানীসকলে বসন্ত আদি ছয় ঋতুৰূপ দাণ্ডাযুক্ত, বিশুদ্ধ সাতটা ঘোঁৰা, সপ্তকিৰণবিশিষ্ট ৰথত উপবিষ্ট এই সূৰ্যক এক সুনিপুণ সৰ্বদ্ৰষ্টা বুলি বখানে। [ দুডাল দাণ্ডাৰে সাত চকৰীয়া ৰথৰূপ যি সূৰ্যমণ্ডল, তাৰ অভ্যন্তৰৱৰ্তী সৰ্বাত্মা সৰ্বনিয়ন্তা সৰ্বদ্ৰষ্টা পৰমপুৰুষেই উপাস্য। আমি স্থূল-চকুৰে দেখিবলৈ পোৱা সূৰ্যমণ্ডল তেওঁৰ শৰীৰ। শৰীৰী আৰু শৰীৰ অভিন্ন কাৰণে তেওঁৰ মহিমাই সূৰ্যৰ মহিমা ] ॥ ১১ ॥

মাসো বৈ প্ৰজাপতিস্তস্য কৃষ্ণপক্ষ এব ৰয়িঃ শুক্লঃ প্ৰাণস্তস্মাদেত ঋষয় শুক্ল ইষ্টং কুৰ্বন্তীতৰ ইতৰস্মিন্ ॥১২॥

মাসঃ বৈ (মাহেই) প্ৰজাপতিঃ (মিথুনৰূপ প্ৰজাপতি) তস্য (তাৰ) কৃষ্ণপক্ষঃ এৱ ৰয়িঃ (কৃষ্ণপক্ষই ৰয়ি), শুক্লঃ প্ৰাণঃ (শুক্লপক্ষ প্ৰাণ ; তস্মাৎ (সেই কাৰণে) এতে ঋষয়ঃ (এই প্ৰাণ-দৰ্শী ঋষিসকলে) শুক্লে (শুক্লপক্ষত) ইষ্টম্ (যজ্ঞাদি কৰ্তব্য কৰ্ম) কুৰ্বন্তি (কৰে)। ইতৰে (আন ভোগাসক্তসকলে) ইতৰস্মিন্ কৃষ্ণপক্ষত সকামভাৱত যজ্ঞাদি শুভকৰ্মৰ অনুষ্ঠান কৰে)। ১২ ॥

পূৰ্বোক্ত সম্বৎসৰ ৰূপ প্ৰজাপতি পৰমেশ্বৰেই মাহৰ ৰূপত বিবৰ্তিত হয় ; গতিকে মাহো প্ৰজাপতি। প্ৰতি

চান্দ্রমাহত দুটা পক্ষ। তাৰে কৃষ্ণপক্ষৰ পোন্ধৰ দিন সেই পৰমাত্মা প্ৰজাপতিৰ দক্ষিণ অঙ্গস্বৰূপ ৰয়ি—স্থূল ভূতসমূহৰ কাৰণৰূপে কামনাকুল ভোগময়ৰূপ। আৰু শুক্লপক্ষৰ পোন্ধৰ দিন উত্তৰ অঙ্গস্বৰূপ প্ৰাণ অৰ্থাৎ জীৱৰ জীৱন-ৰূপী পৰমাত্মাৰ সৰ্বান্তৰ্যামী ৰূপ। সেইকাৰণে আত্মদৰ্শী লোকে ৰয়িস্থানীয় ভোগ্যবিষয়ত বিৰক্ত হৈ প্ৰাণস্থানীয় সৰ্বাত্মা পৰমেশ্বৰৰ প্ৰীতিৰ নিমিত্তে শাস্ত্ৰ বিহিত কৰ্মবিলাক শুক্ল-পক্ষত আচৰণ কৰে অৰ্থাৎ শুক্লপক্ষৰূপী প্ৰাণাধাৰ পৰমে-শ্বৰতেই সৰ্বকৰ্ম সমৰ্পণ কৰে তাত নিজাকৈ কোনো ফল কামনা নাথাকে। অন্য ভোগ সক্তসকলে কিন্তু কৃষ্ণ-পক্ষত অৰ্থাৎ কৃষ্ণপক্ষৰূপী ভোগ্যবিষয় প্ৰাপ্তিৰ কামনাৰে সে সকলো ধৰ্ম-কৰ্ম কৰে। [ভাব এই যে, শুক্লপক্ষৰূপী প্ৰাণক যি সৰ্বাত্মস্বৰূপে জানে, তেওঁৰ সেই জ্ঞানৰ আৱ-ৰক কৃষ্ণপক্ষৰ অস্তিত্বই নাই; গতিকে লৌকিক যি পক্ষতে তেওঁ যজ্ঞাদি বিহিত কৰ্ম কৰে, সেইবোৰ কৰ্ম তেওঁৰ শুক্লপক্ষতে প্ৰাণৰূপ পৰমেশ্বৰৰ জ্ঞানতে কৰা হয়। আনসকলৰ সেই জ্ঞান নথকাৰ কাৰণে অনুষ্ঠেয় কৰ্মবোৰ কৃষ্ণপক্ষত অবিদ্যা বা অজ্ঞানতাতে কৰা হয়।] ॥১২॥

অহোৰাত্ৰো বৈ প্ৰজাপতিস্তস্যাহৰেৱ প্ৰাণো

ৰাত্ৰিৰেৱ ৰয়ি প্ৰাণং ৱা এতে প্ৰস্কন্দন্তি য়ে দিৱা ৰত্যা সংয়ুজ্যন্তে ব্ৰহ্মচৰ্য্যমেৱ তদ্ য়দ্ৰাত্ৰৌ ৰত্যা সংয়ুজ্যন্তে ॥১৩॥

অহোৰাত্ৰ: বৈ ( দিন আৰু ৰাতিৰূপে এটা দিনেই ) প্ৰজাপতি: ( মিথুন অ্বক প্ৰজাপতি )। তস্য ( তাৰ ) অহ: এৱ প্ৰাণ: (দিনেই প্ৰাণৰূপ আত্মা ), ৰাত্ৰি: এৱ ৰয়িঃ ( ৰাতিয়েই ভোগ্যৰূপ ৰায় )। য়ে ( যি সকলে ) দিৱা ( দিনত ) ৰত্যা স যুজ্যন্তে ( ৰতিৰ কাৰণৰূপা স্ত্ৰীৰ সৈতে সংযুক্ত হয় )। এতে বৈ এওঁলোকে নিশ্চয় ) প্ৰাণম ( আত্ম স্বৰূপ প্ৰাণক,) প্ৰস্কন্দন্তি ( ক্ষীণ কৰে )। ৰাত্ৰৌ ( ৰাতিত ) য়ৎ ( যি ) ৰত্যা সংযুজন্তে ( ৰতিৰ কাৰণৰূপা স্ত্ৰীৰ সৈতে সহবাস কৰে ) তৎ (ব্ৰহ্মচৰ্য্যম্ এৱ) ( সি ব্ৰহ্মচৰ্য সদৃশেই হয় )। ১৩ ॥

পূৰ্বোক্ত মাহ স্বৰূপ প্ৰজাপতিয়েই দিন আৰু ৰাতি ৰূপে জোৰপতা এটা সম্পূৰ্ণ দিন প্ৰজাপতি পৰমেশ্বৰৰ প্ৰতীক। তাৰ দিন ভাগ জগৎজীৱন প্ৰাণৰূপ পৰমাত্মা আৰু ৰাতি ভাগ ভোগ স্বৰূপ ৰয়ি। এই কাৰণে যি লোক দিনত স্ত্ৰীৰ সৈতে সংযুক্ত হয়- অৰ্থাৎ পৰমেশ্বৰ-তত্ত্ব উপলব্ধিৰ অভিলাষী হৈ প্ৰকাশময় জ্ঞান পথেদি অগ্ৰসৰ হবলৈ আৰম্ভ কৰিও ৰতি-ক্ৰিয়া আদি বিলাস-বাসনত আসক্ত হয় তেওঁ নিজৰ জীৱনক ক্ষয় কৰে, অৰ্থাৎ পৰমলক্ষ্যলৈ আগুৱান হবলৈ শক্তিহীন হয়। আনহাতে যি সকলে শাস্ত্ৰীয় নিয়মৰ অনুকূলে ৰাতিকালত ঋতুমতী

ভাৰ্যাৰে সৈতে সংযুক্ত হয়, সেয়া ব্ৰহ্মচৰ্য পালনৰ নিচিনাই হয়। [এই মন্ত্ৰদ্বাৰা গৃহস্থীলোকৰ পক্ষে দিনৰ ভাগত স্ত্ৰীসম্ভোগ নিষেধ কৰি ৰাতিত কেৱল সন্তান কামনা কৰি শাস্ত্ৰনিয়মিতভাৱে স্ত্ৰীসহবাসৰ উপদেশ দিয়া হৈছে।] * ॥১৩॥

অন্নং বৈ প্ৰজাপতিস্ততো হ বৈ তদ্ৰেতস্তস্মাদিমাঃ প্ৰজাঃ প্ৰজায়ন্ত ইতি ॥১৪॥

অন্নম্ বৈ (অন্নই) প্ৰজাপতিঃ (প্ৰজা সৃষ্টিকাৰী), হ ততঃ বৈ (কিযনো তাৰপৰাই) তৎ ৰেতঃ (সেই প্ৰসিদ্ধ বীৰ্য উৎপন্ন হয়), তস্মাৎ (সেই বীৰ্যৰপৰা) ইমাঃ প্ৰজাঃ (এই মনুষ্য আদি জীৱবোৰ) প্ৰজায়ন্তে ইতি (জন্ম হয়) ।১৪।

---

* স্ত্ৰীলোকৰ ৰজস্বলা হোৱা দিনৰপৰা ষোল দিনলৈ স্বাভাৱিক ঋতুকাল। তাৰ ভিতৰত প্ৰথম চাৰি ৰাতি আৰু এঘাৰ আৰু তেৰ ৰাতিত স্ত্ৰী সহবাস অতি গৰ্হিত। তাৰ বাহিৰে বাকী ছয় ৰাতিত পৰ্বদিন বাদ দি সন্তান কামনাৰে কামনাৰ্থী ভাৰ্যাৰ সৈতে সহবাস বিহিত। তাতো আকৌ মাহেকত কেৱল দুটা ৰাতিত সেই সেই বিহিত দিনত যি ভাৰ্যা সহবাস কৰে; তেওঁ গৃহস্থাশ্ৰমত থাকিলেও ব্ৰহ্মচাৰীৰূপে গণ্য হয় (দ্ৰষ্টব্য মনু ৩।৪৫ ৪৭ ৫০)।

অন্ন অৰ্থাৎ প্ৰাণীৰ খাদ্য—আহাৰেই প্ৰজাপতি কিয়নো প্ৰাণ আৰু ৰয়ি সংবৎসৰাদি ক্ৰমে পৰিণত হৈ ধান—যৱ প্ৰভৃতি অন্নৰূপত থাকে। খেৱা আহাৰৰপৰাই প্ৰসিদ্ধ বীৰ্য উৎপন্ন হয় আৰু বীৰ্যৰপৰা সমস্ত মনুষ্য আদি জীৱবোৰে জন্ম পায়। এই কাৰণে পৰম্পৰা কাৰণৰূপে অন্নকো প্ৰজাপতি মনা হয়।

"তুমি কাল-কাৰণ সব চৰাচৰ।
স্মৰণ তু গুণে যেন নাহিকে অন্তৰ" ॥ কীৰ্তন ।১৪॥

তদ্ যে হ বৈ তৎ প্ৰজাপতিব্ৰতং চৰন্তি তে মিথুনমুৎপাদয়ন্তে। তেষামেবৈষ ব্ৰহ্মলোকো যেষাং তপো ব্ৰহ্মচৰ্যং যেষু সত্যং প্ৰতিষ্ঠিতম্ ॥১৫॥

তৎ (গতিকে) যে হ বৈ (যি সকলেই) তৎ প্ৰজাপতিব্ৰতম (উক্ত প্ৰজাসৃষ্টিৰ নিয়ম বিধি) চৰন্তি (অনুষ্ঠান কৰে), (তেওঁলোকে) মিথুনম (পুত্ৰ কন্যাৰূপ সন্তান) উৎপাদয়ন্তে (জন্মায়)। (সেই সকলৰ ভিতৰতে) যেষাম তপঃ (যিবিলাকৰ তপস্যা) ব্ৰহ্মচৰ্য্যম্ আৰু ব্ৰহ্মচৰ্য আছে) যেষু সত্যম্ প্ৰতিষ্ঠিতম (যি সকলত সত্যই প্ৰতিষ্ঠা লাভ কৰিছে), তেষাম এৱ (তেওঁলোকৰেই) এষঃ ব্ৰহ্মলোকঃ (এই ব্ৰহ্মলোক লাভ হয়) ॥১৫।

পূৰ্বোক্ত প্ৰকাৰে যি সকলে স্থিৰবুদ্ধিৰে প্ৰজাপতি

ব্ৰত অৰ্থাৎ পৰমেশ্বৰৰ বিধি-বিধান মানি সেইমতে আচৰণ কৰে, তেওঁলোকে পুত্ৰ-কন্যাৰূপ সন্তান জন্মাই প্ৰজাসৃষ্টি কৰে। সেই সকলৰে ভিতৰত যি সকলৰ ইন্দ্ৰিয় সংযম আদি তপ আৰু ব্ৰহ্মচৰ্য আছে, যি সকলৰ জীৱন সত্যত প্ৰতিষ্ঠিত হৈছে—সত্যস্বৰূপ শ্ৰীভগবানক নিজ হৃদয়ত উপলব্ধি কৰি তেওঁৰ আজ্ঞাবহ ভৃত্যৰূপে নিজ নিজ বৰ্ণাশ্ৰমোচিত কৰ্তব্য বিলাক তেওঁৰ আদেশ পালন বুদ্ধিৰে কৰি জীৱন যাপন কৰিছে, সেইসকলৰ ব্ৰহ্মলোক—ব্ৰহ্মপ্ৰাপ্তিৰূপ পৰম গতি লাভ হয় ॥ ৫॥

তেষামসৌ বিৰজো ব্ৰহ্মলোকো ন যেষু জিহ্মমনৃতং ন মায়া চেতি ॥১৬॥

যেষু (যি সকলত) জিহ্মম (কুটিলতা) অনৃতম্ ন (আৰু অসত্য নাই) চ মায়া ন (আৰু কপটাচাৰ-ছলনা নাই) তেষাম (তেওঁলোকৰ পক্ষে) অসৌ (সেই) বিৰজঃ (বিকাৰহীন—বিশুদ্ধ) ব্ৰহ্মলোকঃ (ব্ৰহ্মলোক মিলে)। ইতি (তোমাৰ প্ৰশ্নৰ এয়ে উত্তৰ) ॥ ১৬ ॥

যি কেইজন লোকত লেশমানো কুটিলতা নাই, সৰল অন্তঃকৰণেৰে যেওঁ কপটতা আচৰণেৰে জীৱন-নিৰ্বাহ কৰে, মিছা কথা আৰু মিছা আচৰণৰ পৰা সৰ্বতি-কাল আঁতৰত থাকে, যং ৰাগ আদিয়ে যাৰ প্ৰকৃতিৰ বিকৃতি ঘটাব নোৱাৰে,

আর ছল কপট যার সর্বপ্রকারে নাই, সেই সকল লোকেরেই সর্ববিকারবর্জ্জিত সুবিশুদ্ধ ব্রহ্মলোক প্রাপ্তি হয়। কাত্যায়ন! এই হ'ল তোমার প্রশ্নের উত্তর ॥১৬॥

॥ প্রথম প্রশ্ন সমাপ্ত ॥

---

# দ্বিতীয় প্রশ্ন

অথ হৈনং ভার্গবো বৈদর্ভিঃ পপ্রচ্ছ। ভগবন্ কত্যেব দেবাঃ প্রজাং বিধারয়ন্তে কতর এতৎ প্রকাশয়ন্তে কঃ পুনরেষাং বরিষ্ঠ ইতি ॥১॥

অথ হ এনম্ (ইহার পাছত সেই প্রসিদ্ধ পিপ্পলাদক) বৈদর্ভিঃ ভার্গবঃ (বিদর্ভদেশীয় ভার্গবে) পপ্রচ্ছ (সুধিলে) ভগবন্ (হে ভগবান!) কতি এব দেবাঃ (কিমান দেৱতাই নো) প্রজাং বিধারয়ন্তে (জীব শৰীৰক বিশেষকৈ ধাৰণ কৰে)? কতরে (সেই বিলাকৰ ভিতৰত কোন্‌বিলাকে) এতৎ প্রকাশয়ন্তে (ইয়াক প্রকাশিত কৰে)? এষাম্ (এই সকলৰ ভিতৰত) কঃ পুনঃ (কোন নো) বরিষ্ঠঃ (সর্বশ্রেষ্ঠ)? ইতি (এই মোৰ প্রশ্ন) ॥১॥

[ প্ৰথম প্ৰশ্নৰ উত্তৰত নিৰ্ধাৰিত হ'ল যে, অচিন্ত্য-অনন্ত-শক্তি-সম্পন্ন পৰমাত্মা পুৰুষোত্তমৰ সৃষ্টিৰ ইচ্ছা ৰূপ সংকল্পৰপৰা 'ৰয়ি' আৰু প্ৰাণ'ৰ অৰ্থাৎ প্ৰকৃতি আৰু পুৰুষৰ উৎপত্তি হ'ল আৰু সেই দুয়োৰে সংযোগত যাৱতীয় চৰাচৰ জীৱ-জগতৰ সৃষ্টি হ'ল; আকৌ প্ৰাণ-শক্তি অৰ্থাৎ চেতনাত্মা পুৰুষৰ আৰু ৰয়িশক্তি অৰ্থাৎ পাঞ্চভৌতিক দেহাদিৰ সম্বন্ধত পৰমপুৰুষৰ উপাসনাৰ প্ৰকাৰ আৰু তাৰ ফলো বৰ্ণোৱা হ'ল। এই উত্তৰ শুনি ] - এইবাৰ বিদৰ্ভদেশবাসী ভাৰ্গৱঋষিয়ে মহৰ্ষি পিপ্পলাদক প্ৰশ্ন কৰিলে – হে ভগৱান্! প্ৰাণী-সমূহৰ শৰীৰ ধাৰণ কৰোঁতা কিমান ( ইন্দ্ৰিয়াভিমানী ) দেৱতা আছে? সেইবিলাকৰ ভিতৰত কোনসকলে নো তাক বিশেষকৈ প্ৰকাশিত কৰে? সেই- সকলোৰে ভিতৰত আকৌ সৰ্বশ্ৰেষ্ঠ নো কোন? ॥১॥

তস্মৈ স হোৱাচাকাশো হ ৱা এষ দেৱো ৱায়ুৰগ্নিৰাপঃ পৃথিৱী ৱাঙ্মনশ্চক্ষুঃ শ্ৰোত্ৰং চ। তে প্ৰকাশ্যাভিৱদন্তি ৱয়মেতদ্বাণমৱষ্টভ্য বিধাৰয়ামঃ ॥২॥

তস্মৈ ( সেই ভাৰ্গৱক ) সঃ হ উৱাচ ( মহৰ্ষি পিপ্পলাদে কলে—) আকাশঃ হ বৈ ( আকাশেই নিশ্চয় ) এষঃ দেৱঃ ( এই দেৱতা )

চ ( আৰু ) বায়ুঃ অগ্নিঃ আপঃ পৃথিবী ( বায়ু, জুই, পানী, মাটি ) বাক্ ( বাক্য আদি কৰ্মেন্দ্ৰিয় চক্ষুঃ শ্ৰোত্ৰম ( চকু-কাণ আদি জ্ঞানেন্দ্ৰিয় ) মনঃ ( আৰু অন্তঃকৰণ মন ) ( এই সকলোবেই দেৱতা )। তে ( তেওঁলোকে ) প্ৰকাশ্য ( নিজ নিজ শক্তি প্ৰকটিত কৰি) অভিবদন্তি ( স্পৰ্ধাৰে কলে— ) বয়ম্ ( আমি ) এতৎ বাণম্ ( এই শৰীৰক ) অৱষ্টভ্য ( দৃঢ়তাৰে সৈতে ) বিধাৰয়ামঃ ( বিশেষভাৱে ধাৰণ কৰি ৰাখিছো ) ।২।

প্ৰশ্নকাৰী ভাৰ্গৱক মহৰ্ষি পিপ্পলাদে কলে— আকাশেই এই দেৱতা ; আৰু তাৰপৰা ক্ৰমোৎপত্তি হোৱা বায়ু, অগ্নি, পানী আৰু মাটি এই চাৰি মহাভূতেও শৰীৰ ধাৰণ কৰে। আকাশৰ সৈতে এই পাঁচ মহাভূতেই স্থূল শৰীৰ নিৰ্মাণ কৰে কাৰণে এই পাঁচ মহাভূত ধাৰক দেৱতা। বাক্য আদি পাঁচ কৰ্মেন্দ্ৰিয়, চকু, কাণ আদি পাঁচ জ্ঞানেন্দ্ৰিয় আৰু মন আদি চাৰি অন্তকৰণ এই চৌধ দেৱতা শৰীৰৰ প্ৰকাশক। এই সকল দেৱতাই শৰীৰ ধাৰণ কৰে আৰু প্ৰকাশ কৰে বাবে অভিমানী হৈ পৰস্পৰে নিজৰ শক্তিৰ কথা কৈ গৰ্ব কৰে যে, এই ভূতেন্দ্ৰিয় সমষ্টিৰূপ এই দেহ আমি সুদৃঢ় কৰি বিশেষ ভাৱে ৰক্ষা কৰোঁ ॥ ২॥

তান্ বরিষ্ঠঃ প্রাণ উবাচ। মা মোহমাপদ্যথা-হমেবৈতৎ পঞ্চধাত্মানং প্রবিভজ্যৈতদ্ বাণমবষ্টভ্য বিধাবয়ামীতি তেঽশ্রদ্দধানা বভূবুঃ।৩॥

তান্ (সেই অভিমানী দেৱবৃন্দক) বরিষ্ঠ: প্রাণঃ (সৰ্বাশ্ৰয় প্ৰাণে) উবাচ (কলে)। মোহম মা আপদ্যথ (তোমালোক অজ্ঞান নহবা), অহম এব (মযেই) আত্মানম (নিজক) এতৎ (এই প্ৰকাৰে) পঞ্চধা প্ৰবিভজ্য (পাঁচ প্ৰকাৰে ভাগ কৰি) এতৎ বাণম্ অবষ্টভ্য (এই দেহটো সুদৃঢ় কৰি, বিধাৰয়ামি (ভালদৰে ৰক্ষা কৰোঁ)। ইতি (এইদৰে শুনিও) তে (সেই দেৱতাসকল) অশ্ৰদ্দধানা: বভূবু: (অবিশ্বাসীয়েই থাকিল)।৩॥

এইদৰে পঞ্চভূত, দশ ইন্দ্ৰিয়, চাৰি অন্তঃকৰণ-ৰূপ দেৱতাবোৰে পৰস্পৰ বিবাদত লাগি গ'ল; তেতিয়া শৰীৰৰক্ষা বিষয়ত সৰ্বপ্ৰধান প্ৰাণে তেওঁলোকক কলে — তোমালোকৰ একো কাণ্ডজ্ঞান নাই, শৰীৰ ধাৰণ কৰিবলৈ বা ৰক্ষা কৰিবলৈ তোমালোকৰ শক্তি নাই; এই লৈ তোমালোকৰ কাজিয়া নিৰৰ্থক। মই হে নিজক পাঁচ ভাগত অৰ্থাৎ প্ৰাণ, অপান, সমান, ব্যান আৰু উদান ৰূপে বিভক্ত কৰি এই শৰীৰ সুদৃঢ়ৰূপে ধাৰণ কৰোঁ। আৰু মোৰদ্বাৰাহে সি সুৰক্ষিত হৈ থাকে'। তেওঁলোকে কিন্তু

প্ৰাণৰ কথা বিশ্বাস নকৰিলে বৰঞ্চ অৱজ্ঞাৰ ভাব হে দেখুৱালে ॥ ৩।

সোঽভিমানাদূৰ্ধ্বমুৎক্ৰমত ইৱ তস্মিন্নুৎক্ৰামত্যথেতৰে সৰ্ব এৱোৎক্ৰামন্তে তস্মিংশ্চ প্ৰতিষ্ঠমানে সৰ্ব এৱ প্ৰাতিষ্ঠন্তে। তদ্যথা মক্ষিকা মধুকৰৰাজানমুৎক্ৰামন্তং সৰ্বা এৱোৎক্ৰামন্তে তস্মিংশ্চ প্ৰতিষ্ঠমানে সৰ্বা এৱ প্ৰাতিষ্ঠন্ত এৱং বাঙ্‌মনশ্চক্ষুঃশ্ৰোত্ৰং চ তে প্ৰীতাঃ প্ৰাণং স্তুন্বন্তি ॥৪॥

সঃ (সেই প্ৰাণে তেতিয়া) অভিমানাৎ (অভিমান হেতুকে) উৰ্ধ্বম্ উৎক্ৰমতেইৱ (শৰীৰৰপৰা বাহিৰ হবলৈ— যেন ওপৰলৈ উৎক্ৰমণ কৰিবলৈ উদ্যত হ'ল (। তস্মিন উৎক্ৰামতি (তেওঁ উৎক্ৰমণ কৰিব খোজাত) অথ (তেওঁৰ পাছতে) ইতৰে সৰ্বে এৱ (আন সকলোৱেই) উৎক্ৰামন্তে (শৰীৰৰপৰা বাহিৰ হব খুজিলে) চ (আৰু) তস্মিন্ প্ৰতিষ্ঠমানে (তেওঁ স্থিৰ থাকিলে) সৰ্বে এৱ প্ৰাতিষ্ঠন্তে (সেই সকলো সুস্থিৰ হয়) । তৎ যথা (তেনেহলে যেনেকৈ) মধুকৰৰাজানম্ (মৌ-মাখিবোৰৰ ৰাণী মৌজনী (উৎক্ৰামন্তম্ (ওপৰলৈ উৰিলে) সৰ্বাঃ এৱ মক্ষিকাঃ (সকলো বোৰ মৌ মাখিয়েই) উৎক্ৰামন্তে (উৰিবলৈ ধৰে) । চ (আৰু) তস্মিন্ প্ৰতিষ্ঠমানে (তেওঁ সুস্থিৰ থাকিলে) সৰ্বাঃ এৱ প্ৰাতিষ্ঠন্তে (সকলোৱেই থিৰেৰে থাকে) এৱম (এনে দশাই

সেই সকলৰ হ'ল ) চ ( তেতিয়া ) ৱাক মনঃ চক্ষুঃ শ্ৰোত্ৰম্ (বাক্য, মন, চকু, কাণ আদি ) তে ( সেই সকলোৱেই ) প্ৰীতাঃ ( (প্ৰাণৰ মহিমা বুজিব পাৰি প্ৰসন্ন হৈ ) প্ৰাণম্ স্তুন্বন্তু ( প্ৰাণক স্তুতি কৰিবলৈ লাগিল ) ॥ ৪ ॥

তেতিয়া প্ৰাণে অভিমানবশতঃ সেই দেৱতাসৱক নিজৰ প্ৰভাব দেখুৱাবলৈ শৰীৰৰপৰা যেন বাহিৰ ওলাব-এনে ভাৱত ওপৰৰ ফালে উঠিবলৈ লাগিল । তেওঁ উঠাৰ লগে লগেই সকলোবোৰ দেৱতা বিৱশ হৈ বাহিৰ ওলাই গ'ল, কোনোৱেই স্থিৰে থাকিব নোৱাৰিলে । আকৌ তেওঁ যেতিয়া যথাস্থানত স্থিত হ'ল, তেতিয়া আন সকলো সুস্থিৰ হ'ল । যেনেকৈ 'মৌ-চাক'ৰ 'ৰাণী-মৌ'জন থকা ঠাইৰপৰা ওপৰলৈ উৰিলে আন সকলোবোৰ মৌ-মাখি উৰিবলৈ ধৰে আৰু তাই নিজ ঠাইত থিৰে থাকিলে আনবোৰো থিৰেৰে থাকে, এনেকুৱা দশাই সেই অভিমানী দেৱতাসৱৰ হ'ল । তেতিয়া ৱাক্য, মন, চকু, কাণ আদি সমস্ত ইন্দ্ৰিয়াধিষ্ঠিত দেৱতাবৰ্গৰ বিশ্বাস হৈ গ'ল যে, আমাৰ সকলোতকৈ প্ৰাণ শ্ৰেষ্ঠ . তেওঁলোকে প্ৰাণৰ মহিমা প্ৰত্যক্ষ কৰি প্ৰসন্ন হৈ তেওঁক স্তুতি কৰিবলৈ ধৰিলে — ॥ ৪ ॥

এষোঽগ্নিস্তপত্যেষ সূৰ্য এষ পৰ্জন্যো মঘৱানেষ ৱায়ুঃ ।
এষ পৃথিৱী ৰয়িৰ্দেৱঃ সদসচ্চামৃতং চ যৎ ॥ ৫ ॥

এষঃ ( এই প্ৰাণে ) অগ্নিঃ তপতি ( অগ্নি হৈ তাপ দিয়ে ), এষঃ সূর্যঃ ( এয়েঁই সূর্য ), এসঃ পৰ্জন্যঃ, ( এঁয়েই মেঘ ), এষঃ মঘবান্ ( এঁয়েই ইন্দ্রঃ ), বায়ুঃ ( এঁয়েই বায়ু )। এষঃ দেৱঃ ( এই প্ৰাণৰূপ দেৱেই ) পৃথিৱী ( ধাৰণকাৰী ), ৰয়িঃ ( পোষণ কাৰী ), সৎ চ অসৎ ( সৎ আৰু অসৎ ) য়ৎ চ অমৃতম্ ( আৰু যি অমৃত ) [ এই সমস্তই এই প্ৰাণ ]। ৫ ॥

[ প্ৰাণক পৰমেশ্বৰস্বৰূপ মানি উপাসনা কৰিবলৈ তেওঁৰ সৰ্বাত্মক মহিমা বৰ্ণনা কৰে — ] এই প্ৰাণে অগ্নিৰূপে তাপ দিয়ে, সূৰ্যৰূপে সকলোকে প্ৰকাশ কৰে, মেঘ হৈ বৰষণ দিয়ে, ইন্দ্ৰৰূপে শিষ্টক পালন আৰু দুষ্টক দমন কৰে, আৰু বায়ুৰূপে সমুদায় লোক বহন কৰে। এই প্ৰাণৰূপ দেৱেই পৃথিবীৰূপে সকলোকে ধাৰণ কৰে, ৰয়ি ( চন্দ্ৰমা ) ৰূপে পৰিপুষ্ট কৰে। যি কোনো সৎ আৰু অসৎ পদাৰ্থ, তদুপৰি যি অমৃতময় পৰমাত্মা সিয়ো এই প্ৰাণেই ॥ ৫ ॥

অৰা ইব ৰথনাভৌ প্ৰাণে সৰ্বং প্ৰতিষ্ঠিতম্।
ঋচো য়জূঁষি সামানি য়জ্ঞঃ ক্ষত্ৰং ব্ৰহ্ম চ ॥ ৬ ॥

ৰথনাভৌ ( ৰথৰ চকাৰ মাদলিত সংযুক্ত থকা ) অৰাঃ ইব ( শলখা বা দাণ্ডাবোৰৰ দৰে ) ঋচঃ য়জূংষি সামানি ( ঋক্, যজুঃ আৰু সামবেদৰ মন্ত্ৰ-সমূহ ) য়জ্ঞঃ ( মন্ত্ৰসাধ্য যাগ-যজ্ঞ ) চ ( আৰু ) ব্ৰহ্ম ক্ষত্ৰম্ ( ব্ৰাহ্মণ ক্ষত্ৰিয় আদি অধিকাৰীবৰ্গ ) সৰ্বম্ ( এই সকলো ) প্ৰাণে প্ৰতিষ্ঠিতম্ ( প্ৰাণতে প্ৰতিষ্ঠিত থাকে ) ॥ ৬ ॥

ৰথৰ চকাটোৰ শলখা বা দাণ্ডাবোৰৰ মধ্যৱৰ্তী মাদলিটোৱেই যেনেকৈ আধাৰ আৰু আশ্ৰয়, সেইদৰে ঋকবেদ, যজুৰ্বেদ আৰু সামবেদৰ মন্ত্ৰ সমূহ, তাৰদ্বাৰা অনুষ্ঠেয় যাগ যজ্ঞাদি কৰ্ম আৰু সেইবোৰৰ আচৰণকাৰী ব্ৰাহ্মণ, ক্ষত্ৰিয় আদি অধিকাৰীলোক—এই সকলোবোৰেই প্ৰাণক আধাৰ ৰূপে লৈ বৰ্তি আছে; প্ৰাণেই হে সেই সকলোৰে আশ্ৰয় ॥ ৬ ॥

প্ৰজাপতিশ্চৰসি গৰ্ভে ত্বমেৱ প্ৰতিজায়সে। তুভ্যং প্ৰাণ প্ৰজাস্ত্বিমা বলিং হৰন্তি য়ঃ প্ৰাণৈঃ প্ৰতিতিষ্ঠসি ॥ ৭ ॥

প্ৰাণ (হে প্ৰাণ!) ত্বম এৱ (তুমিয়েই) প্ৰজাপতিঃ (প্ৰজাৰ স্বামী), গৰ্ভে চৰসি (তুমিয়েই গৰ্ভত বিচৰণ কৰা), প্ৰতিজায়সে (আৰু পিতৃমাতৃৰ প্ৰতিৰূপ হৈ তুমিয়েই জন্মা)। য়ঃ (যি তুমি) প্ৰাণৈঃ (অপানাদি আন প্ৰাণবে সৈতে) প্ৰতিতিষ্ঠসি (প্ৰতি শৰীৰত অৱস্থান কৰা), তুভ্যম্ তু (নিশ্চয় সেই তোমাৰ নিমিত্তে) ইমাঃ প্ৰজাঃ (এই তোমাৰ প্ৰজাৰূপ ইন্দ্ৰিয়বৰ্গই) বলিম্ (ভোগ্য উপহাৰ) হৰন্তি (আহৰণ কৰে) ॥ ৭ ॥

হে প্ৰাণ! তুমিয়েই প্ৰজাপতি—প্ৰাণীজগতৰ ঈশ্বৰ। তুমিয়েই পিতৃগৰ্ভত শুক্ৰৰূপে আৰু মাতৃগৰ্ভত আৰ্তৱৰূপে বিচৰণ কৰা আৰু তুমিয়েই পিতৃমাতৃৰ প্ৰতিৰূপ হৈ সন্তান

ৰূপে জন্ম লোৱা। যি তুমি অপান আদি আন আন প্ৰাণৰে সৈতে প্ৰতি জীৱদেহত বাসকৰ, সেই তোমাৰ অৰ্থাৎ সপাৰিষদ ৰজাৰ সন্তুষ্টি আৰু পৰিপুষ্টিৰ নিমিত্তেই তোমাৰ প্ৰজাস্বৰূপ এই ইন্দ্ৰিয়বৰ্গই বিবিধ ভোগ্য আহৰণ কৰি তোমাত শোধায় ॥৭॥

দেৱানামসি ৱহ্নিতমঃ পিতৃণাং প্ৰথমা স্বধা।
ঋষাণাং চৰিতং সত্যমথৰ্ৱাঙ্গিৰসামসি ॥৮॥

( হে প্ৰাণ! ) দেৱানাম্ ( দেৱতাসকলৰ ) ৱহ্নিতমঃ অসি ( তুমি যজ্ঞীয় হবিৰ শ্ৰেষ্ঠ বাহক অগ্নি ), পিতৃনাম্ ( পিতৃসকলৰ ) প্ৰথমা স্বধা ( প্ৰথমেই অৰ্পিত শ্ৰাদ্ধীয় দ্ৰব্যৰ প্ৰাপক স্বধ ), অৰ্থৰ্বাঙ্গিৰসাম্ ( অৰ্থৰ্বাঙ্গিৰস আদি ) ঋষীণাম্ ( ঋষিসকলৰদ্বাৰা ) চৰিতম্ ( অনুভূত হোৱা ) সত্যম্ অসি ( সত্যও তুমি ) ।৮।

হে প্ৰাণ! দেৱতাসকলৰ উদ্দেশ্যে সমৰ্পিত যজ্ঞীয় হবিৰ শ্ৰেষ্ঠ বাহক তুমি অগ্নি। যজ্ঞাদিৰ প্ৰথমতে কৰ্তব্য নান্দী মুখশ্ৰাদ্ধত পিতৃসকলৰ উদ্দেশ্যে সমৰ্পিত শ্ৰাদ্ধীয় দ্ৰব্যৰ প্ৰাপকো তুমি *। অৰ্থৰ্বাঙ্গিৰস আদি ঋষিসকলৰ অনুভৱ সিদ্ধ সত্যও তুমিয়েই ॥৮॥

* অগ্নিত দিয়া আহুতি দেৱতাৰ ওচৰলৈ লৈ যায় যাৰে অগ্নি-বহ্নি অৰ্থাৎ বাহক। আকো 'স্বান্ পিতৃন্ হবিৰ্দানায় ধাৱতীতি স্বধা' অৰ্থাৎ যজমানৰ পিতৃসকলৰ তৃপ্তিৰ উদ্দেশ্যে দিয়া শ্ৰাদ্ধীয় দ্ৰব্য পিতৃলৈ যি লৈ যায়, সেয়ে স্বধা।

ইন্দ্ৰস্ত্বং প্ৰাণ তেজসা ৰুদ্ৰোঽসি পৰিৰক্ষিতা।
ত্বমন্তৰিক্ষে চৰসি সূৰ্য্যস্ত্বং জ্যোতিষাং পতিঃ ॥৯॥

প্ৰাণ (হে প্ৰাণ!) ত্বম্ (তুমি) তেজসা ইন্দ্ৰঃ (সৰ্বপ্ৰভাৱ সম্পন্ন পৰমেশ্বৰ), ৰুদ্ৰঃ অসি (তুমি সৰ্বসংহাৰক), পৰিৰক্ষিতা (আৰু সকলোৰে পালকো তুমি) ত্বম্ অন্তৰিক্ষে চৰসি (তুমি অন্তৰিক্ষত বিচৰণ কৰা), জ্যোতিষাম্ পতিঃ (জ্যোতিষ্কমণ্ডলীৰ প্ৰভু) ত্বম সূৰ্য্যঃ (সূৰ্যও তুমি) ॥ ৯ ॥

হে প্ৰাণ! নিজ প্ৰভাৱেৰে প্ৰভাৱিত তুমি সৰ্বৈশ্বৰ্য সম্পন্ন পৰমেশ্বৰ; তুমি সৰ্বসংহাৰক ৰুদ্ৰ আৰু সবপালকো তুমি। তুমি অন্তৰিক্ষত বিচৰণ কৰি ফুৰা আৰু সমগ্ৰ নক্ষত্ৰাদি জ্যোতিষ্কমণ্ডলীৰ স্বামী সূৰ্য্যও তুমি ॥৯॥

য়দা ত্বমভিৱৰ্ষস্যথেমাঃ প্ৰাণ তে প্ৰজাঃ।
আনন্দৰূপাস্তিষ্ঠন্তি কামায়ান্নং ভৱিষ্যতীতি ॥১০॥

প্ৰাণ! (হে প্ৰাণ!) যদা ত্বম্ (যেতিয়া তুমি) অভিৱৰ্ষসি (খুব বৰষুণ দিয়া), অথ (তেতিয়া) তে (তোমাৰ) ইমাঃ প্ৰজাঃ (এই সন্তান সকলে) কামায় (যথেষ্ট) অন্নম্ ভৱিষ্যতি (খাদ্য শস্য উৎপন্ন হব) ইতি (এনে অনুমান কৰি) আনন্দৰূপাঃ তিষ্ঠন্তি (অতিশয় আনন্দিত হৈ থাকে) ॥ ১০ ॥

হে প্ৰাণ! যে তয়া তুমি মেঘৰূপে এই পৃথিবীত খুব বৰষুণ দিয়া, তেতিয়া তোমাৰ সন্তান এই প্ৰজাবোৰে 'এইবাৰ যথেষ্ট খাদ্য শস্য উৎপন্ন হব' এনে অনুমান কৰি খুব আনন্দিত হৈ থাকে ॥১০॥

ব্ৰাত্যস্ত্বং প্ৰাণৈকৰ্ষিৰত্তা বিশ্বস্য সৎপতিঃ।
বয়মাদ্যস্য দাতাৰঃ পিতা ত্বং মাতৰিশ্ব নঃ ॥ ১১ ॥

প্ৰাণ (হে প্ৰাণ!) ত্বম্ ব্ৰাত্যঃ (সংস্কাৰ ৰহিত), [তথাপি] এক-ঋষিঃ (একমাত্ৰ ঋষি — সৰ্বদ্ৰষ্টা), বিশ্বস্য (সমগ্ৰ জগতৰ) সৎপতিঃ (বিদ্যমান বস্তুমাত্ৰৰে স্বামী তুমি), বয়ম্ (আমি) আদ্যস্য (তোমাৰ ভোজ্য হবিৰ) দাতাৰঃ (দিওঁতা) [আৰু তুমি] অত্তা (খাওঁতা) মাতৰিশ্ব (হে অন্তৰিক্ষচাৰী প্ৰাণ!) ত্বম নঃ পিতা (তুমি আমাৰ পিতা) ॥ ১১ ॥

হে প্ৰাণ! তুমি প্ৰথমজ বাবে তোমাৰ সংস্কাৰক কোনো নাই, সেই বাবে তুমি সংস্কাৰ ৰহিত ব্ৰাত্য *; তথাপি তুমি একমাত্ৰ সৰ্বদ্ৰষ্টা ঋষি, অৰ্থাৎ সংস্কাৰৰ-দ্বাৰা শুদ্ধিৰ প্ৰয়োজন নোহোৱা তুমি স্বভাৱতে শুদ্ধ আৰু সকলোকে পবিত্ৰকৰোঁতা সৰ্বজ্ঞানশালী ঋষি। জগতত

* যথাবিহিত কালত দ্বিজাতিৰ (ব্ৰাহ্মণ ক্ষত্ৰিয় আৰু বৈশ্যৰ) উপনয়ন সংস্কাৰ নহলে ব্ৰাত্য বোলা হয়। ব্ৰাত্য হলে সৰ্ব ধৰ্মবৰ্জিত পাতকী হয়। ব্ৰাত্যস্তোম যাগদ্বাৰা (অথবা তদনুকল্প প্ৰায়শ্চিত্তদ্বাৰা) তেনে লোকৰ নিষ্কৃতিলাভ হয়।

থকা বস্তুমাত্ৰৰে তুমিয়েই গৰাকী, তথাপি আমি (ইন্দ্ৰিয় সমূহ আৰু মন আদি) তোমাৰ ভোজ্য-বস্তুৰ যোগান ধৰোঁ আৰু তুমি ভোজন কৰি তৃপ্তি পোৱা। হে আকাশচাৰী প্ৰাণ! তুমি আমাৰ পিতা— তোমাৰ দ্বাৰাই আমি প্ৰতিপালিত হৈছোঁ ॥ ১১ ॥

যা তে তনূৰ্বাচি প্ৰতিষ্ঠিতা যা চ চক্ষুষি।
যা চ মনসি সন্ততা শিৱাং তাং কুৰু মোৎক্ৰমীঃ ॥ ১২ ॥

[হে প্ৰাণ!] তে (তোমাৰ) যা তনুঃ (যি স্বৰূপ) বাচি (বাগিন্দ্ৰিয়ত) প্ৰতিষ্ঠিতা (অৱস্থিত), যা শ্ৰোত্ৰে (যি কৰ্ণেন্দ্ৰিয়ত) চ যা চক্ষুষি (যি চক্ষুৰিন্দ্ৰিয়ত) চ (আৰু) যা মনসি (যি মনত) সন্ততা (ব্যাপ্ত হৈ আছে) তাম্ শিৱাম্ কুৰু (তাক প্ৰশান্ত কৰা); মা উৎক্ৰমীঃ (উৎক্ৰমণ নকৰা যেন)। ১২।

হে প্ৰাণ! তোমাৰ যি স্বৰূপ বাক্, কাণ, চকু আদি সকলো ইন্দ্ৰিয়ত আৰু মন আদি অন্তঃকৰণ-বৃত্তিত পৰিব্যাপ্ত হৈ আছে, তাক তুমি উপশান্ত কৰা— কল্যাণময় বৃত্তিত নিয়োগ কৰা আৰু শৰীৰৰপৰা বাহিৰ হৈ নোযোৱা যেন। ১২ ॥

প্ৰাণস্যেদং বশে সৰ্বং ত্ৰিদিৱে যৎ প্ৰতিষ্ঠিতম্। মাতেৱ পুত্ৰান্ ৰক্ষস্ব শ্ৰীশ্চ প্ৰজ্ঞাং চ বিধেহি ন ইতি ॥১৩॥

ইদম্ ( এই প্ৰত্যক্ষদৃষ্ট জগৎ ) যৎ ত্ৰিদিৱে ( যি কোনো স্বৰ্গলোকত ) প্ৰতিষ্ঠিতম্ ( বিদ্যমান আছে ) সৰ্বম্ ( সেই সকলো বোৰ ) প্ৰাণস্য বশে ( প্ৰাণৰ অধীনত ), মাতা পুত্ৰান ইৱ ( মাকে পুত্ৰবোৰক যেনেকৈ ৰক্ষা কৰে, সেইদৰে ) ৰক্ষস্ব ( আমাক ৰক্ষা কৰা । নঃ ( আমাৰ ) শ্ৰীঃ চ প্ৰজ্ঞাম্ চ ( কান্তি আৰু জ্ঞান ) বিধেহি ( বিধান কৰা ) ইতি ( এই আমাৰ প্ৰাৰ্থনা ) ॥ ১৩ ॥

এই প্ৰত্যক্ষ দৃষ্ট জগতত যিমান বস্তু আছে আৰু যি কোনো কিছু স্বৰ্গলোকত আছে, সেই সকলোবে এই প্ৰাণৰ অধীন। এইদৰে বিচাৰ কৰি সেই ইন্দ্ৰিয়াধিষ্ঠিত দেৱতা-সকলে প্ৰাণৰ সৰ্বাত্মকতা স্বীকাৰ কৰি প্ৰাৰ্থনা জনাইছে—'হে প্ৰাণ! যেনেকৈ মাকে নিজৰ পুতেৰহঁতক ৰক্ষা কৰে, সেইদৰে তুমি যেন আমাক ৰক্ষা কৰা। তদুপৰি তুমি আমাক শ্ৰী—কান্তি অৰ্থাৎ বাহ্যত কমনীয়তা আৰু প্ৰকৃষ্ট জ্ঞান যেন প্ৰদান কৰা—এয়ে আমাৰ প্ৰাৰ্থনা।'

[ এই প্ৰকৰণত ভাৰ্গৱঋষিৰ তিনিটা প্ৰশ্নৰ উত্তৰ দিওঁতে ব্ৰহ্মবাদী মহাত্মা পিপ্পলাদে বুজালে যে, আকাশ-তত্ত্বাত্মক দেৱতাই সমস্ত প্ৰাণীমণ্ডলীৰ দেহবোৰ বাহিৰে-ভিতৰে ধাৰণ কৰে। তাৰ সহযোগী বায়ু, অগ্নি, জল আৰু পৃথিবী। এই 'পঞ্চভূত' বুলি কথিত পঞ্চদেৱতাৰ-দ্বাৰা প্ৰাণীৰ দেহ ধাৰণ হয়; অৰ্থাৎ এওঁলোকেই প্ৰাণী-

দেহ নির্মাণকৰোঁতা। পাঁচ কৰ্মেন্দ্ৰিয়, পাঁচ জ্ঞানেন্দ্ৰিয় আৰু চাৰি অন্তঃকৰণ এই চৌধ্ব তত্ত্বাধিষ্ঠিত দেৱতাই দেহবোৰৰ কৰ্মক্ষমতা প্ৰকাশ কৰে। এই সকলোবোৰত কৈ শ্ৰেষ্ঠ প্ৰাণ। কাৰণ প্ৰাণৰ অবিহনে শৰীৰক ধাৰণ কৰাৰ শক্তি আন কাৰো নাই। ইন্দ্ৰিয় আদিৰ যি শক্তি সামৰ্থ্য, সেইবোৰ প্ৰাণৰ অনুগামী। প্ৰাণৰ শক্তি পাই হে সেই সকল শৰীৰৰ ধাৰক আৰু প্ৰকাশক হয়। এই প্ৰাণেই পৰমেশ্বৰ। এই প্ৰকাৰে প্ৰাণৰ সৰ্বশ্ৰেষ্ঠত্বৰ বৰ্ণনা ছান্দোগ্য ( ৫ম অধ্যায় ) আৰু বৃহদাৰণ্যক ( ৬ষ্ঠ অধ্যায় ) উপনিষদতো আছে। ] ॥ ১৩ ॥

॥ দ্বিতীয় প্ৰশ্ন সমাপ্ত ॥

# তৃতীয় প্রশ্ন

অথ হৈনং কৌসল্যশ্চাশ্বলায়নঃ পপ্রচ্ছ ভগবন্, কুত এষ প্ৰাণো জায়তে কথমায়াত্যস্মিঞ্ছরীর আত্মানং বা প্রবিভজ্য কথং প্রাতিষ্ঠতে কেনোৎক্রমতে কথং বাহ্যমভিধত্তে কথমধ্যাত্মমিতি ॥ ১ ।

অথ (ইয়াৰ পাছত) কৌসল্যঃ আশ্বলায়নঃ (কোশল-দেশীয় আশ্বলায়নে) হ এনম্ (প্ৰসিদ্ধ পিপ্পলাদক) পপ্ৰচ্ছ চ (সুধিলে) —ভগবন্ (হে ভগবান্!) এষঃ প্ৰাণঃ (এই প্ৰাণ) কুতঃ জায়তে (কাৰপৰা উৎপন্ন হ'ল), অস্মিন্ শৰীৰে (এই শৰীৰলৈ) কথম্ আযাতি (কেনেকৈ আহিল), আত্মানম্ প্ৰবিভজ্য (নিজক ভাগ ভাগ কৰি) কথম্ বা প্ৰাতিষ্ঠতে (কেনেকৈনো শৰীৰত অৱস্থান কৰে), কেন উৎক্ৰমতে (কি ছল কৰি শৰীৰৰপৰা বাহিৰ হৈ যায়), কথম্ (কেনেকৈ) বাহ্যম্ (বাহ্য জগতক) অভিধত্তে (ধাৰণ কৰে), কথম্ অধ্যাত্মম্ (কেনেকৈ ইন্দ্ৰিয় মন প্ৰভৃতি অভ্যন্তৰ জগতক ধাৰণ কৰে) ইতি (এই মোৰ প্ৰশ্ন)। ১॥

ইয়াৰ পাছত কোসলদেশবাসী আশ্বলায়নে মহৰ্ষি পিপ্পলাদক এই কেইটা প্ৰশ্ন সুধিলে—হে ভগৱান্! পূৰ্ব প্ৰশ্নৰ উত্তৰত আপুনি যি প্ৰাণৰ মহিমা বখানিলে, (১) সেই প্ৰাণৰ নো ক'ৰপৰা জন্ম হ'ল? (২) এই প্ৰাণ শৰীৰলৈ নো কিয় আহিল? (৩) নিজক ভাগ ভাগ

কৰি কেনেকৈ শৰীৰত থাকে ? (৪) কি ছলত শৰীৰৰপৰা বাহিৰ হৈ যায় ? (৫) বাহ্য জগতক অৰ্থাৎ পাঞ্চভৌতিক দেহক কেনেকৈ ধাৰণ কৰে ? আৰু (৬) মন আৰু ইন্দ্ৰিয় আদি অন্তৰ্জগৎখনক নো কি প্ৰকাৰে ধৰি ৰাখে ?

[ প্ৰথম প্ৰশ্নৰ উত্তৰত প্ৰকাশ হোৱা প্ৰাণৰ জগৎ কাৰণতা শুনাৰ পাছত, দ্বিতীয় প্ৰশ্নৰ উত্তৰ দিওঁতেও যি বিলাক কথা প্ৰকাশ নহল, অথচ উত্তৰ শুনি যিবিলাক প্ৰশ্ন মনলৈ আহে, প্ৰাণৰ বিষয়ে সেইবোৰ প্ৰশ্নকে ইয়াত সোধা হৈছে। ইয়াৰপৰা এই কথা স্পষ্ট হৈ পৰে যে, প্ৰশ্নোত্তৰৰ সময়ত প্ৰশ্নবোৰ পাইগুটীয়া হলেও ছয়োজন ঋষিয়ে একেলগে বহি মহৰ্ষিৰ কথা শুনি আছিল। ]

**তস্মৈ স হোৱাচাতিপ্ৰশ্নান্ পৃচ্ছসি ব্ৰহ্মিষ্ঠোঽসীতি তস্মাত্তেঽহং ব্ৰবীমি ॥২॥**

তস্মৈ ( তেওঁক ) সঃ হ ( সেই প্ৰসিদ্ধ মহৰ্ষিয়ে ) উৱাচ ( কলে), ব্ৰহ্মিষ্ঠঃ অসি' ( তুমি অতিশয় বেদজ্ঞ ) ইতি ( এই কাৰণেই অতি প্ৰশ্নান্ ( খুব কঠিন প্ৰশ্নবোৰ ) পৃচ্ছসি ( সুধিছা ), তস্মাৎ ( সেই হেতুকে ) তে ( তোমাক ) অহম্ ব্ৰবীমি ( মই কৈছোঁ ) ॥২॥

ঋষি আশ্বলায়নৰ প্ৰশ্ন শুনি আচাৰ্য পিপ্পলাদে তেওঁৰ বুদ্ধিমত্তাক প্ৰশংসা কৰি কলে—তুমি যিবোৰ অতিপ্ৰশ্ন অৰ্থাৎ

প্ৰাণেই তুমি জ্ঞেয়, তাৰো অৰ্থাৎ জন্ম আদি সম্বন্ধে জানিবলৈ আগ্ৰহ কৰিছা, সেইবাবে মই বুজিছোঁ, তুমি বেদৰ তত্ত্বানুসন্ধানত অতি শ্ৰদ্ধাশীল। গতিকে তোমাক মই কৈছোঁ শুনা— ॥২॥

আত্মন এষ প্ৰাণো জায়তে যথৈষা পুৰুষে ছায়ৈতস্মিন্নেতদাততং মনোকৃতেনায়াত্যস্মিঞ্ছৰীৰে ॥৩।

এষ: প্ৰাণঃ ( এই প্ৰাণ ) আত্মনঃ ( পৰমাত্মাৰপৰা ) জায়তে ( জন্ম হয় ), যথা ( যেনেকৈ ) এষা ছায়া ( এই ছাঁ ) পুৰুষে ( পুৰুষত আশ্ৰিত ) [ তেনেকৈ ] এতৎ ( এই প্ৰাণ ) এতস্মিন্ ( পৰমাত্মাত আততম্ ( আশ্ৰিত থাকে ) ; মনোকৃতেন ( মনেৰে কৰা সংকল্পৰ দ্বাৰা ) অস্মিন্ শৰীৰে ( এই শৰীৰলৈ ) আয়াতি ( আহে ) ॥৩॥

পৰমাত্মা পুৰুষোত্তমৰপৰা এই প্ৰাণে জন্ম পায় ( মুণ্ডক ২।১।৩ )। সেই পৰমপুৰুষেই প্ৰাণৰ উপাদান আৰু নিমিত্ত কাৰণৰূপে নিৰ্মাতা। যেনেকৈ কোনো এজন মানুহৰ ছাঁ তেওঁৰ আশ্ৰিত—তেওঁৰ অধীন, সেইদৰে এই প্ৰাণো পৰমাত্মাৰ আশ্ৰিত—তেওঁৰ অধীন। এয়ে তোমাৰ প্ৰথম প্ৰশ্নৰ উত্তৰ। দ্বিতীয়টো প্ৰশ্নৰ উত্তৰ এয়ে যে, যেনেকৈ ছাঁই মানুহজনক অনুসৰণ কৰে সেইদৰে পূৰ্বজীৱনৰ কৃতকৰ্মানুসৰণত মনত উদয় হোৱা সংকল্প অনুসাৰে প্ৰাণ এই শৰীৰলৈ আহে ; অৰ্থাৎ মনত যাৰ যেনেকুৱা

সংকল্প হয়, তাৰ তেনেকুৱা শৰীৰ প্ৰাপ্ত হয়—মনৰ সংকল্প মতেই প্ৰাণ প্ৰাণীশৰীৰত প্ৰৱিষ্ট হয়। এই কাৰণেই এই প্ৰবচনটি আছে — "মন এৱ মনুষ্যাণাং কাৰণং বন্ধমোক্ষযোঃ" ॥৩॥

যথা সম্ৰাডেৱাধিকৃতান্ বিনিয়ুঙ্‌ক্তে এতান্ গ্ৰামানেতান্ গ্ৰামানধিতিষ্ঠস্বেত্যেৱমেৱৈষ প্ৰাণ ইতৰান্ প্ৰাণান্ পৃথক্ পৃথগেৱ সংনিধত্তে ॥ ৪ ॥

যথা ( যেনেকৈ ) সম্ৰাট এৱ ( চক্ৰৱৰ্তী ৰজাই বা ৰাষ্ট্ৰপতিয়ে স্বয়ং ) এতান্ গ্ৰামান এতান্ গ্ৰামান্ অধিতিষ্ঠস্ব ( এইবিলাক গাঁওত তুমি, এইবিলাক গাঁওত তুমি শাসক হোৱা ), ইতি ( এৱম্ প্ৰকাৰে ) অধিকৃতান্ ( অধিকাৰপ্ৰাপ্ত শাসক সকলক ) বিনিয়ুঙ্‌ক্তে (বেলেগে বেলেগে নিযুক্ত কৰে) এৱম্ এৱ (ঠিক এনে দৰেই) এষ: প্ৰাণ: ( এই মুখ্য প্ৰাণে ) ইতৰান প্ৰাণান্ ( অন্য প্ৰাণবোৰক ) পৃথক পৃথক এৱ ( বেলেগে বেলেগে যথোচিতভাৱে ) সংনিধত্তে ( সংস্থাপিত কৰে ) ॥ ৪ ॥

তৃতীয় প্ৰশ্নৰ উত্তৰত মহৰ্ষিয়ে উদাহৰণ দি বুজাইছে— যেনেকৈ সম্ৰাটে বা ৰাষ্ট্ৰপতিয়ে নিজে কিছুমান গাঁওৰ সমষ্টিৰূপ একো-একোখন বেলেগ-বেলেগ ৰাজ্যত তেওঁৰ প্ৰতিনিধি স্বৰূপে বেলেগ-বেলেগ ৰাজ্যপাল নিযুক্ত কৰে, ঠিক সেই দৰেই এই সৰ্বপ্ৰধান প্ৰাণে নিজৰ অঙ্গস্বৰূপ অপৰাপৰ প্ৰাণবোৰক শৰীৰৰ বেলেগ-বেলেগ ঠাইত

যথোচিতভাৱে বেলেগ-বেলেগ কামৰ কাৰণে নিযুক্ত কৰে ॥৪॥

পায়ূপস্থেঽপানং চক্ষুঃশ্ৰোত্ৰে মুখনাসিকাভ্যাং প্ৰাণঃ স্বয়ং প্ৰাতিষ্ঠতে মধ্যে তু সমানঃ। এষ হ্যেতদ্ধুতমন্নং সমং নয়তি তস্মাদেতাঃ সপ্তাৰ্চিষো ভৱন্তি ॥৫॥

প্ৰাণঃ (সেই মুখ্য প্ৰাণে) পায়ূপস্থে (গুহ্য আৰু জননেন্দ্ৰিয়ত) অপানম্ (অপানক নিযুক্ত কৰিলে); স্বয়ম্ (নিজে) মুখনাসিকাভ্যাম্ (মুখ আৰু নাঁকেদি বিচৰণ কৰি) চক্ষুঃশ্ৰোত্ৰে (চকু আৰু কাণত) প্ৰাতিষ্ঠতে (প্ৰতিষ্ঠিত থাকে), তু মধ্যে (আৰু মধ্যভাগত—নাভিত) সমানঃ (সমান বায়ুক ৰাখিলে)। এষঃ হি (এই সমানেই) 'এতৎ হুতম্ অন্নম্ (এই জঠৰাগ্নিত অৰ্পিত অন্ন [পৰিপাক কৰি] সমম্ নয়তি (সমান ভাৱে সমস্ত শৰীৰলৈ লৈ যায়), তস্মাৎ (তাৰপৰা) এতাঃ সপ্ত-অৰ্চিষঃ (এই অগ্নি-শিখাৰ দৰে বিষয়ক প্ৰকাশ কৰা সাতটা দুৱাৰ) ভৱন্তি ([কাৰ্য ক্ষম] হয়) ॥ ৫ ॥

প্ৰাণে স্বয়ং মুখ আৰু নাঁকেদি যাতায়াত কৰি চকু আৰু কাণত থাকে। গুহ্যদ্বাৰ আৰু জননেন্দ্ৰিয়ত 'অপানক' ৰাখিছে; শৰীৰৰপৰা মল-মূত্ৰ বাহিৰ কৰা আৰু সময়মতে ৰজঃ, শুক্ৰ আৰু গৰ্ভ বাহিৰ কৰাও এই অপান বায়ুৰ কাম। শৰীৰৰ মধ্যভাগ—নাভিত 'সমান'ক ৰাখিছে। সমানবায়ুৰ কাম হ'ল জঠৰাগ্নিত হৱন কৰা অৰ্থাৎ পেটলৈ

পেলোৱা খাদ্য-পাণীয় আদি সমস্তৰে সাৰাংশ গোটেই শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গলৈ যথাযোগ্য সমানভাবে কঢ়িয়াই নিয়া। সেই খাদ্য-সাৰ ৰসত পৰিপুষ্ট হৈ শৰীৰৰ উৰ্দ্ধাংশত থকা জুই-শিখাৰ নিচিনা দুই চকু, দুই কাণ, দুই নাক আৰু এক মুখ এই সাতখন দুৱাৰ খোল খায়— সিহঁতে বিষয়লৈ পোহৰ পেলায়। অৰ্থাৎ সমান বায়ুৱে যোগোৱা খাদ্যৰসৰ পৰাই সিহঁতৰ কৰ্মক্ষমতা বাঢ়ে— নিজৰ নিজৰ বিষয়-ব্যাপাৰত ব্যাপৃত হোৱাৰ শক্তি পায় ॥ ৫ ॥

**হৃদি হ্যেষ আত্মা অত্ৰৈতদেকশতং নাড়ীনাং তাসাং শতং শতমেকৈকস্যাং দ্বাসপ্ততিৰ্দ্বাসপ্ততিঃ প্ৰতিশাখা-নাড়ীসহস্ৰাণি ভৱন্ত্যাসু ব্যানশ্চৰতি ॥৬॥**

এষঃ আত্মা (এই জীৱাত্মাই) হৃদি হি হৃদয়াকাশতে বাস কৰে)। অত্ৰ (এই হৃদয়ত) এতৎ (এই যে) নাড়ীনাম্ একশতম্ (মূল নাড়ী হিচাবে এশ এক নাড়ী আছে), তাসাম্ (সেইবিলাকৰ) এক-একস্যাং এক এক নাড়ীৰ প্ৰত্যেকৰে) শতম্ শতম্ (এশ-এশকৈ শাখা নাড়ী আছে); প্ৰতিশাখানাড়ীসহস্ৰাণি দ্বাসপ্ততিঃ দ্বাসপ্ততিঃ (প্ৰত্যেক শাখা নাড়ীত বাসত্তৰহাজাৰ-বাসত্তৰহাজাৰকৈ প্ৰশাখা নাড়ী) ভৱন্তি (থাকে)। আসু (এই নাড়ীসমূহত) ব্যানঃ চৰতি (ব্যান বায়ু বিচৰণ কৰে) ॥৬॥

**শৰীৰৰ যি হৃদয়াকাশত জীৱাত্মাৰ নিৱাস স্থান, সেই হৃদয়তে একশ এক মূল নাড়ী (শিৰা) আছে ;**

সেইবিলাকৰ প্ৰত্যেক নাড়ীৰে এশ-এশ বা শাখা নাড়ী আছে, সেই শাখানাড়ীবোৰৰ আকৌ প্ৰত্যেকৰে বাসত্তৰহাজাৰকৈ প্ৰশাখা নাড়ী আছে। এই প্ৰকাৰে এই শৰীৰত মুঠ নাড়ী বাসত্তৰকোটিৰো অধিক— (মূলনাড়ী ১০১; শাখানাড়ী ১০১ × ১০০ = ১০১০০; প্ৰশাখা নাড়ী ১০১০০ × ৭২০০০ = ৭২৭২০০০০০০; অতএব মুঠ নাড়ী ৭২৭২১০২০১)। এই সকলো নাড়ীতে ব্যানবায়ু বিচৰণ কৰে। এই নাড়ীসমূহ সৰশৰীৰ ব্যাপি থকাকাৰণে ব্যানো সৰ্বদেহত পৰিব্যাপ্ত হৈ থাকে। বিশেষকৈ সন্ধিস্থল, কান্ধ আৰু মৰ্মস্থানবোৰত ব্যানৰ প্ৰকাশ অধিক ॥ ৬ ॥

অথৈকয়োধ্বৰ্ উদানঃ পুণ্যেন পুণ্যং লোকং নয়তি পাপেন পাপমুভাভ্যামেৱ মনুষ্যলোকম্ ॥৭॥

অথ (আৰু) একয়া (মূল নাড়ী এশৰ অতিৰিক্ত সুষুম্না নামে যি এক নাড়ী, তাৰে) উদানঃ ঊৰ্ধ্বঃ (উদানবায়ু ওপৰৰফালে বিচৰণ কৰে)। পুণ্যেন পুণ্যম্ লোকম্ [এই উদানবায়ুৰে] (পুণ্যকৰ্মৰ ফলত পুণ্যলোকলৈ) নয়তি (লৈ যায়), পাপেন পাপম্ (পাপকৰ্মৰ ফলস্বৰূপে পাপযোনিলৈ নিয়ে), উভাভ্যাম এৱ (পাপ পুণ্য দুয়ো প্ৰকাৰ মিশ্ৰিত কৰ্মৰ ফলত) মনুষ্যলোকম্ (মনুষ্যশৰীৰলৈ লৈ যায়) ॥৭॥

পূৰ্বোক্ত এশৰ অতিৰিক্ত সুষুম্না নামে এক নাড়ী হৃদয়ৰপৰা ঊৰ্ধ্বমুখী হৈ মূৰলৈ গৈছে। সেই নাড়ীয়েদি

উদানবায়ু শৰীৰত ওপৰফালে বিচৰণ কৰে। (এই পৰ্যন্ত আশ্বলায়নৰ তৃতীয় প্ৰশ্নৰ উত্তৰ হ'ল; এতিয়া চতুৰ্থ প্ৰশ্নৰ উত্তৰত সংক্ষেপে কয—) এই উদানবায়ুৱে পুণ্য-কাম কৰা লোকক পুণ্যলোকলৈ--স্বৰ্গাদি উচ্চলোকলৈ লৈ যায়। পাপকামকৰা লোকক নৰকাদি পাপলোকলৈ আৰু হীনযোনি'ল লৈ যায়। যাৰ পাপ-পুণ্য দুয়ো সমান, তেনে মিশ্ৰিতফল ভোগৰ কাৰণে সেই লোকক মনুষ্য-যোনি গ্ৰহণ কৰায়।

[জীৱৰ প্ৰাণেই মুখ্য অৱলম্বন। জীৱই যেতিয়া এক দেহ এৰি যায়, তেতিয়া উদানবায়ুৰ দ্বাৰা উৎক্ৰান্ত হৈ প্ৰাণ সমষ্টিকে আৰু লগতে অপানাদি অন্য প্ৰাণ, দশ-ইন্দ্ৰিয় আৰু মন আদি অন্তঃকৰণকো একলগেই লৈ যায় (গীতা ১৫।৮)। এই সমষ্টিৰূপ সূক্ষ্মদেহ লৈযেই পুণ্যপাপ কৰ্ম অনুসাৰে বিভিন্ন লোকত জীৱই বিভিন্ন শৰীৰযুক্ত হৈ সেই সেই কৰ্মফল ভোগ কৰে। এই ভাৱকে এই মন্ত্ৰত প্ৰকাশ পাইছে। ইয়াৰ স্পষ্টীকৰণ দশম মন্ত্ৰত পোৱা হব।] ॥ ৭ ॥

আদিত্যো হ বৈ বাহ্যঃ প্ৰাণ উদয়ত্যেষ হ্যেনং চাক্ষুষং প্ৰাণমনুগৃহ্লানঃ। পৃথিব্যাং যা দেৱতা সৈষা পুৰুষস্যাপানমৱষ্টভ্যান্তৰা যদাকাশঃ স সমানো বায়ুৰ্ব্যানঃ ॥৮॥

আদিত্যঃ হ বৈ (নিশ্চয় প্ৰসিদ্ধ সূৰ্য্যই) বাহ্যঃ প্ৰাণঃ (প্ৰাণৰ দেৱস্বৰূপ) এষঃ হি ( এই সূৰ্যই) এনম্ চাক্ষুষম্ প্ৰাণম্ (এই চকুত অধিষ্ঠান কৰা প্ৰাণক) অনুগৃহ্লানঃ (অনুগৃহীত কৰি) উদয়তি (উদিত হয়)। পৃথিব্যাম্ যা দেৱতা (পৃথিৱীৰূপা যি দেৱতা), সা এষা (সেই এই দেৱতাই) পুৰুষস্য (মানুহৰ) অপানম্ (অপানবায়ুক) অৱষ্টভ্য (স্থিৰ'ৰ ৰাখি) [ অনুগ্ৰহ কৰি থাকে ]। অন্তৰা (দ্যুলোক আৰু ভূলোকৰ মাজত) যৎ আকাশঃ (যি আকাশ—অন্তৰিক্ষলোক) সঃ সমানঃ (সিয়ে সমানবায়ুক অনুগৃহীত কৰি বৰ্তমান) বায়ুঃ ব্যানঃ (বাহ্য যি বায়ু সিয়েই ব্যানবায়ুক অনুগৃহীত কৰি থাকে ॥৮।

[পিছিয়া এই আঠ আৰু ন এই দুই মন্ত্ৰত আশ্বলায়নৰ পঞ্চম আৰু ষষ্ঠ প্ৰশ্নৰ উত্তৰস্বৰূপে মহৰ্ষিয়ে কলে— সুপ্ৰসিদ্ধ সূৰ্যই বাহ্য প্ৰাণ নিশ্চয়। অৰ্থাৎ প্ৰাণ দেৱতা ৰূপে সূৰ্য; সূৰ্যই প্ৰাণক অনুগৃহীত কৰি আধ্যাত্মিক চক্ষুৰিন্দ্ৰিয়ত উদয় হৈ চকুক দৃষ্টিৰ শক্তি দিয়ে। পৃথিবীৰূপিনী যি দেৱতা, তেওঁ অপানক অনুগৃহীত কৰি আধ্যাত্মিক গুহ্য আৰু লিঙ্গত অধিষ্ঠিত হৈ শৰীৰৰ মল-নিষ্কাসন কৰে। পৃথিবী আৰু স্বৰ্গৰ মাজত যি আকাশ, সি সমানবায়ুৰ বাহ্যৰূপ। সি বাহিৰৰ অঙ্গ-প্ৰত্যঙ্গক অৱকাশ দিয়াৰ উপৰিও শৰীৰৰ অভ্যন্তৰত সমানবায়ুৰ চলাচলৰ অৱকাশ দিয়ে। ইয়াৰ সহায়তে আধ্যাত্মিক কৰ্ণেন্দ্ৰিয়ই

শব্দাদি শুনিব পাৰে। সৰ্বব্যাপ্ত বায়ুদেৱতা ব্যানৰ বাহ্যৰূপ. এই বায়ুৱে অভ্যন্তৰস্থ ব্যানক অনুগৃহীত কৰি নাড়ীবিলাকত সঞ্চাৰিত হয় আৰু আধ্যাত্মিক স্পৰ্শ-ইন্দ্ৰিয়ত থাকি স্পৰ্শজ্ঞান জন্মায় ॥ ৮ ॥

তেজো হ বা উদানস্তস্মাদুপশান্ততেজাঃ পুনৰ্ভৱমিন্দ্ৰিয়ৈৰ্মনসি সম্পদ্যমানৈঃ ॥৯॥

হ তেজঃ বৈ (সূৰ্য আৰু অগ্নিৰ যি বাহ্য তেজ—উষ্ণতাই) উদানঃ (উদানবায়ুক অনুগৃহীত কৰি বিদ্যমান)। তস্মাৎ (সেই কাৰণে) উপশান্ত তেজাঃ (যাৰ শৰীৰৰ তেজ শান্ত হৈ গ'ল, তেনে ব্যক্তিৰ জীৱাত্মা) মনসি সম্পদ্যমানৈঃ (মনত বিলীন হৈ যোৱা) ইন্দ্ৰিয়ৈঃ (ইন্দ্ৰিয়বোৰৰ সৈতে) পুনৰ্ভৱম্ (পুনৰ্জন্ম পায়) ।৯।।

সূৰ্য আৰু অগ্নিৰ যি সাধাৰণ তেজ অৰ্থাৎ উষ্ণতা, সেয়ে উদানৰ বাহ্যস্বৰূপ। তেজৰ উষ্ণতাই উদানক অনুগৃহীত কৰি শৰীৰৰ বাহিৰে-ভিতৰে উষ্ণতা ৰাখে। সেই হেতুকে যাৰ শৰীৰৰপৰা উষ্ণতাৰক্ষক উদান বায়ুৰ বহিৰ্গমন হয়, তেওঁৰ দেহৰ আৰু উত্তাপ নাথাকে। তেনে উত্তাপ নথকা ব্যক্তিৰ জীৱাত্মাই মনত বিলীন হৈ যোৱা ইন্দ্ৰিয়বোৰ সৈতে উদানবায়ুৰ লগে লগেই অন্য দেহলৈ গুচি যায়। বাস্তৱিকতে উদানৰ কাৰ্যৰ সামৰণিতে একোখন জীৱন নাটৰ যৱনিকা পৰি যায় [ ৯ ]

যচ্চিত্তস্তেনৈষ প্ৰাণমায়াতি প্ৰাণস্তেজসা যুক্তঃ সহাত্মনা যথাসংকল্পিতং লোকং নয়তি ॥ ১০॥

এষঃ (এই জীৱাত্মাই) যৎ চিত্তঃ (যেনে চিন্তা কৰে), তেন (সেই চিন্তা বা সংকল্পৰে সৈতে) প্ৰাণম্ আয়াতি ([মৰণ কালত] প্ৰাণত অৱস্থান কৰে)। প্ৰাণঃ মুখ্য প্ৰাণে তেজসা যুক্তঃ (উষ্ণতাৰূপশক্তিবিশিষ্ট উদানৰ সৈতে) আত্মনা সহ (মন আৰু ইন্দ্ৰিয়সমন্বিত জীৱাত্মাৰ সৈতে) যথাসংকল্পিতম্ (যেনে সংকল্প বা চিন্তা কৰিছিল) লোকম্ (তেনে লোকলৈ) নয়তি (লৈ যায়) ॥১০॥

এই জীৱই যেনে চিন্তা-ভাৱনাযুক্ত হৈ থাকে, অন্তিম কালত সেই সংকল্পযুক্ত হৈ প্ৰাণত অৱস্থান কৰে। প্ৰাণ উদানবায়ুৰ সৈতে লগ হৈ মন আৰু ইন্দ্ৰিয়সমন্বিত জীৱাত্মাক অন্তিম সময়ৰ ভাৱনা বা সংকল্পৰ অনুৰূপ বিভিন্ন লোকলৈ অথবা যোনিলৈ লৈ যায়। [যি যি ভাৱনাযুক্ত হৈ দেহত্যাগ কৰে তেওঁ সদায় আগৰেপৰা সেই ভাৱনাতে তন্ময় হৈ থাকে; সেইকাৰণে তেওঁ সেই বাসনাৰ অনুৰূপ যোনিত জন্ম পায় (গীতা ৮.৬)। এই কাৰণে মানুহৰ কৰ্তব্য হ'ল অসৎ চিন্তা-ভাৱনাৰ পৰা আঁতৰি থকা। কাৰণ মৃত্যুৰ সময়তো সেই ভাৱনা আহিব পাৰে; তাৰ ফলত সেই সেই ভাৱ অনুযায়ী জন্ম হোৱা অনিবাৰ্য হৈ পৰে। জীৱন তো অনিত্য, কেতিয়া এই শৰীৰৰ অন্ত পৰে—কোনে জানে? সেই সময়ত পৰমাৰ্থ চিন্তা ভগৱানৰ ভাৱনা

নহয় যদি জন্ম-জন্মান্তৰলৈ কতবাৰ বিভিন্ন যোনিত ঘূৰিব লাগিব, তাৰ নিৰ্ণয় কোনে কৰিব ? ] ॥ ১০ ॥

য় এৱং ৱিদ্বান্ প্ৰাণং ৱেদ ন হাস্য প্ৰজা হীয়তেঽমৃতো ভৱতি তদেষ শ্লোকঃ ॥১১॥

য়ঃ ৱিদ্বান্ (যি কোনো জ্ঞানীলোকে ) এৱম্ ( উক্ত প্ৰকাৰে) প্ৰাণম্ (প্ৰাণক) ৱেদ (জানে), অস্য ( সেই জনৰ) প্ৰজা ( সন্তানৰ পৰম্পৰা) ন হ হীয়তে (কদাপি হানি নহয়) । অমৃতঃ ভৱতি (তেওঁ অমৰ হয়) । তৎ (উক্ত বিষয়ত) এষঃ শ্লোকঃ ( এই মন্ত্র আছে) ॥১১॥

যি কোনো তত্ত্বজ্ঞানী পুৰুষে এইদৰে প্ৰাণৰ স্বৰূপ জানে, প্ৰাণৰ মহত্ত্ব বুজি তাক সৰ্বপ্ৰকাৰে সুৰক্ষিত ৰাখে আৰু আধ্যাত্মিক বিচাৰত প্ৰাণৰ সৰ্বাত্মকতা অনুভৱ কৰি প্ৰাণময় ভগৱানৰ ভাৱনা-উপসনাত আত্মনিয়োগ কৰে, তেওঁৰ সন্তানধাৰা অবিচ্ছিন্ন হৈ থাকে : পুত্ৰ-পৌত্ৰাদিক্ৰমে বংশপৰম্পৰা চলি থকা বাবে তেওঁ অমৰ হৈ যায় । তেওঁ ভগৱৎসাযুজ্য লাভ কৰি জন্ম-মৃত্যুৰূপ সংসাৰচক্ৰৰপৰা মুক্তি পায় । এই বিষয়তে নিম্নোক্ত মন্ত্র আছে ॥ ১১ ॥

উৎপত্তিমায়তিং স্থানং ৱিভুত্বং চৈৱ পঞ্চধা ।
অধ্যাত্মং চৈৱ প্ৰাণস্য ৱিজ্ঞায়ামৃতমশ্নুতে ।
ৱিজ্ঞায়ামৃতমশ্নুতে ॥১২॥

প্ৰাণস্য (প্ৰাণৰ) উৎপত্তিম্ (জন্ম) আয়তিম্ (আগমন) স্থানম্ (অৱস্থিতি) বিভুত্বম্ চ এৱ (আৰু ব্যাপকত্বও) অধ্যাত্মম্ পঞ্চধা চ এৱ (অকৌ বাহ্য আৰু আধ্যাত্মিক পাঁচ ভেদকে) বিজ্ঞায় (বিশেষকৈ জানি) অমৃতম্ অশ্নুতে (অমৃতময় পৰমপুৰুষক অনুভৱ কৰে।)
[ বিজ্ঞায় অমৃতম্ অশ্নুতে—এই দ্বিৰুক্তি প্ৰশ্নৰ সমাপ্তি সূচক] ॥১২॥

প্ৰাণৰ উৎপত্তি (পৰমাত্মাৰপৰা জন্ম), আগমন (ধৰ্ম অধৰ্ম-অনুসাৰে বিভিন্ন শৰীৰলৈ অহা), অৱস্থিতি (নিজক পাঁচ ভাগ কৰি নিজে (প্ৰাণে) চকু আৰু কাণত, অপানক গুহ্য আৰু লিঙ্গত, সমানক নাভিত, ব্যানক নাড়ীসমুদায়ত আৰু উদানক সুষুম্নানাড়ীত ৰাখি অৱস্থান), ব্যাপকত্ব (পাঁচ প্ৰকাৰ হৈ অধ্যাত্ম শৰীৰ ব্যাপি থকা), আৰু বাহ্য-অভ্যন্তৰ ভেদ (প্ৰাণ, অপান, সমান ব্যান আৰু উদানৰ বাহ্যৰূপ বা অধিদেৱতা ক্ৰমে সূৰ্য, পৃথিৱী, আকাশ, বায়ু আৰু তেজ—এই অনুগ্ৰাহক পঞ্চদেৱতাৰ বাহ্যৰূপত প্ৰাণে পঞ্চপ্ৰাণক ধাৰণ কৰে। চকুপ্ৰভৃতিও প্ৰাণাদি-অধিষ্ঠ কাৰণে সিহঁতৰদ্বাৰা গৃহীত হোৱা অধিভূত বিষয়বোৰো প্ৰাণেই ধাৰণ কৰে।) এইপ্ৰকাৰে প্ৰাণৰ ৰহস্য যি জনে জানে আৰু সেই সৰ্বৰূপ প্ৰাণময় ঈশ্বৰৰ উপাসনা কৰে অৰ্থাৎ প্ৰাণময় প্ৰাণীমাত্ৰতে ঈশ্বৰ-ভাৱনা কৰে, তেওঁ অমৃতস্বৰূপ পৰমেশ্বৰক লাভকৰে—সেই নিত্যানন্দৰ সংযোগ-সুখ নিৰন্তৰ অনুভৱ কৰে ॥ ১২ ॥

॥ তৃতীয় প্ৰশ্ন সমাপ্ত ॥

# চতুৰ্থ প্ৰশ্ন

অথ হৈনং সৌৰ্য্যায়ণী গাৰ্গ্যঃ পপ্ৰচ্ছ ভগৱন্নেতস্মিন্ পুৰুষে কানি স্বপন্তি কান্যস্মিঞ্জাগ্ৰতি কতৰ এষ দেৱঃ স্বপ্নান্ পশ্যতি কস্যৈতৎ সুখং ভৱতি কস্মিন্নু সৰ্বে সম্প্ৰতিষ্ঠিতা ভৱন্তীতি ॥১॥

অথ (ইয়াৰ পাছত) হ এনম্ (প্ৰসিদ্ধ পিপ্পলাদক) গাৰ্গ্যঃ সৌৰ্য্যায়ণী (গৰ্গগোত্ৰীয় সৌৰ্য্যায়ণীঋষিয়ে) পপ্ৰচ্ছ (সুধিলে) — ভগৱন্ (হে ভগৱান! এতস্মিন্ পুৰুষে (এই মনুষ্য শৰীৰত) কানি স্বপন্তি (কোন সকল দেৱতা শোৱে)? অস্মিন্ কানি জাগ্ৰতি (এই দেহত কোন সকল জাগি থাকে)? এষঃ কতৰঃ দেৱঃ (এই কোন দেৱতা, (যি) স্বপ্নান্ পশ্যতি স্বপ্ন দেখে) কস্য (কাৰ) এতৎ সুখম্ ভৱতি (এই নিদ্ৰাসুখ হয়) কস্মিন্ নু (কাতেই বা) সৰ্বে (সকলোবিলাক) সম্প্ৰতিষ্ঠিতাঃ ভৱন্তি (সুপ্ৰতিষ্ঠিত থাকে)? ইতি (এই মোৰ প্ৰশ্ন) ॥১॥

ইয়াৰ পাছত গৰ্গগোত্ৰোদ্ভৱ সৌৰ্য্যায়ণীঋষিয়ে প্ৰসিদ্ধ মহাত্মা পিপ্পলাদক সুধিলে—হে ভগৱান! এই মনুষ্যশৰীৰত থকা (ইন্দ্ৰিয়াধিষ্ঠিত) দেৱতাসকলৰ কোনসকল শোৱে? (২) কোনসকল জাগ থাকে? (৩) কোন দেৱতাই স্বপ্নবোৰ দেখে? (৪) টোপনিৰ সুখ কাৰ হয়? (৫) সেই সকলোবোৰ কাত প্ৰতিষ্ঠিত থাকে? [গাৰ্গ্যমুনিয়ে এইবোৰ প্ৰশ্নৰে

জীৱাত্মা আৰু পৰমাত্মাৰ পৰিপূৰ্ণ তত্ত্ব জানিব খুজিছে ৷৷ ১ ৷৷

তস্মৈ স হোৱাচ যথা গাৰ্গ্য মৰীচয়োঽৰ্কস্যাস্তং গচ্ছতঃ সৰ্বা এতস্মিংস্তেজোমণ্ডল একীভৱন্তি। তাঃ পুনঃ পুনৰুদয়তঃ প্ৰচৰন্ত্যেৱং হ বৈ তৎ সৰ্বং পৰে দেৱে মনস্যেকীভৱতি। তেন তৰ্হ্যেষ পুৰুষো ন শৃণোতি ন পশ্যতি ন জিঘ্ৰতি ন ৰসয়তে ন স্পৃশতে নাভিৱদতে নাদত্তে নানন্দয়তে ন বিসৃজতে নেয়ায়তে স্বপিতীত্যাচক্ষতে ।২।

তস্মৈ (তেওঁক) সঃ হ উৱাচ (সেই মহৰ্ষিয়ে কলে)— গাৰ্গ্য (হে গাৰ্গ্য!) যথা (যেনেকৈ) অস্তং গচ্ছতঃ অৰ্কস্য (অস্তগামী সূৰ্যৰ) সৰ্বাঃ মৰীচয়ঃ (সমূদায় ৰশ্মি) এতস্মিন্ তেজোমণ্ডলে (এই সূৰ্যৰ তেজোমণ্ডলত) একীভৱন্তি (একাকাৰ হৈ যায়), পুনঃ (আকৌ) উদয়তঃ (উদয় হলে) তাঃ (সেই ৰশ্মিসমূহ) পুনঃ প্ৰচৰন্তি (পুনৰবাৰ সকলো ফালে বিকীৰ্ণ হয়), হ এৱম্ বৈ (ঠিক এনেকৈয়ে) তৎ সৰ্বম্ (সেই সকলো ইন্দ্ৰিয়) পৰে দেৱে মনসি (ইন্দ্ৰিয়বোৰৰ ভিতৰত শ্ৰেষ্ঠদেৱতা মনত) [নিদ্ৰাকালত] একীভৱতি (একাকাৰ হৈ পৰে) ; তেন (সেই কাৰণে) তৰ্হি (তেতিয়া—টোপনিত) এষঃ পুৰুষঃ (এই জীৱাভিমানী পুৰুষে) ন শৃণোতি (নুশুনে), ন পশ্যতি (নেদেখে), ন জিঘ্ৰতি (নুশুঙে), ন ৰসয়তে (সোৱাদ নলয়), ন স্পৃশতে (নোচোৱে), ন অভিৱদতে (নকয়), ন আদত্তে (নলয়), ন আনন্দয়তে (ৰমণ নকৰে), ন বিসৃজতে (মলমূত্ৰ ত্যাগ নকৰে),

ন ইয়ায়তে (নচলে)। স্বপিতি ইতি (তেওঁ শুইছে বুলি আচক্ষতে মানুহে কয়) ॥২॥

মহৰ্ষি পিপ্পলাদে গাৰ্গ্যাৰ প্ৰথমটো প্ৰশ্নৰ উত্তৰস্বৰূপে কলে—হে গাৰ্গ্য ! যেতিয়া সূৰ্য অস্ত যায়, তেতিয়া চৌদিশে বিকীৰ্ণ হৈ থকা ৰশ্মিবোৰ যেনেকৈ সূৰ্যমণ্ডলত এক কাৰ হৈ মিলি যায়, ঠিক সেইদৰে গাঢ়নিদ্ৰাৰ সময়ত তুমি সোধা সমস্ত দেৱতা অৰ্থাৎ সকলোবোৰ ইন্দ্ৰিয় তেওঁলোকৰ পৰিচালক শ্ৰেষ্ঠদেৱতা মনৰ লগত মিলি এক হৈ যায়। এই কাৰণে পুৰুষে সেই টোপনিৰ সময়ত নুশুনে, নেদেখে, নুশুঙে, সোৱাদ নলয়, একো নোচোৱে, কথা নকয়, গ্ৰহণ নকৰে, মৈথুনৰ আনন্দ নোভোগে, মলমূত্ৰ ত্যাগ নকৰে আৰু চলা-ফুৰাও নকৰে। তেতিয়া তেওঁৰ সকলো ইন্দ্ৰিয়ৰ কাম বন্ধ হৈ যায়। মানুহে মাত্ৰ কয় 'তেওঁ শুইছে'। আকৌ সূৰ্য উদয় হলে যেনেকৈ তাৰ ৰশ্মিবোৰ সকলোফালে বিয়পি যায়, ঠিক সেইদৰেই সেই নিদ্ৰিত পুৰুষজন জাগৰিত হলে তেওঁৰ সমস্ত ইন্দ্ৰিয় মনৰপৰা পৃথক্ হৈ যায় আৰু নিজৰ নিজৰ কাম কৰিবলৈ ধৰে ॥ ২ ॥

প্ৰাণাগ্নয় এবৈতস্মিন্ পুৰে জাগ্ৰতি। গাৰ্হপত্যো হবা এষোঽপানো ব্যানোঽন্বাহাৰ্যপচনো যদ্ গাৰ্হপত্যাৎ প্ৰণীয়তে প্ৰণয়নাদাহবনীয়ঃ প্ৰাণঃ ॥৩॥

এতস্মিন্ পুৰে (এই দেহৰূপ নগৰত) প্ৰাণাগ্নয়ঃ এৱ (পাঁচ প্ৰাণৰূপ অগ্নি হে) জাগ্ৰতি (জাগি থাকে)। হ এষঃ অপানঃ বৈ (প্ৰসিদ্ধ অপানবায়ুৱেই) গাৰ্হপত্যঃ (গাৰ্হপত্য নামক অগ্নি)। ব্যানঃ (ব্যান বায়ু) অন্বাহাৰ্যপচনঃ (দক্ষিণাগ্নি); গাৰ্হপত্যাৎ যৎ প্ৰণীযতে (গাৰ্হপত্য অগ্নিৰপৰা যাক আহৰণ কৰা হয়) [সি] আহৱনীয়ঃ (আহৱনীয় অগ্নি); প্ৰণয়নাৎ প্ৰাণঃ (প্ৰণয়ন [গাৰ্হপত্যৰপৰা উঠাই অনা] কাৰণে প্ৰাণ আহৱনীয়) ।।৩।।

এই দেহপুৰত অগ্নিস্থানীয় প্ৰাণবৃত্তি সমূহেই টোপনিৰ সময়ত জাগি থাকে। এয়া সৌযায়ণীৰ দ্বিতীয় প্ৰশ্নৰ উত্তৰ। ইয়াত নিদ্ৰাক যজ্ঞৰূপে কল্পনা কৰি পঞ্চ-প্ৰাণক অগ্নিৰূপে বৰ্ণাইছে। এই যজ্ঞৰূপকত ক'ত কোন প্ৰাণবৃত্তিক কি অগ্নি-ৰূপে কল্পনা কৰিব লাগে, তাৰ স্পষ্ট নিৰ্দেশ দিছে— শৰীৰস্থ প্ৰসিদ্ধ যি অপানবায়ু, সিয়েই গাৰ্হপত্য অগ্নি আৰু ব্যানবায়ু দক্ষিণাগ্নি। গাৰ্হপত্যঅগ্নিৰপৰা প্ৰণয়ন কৰা (গ্ৰহণ কৰি অনা) অগ্নি আহৱনীয়। গাৰ্হপত্য অগ্নিৰূপ অপানৰপৰা প্ৰাণ উত্থিত হয়, সেইকাৰণে প্ৰাণেই হ'ল আহৱনীয় অগ্নি। * ॥৩॥

* গৃহস্থৰ যাৱজ্জীৱন কৰ্তব্য অগ্নিহোত্ৰ যজ্ঞত তিনিটি অগ্নিৰ প্ৰয়োজন হয়— গাৰ্হপত্য, আহৱনীয় আৰু দক্ষিণাগ্নি। গাৰ্হপত্য অগ্নি কেতিয়াও নুমাব নোৱাৰে, সদায় জ্বলি থকিব লাগিব। যজ্ঞৰ সময়ত গাৰ্হপত্যৰপৰা অগ্নি আনি আহৱনীয় অগ্নি জ্বলায় আৰু তাতে প্ৰধান প্ৰধান হোম হয়। দক্ষিণাগ্নিও গাৰ্হপত্যৰ-পৰা আনি জ্বলায়। যজ্ঞবেদীৰ পশ্চিমে গাৰ্হপত্য অগ্নিৰ স্থান,

যদুচ্ছ্বাসনিঃশ্বাসাবেতাবাহুতী সমং নয়তীতি সঃ সমানঃ। মনো হ বাব যজমানঃ। ইষ্টফলমেবোদানঃ। স এনং যজমানমহৰহৰ্ব্ৰহ্ম গময়তি ॥ ৪ ॥

যৎ উচ্ছ্বাসনিঃশ্বাসৌ (যি-উশাহনিশাহৰূপ) এতৌ আহুতী (এই দুটা আহুতিক) সমং নয়তি (সৰ্বশৰীৰতে সমভাৱে লৈ যায়), ইতি সঃ সমানঃ (এই কাৰণে সি সমান নামে কথিত [সেই সমান বায়ু এই অগ্নিহোত্ৰৰ হোতা]); মনঃ হ বাব যজমানঃ (প্ৰসিদ্ধ মনেই যজমান)। ইষ্টফলম্ এব উদানঃ (যজ্ঞৰ ইষ্টফল উদান-বায়ু); সঃ এনং যজমানম্ (সি এই মনৰূপ যজমানক) অহঃ অহঃ

---

আহৱনীয়ৰ পূবে আৰু দক্ষিণে দক্ষিণাগ্নি থাকে। গাৰ্হপত্য গৃহপতিৰ, আহৱনীয় দেৱবৃন্দৰ আৰু দক্ষিণাগ্নি পিতৃসকলৰ প্ৰতিনিধি। এই তিনিও অগ্নিত প্ৰতিদিনেই আহুতি দিয়া বিধি।

বৰ্তমানক্ষেত্ৰত অপানবায়ুৰ কাৰ্য অন্তৰ্গামী, নিদ্ৰিতলোকৰ অপানবায়ুৰপৰাই যেন তেওঁৰ নাকমুখেৰে প্ৰাণবায়ু প্ৰণীত অৰ্থাৎ নিয়া হয়। অন্তঃচাৰী অপানৰপৰাই যেন নাক—মুখৰ ছিদ্ৰপথেদি বহিৰ্গামী প্ৰাণ বিচৰণ কৰে। এইকাৰণে অপান গাৰ্হপত্যস্থানীয় আৰু প্ৰাণ আহৱনীয়স্থানীয়। ব্যানবায়ু হৃদয়ৰপৰা দক্ষিণত থকা নাড়ীৰন্ধ্ৰৰ মাজেদি বিশেষকৈ সঞ্চৰণ কৰে বাবে ব্যান দক্ষিণাগ্নিস্থানীয়। টোপনিত ইন্দ্ৰিয়বোৰ নিদ্ৰিত-প্ৰায় হৈ স্বব্যাপাৰৰপৰা বিৰত থাকে; কিন্তু পাঁচপ্ৰাণ জাগ্ৰত থাকে। সেইকাৰণে তেওঁলোক অগ্নিহোত্ৰীৰ অগ্নিস্থানীয়ৰূপে কল্পিত হৈছে। সমান আৰু উদানৰ কথা পাছৰ মন্ত্ৰত কৈছে।

(প্ৰতিদিন নিদ্ৰা সময়ত) ব্ৰহ্ম গময়তি (ব্ৰহ্মলোকস্বৰূপ হৃদয়গুহালৈ লৈ যায়) ।।৪।।

এই যি প্ৰাণৰ উশাহ-নিশাহৰূপে শৰীৰৰ ভিতৰলৈ অহা আৰু বাহিৰলৈ যোৱা প্ৰক্ৰিয়া দুটি-এই যজ্ঞৰ দুটি আহুতিস্বৰূপ। এই দুটি আহুতিৰদ্বাৰা যি পৰিপোষক তত্ত্ব শৰীৰত প্ৰৱেশ কৰায় সেয়ে হবি। এই হবিক সৰ্ব শৰীৰলৈ সমানভাৱে লৈ যোৱা সমানবায়ু এই যজ্ঞৰূপকৰ হোতা। মনেই হল যজমান যজ্ঞৰ ফললাভ কৰোঁতা আৰু উদান বায়ু যজ্ঞৰ বাঞ্ছিত ফল। [ভাৱ এই যে, অগ্নিহোত্ৰাদি যজ্ঞকাৰী যজমানৰ বাঞ্ছিতফলে কৰ্মফল ভোগাবলৈ যেনেকৈ তেওঁক কৰ্ম অনুযায়ী স্বৰ্গাদিলোকলৈ লৈ যায়, সেইদৰে উদানবায়ুৱে প্ৰতিদিনেই নিদ্ৰাসময়ত মনক তাৰ কৰ্মফলভোগস্বৰূপ পৰমাত্মাৰ নিবাসস্থান হৃদয়-গুহাৰূপ ব্ৰহ্মলোকলৈ লৈ যায়। তাত মনৰদ্বাৰা জীৱাত্মাই নিদ্ৰাজনিত বিশ্ৰাম-সুখ অনুভৱ কৰে। ইয়াত 'ব্ৰহ্ম গময়তি'ৰদ্বাৰা এনে অৰ্থ বুজিব নালাগে যে, নিদ্ৰা বা টোপনিৰ সময়ত অনুভূত সুখ আংশিক ভাৱে হলেও ব্ৰহ্মপ্ৰাপ্তিৰ সমান হব পাৰে; কাৰণ নিদ্ৰাৰ সুখ তামস সুখ (গীতা-১৪।৮) কিন্তু ব্ৰহ্মপ্ৰাপ্তিৰ সুখ ত্ৰিগুণৰ অতীত (গীতা-১৪।২০) ॥ ৪ ॥

অত্রৈষ দেবঃ স্বপ্নে মহিমানমনুভবতি যদ্ দৃষ্টং দৃষ্টমনুপশ্যতি শ্রুতং শ্রুতমেবার্থমনুশৃণোতি। দশদিগন্তৈশ্চ প্রত্যনুভূতং পুনঃ পুনঃ প্রত্যনুভবতি দৃষ্টং চাদৃষ্টং চ শ্রুতং চাশ্রুতং চানুভূতং চ ননুভূতং চ সচ্চাসচ্চ সর্বং পশ্যতি সর্বঃ পশ্যতি ॥৫॥

অত্র স্বপ্নে (এই স্বপ্নাবস্থাত) এষঃ দেবঃ (এই জীৱাত্মাই ইন্দ্রিয়াদিৰ সৈতে একীভূত হৈ থকা মনৰদ্বাৰা) মহিমানম্ (নিজবিভূতিক) অনুভবতি (অনুভৱ কৰে)। যৎ দৃষ্টম্ দৃষ্টম্ (জাগ্রতঅৱস্থাত বাৰে বাৰে যি দেখি আছে) অনুপশ্যতি (তাকেই দেখে), শ্রুতম্ শ্রুতম্ অর্থম্ শুনি থকা কথাকে অনুশৃনোতি (মনকণে শুনে)। দেশ-দিক্-অন্তৈঃ চ (দেশান্তৰত আৰু বিভিন্ন দিশত) প্রতি-অনুভূতম্ (বহুবাৰ অনুভৱ হোৱা বিষয়ক) পুনঃ পুনঃ প্রতি-অনুভবতি (বাৰম্বাৰ দেখিবলৈ পায়); [তদুপৰি] দৃষ্টম্ চ অদৃষ্টম চ (দেখাকো আৰু নেদেখাকো) শ্রুতম্ চ অশ্রুতম্ চ (শুনাকো আৰু নশুনাকো) অনুভূতম্ চ অননুভূতম চ (অনুভৱ কৰা আৰু অনুভৱ নকৰা বিষয়কো) সৎ চ অসৎ চ (থকা আৰু নথকা বস্তুকো) সৰ্বম্ (সমস্ত বিষয়কে) পশ্যতি (দেখে), সৰ্বঃ [সন্] পশ্যতি (সকলো নিজেই হৈ দেখে।) ॥৫॥

সৌর্য্যায়ণীৰ তৃতীয় প্রশ্ন 'কোন দেৱতাই স্বপ্ন দেখে ইয়াৰ উত্তৰত মহৰ্ষিয়ে এনেদৰে কলে- পূৰ্বতে যে কোৱা হ'ল তৌপনিঅৱস্থাত সকলোবোৰ ইন্দ্রিয় মনৰ সৈতে এক হৈ যায় আৰু সেই মন আত্মাৰ নিবাস স্থান ব্রহ্মপুৰত

(হৃদয় গুহাত) থাকি জীৱাত্মাক বিশ্ৰাম সুখ অনুভৱ কৰায়, সেই মনৰদ্বাৰা এই জীৱাত্মাই স্বপ্নঅৱস্থাত নিজৰ বিভূতিকে অনুভৱ কৰে। জাগ্ৰতসময়ত ইতে-তিতে নানাস্থানে বাৰে বাৰে দেখি থকা, শুনি থকা আৰু অনুভৱ কৰা বিষয়বোৰকে বাৰে বাৰে সপোনত দেখিবলৈ পায়, শুনিবলৈ পায় আৰু অনুভৱ কৰে। আকৌ জাগ্ৰত অৱস্থাৰ সকলো ঘটনাৰ লগতে সপোনত দেখা ঘটনাৰ মিল নহ'বও পাৰে। এনেকুৱাও হয় যে, কোনো ঘটনাৰ কোনো অংশ আন এটা ঘটনাৰ কোনোবা অংশৰ লগত মিলাই কিবা এটা নতুন ৰূপতো কেতিয়াবা সপোন দেখে; সেই কাৰণে কোৱা হৈছে যে, সপোনৰ অৱস্থাত দেখা আৰু নেদেখাও দেখে, শুনা আৰু নুশুনাও শুনে, অনুভৱ কৰা আৰু অনুভৱ নকৰা বিষয়ো অনুভৱ কৰিবলগা হয়। বাস্তৱিকতে যি বস্তু আছে আৰু বাস্তৱত যাৰ অস্তিত্বই নাই, আকৌ সপোনত দেখা পায়। এইদৰে নানা প্ৰকাৰে নানা বিচিত্ৰতাৰে সম্ভৱ-অসম্ভৱ সকলো ঘটনাকে সপোনত দেখা পায় আৰু জীৱাত্মাই নিজেই সকলো হৈ সেইবোৰ অনুভৱ কৰে ॥ ৫ ॥

স যদা তেজসাভিভূতো ভৱত্যত্ৰৈষ দেৱঃ স্বপ্নান্ন পশ্যত্যথ তদৈতস্মিঞ্শৰীৰ এতৎ সুখং ভৱতি ॥ ৬॥

সঃ যদা (সেই মন যেতিয়া) তেজসা অভিভূতঃ (তেজৰ

[উদান বায়ুৰ] দ্বাৰা অভিভূত) ভৱতি (হৈ যায়*) অত্র (এই অৱ-স্থাত) এষঃ দেৱঃ (এই জীৱাত্মাদেৱতাই) স্বপ্নান ন পশ্যতি (স্বপ্ন-বোৰ নেদেখে) অথ তদা (আৰু সেইসময়ত) এতস্মিন শৰীৰে (এই মানৱ শৰীৰত অৱস্থিত জীৱাত্মাৰ) এতৎ সুখম্ ভৱতি (এই সুষুপ্তিৰ সুখ অনুভৱ হয়) ৬।

গার্গ্যৰ চতুর্থটো প্রশ্ন আছিল -'কোনে কাৰ সুখানুভৱ হয়?' তাৰ উত্তৰ স্বৰূপে মহর্ষিয়ে কলে— টোপনিৰ সময়ত সেই মন বেক্তিয়া উদানবায়ুৰ অধীন হৈ পৰে, অর্থাৎ এই ইন্দ্রিয়বর্গৰ সৈতে একীভূত হোৱা মনক উদানবায়ুৱে জীৱাত্মাৰ বাসস্থান হৃদয়পুৰলৈ নি মোহিত বা নিশ্চেষ্ট কৰি ৰাখে, সেই নিদ্রাঅৱস্থাত মন অকর্মণ্য হৈ পৰা বাবে জীৱাত্মাই কোনো সপোন নেদেখে। সেই সময়ত মানৱশৰীৰৰ অভ্যন্তৰত থকা এই জীৱাত্মাৰেই নিদ্রাজনিত সুখানুভূতি হয়। প্ৰত্যেক অৱস্থাতে এই শৰীৰত সুখ-দুখ ভোগ কৰোঁতা প্রকৃতিস্থ পুৰুষ অর্থাৎ জীৱাত্মা বুলি গীতাতো (১৩।২১) উক্ত হৈছে ।৬।

---

*তৃতীয় প্রশ্নৰ উত্তৰত (৩।৯-১০) বুজোৱা হৈছে যে, উদানবায়ুৰ নাম তেজ। এই চতুর্থপ্রশ্নৰ ৪ মন্ত্ৰতো কৈছে যে, উদানবায়ুৱেই মনক ব্রহ্মলোকলৈ অর্থাৎ হৃদয়লৈ লৈ যায়। গতিকে ইয়াত 'তেজৰ দ্বাৰা অভিভূত' হোৱাৰ অর্থ 'উদানবায়ুৰ দ্বাৰা আক্রান্ত হৈ মোহিত হোৱা মন' বুলি বুজা উচিত।

স যথা সোম্য বয়াংসি বাসোবৃক্ষং সম্প্ৰতিষ্ঠন্তে এবং হ বৈ তৎ সৰ্বং পর আত্মনি সম্প্ৰতিষ্ঠতে । ৭ ॥

সোম্য ( হে প্ৰিয় গাৰ্গ্য ! ) সঃ (সেইটো বিষয় [ যটো তোমাৰ প্ৰশ্নৰ পঞ্চমবিষয় আছিল] যথা (যেনেকৈ) বয়াংসি (চৰাইবোৰ গধূলি সময়ত) বাসোবৃক্ষম্ (বাসকৰা গছজোপালৈ আহি) সম্প্ৰতিষ্ঠন্তে (সুখেৰে বাস কৰে), হ এবং বৈ (ঠিক তেনেদৰেই) তৎ সৰ্বম্ (পাছৰ মন্ত্ৰত বৰ্ণোৱা সকলোবোৰেই) পৰে আত্মনি (পৰমপুৰুষ পৰমাত্মাত সম্প্ৰতিষ্ঠতে সুখেৰে আশ্ৰয় পায়) ।৭॥

গাৰ্গ্য মুনিয়ে সোধা পঞ্চম কথাটো আছিল—'প্ৰাণ, মন, বুদ্ধি, ইন্দ্ৰিয় এই সকলোৱেই কাক আশ্ৰয় পায় ?' ইয়াৰ উত্তৰত মহৰ্ষিয়ে কলে—হে প্ৰিয দৰ্শন ! নানা ফালে উৰি চাৰযুৰা চৰাইবোৰ যেনেকৈ গধূলি হলে চিহঁতৰ বাঁহথকা গছজোপালৈ ঘূৰি আহে আৰু তাত আশ্ৰয় পাই সুখেৰে থাকে, ঠিক সেইদৰে সেই যাৱতীয় তত্ত্ববোৰ পৰমপুৰুষ পৰমাত্মাৰ অভিমুখে ধাবিত হয়, কাৰণ তেৱেঁই সেই সকলোবোৰৰ পৰম সুখাশ্ৰয় ॥ ৭ ॥

পৃথিৱী চ পৃথিৱীমাত্ৰা চাপশ্চাপোমাত্ৰা চ তেজশ্চ তেজোমাত্ৰা চ বায়ুশ্চ বায়ুমাত্ৰা চাকাশশ্চাকাশমাত্ৰা চ চক্ষুশ্চ দ্ৰষ্টব্যং চ শ্ৰোত্ৰং চ শ্ৰোতব্যং চ ঘ্ৰাণং ঘ্ৰাতব্যং চ

রসশ্চ রসয়িতব্যং চ ত্বক্‌ চ স্পর্শয়িতব্যং চ বাক্‌চ বক্তব্যং চ হস্তৌ চাদাতব্যং চোপস্থশ্চানন্দয়িতব্যং চ পায়ুশ্চ বিসর্জয়িতব্যং চ পাদৌ চ গন্তব্যং চ মনশ্চ মন্তব্যং চ বুদ্ধিশ্চ বোদ্ধব্যং চাহঙ্কারশ্চাহঙ্কর্তব্যং চ চিত্তং চ চেতয়িতব্যং চ তেজশ্চ বিদ্যোতয়িতব্যং চ প্রাণশ্চ বিধারয়িতব্যম্ চ ॥৮।

পৃথিবী চ পৃথিবীমাত্রা চ (স্থূল পৃথিবী আর সূক্ষ্ম পৃথিবী বা গন্ধতন্মাত্রা) আপ: চ আপোমাত্রা চ (জল আর রসতন্মাত্রাও) তেজ: চ তেজোমাত্রা চ (তেজ আর রূপতন্মাত্রা ও) বায়ু: চ বায়ুমাত্রা চ (বায়ু আর স্পর্শতন্মাত্রাও) আকাশ: চ আকাশমাত্রা চ (আকাশ আর শব্দতন্মাত্রাও) চক্ষুঃ চ দ্রষ্টব্যম্ চ (চক্ষুইন্দ্রিয় আর দেখা রূপো) শ্রোত্রম্ চ শ্রোতব্যম্ চ (কর্ণেন্দ্রিয় আর শুনা শব্দও) ঘ্রাণম্ চ ঘ্রাতব্যম্ চ (ঘ্রাণেন্দ্রিয় নাক আর শুঙা গন্ধও) রস: চ রসয়িতব্যং চ (রসনেন্দ্রিয় জিভা আর সোয়াদলগা রসো) ত্বক চ স্পর্শয়িতব্যম্ চ (ত্বগিন্দ্রিয় চাল আর স্পর্শকরা বিষয়ো) বাক চ বক্তব্যম্ চ (বাক্‌ইন্দ্রিয় আর তাবে উচ্চারিত শব্দও) হস্তৌ চ আদাতব্যম্ চ (দুই হাত আর হাতেরে ধরা বস্তুও) উপস্থঃ চ আনন্দয়িতব্যম্ চ (জননেন্দ্রিয় আর তারে পোয়া আনন্দও পায়ু: চ বিসর্জয়িতব্যম্ চ (গুহ্যইন্দ্রিয় আর ত্যাজ্য মলমূত্রাদিও) পাদৌ চ গন্তব্যম্ চ (দুই ভরি আর গন্তব্যস্থানো) মন: চ মন্তব্যম্ চ (মন আর মননৈ অহা বিষয়ো) বুদ্ধি: চ বোদ্ধব্যম চ (বুদ্ধি আর বুজিয়পরা বিষয়ে) অহংকার: চ অহংকর্তব্যম চ (অহঙ্কার আর অভিমান ওপজা বিষয়ো) চিত্তম্ চ

চেতয়িতব্যম্ চ (চিত্ত আৰু চিন্তনীয়বিষয়ো) তেজঃ চ বিদ্যোত-য়িতব্যম্ চ (প্ৰভাৱ আৰু প্ৰভাৱিত বিষয়ো) প্ৰাণঃ চ বিধাৰয়িতব্যম্ চ (প্ৰাণ আৰু তাৰদ্বাৰা ধাৰণকৰা বিষয়ো) [এই সমস্তই পৰমপুৰুষ পৰমাত্মাৰ আশ্ৰিত ] ।৮।

এই মন্ত্ৰত কোৱা হল যে, স্থূল আৰু সূক্ষ্ম পঞ্চ মহাভূত, দহ ইন্দ্ৰিয় আৰু সেইবোৰৰ বিষয়, চাৰি অন্তঃকৰণ আৰু সিহঁতৰ বিষয়, সেইদৰে পঞ্চ প্ৰাণ আৰু সিবিলাকৰ ধাৰণ ক্ৰিয়া— এই সকলো পৰমাত্মাতে আশ্ৰিত। ইয়াকে বুজাই কৈছে স্থূল পৃথিবী আৰু তাৰ সূক্ষ্মৰূপ গন্ধতন্মাত্ৰা, স্থূল পানী আৰু তাৰ কাৰণ ৰসতন্মাত্ৰা, এই প্ৰকাৰে তেজ আৰু ৰূপতন্মাত্ৰা, বায়ু আৰু স্পৰ্শতন্মাত্ৰা, আকাশ আৰু শব্দত-ন্মাত্ৰা—এইদৰে নিজ নিজ কাৰণ সহিত পাঁচো মহাভূত, তেনেকৈ চকু আৰু তাৰে দেখা দৃশ্য, কাণ আৰু শুনিবলৈ পোৱা শব্দ, নাঁক আৰু সুঙা গন্ধ, জিভা আৰু তাৰে সোৱাদ-লোৱা মিঠা-টেঙা আদি ৰস, চাল আৰু তাৰে অনুভৱ কৰা স্পৰ্শসুখ, বাক্ইন্দ্ৰিয় (মুখ) আৰু তাৰে কোৱা কথা-বতৰা, দুখন হাত আৰু তাৰে ধৰিবলগীয়া বস্তু, দুখন ভৰি আৰু তাৰ গন্তব্য ঠাই, জননেন্দ্ৰিয় আৰু তাৰে পোৱা আনন্দ, গুহ্য-ইন্দ্ৰিয় আৰু তাৰদ্বাৰা ত্যাজ্য মল আদি, তেনেকৈ

চাৰি অন্তঃকৰণৰূপ মন আৰু মন যোৱা বিষয়, বুদ্ধি আৰু তাৰে স্থিৰ কৰা বিষয়, অহঙ্কাৰ আৰু অহঙ্কাৰ কৰিবলগা বিষয়, চিত্ত আৰু চিন্তনীয় বিষয় *, তেজ অৰ্থাৎ চাৰিও অন্তঃকৰণৰ অনুগত জ্ঞানৰ যি প্ৰভাৱ আৰু তাৰদ্বাৰা প্ৰভাৱিত বিষয় ; আকৌ পঞ্চবৃত্তি প্ৰাণৰ আৰু তাৰ জীৱনী শক্তিৰে ধৰি ৰখা সমস্ত দেহ— এই সকলোবোৰেই পৰমকাৰণ পৰম-পুৰুষ পৰমাত্মাত হে আশ্ৰিত আছে ॥ ৮ ॥

এষ হি দ্ৰষ্টা স্প্ৰষ্টা শ্ৰোতা ঘ্ৰাতা ৰসয়িতা মন্তা বোদ্ধা কৰ্তা বিজ্ঞানাত্মা পুৰুষঃ সঃ পৰেঽক্ষৰ আত্মনি সম্প্ৰতিষ্ঠতে ॥ ৯ ॥

এষঃ (এই যি) দ্ৰষ্টা (দেখোঁতা) স্প্ৰষ্টা (স্পৰ্শ কৰোঁতা) শ্ৰোতা (শুনোঁতা), ঘ্ৰাতা (শুঙোঁতা), ৰসয়িতা (সোৱাদ লওঁতা), মন্তা (চিন্তা কৰোঁতা), বোদ্ধা (নিশ্চয় কৰোঁতা) কৰ্তা (কাম কৰোঁত)

---

*সুখ-দুখ আদি উপলব্ধি হোৱা অন্তঃকৰণ এক বুলি ভবা হয় যদিও বৃত্তিভেদে চাৰিপ্ৰকাৰ। "মনো বুদ্ধিৰহঙ্কাৰশ্চিত্তং কৰণমান্তৰম্ সংশয়ো নিশ্চয়ো গৰ্বঃ স্মৰণং বিষয়া ইমে"। অনাদি পাতনত কৈছে—

নানা কৰ্ম কৰিবাক কৰে আলোচন
একো কৰ্ম স্থিৰ নোহে তাক বুলি মন ॥
সংকল্প বিকল্প কৰ্ম কৰে আলোচন।
বুদ্ধি নাম বুলি তাক জানিবা লক্ষণ ॥
সমস্ত কাৰ্যক মই কৰো বুলি মানে।
অহঙ্কাৰ বুলি তাক জানিবা আপোনে ॥
নানা সৎকৰ্মক কৰয় নিতে নিত।
নিশ্চয়ে জানিবা বাজা তাৰ নাম চিত্ত ॥

বিজ্ঞানাত্মা (বিজ্ঞাতৃস্বভাৱ) পুৰুষ: (দেহ-পুৰত বাসকাৰী জীৱাত্মা), সঃ হি (তেৱোঁ) অক্ষৰে (অবিনাশী) পৰে আত্মনি (পৰমাত্মাত) সম্প্ৰতিষ্ঠতে (স্থিতিলাভ কৰে) ।।৯।

এই যে দেহৰূপ পুৰত বাস কৰি যি দেখে, শুনে, স্পৰ্শে, সোৱাদ লয়, স্পৰ্শ কৰে, ভাবে, ভাবি স্থিৰ কৰে আৰু মন-ইন্দ্ৰিয় আদিৰ সহযোগত যাৱতীয় কৰ্ম সম্পাদন কৰে, সেই বিজ্ঞানস্বৰূপ অৰ্থাৎ জীৱাত্মা। সেই জীৱাত্মা পুৰুষো অবিনাশী সৰ্বাত্মা পুৰুষোত্তমত প্ৰতিষ্ঠিত। তেওঁক পালেহে এইপুৰুষৰ বাস্তৱিক শান্তি হয়; গতিকেই এই জীৱাত্মাৰো পৰম আশ্ৰয় সেই পৰমাত্মা পৰমপুৰুষেই ॥৯॥

পৰমেৱাক্ষৰং প্ৰতিপদ্যতে স যো হ বৈ তদচ্ছায়মশৰীৰমলোহিতং শুভ্ৰমক্ষৰং বেদয়তে যস্তু সোম্য স সৰ্বজ্ঞঃ সৰ্বো ভৱতি। তদেষ শ্লোক ॥ ১০ ॥

হ যঃ বৈ (নিশ্চয় বিৰল যি কোনো লোকে) তৎ অচ্ছায়ম্ (সেই ছায়া নথকা), অশৰীৰম্ (দেহৰ্জিত), অলোহিতম্ (ৰঙ নথকা) শুভ্ৰম্ অক্ষৰম্ (বিশুদ্ধ অক্ষৰ পুৰুষক) বেদয়তে (জানে), সঃ (তেওঁ পৰম্ অক্ষৰম্ এৱ (সৰ্বশ্ৰেষ্ঠ পুৰুষোত্তমকেই) প্ৰতিপদ্যতে (লাভ কৰে), সোম্য হে (প্ৰিয়!) যঃ তু (যি কিন্তু এনে হয়) সঃ (তেওঁ) সৰ্বজ্ঞঃ সৰ্বঃ ভৱতি (সৰ্বজ্ঞানবিশিষ্ট সৰ্বৰূপ হৈ যায়। তৎ (সেই বিষয়ে) এষঃ শ্লোকঃ (এই এটি মন্ত্ৰ আছে) ।১০।

সেই সদা-সৰ্বদা বিদ্যমান পৰমপুৰুষক ছায়াহীন অৰ্থাৎ অজ্ঞানতাআদি কোনো কালিমা নথকা, নিৰাকাৰ, নিৰঞ্জন, বিশুদ্ধস্বৰূপ বুলি বিৰল কোনোবা লোকে নিশ্চিতভাৱে জানে, তেওঁ সেই পৰম শ্ৰেষ্ঠ পুৰুষোত্তমকেই যে লাভ কৰে, ইয়াত কোনো সন্দেহ নাই। হেৰা প্ৰিয়। যি কিন্তু এনেকুৱা হয়, অৰ্থাৎ সেই পৰমপুৰুষক লাভ কৰিবলৈ যদি সমৰ্থ হয়, তেওঁ তো পৰমেশ্বৰৰ দৰে সৰ্বজ্ঞ আৰু সৰ্বৰূপ হৈ যায়। এই বিষয়তে এই এটা মন্ত্ৰ আছে ॥ ১০ ॥

বিজ্ঞানাত্মা সহ দেৱৈশ্চ সৰ্বৈঃ
প্ৰাণা ভূতানি সম্প্ৰতিষ্ঠন্তি যত্ৰ।
তদক্ষৰং বেদয়তে যস্তু সোম্য
স সৰ্বজ্ঞঃ সৰ্বমেৱাৱিৱেশেতি ॥১১॥

যত্ৰ (য'ত) প্ৰাণাঃ (প্ৰাণ সমূহ) ভূতানি (পঞ্চভূত) চ সৰ্বৈঃ দেৱৈঃ সহ (আৰু সকলো ইন্দ্ৰিয় তথা অন্তঃকৰণৰ সৈতে) বিজ্ঞানাত্মা (বিজ্ঞানস্বৰূপ জীৱাত্মা) সম্প্ৰতিষ্ঠন্তি (সুপ্ৰতিষ্ঠিত থাকে)। সোম্য (হে সৌম্যদৰ্শন!) তৎ অক্ষৰম্ (সেই অবিনাশী পৰম আত্মাক) যঃতু (যি কোনো লোকে) বেদয়তে (জানিব পাৰে,) সঃ (তেওঁ) সৰ্বজ্ঞঃ (সৰ্বজ্ঞানবান্ হয়। আৰু) সৰ্বম্ এৱ (সৰ্বস্বৰূপ পৰমেশ্বৰতেই) আৱিৱেশ (প্ৰৱিষ্ট হৈ যায়) ইতি (এই হ'ল তোমাৰ প্ৰশ্নৰ উত্তৰ)। ১১।

হে প্ৰিয়দৰ্শন! সমস্তৰে পৰমকাৰণ যি পৰমাত্মা পুৰুষত সমস্ত প্ৰাণ, পঞ্চমহাভূত, সকলো ইন্দ্ৰিয় আৰু অন্তঃকৰণৰ সৈতে বিজ্ঞানস্বৰূপ জীৱাত্মা— এই সকলোৱেই

আশ্রয় পায় আরু প্রতিষ্ঠা লাভ করে, সেই নিত্য, নির্বিকার পরমাত্মাপুরুষক যি কোনো লোকে যদি জানিব পারে, তেওঁ সর্বদর্শী হয় আরু সবরূপ পরমপুরুষত প্রবিষ্ট হৈ যায় - বিশ্বব্রহ্মাণ্ডর ঈশ্বরর সৈতে অভিন্ন হৈ পরে ॥ ১১ ॥

॥ চতুর্থ প্রশ্ন সমাপ্ত ॥

—00—

## পঞ্চম প্রশ্ন

অথ হৈনং শৈব্য সত্যকামঃ পপ্রচ্ছ। স যো হ বৈ তদ্ ভগবন্মনুষ্যেষু প্রায়ণান্তমোঙ্কারমভিধ্যায়ীত। কতমং-বাব স তেন লোকং জয়তীতি ॥১॥

অথ (ইয়ার পাছত) এনম্ হ (এই সুখ্যাত পিপ্পলাদক) শৈব্যঃ সত্যকামঃ (শিবির পুত্র সত্যকামে) পপ্রচ্ছ (সুধিলে)—ভগবন্ (হে ভগবান্!) সঃ যঃ হ বৈ মনুষ্যেষু (তেওঁ যেয়ে হওক লাগিলে মানুহর ভিতরত যি জনে) প্রায়ণ-অন্তম্ (মৃত্যুপর্যন্ত) তৎ ওঙ্কারম্ (সেই প্রণবক) অভিধ্যায়ীত (নিরন্তর ধ্যান করে), সঃ (তেওঁ) তেন (সেই উপাসনারদ্বারা) কতমম্ লোকম্ (কোন লোক) বাব জয়তি (নিঃসন্দেহে জয় করে)? ইতি (এই প্রশ্ন) ॥১॥

ইয়াৰ পাছত এই সুবিখ্যাত মহৰ্ষি পিপ্পলাদক শিবিৰ পুত্ৰ সত্যকামে সুধিলে—হে ভগৱান, ! মানুহবিলাকৰ ভিতৰত যি কোনো লোকে যাৱৎ জীৱন সদা-সৰ্বতিকাল ওঙ্কাৰ-উপাসনা কৰে, তেওঁ সেই উপাসনাৰ ফলত কোন লোক জয় কৰে অৰ্থাৎ কি ফল লাভ কৰে? অনুগ্ৰহ কৰি কওক ॥১॥

তস্মৈ স হোৱাচ এতদ্বৈ সত্যকাম পৰং চাপৰং চ ব্ৰহ্ম যদোঙ্কাৰঃ। তস্মাদ্বিদ্বানেতেনৈবায়তনেনৈকতৰমন্বেতি ॥২॥

তস্মৈ (তেওঁক) সঃ হ (সেই প্ৰসিদ্ধ মহৰ্ষিয়ে) উৱাচ (কলে)—সত্যকাম (হে সত্যকাম)! এতৎ বৈ (নিশ্চয় এই) যৎ ওঙ্কাৰঃ (যি ওঙ্কাৰ) পৰম্ চ অপৰম্ চ ব্ৰহ্ম (তেৱেঁ পৰব্ৰহ্ম আৰু অপৰ-ব্ৰহ্মও)। তস্মাৎ (সেই কাৰণে) বিদ্বান্ (এনেকৈ যি জানে, তেওঁ) এতেন এৱ আয়তনেন (এই একমাত্ৰ প্ৰণৱ অৱলম্বন কৰিয়েই) একতৰম্ (পৰব্ৰহ্ম আৰু অপৰব্ৰহ্মৰ যি কোনো একক) অন্বেতি (অনুসৰণ কৰে) ॥২॥

সত্যকামৰ প্ৰশ্নৰ উত্তৰত মহৰ্ষি পিপ্পলাদে কলে—হে সত্যকাম! এই যে সুপ্ৰসিদ্ধ 'ওঙ্কাৰ', এই ওঙ্কাৰ পৰমেশ্বৰত কৈ বেলেগ নহয়; নাম আৰু নামীৰ কোনো ভেদ নাই। ওঙ্কাৰৰ ধ্যান, জপ, স্মৰণ, চিন্তনআদিৰদ্বাৰা

অভীষ্ট লাভ হয় বুলি যি বিশ্বাস কৰে, এনে জ্ঞানীলোকে তেওঁ বাঞ্ছা কৰা মতে পৰব্ৰহ্ম অথবা অপৰব্ৰহ্মক লাভ কৰে। [ভাব এই যে, ভগৱন্তৰ যি সৰ্বৈশ্বৰ্যসম্পন্ন বিৰাটস্বৰূপ, সেয়ে অপৰব্ৰহ্ম আৰু এই বিৰাট যাৰ বিভূতি, সেয়ে নিৰ্গুণ নিৰ্বিকাৰ সৰ্বাতীত পুৰুষোত্তম পৰব্ৰহ্ম।] সেই ব্ৰহ্মৰ প্ৰতীক ওঙ্কাৰ অৱলম্বন কৰিয়েই পৰমেশ্বৰৰ বিৰাট স্বৰূপৰ — এই জগতৰ কিবা ঐশ্বৰ্যময় অঙ্গৰ প্ৰাপ্তি-বাসনাৰে যি ওঙ্কাৰ-উপাসনা কৰে, তেওঁ নিজৰ ভাৱনা অনুসাৰে সেই বিৰাট-ব্ৰহ্মৰ সেই অঙ্গ — সেই ঐশ্বৰ্য্য লাভ কৰে আৰু যি সেই বিৰাটৰো অন্তৰ্যামী পৰব্ৰহ্ম পুৰুষোত্তমক লক্ষ্য কৰি নিষ্কাম ভাৱত এই ওঙ্কাৰৰ উপাসনা কৰে, তেওঁ সেই পুৰুষোত্তমকেই লাভ কৰে ॥২॥

স যদ্যেকমাত্ৰমভিধ্যায়ীত স তেনৈৱ সংৱেদিতস্তূৰ্ণমেৱ জগত্যামভিসংপদ্যতে। তমৃচো মনুষ্যলোকমুপনয়ন্তে স তত্ৰ তপসা ব্ৰহ্মচৰ্য্যেণ শ্ৰদ্ধয়া সম্পন্নো মহিমানমনুভৱতি ॥৩॥

সঃ যদি (সেই উপাসকে যদি) একমাত্ৰম্‌ (একমাত্ৰাযুক্ত প্ৰণৱক) অভিধ্যায়ীত (নিৰন্তৰ ধ্যান কৰে), সঃ তেন এৱ (তেওঁ সেই ধ্যানৰ সহায়তেই) সংৱেদিতঃ (ধ্যেয়ৰ প্ৰতি প্ৰেৰিত হৈ) তূৰ্ণম্ এৱ (শীঘ্ৰেই) জগত্যা (পৃথিৱীত) মৃঅভিসংপদ্যতে (জন্ম লাভ

কৰে।) তম্ (তেওঁক) ঋচঃ (ঋক্‌বেদস্বৰূপ প্ৰথমমাত্ৰাই) মনুষ্য-লোকম্ উপনয়ন্তে (মনুষ্যদেহ প্ৰাপ্ত কৰায়) তত্ৰ (সেইদেহত) সঃ (তেওঁ) তপসা ব্ৰহ্মচৰ্য্যেণ শ্ৰদ্ধয়া সম্পন্নঃ (তপস্যা ব্ৰহ্মচৰ্য আৰু শ্ৰদ্ধাযুক্ত হৈ) মহিমানম্ (ঐশ্বৰ্য আদি মহিমা) অনুভৱ ত অনুভৱ কৰে) ॥৩॥

বিৰাট ব্ৰহ্মৰ ভূঃ, ভুৱ, স্বঃ এই তিনিওৰূপৰ ভিতৰত একমাত্ৰ ভূলোকৰ ঐশ্বৰ্যৰ প্ৰতি আসক্ত হৈ ওঙ্কাৰউপাসকে যদি তাৰ প্ৰাপ্তিৰ কাৰণে ওঙ্কাৰ-উপাসনা কৰে, সেই উপাসনাৰ ফলত তেওঁৰ বাঞ্ছিত ঐশ্বৰ্যভোগৰ নিমিত্তে প্ৰেৰিত হয় আৰু তেওঁ মৰাৰ পাছত শীঘ্ৰেই ভূলোক বা পৃথিবীলৈ ঘূৰি আহে। ওঙ্কাৰৰ প্ৰথমমাত্ৰা ঋগ্বেদস্বৰূপা আৰু তাৰ সম্বন্ধ পৃথিবীলোকৰ সৈতে। সেই কাৰণে তাৰ উপাসনাকাৰী সাধকক ঋক্‌মন্ত্ৰই পুনৰ মনুষ্যশৰীৰ প্ৰাপ্ত কৰায়। তেতিয়া তেওঁ নতুন মনুষ্যজন্মত ব্ৰহ্মচৰ্য, তপস্যা আৰু শ্ৰদ্ধাযুক্ত সদাচাৰী লোক হয় আৰু তেওঁৰ অভিলষিত ঐশ্বৰ্য-বিভূতি উপভোগ কৰে। শুভকৰ্মকাৰী লোকৰ দুৰ্গতি অৰ্থাৎ হীন-যোনিত জন্মআদি নহয় আৰু সদাচাৰী ঐশ্বৰ্যশালী লোকৰ ঘৰত জন্ম পায় বুলি গীতাতো (৬।৪০-৪১) কোৱা হৈছে ॥৩॥

**অথ যদি দ্বিমাত্ৰেণ মনসি সম্পদ্যতে সোঽন্তৰিক্ষং যজুৰ্ভিৰুন্নীয়তে সোমলোকম্। স সোমলোকে বিভূতি-মনুভূয় পুনৰাৱৰ্ততে ॥৪॥**

অথ যদি (আৰু যদি) দ্বিমাত্ৰেণ (দ্বিমাত্ৰযুক্ত ওঙ্কাৰক নিৰন্তৰ ধ্যান কৰে) [তেন্তে সেই উপাসকে] মনসি (মনোময় চন্দ্ৰলোক) সম্পদ্যতে (প্ৰাপ্ত হৈ সম্পদশালী হয়)। সঃ যজুৰ্ভিঃ (তেওঁক যজুঃমন্ত্ৰ সমূহে) অন্তৰিক্ষম্ সোমলোকম্ (অন্তৰিক্ষত থকা চন্দ্ৰলোকলৈ উন্নীয়তে (লৈ যায়) সঃ (তেওঁ) সোমলোকে (চন্দ্ৰলোকত) বিভূতিম্ (ঐশ্বৰ্য) অনুভূয় (অনুভৱ কৰি) পুনঃ আৱৰ্ততে (আকৌ এই সংসাৰলৈ ঘূৰি আহে) ॥৪॥

কোনোবা সাধকে যদি দ্বিমাত্ৰাযুক্ত ওঙ্কাৰৰ অৰ্থাৎ সেই বিৰাট ব্ৰহ্মৰ ভূলোক আৰু ভুব-( অন্তৰিক্ষত থকা স্বৰ্গাদি) লোক এই দুয়োলোকৰ ঐশ্বৰ্য সুখাদি বাঞ্ছা কৰি তাৰ উদ্দেশ্যে ওঙ্কাৰৰ উপাসনা কৰে, তেওঁ এই দেহৰ অন্তত মনোময় চন্দ্ৰলোক (মনৰ অভিলাষৰ অনুৰূপ স্বৰ্গ আদি সুখদায়ক স্থান ) প্ৰাপ্ত হয়। প্ৰণৱৰ দ্বিতীয়মাত্ৰাস্বৰূপ যজুৰ্মন্ত্ৰই তেওঁক অন্তৰিক্ষৰ ওপৰলৈ চন্দ্ৰলোকলৈ লৈ যায়। তাত তেওঁ পাৰ্থিৱ ভোগৰ উপৰিও স্বৰ্গীয় ঐশ্বৰ্য-সুখ উপভোগ কৰে। কিন্তু উপাসনাৰ সঞ্চিত-পুণ্য ক্ষয় হৈ গলে আকৌ এই মনুষ্যলোকলৈ ঘূৰি আহে ॥৪॥

**যঃ পুনৰেতং ত্ৰিমাত্ৰেণোমিত্যেতেনৈৱাক্ষৰেণ পৰং পুৰুষমভিধ্যায়ীত স তেজসি সূৰ্যে সম্পন্নঃ। যথা পাদোদৰস্ত্বচা বিনিৰ্মুচ্যত এবং হ বৈ স পাপ্মনা বিনিৰ্মুক্তঃ স সামভিৰুন্নীয়তে ব্ৰহ্মলোকং স এতস্মাজ্জীৱঘনাৎ পৰাৎপৰং পুৰিশয়ং পুৰুষমীক্ষতে। তদেতৌ শ্লোকৌ ভৱত ॥৫॥**

যঃ পুনঃ (যি কিন্তু) ত্ৰিমাত্ৰেণ ওম ইতি (ত্ৰিমাত্ৰা বিশিষ্ট ওম এইৰূপ এতেন অক্ষৰেণ এব (এই একাক্ষৰৰদ্বাৰাই) এতম্‌ (পৰমপুৰুষম্‌) (এই পৰমপুৰুষক) অভিধ্যায়ীত (নিৰন্তৰ ধ্যান কৰে,) সঃ (তেওঁ) তেজসি সূৰ্যে (জ্যোতিৰ্ময় সূৰ্যত) সম্পন্নঃ (সাম্মিলিত হয়) যথা (যেনেকৈ) পাদোদৰঃ (সাপে) ত্বচা বিনিৰ্মুচ্যতে (পুৰণা মোট এৰি যায়) এবম্‌ হ বৈ (ঠিক এইদৰেই) সঃ (তেওঁ) পাপ্মনা (পাপবোৰৰ পৰা) বিনিৰ্মুক্তঃ (সৰ্বপ্ৰকাৰে মুক্ত হৈ যায়)। সঃ সামভিঃ (তেওঁক সামবেদৰ মন্ত্ৰসমূহে) ব্ৰহ্মলোকম্‌ উন্নীয়তে (উঠাই লৈ ব্ৰহ্মলোকলৈ লৈ যায়) সঃ এতস্মাৎ জীৱঘনাৎ (তেওঁ এই জীৱ সমুদায়ৰূপ) পৰাৎ (চেতনতত্ত্বসমূহতকৈ) পৰম্‌ (অত্যন্ত শ্ৰেষ্ঠ) পুৰিশয়ম্‌ (সৰ্বজীৱৰ দেহ-পুৰত অন্তঃপ্ৰৱিষ্ট) পুৰুষম্‌ (পুৰুষোত্তমক) ঈক্ষতে (সাক্ষাৎ কৰে)। তৎ (সেই বিষয়ত) এতৌ শ্লোকৌ ভৱতঃ (এই দুটি মন্ত্ৰ আছে) ॥৫॥

আকৌ যি কোনো সাধকে ত্ৰিমাত্ৰা বিশিষ্ট 'ওম্‌' এই এক অক্ষৰৰূপ প্ৰতীক অৱলম্বন কৰি এই পৰমপুৰুষ পৰমেশ্বৰক নিৰন্তৰ উপাসনা কৰে, তেওঁ জ্যোতিৰ্ময় সূৰ্য মণ্ডললৈ যায়। যেনেকৈ সাপে তাৰ জীৰ্ণ-মোটটো পেলাই যায়, ঠিক সেইদৰে সেইপ্ৰকাৰে সকলো শুভাশুভ কৰ্মবন্ধনৰপৰা মুক্ত হৈ যায়; সেই নিৰ্বিকাৰ পুৰুষক তৃতীয়মাত্ৰাৰূপ সামবেদৰ গীতিময় মন্ত্ৰসমূহে সূৰ্যমণ্ডলৰো ঊৰ্দ্ধত থকা ব্ৰহ্মধামত উপনীত কৰায়; তাত তেওঁ পৰাৎপৰ জীৱসমুদায়ৰূপ যাৱতীয় চেতন তত্ত্ব সমূহতকৈ অত্যন্ত শ্ৰেষ্ঠ, অন্তৰ্যামী

.......... ....... .... ............. ....... ........... .

ৰূপে সমস্ত-প্ৰাণীৰ হৃদয়াকাশত বিৰাজমান পৰব্ৰহ্ম পুৰুষো-ত্তমক সাক্ষাৎকাৰ কৰে। এই বিষয়তে এই ২টা মন্ত্ৰ আছে ॥৫॥

তিস্ৰো মাত্ৰা মৃত্যুমত্যঃ প্ৰযুক্তা
অন্যোন্যসক্তা অনবিপ্ৰযুক্তাঃ।
ক্ৰিয়াসু বাহ্যাভ্যন্তৰমধ্যমাসু
সম্যক্ প্ৰযুক্তাসু ন কম্পতে জ্ঞঃ ॥৬॥

তিস্ৰ. মাত্ৰাঃ (ওঙ্কাৰৰ তিনিমাত্ৰা অ'উ'ম) অন্যোন্যসক্তাঃ (পৰস্পৰ সংযুক্ত হৈ) প্ৰযুক্তাঃ (প্ৰযুক্ত হব পাৰে), অনবিপ্ৰযুক্তাঃ (অথবা পৃথক্ পৃথক্ এক এক ধ্যেয় বস্তুৰ চিন্তাতো প্ৰয়োগ হব পাৰে), [দুয়ো প্ৰকাৰেই সেইবোৰ] মৃত্যুমত্যঃ (বিনাশীহয়)। বাহ্যাভ্যন্তৰমধ্যমাসু (বাহিৰ, ভিতৰ আৰু মধ্যাংশত হোৱা) ক্ৰিয়াসু (কৰ্মসমূহত) সম্যক প্ৰযুক্তাসু (পূৰ্ণভাৱে এই মাত্ৰাসমূহৰ প্ৰয়োগ কৰা হ'লে) জ্ঞ. (ওঙ্কাৰতত্ত্বজ্ঞানী) ন কম্পতে (বিচলিত নহয়) ।৬॥

ত্ৰিমাত্ৰাবিশিষ্ট ওঙ্কাৰবাচ্য পৰমেশ্বৰৰ এই যে বিশ্বৰূপ বিৰাটস্বৰূপ, যাক দেখি, শুনি, বুজি, জানো বুলি ভাবোঁ, সি বাস্তৱিক তেওঁৰ অমৃতস্বৰূপ নহয়। জগৎ পৰিবৰ্তনশীল, গতিকে ইয়াৰ বাসিন্দা জীৱও অমৰ হব নোৱাৰে, আনকি যিমান উচ্চ স্তৰৰ জীৱেই নহওক, জন্ম-মৃত্যুচক্ৰৰ আৱৰ্তন হৈছে। ইয়াৰ এক এক অঙ্গ পৃথিৱী, স্বৰ্গ আৰু ব্ৰহ্মলোক আদি কামনাৰে যি যেনে উপাসনা আদি কৰ্ম কৰে, জগতৰ

বাহ্যৰূপত ভেদ দেখি সেই সেই ভোগাসক্তিৰে ধ্যান-ধাৰণাদি কৰে, অথচ জগতৰ আত্মা পৰমাত্মাপুৰুষক লক্ষ্য নাৰাখে, সেইসকলে অভীষ্টবিষয়ত সিদ্ধিলাভ কৰিব পাৰে, কিন্তু তেওঁলোকৰ ভগৱৎপ্ৰাপ্তি নহয়। গতিকেহে বাৰম্বাৰ জন্ম-মৃত্যুৰূপ সংসাৰ-যাতনা ভুগি থাকে। ইয়াৰ বিপৰীতে কিন্তু জাগতিক যাৱতীয় পদাৰ্থ ভগৱানৰ আৰু তেওঁৰদ্বাৰাই নিয়ন্ত্ৰিত তথা লীলা-বিলাস বুলি যি জানে, নিজৰ বাহিৰে-ভিতৰে আৰু শৰীৰৰ মধ্যদেশ-হৃদয়ত থকা প্ৰাণ আৰু মনৰ ভিতৰত আৰু মাজৰ সমস্ত ক্ৰিয়াত ওঙ্কাৰৰ বাচ্যাৰ্থ একমাত্ৰ পৰব্ৰহ্ম পুৰুষোত্তমেহে পৰিব্যাপ্ত বুলি বুজে আৰু তেওঁৰে প্ৰতীকজ্ঞানত ওঙ্কাৰৰ উপাসনা কৰে—তেওঁক প্ৰাপ্তিৰ বাঞ্ছা কৰি ওঙ্কাৰৰ ধ্যান, জপ, স্মৰণআদি কৰে, সেই জ্ঞানীজনৰ ব্ৰহ্মপ্ৰাপ্তি হয় আৰু সেই অৱস্থিতিৰপৰা তেওঁ কেতিয়াও খহি নপৰে ॥৬॥

ঋগ্‌ভিৰেতং যজুৰ্ভিৰন্তৰিক্ষং
সামভিৰ্যত্তৎ কৱয়ো বেদয়ন্তে।
তমোঙ্কাৰেণৈৱায়তনেনান্বেতি ৱিদ্বান্
যত্তচ্ছান্তমজৰমমৃতমভয়ং পৰংচেতি ॥৭॥

ঋগ্‌ভিঃ ([একমাত্ৰাৰ উপাসকে] ঋক্‌মন্ত্ৰসমূহৰদ্বাৰা) এতম (এই মনুষ্যলোক পায়) যজুৰ্ভিঃ [দ্বিমাত্ৰাৰ উপাসকে] যজুঃ মন্ত্ৰসমূহৰ

ভোগ নাই য'ত মৃত্যু নাই য'ত কোনো ভয় নাই * —এনে অজৰ অমৰ নির্ভয় শান্তিময় সর্বোত্তম পুৰুষোত্তম বিৰাজমান। তৎপৰ্য এই যে, যি ওঙ্কাৰ উপাসনাই জাগতিক কাম্যভোগ দিয়ে, সেই কাম্যভোগৰ পৰিণামকষ্টতা বুজি তাৰ প্ৰতি অনাসক্ত হৈ নিষ্কামভাবে ওঙ্কাৰ-উপাসনা কৰা জনে পৰমাত্মা পুৰুষোত্তমক লাভ কৰে আৰু জন্ম-মৃত্যুৰ হাত সাৰি চিৰ-শান্তি পায় (গীতা ৮।১৫—১৬) ॥৭॥

॥ পঞ্চম প্ৰশ্ন সমাপ্ত ॥৫॥

---

## ষষ্ঠ প্ৰশ্ন

অথ হৈনং সুকেশা ভাৰদ্বাজঃ পপ্ৰচ্ছ—ভগৱন হিৰণ্যনাভঃ কৌসল্যো ৰাজপুত্ৰো মামুপেত্যৈতং প্ৰশ্নম-পৃচ্ছত। ষোড়শকলং ভাৰদ্বাজ পুৰুষং বেত্থ। তমহং

---

* ওঙ্কাৰ ভগৱন্তৰ নাম; গতিকে ধৰ্মবিশ্বাসভেদ, অধিকাৰীভেদ — ইত্যাদি কাৰণে নিজ-ধৰ্মবিশ্বাসৰ অনুৰূপ নাম-উপাসনাও শ্ৰুতিৰ ভাবাৰ্থ। সেইকাৰণে ভাগৱতআদি পুৰাণশাস্ত্ৰত ওঙ্কাৰস্বৰূপ তদৰ্থবিশিষ্ট ভগৱন্তৰ নাম-মহিমা বৰ্ণিত হৈছে। শ্ৰীশঙ্কৰদেৱৰ "হৰিৰাম হৰিৰাম এ নৃগমন্ত্ৰ" ইত্যাদি কীৰ্তন-গীতি এই ওঙ্কাৰ-মাহাত্ম্যঘোষিত শ্ৰুতিৰ তাৎপৰ্যমূলক নিশ্চয়।

কুমাৰমব্ৰুৱং নাহমিমং বেদ যদ্যহমিমমৱেদিষং কথং তে নাৱক্ষ্যমিতি সমূলো বা এষ পৰিশুষ্যতি যোঽনৃতমভিৱদতি তস্মান্নাৰ্হাম্যনৃতং ৱক্তুম্। স তূষ্ণীং ৰথমাৰুহ্য প্ৰৱৱ্ৰাজ। তং ত্বা পৃচ্ছামি ক্বাসৌ পুৰুষ ইতি॥ ১॥

অথ (ইয়াৰ পাছত) এনম্ হ (এই প্ৰসিদ্ধ পিপ্পলাদক) ভাৰদ্বাজঃ সুকেশা (ভৰদ্বাজৰ পুত্ৰ সুকেশাই) পপ্ৰচ্ছ (সুধিলে)— ভগৱন্ (হে ভগৱান্!) কৌসল্যঃ (কোসলদেশীয়) ৰাজপুত্ৰঃ হিৰণ্যনাভঃ (ৰাজকুমাৰ হিৰণ্যনাভে) মাম্ উপেত্য (মোৰ ওচৰলৈ আহি) এতম্ প্ৰশ্নম্ (এই প্ৰশ্ন) অপৃচ্ছত (সুধিছিল)—ভাৰদ্বাজ (হে ভৰদ্বাজনন্দন!) ষোড়শকলম্ পুৰুষম্ (ষোড়শকলাবিশিষ্ট পুৰুষক) বেত্থ (আপুনি জানেনে?) তম্ কুমাৰম্ (সেই ৰাজপুত্ৰক) অহম্ অব্ৰুৱম্ (মই কৈছিলোঁ), অহম্ ইমম্ ন বেদ (মই এই পুৰুষক নাজানোঁ); যদি অহম্ (যদি মই) ইমম্ অৱেদিষম্ (এওঁক জানিলোহেঁতেন) কথম্ (কিয়) তে (তোমাক) ন অৱক্ষ্যম (নক'ম) ইতি (এইবুলি)। এষঃ বৈ (এইজন অৱশ্যেই) সমূলঃ পৰিশুষ্যতি (সমূলে শুকাই যায়) যঃ (যি জনে) অনৃতম্ অভিৱদতি (মিছাকথা কয়)। তস্মাৎ (সেইকাৰণে) অনৃতম্ ৱক্তুম্ (মিছাকৈ কবলৈ) ন অৰ্হামি (মই নোৱাৰিম)। [এই উত্তৰ শুনি] সঃ (সেই ৰাজকুমাৰে) তূষ্ণীম্ (একো নকৈ) ৰথম্ আৰুহ্য (ৰথত উঠি) প্ৰৱব্ৰাজ (গুচি গ'ল) তম্ (সেইটো ৰথীকে) ত্বা পৃচ্ছামি (আপোনাক মই সুধিছোঁ)— অসৌ পুৰুষঃ ক্ব ইতি (সেই ষোড়শকলাবিশিষ্ট পুৰুষক কেনেকৈ জনা যায়)? ॥১॥

ইয়াৰ পাছত ভৰদ্বাজৰ পুত্ৰ সুকেশাই মহৰ্ষি পিপ্পলাদক ক'লে—হে ভগৱান্! এসময়ত কোসলদেশৰ ৰাজকুমাৰ হিৰণ্যনাভে মোৰ ওচৰলৈ আহি এই প্ৰশ্ন সুধিছিল যে, 'হে ভৰদ্বাজনন্দন! আপুনি ষোড়শকলাবিশিষ্ট পুৰুষৰ বিষয়ে কি জানে'? সেই ৰাজকুমাৰক মই স্পষ্টকৈ কৈ দিলোঁ—'মই তেওঁক নাজানোঁ। যদি মই জানিলোঁহেঁতেন কিয়নো তোমাক ন'কম? নোকোৱাৰ দৰে কোনো কাৰণ নাই? নহয়, কথা এটা জনা-বোলাই সজাই-পৰাই (ৰচনা কৰি কোৱাৰ দৰে) মিছাকথা মই কব নোৱাৰো। মিছাকথকীয়া সমূলে উচ্ছন্ন হৈ যায়—ইহলোকতো তাৰ দুৰ্নাম আৰু পৰলোকতো অকল্যাণ হয়। মোৰ কথা শুনি সেই ৰাজকুমাৰে একো নকৈ (লজ্জিতভাৱে) ৰথত উঠি গুচি গ'ল। মই এতিয়া আপোনাৰ-পৰা সেই ষোল-কলাযুক্ত পুৰুষৰ বিষয়ে জানিব খোজোঁ; আপুনি কওক—তেওঁ ক'ত আৰু কি স্বৰূপ? ॥১॥

তস্মৈ স হোবাচ। ইহৈবান্তঃশৰীৰে সোম্য স পুৰুষো যস্মিন্নেতাঃ ষোড়শ কলাঃ প্ৰভৱন্তীতি ॥২॥

তস্মৈ (তেওঁক) সঃ হ উবাচ (সেই প্ৰসিদ্ধ মহৰ্ষিয়ে ক'লে)—সোম্য (হে প্ৰিয়!) ইহ এৱ অন্তঃশৰীৰে (ইয়াতেই শৰীৰৰ ভিতৰত) সঃ পুৰুষঃ (সেই পুৰুষ বিদ্যমান), যস্মিন্ (যাত) এতাঃ ষোড়শ কলাঃ (এই সকল ষোল কলা) প্ৰভৱন্তি ইতি (প্ৰকট হয়) ॥২॥

[এনে বিচাৰ কৰি] সঃ (সেই পুৰুষে) প্ৰাণম্ অসৃজত (প্ৰাণক সৃষ্টি কৰিলে), প্ৰাণাৎ শ্ৰদ্ধাম্ (প্ৰাণৰ পাছত শ্ৰদ্ধাক সৃষ্টি কৰিলে)। খম্ বায়ুঃ জ্যোতিঃ আপঃ পৃথিবী (আকাশ, বায়ু, তেজ, জল, পৃথিবী) [এই পঞ্চভূত] ইন্দ্ৰিয়ম্ মনঃ (দশ ইন্দ্ৰিয় আৰু মন) অন্নম্ (তাৰ পাছত অন্ন) অন্নাৎ বীৰ্যম্ (অন্নৰ পৰা সামৰ্থ্য) তপঃ (তপস্যা) মন্ত্ৰাঃ (মন্ত্ৰসমূহ) কৰ্ম (বিবিধ কৰ্ম) লোকাঃ চ (আৰু লোকসমূহ) লোকেষু চ নাম (সেই লোকসমূহত নানা নামো সৃষ্টি হ'ল) ৪।

পৰমাত্মা পৰমেশ্বৰে সৰ্বপ্ৰথম প্ৰাণক সৃষ্টি কৰিলে, যাক হিৰণ্যগৰ্ভ, ব্ৰহ্মা, সূত্ৰাত্মা ইত্যাদি নামেও কোৱা হয়। এই প্ৰাণ সমস্ত স্থূলদেহৰ অন্তৰাত্মা আৰু ইন্দ্ৰিয়াদি কৰণসমূহৰ আধাৰ; প্ৰাণৰ উৎক্ৰমণ হলে জীৱই শৰীৰত্যাগ কৰে (প্ৰশ্ন ৩।১০)। প্ৰাণৰ পাছতে শুভকৰ্মত প্ৰবৃত্তি জন্মোৱা শ্ৰদ্ধাৰ অৰ্থাৎ আস্তিক্যবুদ্ধিৰ সৃষ্টি কৰিলে। তাৰপাছত কৰ্মফল-ভোগৰ সাধনস্বৰূপে দেহ গঢ়িবলৈ আকাশ, বায়ু, তেজ, পানী আৰু মাটি এই পঞ্চ মহাভূতৰ সৃষ্টি কৰিলে। পৰিদৃশ্যমান সমগ্ৰ ব্ৰহ্মাণ্ডই এই পঞ্চমহাভূতৰে কাৰ্য। তাৰ বাহিৰে বিষয়ৰ জ্ঞান জন্মোৱা পাঁচ জ্ঞানেন্দ্ৰিয় আৰু কৰ্মোপযোগী পাঁচ কৰ্মেন্দ্ৰিয় আৰু সেইবোৰৰ যথোপযুক্ত পৰিচালনা কৰিবলৈ মন, বুদ্ধি, অহঙ্কাৰ আৰু চিত্ত এই চাৰি অন্তঃকৰণৰ সমষ্টিৰূপ মনক ৰচনা কৰিলে। তাৰপাছত প্ৰাণীদেহৰ ৰক্ষাৰকাৰণে বিবিধ খাদ্যসম্ভাৰ

আৰু খাদ্যৰ পৰিপাকৰদ্বাৰা বল বা শক্তিক সৃষ্টি কৰিলে। এইবিলাকৰ বাহিৰেও মন আৰু ইন্দ্ৰিয়সংযমৰূপ তপস্যা, উপাসনা আদিৰ কাৰণে প্ৰযোজনীয় মন্ত্ৰ, অন্তঃকৰণৰ সহযোগত ইন্দ্ৰিয়বোৰৰদ্বাৰা অনুষ্ঠেয় কৰ্তব্যকৰ্মবোৰ, কৰ্মবোৰৰ ফলত ভোগকৰিবলগা বিভিন্ন লোক আৰু সেই সেই লোকত পৰিচিত হবপৰা বেলেগ বেলেগ নামবোৰকো সৃষ্টি কৰিলে। এই প্ৰকাৰে ষোল-কলা অবয়ব বা অংশ) যুক্ত এই বিশ্ব-ব্ৰহ্মাণ্ড ৰচনা কৰি তাৰ প্ৰত্যেক পদাৰ্থব্যাপি তেওঁ বিৰাজমান থাকে পৰমাত্মাপুৰুষ ষোড়শ কলাবিশিষ্ট পুৰুষ। আমাৰ এই মনুষ্যদেহো যেনিবা ব্ৰহ্মাণ্ডৰে এটা ক্ষুদ্ৰ সংস্কৰণ। এইকাৰণে সমগ্ৰ ব্ৰহ্মাণ্ডত থকাৰ দৰেই আমাৰ শৰীৰতো পূৰ্বোক্ত ষোল-কলাসমন্বিত পৰমপুৰুষ অন্তৰাত্মাৰূপে প্ৰত্যেকতে বিৰাজমান আছে। সেই শৰীৰাভ্যন্তৰত(হৃদয়ত) অৱস্থিত পৰম-দেৱতাক জানিব পাৰিলেই ষোড়শকলাযুক্ত পুৰুষক জনা হয় ॥৪॥

স যথেমা নদ্যঃ স্যন্দমানাঃ সমুদ্ৰায়ণাঃ সমুদ্ৰং প্ৰাপ্যাস্তং গচ্ছন্তি ভিদ্যেতে তাসাং নামৰূপে সমুদ্ৰ ইত্যেৱং প্ৰোচ্যতে। এৱমেৱাস্য পৰিদ্ৰষ্টুৰিমাঃ ষোড়শ কলাঃ পুৰুষায়ণাঃ পুৰুষং প্ৰাপ্যাস্তং গচ্ছন্তি ভিদ্যেতে চাসাং নামৰূপে পুৰুষ ইত্যেৱং প্ৰোচ্যতে স এষোঽকলোঽমৃতো ভৱতি তদেষ শ্লোকঃ ॥৫॥

হৈ যায়। এইকাৰণে সেই সৰ্বোপাধিবৰ্জিত এই পৰমপুৰুষ কলাৰহিত অমৃতস্বৰূপ কথিত হয়। এই তত্ত্বজ্ঞান যাৰ হ'ল তেনে লোকো ব্ৰহ্মপ্ৰাপ্ত হৈ অকল অৰ্থাৎ ভেদজ্ঞানশূন্য হৈ অমৃত স্বৰূপ হৈ যায়। এইবিষয়তে এই মন্ত্ৰ আছে ॥৫॥

অৰা ইব ৰথনাভৌ কলা যস্মিন প্ৰতিষ্ঠিতা।
তং বেদ্যং পুৰুষং বেদ যথা মা বো মৃত্যুঃ পৰিব্যথা ইতি ॥৬॥

ৰথনাভৌ) ৰথৰ চকাৰ মাদলিটোত) অৰাঃ ইব (শলখাবোৰৰ দৰে) যস্মিন্ (যাত কলাঃ (পূৰ্বোক্ত কলাসমূহ) প্ৰতিষ্ঠিতাঃ (সকলো কালতে অৱস্থান কৰে), তম্ বেদ্যম্ পুৰুষম (সেই জ্ঞানগম্য পুৰুষক, বেদ (জনা উচিত)— যথা (যাৰ ফলত) বঃ (তোমালোকক) মৃত্যুঃ মৃত্যুৱে) মা পৰিব্যথা ইতি (দুখ দিব নোৱাৰে) ॥৬॥

যেনেকৈ গাড়ীৰ চকাটোত থকা আটাইবোৰ শলখাৰ একমাত্ৰ আধাৰ মাজত থকা মাদলিটো, মাদলি-সংযুক্ত নহলে সিহঁত নিটিকে। সেইদৰে পূৰ্বকথিত কলাসমূহৰ যি আধাৰ, সেইবোৰ যাৰপৰা উৎপন্ন আৰু যাত বিলীন হয়, সেই একমাত্ৰ শৰণ্য, জ্ঞেয়, পৰমাত্মাপুৰুষক জনা উচিত। তেওঁক জানিব পাৰিলে তোমালোকৰ মৃত্যুভয় নাথাকিব অৰ্থাৎ সংসাৰ সোঁতত ভাঁহি জনম-মৰণ চাকনৈয়াত ঘূৰি থাকিব লগা নহব ; চিৰকাললৈ তোমালোক অমৰ হৈ যাবা ॥৬॥

তান্ হোবাচৈতাবদেবাহমেতৎ পৰং ব্ৰহ্ম বেদ। নাতঃ পৰমস্তীতি ॥৭॥

হ (হয়াৰ পাছত) [মহৰ্ষি পিপ্পলাদে] তান্ (সেই শিষ্যসকলক) উবাচ (কলে)—এতৎ পৰম্ ব্ৰহ্ম (এই পৰব্ৰহ্মক) এতাবৎ এব (ইমানেহে) অহম্ বেদ (মই জানোঁ)। অতঃ পৰম্ (ইয়াতকৈ আৰু জ্ঞাতব্য) ন অস্তি ইতি (নাই বুলি জানিবা)।৭॥

উপনিষদ্‌বক্তা মহৰ্ষি পিপ্পলাদে উপনিষদৰ উপসংহাৰ কৰিব খুজি ছয়োজন ঋষিক সম্বোধন কৰি কলে—হে ঋষি-সকল! এই পৰব্ৰহ্ম পুৰুষোত্তমৰ বিষয়ে মই ইমানখিনিকে জানোঁ। ইয়াতকৈ আৰু জানিবলগীয়া আন একো নাই; অৰ্থাৎ পৰব্ৰহ্মসম্বন্ধে জানিবলগীয়া সকলো কথাই মই তোমা-লোকক কলোঁ ॥৭॥

তে তমৰ্চয়ন্তস্ত্বং হি নঃ পিতা যোঽস্মাকমবিদ্যায়াঃ পৰংপাৰং তাৰয়সীতি নমঃ পৰমঋষিভ্যো নমঃ পৰম-ঋষিভ্যঃ ॥৮॥

তে (সেই ঋষি শিষ্যকিজনে) তম্ অৰ্চয়ন্ত (সেই মহৰ্ষিক অৰ্চনা কৰিলে আৰু কলে), ত্বম্ হি নঃ পিতা (আপুনিয়েই আমাৰ পিতা—ব্ৰহ্মজ্ঞানৰ জনক), যঃ (যি আপুনি) অস্মাকম্ (আমাক) অবিদ্যায়াঃ (অবিদ্যাৰ) পৰম্ পাৰম্ (অন্ত পাৰলৈ) তাৰয়সি ইতি (পাৰ কৰিলে)। পৰমঋষিভ্যঃ নমঃ (পৰমঋষি আপোনালৈ আমাৰ সেৱা)। নমঃ পৰম-ঋষিভ্যঃ (ব্ৰহ্মবিদ্যাপ্ৰবৰ্তক মহৰ্ষিসকললৈ আমাৰ নমস্কাৰ) ॥৮।

আচাৰ্য পিপ্পলাদৰপৰা ব্ৰহ্মবিদ্যাৰ উপদেশ পাই নিজক কৃতাৰ্থ মানি সেই ছয়োজন শিষ্য-ঋষিয়ে ব্ৰহ্মবাদী মহৰ্ষিক পূজা কৰিলে আৰু ক'লে—হে ভগবান্। ব্ৰহ্মবিদ্যাদাতা আপুনি হে আমাৰ বাস্তৱিক পিতা। এই ব্ৰহ্মবিদ্যাৰ উপদেশ দি আপুনি আমাক অবিদ্যাৰূপ সংসাৰ-সাগৰ পাৰ কৰি দিলে। ব্ৰহ্মবিদ্যাপ্ৰৱৰ্তক আপুনি পৰমঋষি—শ্ৰেষ্ঠ জ্ঞান স্বৰূপ। আপোনাক নমস্কাৰ। আপোনাৰ দৰে ব্ৰহ্মবাদী সকলোকেকে আমাৰ নমস্কাৰ। (অন্তিম বাক্যৰ দ্বিৰুক্তিয়ে সেয়াৰ আগ্ৰহ আৰু উপনিষদৰ সমাপ্তি সূচাইছে।) ॥৮॥

॥ষষ্ঠ প্ৰশ্ন সমাপ্ত॥৬॥

॥ অথৰ্ববেদীয় প্ৰশ্নোপনিষদ্ সমাপ্ত ॥

---

## শান্তি পাঠ

ওঁ ভদ্ৰং কৰ্ণেভিঃ শৃণুয়াম দেৱা
　　ভদ্ৰং পশ্যেমাক্ষভিৰ্যজত্ৰাঃ।
স্থিৰৈৰঙ্গৈস্তুষ্টুবাꣳসস্তনূভি-
　　ৰ্ব্যশেম দেৱহিতং যদায়ুঃ ॥
ওঁ শান্তিঃ !! শান্তিঃ !! শান্তিঃ !!!

[ অন্বয় অৰ্থ এই উপনিষদৰ আৰম্ভতে দিয়া আছে। ]

—০০—

# মুণ্ডকোপনিষদ্

অথৰ্ব্ববেদীয় শৌনকী শাখান্তৰ্গত এই উপনিষদৰ অধ্যায়বিলাকৰ নামো দিয়া হৈছে 'মুণ্ডক'। ইয়াত তিনিটা মুণ্ডক আৰু প্ৰত্যেক মুণ্ডকত দুটাকৈ মুঠ ছটা খণ্ড আছে।

—হৰি ওঁ শ্ৰীপৰমাত্মনে নমঃ—

## শান্তি পাঠ

ওঁ ভদ্ৰং কৰ্ণেভিঃ শৃণুয়াম দেৱা
ভদ্ৰং পশ্যেমাক্ষভিৰ্যজত্ৰাঃ।
স্থিৰৈৰঙ্গৈস্তুষ্টুৱাঁসস্তনূভি-
ৰ্ব্যশেম দেৱহিতং য়দায়ুঃ॥
ওঁ শান্তিঃ!! শান্তিঃ!! শান্তিঃ!!!

[অন্বয় আদিৰ কাৰণে প্ৰশ্নোপনিষদৰ শান্তিপাঠ দ্ৰষ্টব্য।]

## প্ৰথম মুণ্ডক

### প্ৰথম খণ্ড

ওঁ ব্ৰহ্মা দেৱানাং প্ৰথমঃ সম্বভূৱ
ৱিশ্বস্য কৰ্তা ভুৱনস্য গোপ্তা।
স ব্ৰহ্মৱিদ্যাং সৰ্বৱিদ্যাপ্ৰতিষ্ঠা-
মথৰ্বায় জ্যেষ্ঠপুত্ৰায় প্ৰাহ॥১॥

[ওঁ এই পৰব্ৰহ্মৰ নাম উচ্চাৰণ কৰি উপনিষদৰ আৰম্ভ কৰা হৈছে। ইয়াৰদ্বাৰা এই কথাই সূচিত হয় যে, আমিও প্ৰত্যেক কামৰ আৰম্ভতে পৰমেশ্বৰৰ নাম স্মৰণ আৰু কীৰ্তন কৰা অৱশ্য কৰ্তব্য।]

বিশ্বস্য কর্তা (সমগ্র ব্রহ্মাণ্ডর রচয়িতা) ভুবনস্য গোপ্তা (রচিত বিশ্বর রক্ষাকর্তা) ব্রহ্মা (পিতামহ ব্রহ্মা— হিরণ্যগর্ভ) দেবানাম্ (জ্যোতির্ময় দেববৃন্দর) প্রথমঃ সম্ভূব (সর্বপ্রথমে প্রাদুর্ভাব হল) সঃ তেওঁ জ্যেষ্ঠপুত্রায় অথর্বায় (জ্যেষ্ঠপুত্র অথর্বক) সর্ববিদ্যাপ্রতিষ্ঠাম্ (সর্ববিদ্যার আধারস্বরূপ) ব্রহ্মবিদ্যাম্ (আত্মবিষয়িনী বিদ্যার উপদেশ) প্রাহ (কৈছিল) ॥১॥

সত্যসংকল্প পরমপুরুষর ইচ্ছার প্রভাবতে জ্যোতির্ময় দেববৃন্দর ভিতরত সর্বপ্রথমেই স্বয়ম্ভূরূপে * পিতামহ ব্রহ্মা আবির্ভূত হ'ল। তেওঁ বিশ্বব্রহ্মাণ্ড রচনা করিলে আরু তার ভরণ-পোষণর ব্যৱস্থাও বান্ধিলে। তেওঁ জ্যেষ্ঠপুত্র অথর্বাক ব্রহ্মবিদ্যার উপদেশ দিলে, যি বিদ্যার জ্ঞান হলে অন্য কোনো জ্ঞাতব্যাই অৱশিষ্ট নাথাকে— সম্পূর্ণকৈ পর আরু অপর ব্রহ্মর স্বরূপ বুজা যায় বাবেই সেই ব্রহ্মবিদ্যা সর্ববিদ্যার আধারস্বরূপ ॥২॥

---

* যোঽসাবতীন্দ্রিয়োঽগ্রাহ্যঃ সূক্ষ্মোঽব্যক্তঃ সনাতনঃ।
সর্বভূতময়োঽচিন্ত্যো স এব স্বয়মুদ্বভৌ।

যি অতীন্দ্রিয়, অগ্রহণীয়, সূক্ষ্ম, অব্যক্ত, সনাতন, সর্বভূতময় আরু অচিন্ত্য, সেই তেওঁ স্বয়ং উদ্ভৱ হল। যার অতুলনীয় জ্ঞান, বৈরাগ্য, ঐশ্বর্য আরু ধর্ম এই চারি স্বভাবসিদ্ধ—

জ্ঞানমপ্রতিমং যস্য বৈরাগ্যং চ জগৎপতেঃ।
ঐশ্বর্যং চৈব ধর্মশ্চ সহসিদ্ধং চতুষ্টয়ম্।" ॥

অথৰ্বনে য়াং প্ৰবদেত ব্ৰহ্মা-
থৰ্বা তাং পুৰোৱাচাঙ্গিৰে ব্ৰহ্মবিদ্যাম্।
স ভাদ্বাজায় সত্যৱহায় প্ৰাহ
ভাৰদ্বাজোঽঙ্গিৰসে পৰাৱৰাম্ ॥২॥

ব্ৰহ্মা (ব্ৰহ্মাই) যাম্ (যি বিদ্যাক) অথৰ্বণে প্ৰৱদেত (অথৰ্বাক উপদেশ দিলে), তাম্ ব্ৰহ্মবিদ্যাম্ (সেই ব্ৰহ্মাবিদ্যাক অথৰ্বা (অথৰ্বাই) পুৰা (পূৰ্বতে) অঙ্গিৰে (অাঙ্গিৰ-ঋষিক) উবাচ (কলে), সঃ (সেই অঙ্গিৰে) ভাৰদ্বাজায় সত্যৱহায় (ভৰদ্বাজগোত্ৰীয় সত্যবহঋষিক) প্ৰাহ (কলে), ভাৰদ্বাজঃ (ভাৰদ্বাজ সত্যবহে) পৰ-অৱৰাম্ (প্ৰথমৰ-পৰ। পাছলৈ আহি থকা সেই বিদ্যাৰ উপদেশ) অঙ্গিৰসে (অঙ্গিৰা নামে ঋষিক দিলে) ॥২॥

অথৰ্বাই ব্ৰহ্মাৰপৰা যি ব্ৰহ্মবিদ্যাৰ উপদেশ পালে, সেই ব্ৰহ্মবিদ্যাকে অথৰ্বাই প্ৰথমতে অঙ্গিৰনামে ঋষিক দিলে, সেই অঙ্গিৰে ভৰদ্বাজগোত্ৰৰ সত্যবহঋষিক কলে। গুৰু-শিষ্য পৰম্পৰাক্ৰমে চলি অহা সেই ব্ৰহ্মবিদ্যাৰ উপদেশ ভাৰদ্বাজ সত্যবহে অঙ্গিৰাঋষিক দিলে ॥২॥

শৌনকো হ বৈ মহাশালোঽঙ্গিৰসং বিধিৱদু-
পসন্নঃ পপ্ৰচ্ছ। কস্মিন্নু ভগৱো বিজ্ঞাতে সৰ্বমিদং
বিজ্ঞাতং ভৱতীতি ॥৩॥

হ শৌনকঃ বৈ (প্ৰসিদ্ধি আছে যে, শৌনক নামে সুবিখ্যাত মুনি, যি) মহাশালঃ (মহাবিদ্যালয়ৰ অধ্যক্ষ, তেওঁ) বিধিৱৎ (শাস্ত্ৰীয় বিধি-মতে) অঙ্গিৰসম উপসন্নঃ (মহৰ্ষি অঙ্গিৰাৰ ওচৰলৈ আহি) পপ্ৰচ্ছ (প্ৰশ্ন কৰিলে)—ভগৱঃ (হে ভগৱান!) নু (নিশ্চয়কৈ) কস্মিন্ বিজ্ঞাতে (কি বিষয় জানিলে) ইদম্ সৰ্বম্ (এই যি কোনো সকলো বিষয়) বিজ্ঞাতম্ ভৱতি ইতি (সুবিদিত হৈ যায়—এই কথাটো কওক) ॥৩॥

শৌনক নামে এজন সুবিখ্যাত মহৰ্ষি আছিল। তেওঁৰ এখন বৃহৎ ঋষিকুলআশ্ৰম (বিশ্ববিদ্যালয়) আছিল। পুৰাণ মতে তেওঁৰ ঋষিকুলত অষ্টাশীহেজাৰ ঋষি আছিল। সেই প্ৰসিদ্ধ শৌনকে শাস্ত্ৰীয় বিধিমতে সমিৎপাণি হৈ মহৰ্ষি অঙ্গিৰাৰ ওচৰলৈ আহিল আৰু ব্ৰহ্মবিদ্যা জনাৰ অভিপ্ৰায়েৰে সবিনয়ে নিবেদন জনালে—হে ভগৱান্! অনুগ্ৰহ কৰি কওকচোন—কাক ভালকৈ জানিব পাৰিলে সমস্ত জগতৰ যি কোনো সকলোকে যথাৰ্থতে জনা হৈ যায়? এনে পৰম তত্ত্ব কি আৰু তাক কেনেকৈ জানিব পাৰি? ॥৩॥

তস্মৈ স হোৱাচ। দ্বে বিদ্যে বেদিতব্যে ইতি হ স্ম যদ্‌ব্ৰহ্মবিদো বদন্তি পৰা চৈৱাপৰা চ ॥৪॥

তস্মৈ (সেই শৌনকক) সঃ হ (প্ৰসিদ্ধ মহৰ্ষিঅঙ্গিৰাই) উৱাচ (কলে)—ব্ৰহ্মবিদঃ (ব্ৰহ্মজ্ঞসকলে) ইতি হ (এইদৰে নিশ্চয়কৈ) বদন্তি স্ম (কৈ আহিছে যে), পৰা চ অপৰা চ (পৰা আৰু অপৰা বুলি প্ৰসিদ্ধ) দ্বে বিদ্যে এৱ (দুই বিদ্যাকেই) বেদিতব্যে (জানিব লাগে) ॥৪॥

শৌনক মুনিৰ প্ৰশ্ন শুনি মহৰ্ষি অঙ্গিৰাই কলে—হে শৌনক। ব্ৰহ্মতত্ত্বজ্ঞ ঋষিসকলে সুনিশ্চিতভাৱে এই কথাকেই কৈ আহিছে যে, মানুহৰ জানিবলগীয়া দুবিধ বিদ্যা সুপ্ৰসিদ্ধ। সেই দুবিধ হ'ল—এক পৰা আৰু দ্বিতীয় অপৰা ॥৪॥

তত্ৰাপৰা ঋগ্বেদো যজুৰ্বেদঃ সামবেদো
ঽথৰ্ববেদঃ শিক্ষা কল্পো ব্যাকৰণং নিৰুক্তং
ছন্দো জ্যোতিষমিতি।
অথ পৰা যয়া তদক্ষৰমধিগম্যতে ॥৫॥

তত্ৰ (সেই দুইৰ ভিতৰত) ঋগ্বেদঃ, যজুৰ্বেদঃ সামবেদঃ অথৰ্ববেদঃ ঋক্, যজুঃ, সাম আৰু অথৰ্ব—এই চাৰিবেদ) শিক্ষা, কল্পঃ, ব্যাকৰণম্, নিৰুক্তম্, ছন্দঃ, জ্যোতিষম্ (এই ছয় বেদাঙ্গ) ইতি অপৰা (এই সকলোবেই অপৰা বিদ্যা)। অথ (আৰু) যয়া (যি বিদ্যাৰদ্বাৰা) তৎ অক্ষৰম (সেই অমৰণ ভগৱান পৰব্ৰহ্মক) অধিগম্যতে (তত্ত্বতঃ জনা যায়) পৰা (সেয়ে পৰা বিদ্যা) ॥৫॥

তাৰ ভিতৰত ঋগ্বেদ, যজুৰ্বেদ, সামবেদ, অথৰ্ববেদ এই চাৰিবেদ ; এই বেদত নানা প্ৰকাৰ যজ্ঞাদি কৰ্মৰ বিধি আৰু তাৰ ফলৰ বিষয়ে বিস্তৃত বৰ্ণনা আছে। জগতৰ যাৱতীয় পদাৰ্থ আৰু যাৱতীয় বিষয় বেদবিদ্যাৰ অন্তৰ্ভুক্ত। কিন্তু কালক্ৰমে বেদবৰ্ণিত বিবিধ বিষয়ৰ বিবিধ শাখা

আধুনিক কালত পোৱা নাযায়—হেৰাই গ'ল। বেদৰ জ্ঞান লাভ কৰিবলৈ ছয় বেদাঙ্গ আছে—বেদৰ যথার্থ উচ্চাৰণ বিধিৰ উপদেশ বিষয়ক গ্ৰন্থ 'শিক্ষা', বৈদিক কৰ্মানুষ্ঠানৰ জ্ঞাপক শ্ৰৌত গৃহ্যসূত্ৰাদি 'কল্প' শব্দৰ অনুশাসন, শব্দাৰ্থ বোধৰ প্ৰক্ৰিয়া আৰু শব্দপ্ৰয়োগ আদিৰ নিয়মনিৰ্ণায়ক গ্ৰন্থ 'ব্যাকৰণ', বৈদিক শব্দসমূহৰ অৰ্থপ্ৰকাশক অভিধান নিৰুক্ত, বৈদিক ছন্দবোৰৰ জাতি আৰু ভেদ নিৰূপক গ্ৰন্থ 'ছন্দ' গ্ৰহ-নক্ষত্ৰ আদিৰ গতি, স্থিতি আৰু সেইবোৰৰদ্বাৰা প্ৰভাৱিত হোৱা পাৰ্থিৱ জগতৰ সুখ-দুখাদিৰ বিচাৰ-নিৰ্ণয় কৰিবপৰা গ্ৰন্থ 'জ্যোতিষ,—এই ৰূপে চাৰি বেদ আৰু ছয় বেদাঙ্গ। এই সকলোবেই অপৰাবিদ্যা'। আৰু যাৰদ্বাৰা সেই অক্ষৰ, অভগন পৰব্ৰহ্ম পুৰুষোত্তমক যথাথৰূপে জানিব পাৰি, সেয়া পৰাবিদ্যা।

[ চাৰিবেদক অপৰবিদ্যা বোলাৰদ্বাৰা উপনিষদ্‌সমূহক বেদ-বাহ্য বুলি বুজিব নালাগে। ঐহিক আৰু পাৰত্ৰিক ভোগ-সুখৰ কাৰণে নানাক্ৰিয়াকাণ্ডৰ বিধান আৰু সেইবোৰৰ সাধন প্ৰণালীৰ উপদেশ থকা কৰ্মকাণ্ডবিধায়ক বেদভাগ হে 'অপৰাবিদ্যা'ৰ অন্তৰ্গত। কিন্তু সেই বেদসমূহৰে 'জ্ঞানকাণ্ড'ৰ অন্তৰ্ভুক্ত উপনিষদ্‌সমূহত বৰ্ণিত পৰমাত্মতত্ত্ব আৰু তাৰ সাধনাদিৰ উপদেশ—পৰাবিদ্যা। গতিকে কোনো অসামঞ্জস্য নাই।] ॥৫॥

যত্তদদ্রেশ্যমগ্রাহ্যমগোত্রমবর্ণ-
মচক্ষুঃ শ্ৰোত্ৰং তদপাণিপাদম্।
নিত্যং বিভুং সৰ্বগতং সুসূক্ষ্মং তদব্যয়ং
যদ্ভূতয়োনিং পৰিপশ্যন্তি ধীৰাঃ ॥৬॥

তৎ যৎ (সেই যি) অদ্রেশ্যম্ (অদৃশ্য, জ্ঞানেন্দ্ৰিয়ৰ অগম্য) অগ্ৰাহ্যম্ (গ্ৰহণৰ—কৰ্মেন্দ্ৰিয়ৰ অবিষয়), অগোত্ৰম (মূল নথকা), অবৰ্ণম্ (বৰ্ণ আৰু আকৃতিহীন), অচক্ষুঃ-শ্ৰোত্ৰম্ (চকু-কাণ নোহোৱা—জ্ঞানেন্দ্ৰিয়-বৰ্জিত) অপাণিপাদম্ (হাত-ভৰি আদি কৰ্মেন্দ্ৰিয়ৰহিত) [তথা] তৎ নিত্যম্ (সেই নিত্য) বিভুম (সৰ্বব্যাপী) সৰ্বগতম (সকলোতে বিদ্যমান) সু-সূক্ষ্মম (অত্যন্ত সূক্ষ্ম) অব্যয়ম্ (ক্ষয় ৰহিত) তৎ যৎ (সেই যি) ভূতয়োনিম্ (সমস্তপ্ৰাণীৰকাৰণক ধীৰাঃ (জ্ঞানীলোকে) পৰিপশ্যন্তি (সৰ্বত্ৰ পৰিপূৰ্ণ দেখা পায়) ॥৬॥

পৰাবিদ্যাৰদ্বাৰা অধিগম্য অক্ষৰ ব্ৰহ্মৰ যথাৰ্থ স্বৰূপ শ্ৰুতিয়ে ঘোষণা কৰিছে যে, যাক জ্ঞানেন্দ্ৰিয়ৰ সহায়েৰে জনা নাযায়, কৰ্মেন্দ্ৰিয়ৰদ্বাৰা ধৰিব নোৱাৰি, যাৰ আদি বা কোনো মূল নাই, বৰ্ণ আৰু আকৃতি নাই, চকু-কাণ আদি জ্ঞানেন্দ্ৰিয় আৰু হাত-ভৰি আদি কৰ্মেন্দ্ৰিয় নাই; আকৌ সেই যি অত্যন্তসূক্ষ্ম, ব্যাপক, প্ৰত্যেগাত্মাৰূপে সকলোতে বিদ্যমান কদাপি ক্ষয় নোহোৱা সৰ্বপ্ৰকাৰে নিত্য, আৰু যি সমস্তপ্ৰাণীবৰ্গৰ পৰমকাৰণ, সেই পৰব্ৰহ্ম পৰমেশ্বৰক পৰমাৰ্থ-জ্ঞানী পুৰুষে সৰ্বত্ৰ বিৰাজমান থকা দেখিবলৈ পায় ॥৬॥

যথোৰ্ণনাভিঃ সৃজতে গৃহ্ণতে চ
যথা পৃথিব্যামোষধয়ঃ সম্ভৱন্তি।
যথা সতঃ পুৰুষাৎ কেশলোমানি
তথাক্ষৰাৎ সম্ভৱতীহ বিশ্বম্ ॥৭॥

যথা (যেনেকৈ) উৰ্ণনাভিঃ (মকৰাই) সৃজতে (সূতা উলিয়াই জাল সাজে) গৃহ্ণতে চ (আৰু নিজতে সামৰি লয়); যথা (যেনেকৈ) পৃথিব্যাম্ (মাটিত) ওষধয়ঃ (ধান, মাহ আদি বিবিধ শস্য) সম্ভৱন্তি উৎপন্ন হয়); যথা (যেনেকৈ) সতঃ পুৰুষাৎ (জীৱিত মানুহৰপৰা) কেশলোমানি (চুলি আৰু নোমবোৰ উৎপন্ন হয়), তথা (তেনেকৈ) অক্ষৰাৎ (অক্ষৰ পৰব্ৰহ্মৰপৰা) ইহ (এই সৃষ্টিত) বিশ্বম্ (যি কোনো সকলো) সম্ভৱতি (উৎপন্ন হয়) ॥৭॥

[ পৰমেশ্বৰ সমস্ত প্ৰাণীবৰ্গৰ কাৰণ কেনেকৈ, তাক দৃষ্টান্তেৰে বুজাইছে— ] যেনেকৈ মকৰাই নিজৰ পেটৰপৰা সূতা উলিয়াই জাল গোঠে আকৌ পাছত তাক নিজতে সামৰি লয়, সেইদৰে পৰমপুৰুষে নিজত বিলীন হৈ থকা জড়-চেতনৰূপ জগতক সৃষ্টিৰ আৰম্ভত বিবিধ ৰূপত উৎপন্ন কৰি জগৎ-জাল বিস্তাৰ কৰে আৰু প্ৰলয়কালত সেই সমস্তকে সামৰি নিজতে বিলীন কৰি ৰাখে (গীতা ৯।৭-৮)। আন এটা উদাহৰণ—পৃথিবীত য'ত যেতিয়া, যেনেকৈ ধান, মাহ, গছ, লতা আদিৰ বীজ পৰে, সেই সেই ৰূপেহে ভিন-ভিন

শষ্যবোৰ উৎপন্ন হয়; ধানৰ বীজৰপৰা মাহ, কঠালগুটিৰ পৰা আম ইত্যাদি ব্যতিক্রম হৈ নহয—এই বিষয়ত পৃথিবীৰ কোনো পক্ষপাতিতা নাই, সেইদৰে জীৱবোৰৰ বিভিন্ন কর্ম-ৰূপ বীজ অনুসাৰে সিহঁতে বিভিন্ন যোনিত জন্মলাভ কৰে ইযাতো ভগৱানত কোনো পক্ষপাতিতাৰ বা নির্দয়তাৰ দোষ দিব নোৱাৰি (ব্রহ্মসূত্র ২।১।৩৪)। তৃতীয় দৃষ্টান্ত দি বুজাইছে যে, যেনেকৈ জীৱিত মানুহৰ শৰীৰত জড়-চুলি নোম আৰু নখ আপোনা-আপুনি উৎপন্ন হয় আৰু বাঢিও যায়, তাৰ কাৰণে তেওঁ একো কৰিব নালাগে, সেইদৰে পৰমেশ্বৰৰ স্বভাৱৰপৰাই এই জগৎ উৎপন্ন হয় আৰু বিস্তাৰিত হৈ যায়, তাৰ কাৰণে তেওঁৰ কোনো প্রযত্নৰ প্রয়োজন নহয় (গীতা ৯।৭-১০ ; ৭।১৩) ॥৭॥

তপসা চীয়তে ব্রহ্ম ততোঽন্নমভিজায়তে।
অন্নাৎ প্রাণো মনঃ সত্যং লোকাঃ
কর্মসু চামৃতম্ ॥৮॥

ব্রহ্ম (পৰব্রহ্ম) তপসা (সংকল্পৰূপ তপস্যাৰদ্বাৰা) চীয়তে (বৃদ্ধি-প্রাপ্ত হ'ল), ততঃ (তাৰপৰা) অন্নম (প্রাণীসমূহৰ ভোগ্যস্বৰূপ অব্যাকৃত প্রকৃতি) অভিজায়তে (অভিব্যক্ত হ'ল); অন্নাৎ (অব্যাকৃত মায়াতত্ত্বৰপৰা) প্রাণ. (হিৰণ্যগর্ভ—জগদাত্মা, মনঃ (সমষ্টি অন্তঃকৰণ), সত্যম্ (পঞ্চ মহাভূত), লোকা. (সমস্তলোক) চ (আৰু সেই সেই লোক-বাসীৰ কর্ম), কর্মসু অমৃতম (কর্মবোৰৰ অবিনাশী ফল উৎপন্ন হ'ল)। ৮।

সংক্ষেপে জগতৰ উৎপত্তি ক্ৰম বৰ্ণাইছে—পুৰুষোত্তম পৰমব্ৰহ্ম সৃষ্টিৰ সংকল্পৰূপ তপস্যাৰদ্বাৰা বাঢ়িবলৈ ধৰিলে 'বহু হম' এনে ঈক্ষণ-বিশিষ্ট হ'ল (ছান্দোগ্য ৬।২৩, গজালি ওলাব খোজা গুটিটোৰ দৰে স্ফীত হল -ষষ্ঠ মন্ত্ৰত কোৱা অত্যন্ত সূক্ষ্মৰূপ অপেক্ষাই স্থূল হৈ গল। তাৰপৰা সৰ্ব প্ৰাণীৰ ভোগ্যৰূপে অব্যাকৃত প্ৰকৃতি বা মায়া অভিব্যক্ত হল—সৃষ্টি সংকল্পৰে ব্যাকৃত হবলৈ উন্মুখী হ'ল। তাৰ ফলত প্ৰাণ অৰ্থাৎ সমষ্টি জ্ঞান-ক্ৰিয়াশক্তিসম্পন্ন জগদাত্মা হিৰণ্যগৰ্ভ আবিৰ্ভূত হ'ল। হিৰণ্যগৰ্ভৰপৰা অন্তঃকৰণ মন, মনৰপৰা আকাশ আদি পঞ্চভূত, তাৰপৰা ক্ৰমে সমস্ত প্ৰাণী আৰু তাৰ বাস-স্থান ভূলোক আদি লোকসমূহ, সেই লোকসমূহত কৰ্ম আৰু তাৰ অৱশ্যম্ভাবী সুখ-দুখৰূপ ফল—এই প্ৰকাৰে সম্পূৰ্ণ-জগৎ উৎপন্ন হ'ল ॥৮॥

যঃ সৰ্বজ্ঞঃ সৰ্ববিদ্ যস্য জ্ঞানময়ং তপঃ।
তস্মাদেতদ্ ব্ৰহ্ম নাম ৰূপমন্নং চ জায়তে ॥৯॥

যঃ (যি পৰমাত্মা পুৰুষোত্তম) সৰ্বজ্ঞঃ (সমষ্টিৰূপে জ্ঞানবান্), সৰ্ববিৎ (ব্যষ্টিৰূপেও সকলোকে জানোঁতা), যস্য (যাৰ) জ্ঞানময়ম্ তপঃ (সৰ্বজ্ঞত্বই তপস্যা), তস্মাৎ (সেই পুৰুষোত্তমৰপৰা) এতৎ ব্ৰহ্ম (এই বিৰাট্ৰূপ—জগৎ) চ (তথা) নাম ৰূপম্ অন্নম্ (নাম, ৰূপ আৰু খাদ্যবস্তু) জায়তে (উৎপন্ন হ'ল) ॥৯॥

সেই পৰমাত্মাপুৰুষে সকলোকে জানে—সাধাৰণৰূপেও বিশেষৰূপেও। তেওঁৰ সর্বজ্ঞানময়তাই তপস্যা ; জগতৰ সৃষ্টি কৰিবলৈ কষ্টসহনৰূপ কোনো তপস্যা তেওঁ কৰিব নালাগে। সেই পুৰুষোত্তমৰ সংকল্পমাত্ৰৰপৰা 'অপৰব্ৰহ্ম' নামে কথিত এই প্ৰত্যক্ষ বিৰাট্‌স্বৰূপ জগৎ অভিব্যক্ত হ'ল। সেইদৰেই সমস্ত প্ৰাণীৰ আৰু লোকসমূহৰ নাম আৰু ৰূপৰ ব্যৱস্থা হ'ল। আৰু জীৱৰ জীৱন-যাপনৰ কাৰণে ভিন্ন ভিন্ন খাদ্যও উৎপন্ন হ'ল।

[ "কাক জানিলে সব জনা হয়"—শৌনকৰ এই প্ৰশ্নৰ উত্তৰত মহৰ্ষি অঙ্গিৰাই বুজালে যে, বিশ্বব্ৰহ্মাণ্ডৰ পৰম কাৰণ পৰমাত্মা পুৰুষোত্তম। সেই সর্বাধাৰ, সর্বজ্ঞ, সর্বকর্তা, সর্ববিধাতা পৰমপুৰুষক জানিলেই জগতৰ সমস্তকে জনা হৈ যায়। ] ॥৯॥

প্ৰথম খণ্ড সমাপ্ত

---

## দ্বিতীয় খণ্ড

তদেতৎ সত্যং মন্ত্রেষু কর্মাণি কবয়ো যান্য-
পশ্যংস্তানি ত্রেতায়াং বহুধা সন্ততানি।
তান্যাচৰথ নিয়তং সত্যকামা এষ বঃ
পন্থাঃ সুকৃতস্য লোকে ॥১॥

তৎ এতৎ সত্যম্ (সেই এইটো সত্য যে) কবয়ঃ (জ্ঞানী ঋষি-সকলে) মন্ত্ৰেষু (বেদমন্ত্ৰবোৰত) যানি কৰ্মাণি (যিবোৰ কৰ্ম) অপশ্যন্ (দেখিছিল), তানি (সেইবোৰ) ত্ৰেতায়াম্ (তিনিও বেদত) বহুধা (বহুপ্ৰকাৰে) সন্ততানি (বিস্তীৰ্ণভাৱে আছে) সত্যকামাঃ (সত্যানুসন্ধী তোমালোকে) তানি (সেইবোৰ কৰ্ম) নিয়তম্ (নিয়মপূৰ্বক) আচৰথ (আচৰণ কৰা)। লোকে (এই মনুষ্যদেহত) বঃ (তোমালোকৰ) এষঃ (এয়াই) সুকৃতস্য পন্থাঃ (সুকৰ্ম কৰণৰ পথ) ॥১॥

[ প্ৰথম খণ্ডত অৱশ্যই জ্ঞানিবলগীয়া বুলি কোৱা অপৰাবিদ্যাৰস্বৰূপ আৰু তাৰ ফল সম্বন্ধে কোৱা হৈছে— ]

এইটো সত্য কথা যে, মহামনস্বী ঋষিসকলে বেদ-মন্ত্ৰবোৰত পুৰুষাৰ্থসাধক যিবোৰ কৰ্মকাণ্ড দেখা পাইছিল, সেইবোৰ নিত্য-নৈমিত্তিক কৰ্মৰ ঋক্, যজুঃ আৰু সাম এই তিনিও বেদত * বহুপ্ৰকাৰে বিস্তৃত বৰ্ণনা আছে (গীতা ৪।৩২)। পাৰমাৰ্থিক সত্যসন্ধানীলোকে সেই বেদবিহিত কৰ্মবোৰ যথানিয়মে সংযতচিত্তে আচৰণ কৰা আৱশ্যক (গীতা ৩।৮-৯ ঃ ৭।২৮ ঃ ১৮।২৩)। মনুষ্যদেহ লাভকৰি সৎকৰ্ম কৰিবলৈ এয়েই একমাত্ৰ পথ ॥১॥

---

* প্ৰধানতঃ এই তিনিকেই বেদৰ সংখ্যাত ধৰা হয়। য'তে ত'তে 'বেদত্ৰয়', 'ত্ৰয়ী' বুলি এই ঋক্, যজু আৰু সাম এই তিনি বেদ হে লক্ষ্য কৰা হয়। এনেকৈ উল্লেখহোৱা স্থলত চতুৰ্থ অথৰ্ববেদক উক্ত তিনি বেদৰ অন্তৰ্বৰ্তী বুলি মানি লোৱা হয়।

যদা লেলায়তে হ্যর্চিঃ সমিদ্ধে হব্যবাহনে।
তদাজ্যভাগাবন্তরেণাহুতীঃ প্রতিপাদয়েৎ ॥২॥

যদা হি (যেতিয়াই) হব্যবাহনে সমিদ্ধে (দেৱতালৈ হবি বহন করি নিয়া অগ্নি প্রজ্বলিত হলে) অর্চিঃ (তাৰ শিখা) লেলায়তে (লেলিহান হয়), তদা (তেতিয়া) আজ্যভাগৌ অন্তৰেণ (আজ্যভাগ আহুতি দুটাৰ মাজত) আহুতীঃ প্রতিপাদয়েৎ (অন্য আহুতিবিলাক অর্পন করিব) ॥২।

অগ্নিহোত্রীলোকে তেওঁলোকৰ আহৱনীয় অগ্নি প্রজ্বলিত হৈ যেতিয়া তাৰ শিখা লক্-লকাই বাঢ়ি যায়, তেতিয়া আজ্যভাগ নামে আহুতি দুটাৰ মধ্যৱৰ্ত্তী কৰি অন্য আহুতি বিলাক অর্পণ কৰিব লাগে।

[হোমবিধি অনুসাৰে প্রজাপতি আৰু ইন্দ্রৰ উদ্দেশ্যে 'আঘাৰ' নামক আহুতি দুটা দিয়াৰ পাছত অগ্নিৰ উত্তৰ ফালে 'অগ্নয়ে স্বাহা' বুলি এক আহুতি আৰু দক্ষিণফালে 'সোমায় স্বাহা' বুলি এক আহুতি দিয়া হয়। এই দুটা আহুতিৰ নাম 'আজ্যভাগ'। এই 'আজ্যভাগ' দুটাৰ মধ্যৱৰ্ত্তী কৰি অর্থাৎ অগ্নিৰ মাজত অন্য আহুতিবোৰ অর্পিত হোৱা বাঞ্ছনীয়।

এই মন্ত্রৰ পৰা বুজা যায় যে, আহুতি দিয়াৰ সময়ত প্রদীপ্ত অগ্নিশিখা লক্-লকাই থাকিব লাগে; তেনে হৈ নাথাকিলে আহুতি দিয়া উচিত নহয় ] ॥২॥

যস্যাগ্নিহোত্রমদর্শমপৌর্ণমাস-
মচাতুর্মাস্যমনাগ্রয়ণমতিথিবর্জিতং চ।
অহুতমবৈশ্বদেবমবিধিনা হুত-
মাসপ্তমাংস্তস্য লোকান্ হিনস্তি ॥ ৩ ॥

যস্য (যার) অগ্নিহোত্রম্ (নিত্যকর্তব্য অগ্নিহোত্র যাগ) অদর্শম্ (দর্শযাগরহিত) অপৌর্ণমাসম্ (পৌর্ণমাসযাগ রহিত) অচাতুর্মাস্যম্ (চাতুর্মাস্যকর্ম রহিত) অনাগ্রয়ণম্ (আগ্রয়ণকর্ম রহিত) অতিথিবর্জিতম্ চ (আর অতিথি-সেবা বর্জিত) অহুতম্ (বিহিতসময়ে আহুতি-দান রহিত) অবৈশ্বদেবম্ (বৈশ্বদেবকর্মহীন) অবিধিনা হুতম্ শাস্ত্রবিধি ব্যতিরেকে আহুতি দিয়া হয়), [সেই অগ্নিহোত্র কর্মই] তস্য (সেই অগ্নিহোত্রীর) আসপ্তমান্ লোকান্ (ভূরাদি সপ্তম লোক পর্যন্ত) হিনস্তি (নাশ করিয়া দিয়ে) ॥৩॥

[যিনি অগ্নিহোত্রী, তিনি যাবজ্জীবন হোমাগ্নি নির্বাপিত না হয় তাকে সংরক্ষিত রাখে। সেই জ্বলিত অগ্নিকুণ্ডে প্রত্যহ পুরা 'সূর্যায় স্বাহা' 'প্রজাপতয়ে স্বাহা' আর গধূলি 'অগ্নয়ে স্বাহা', 'প্রজাপতয়ে স্বাহা' এইরূপে প্রাতঃ আর সায়ং সময়ত দুটা দুটা আহুতি দানর বিধি। এই অগ্নিহোত্রর অঙ্গ নহলেও অগ্নিহোত্রীর পক্ষে কিছুমান অবশ্য কর্তব্য আছি পরে (শতপথ ব্রাহ্মণ ১ম কাণ্ড)। সেই বিলাক কর্তব্যও যথাবিধি সম্পাদিত নহলে সেই অগ্নিহোত্র কর্মর কি দুর্দশা হয় কৈছে—] প্রতি অমাবস্যাত কর্তব্য 'দর্শ' যাগ আর প্রতি

পূর্ণিমাত কর্তব্য 'পৌর্ণমাস' যাগ যি অগ্নিহোত্রীয়ে আচৰণ নকৰে, আকৌ প্ৰতি চাৰিমাহৰ অন্তৰে অন্তৰে পূর্ণিমাত কর্তব্য 'চাতুর্মাস্য'যাগ, বর্ষা—শৰৎ আৰু বসন্ত ঋতুত কর্তব্য নবান্নৰদ্বাৰা 'আগ্রয়ণ'কর্ম (শতপথ ব্রাঃ, ২য় কাণ্ড) আৰু অতিথিসেৱা নকৰে, যথানির্দিষ্ট সময়ত আহুতি-প্রদান আৰু 'বৈশ্বদেৱ'কর্ম যদি নহয়, প্রাতঃ সায়ং হোমো যদি শাস্ত্রীয় বিধিৰে নহয়, তেনেহলে সেই অগ্নিহোত্রীৰ অগ্নিহোত্রকর্মৰ ফলত লভ্য (ভূলোকৰপৰা সত্যলোকপর্যন্ত) সাতো লোকেই বিনষ্ট হৈ যায়। অৰ্থাৎ তেওঁৰ প্ৰাপ্য সেই সাতো লোকৰ ভোগ-সুখ আদিৰপৰা বঞ্চিত হয়॥৩॥

কালী কৰালী চ মনোজৱা চ
সুলোহিতা য়া চ সুধূম্রবর্ণা।
স্ফুলিঙ্গিনী বিশ্বৰুচী চ দেৱী
লেলায়মানা ইতি সপ্তজিহ্বাঃ॥৪॥

য়া কালী কৰালী চ মনোজৱা চ সুলোহিতা চ সুধূম্রবর্ণা স্ফুলিঙ্গিনী চ বিশ্বৰুচী দেৱী ইতি সপ্ত (এই সাত) লেলায়মানাঃ জিহ্বাঃ (লক্-লকাই থকা অগ্নিৰ জিভা)॥

অগ্নিৰ লক্-লকাই উঠা জিভা এই সাতখন—কালী, কৰালী, মনোজৱা, সুলোহিতা, সুধূম্রবর্ণা, স্ফুলিঙ্গিনী আৰু

দেৱী বিশ্বৰুচী। এই সাতখন জিভাৰ যি কোনোখন লেলিহান হৈ উঠিলে আহুতি-প্ৰদান কৰিব লাগে ॥৪॥

এতেষু যশ্চৰতে ভ্ৰাজমানেষু
যথাকালং চাহুতয়ো হ্যাদদায়ন্।
তং নয়ন্ত্যেতাঃ সূৰ্যস্য ৰশ্ময়ো
যত্ৰ দেৱানাং পতিৰেকোঽধিৱাসঃ ॥৫॥

যঃ চ (যি কোনো অগ্নিহোত্ৰীয়ে) এতেষু ভ্ৰাজমানেষু (এই দেদীপ্যমান জিভাবোৰত) যথাকালম্ (ঠিক সময়ত) চৰতে (আহুতি দান কৰে), তম্ (সেই অগ্নিহোত্ৰীক) এতাঃ আহুতয়ঃ (এই আহুতি বোৰে) হি (নিশ্চয়) আদদায়ন্ (লগত লৈ) সূৰ্যস্য ৰশ্ময়ঃ (সূৰ্যৰ কিৰণৰূপে) নয়ন্তি (তালৈ লৈ যায়)— যত্ৰ (য'ত) দেৱানাম্ (দেৱ-সকলৰ) একঃ সৰ্বাগ্ৰণী) পতিঃ (স্বামী) অধিৱাসঃ (নিবাস কৰে) ॥৫॥

পূৰ্বমন্ত্ৰত কোৱা প্ৰজ্বলিত অগ্নিৰ লেলিহান জিভাবোৰত যি অগ্নিহোত্ৰীলোকে শাস্ত্ৰবিধিমতে যথাসময়ত আহুতিদান-আদি কৰ্মানুষ্ঠান কৰে, তেওঁ মৰিলে নিশ্চয়েই এই আহুতি-বোৰে তেওঁক লগত লৈ সূৰ্যৰশ্মিৰ মাজত মিলি গৈ সেই স্থান পোৱায়গৈ, য'ত দেৱতাসকলৰ সৰ্বাগ্ৰণ্য দেৱৰাজ ইন্দ্ৰ স্বয়ং অধিষ্ঠিত আছে ॥৫॥

এহ্যেহীতি তমাহুতয়ঃ সুবর্চসঃ
সূর্যস্য রশ্মিভির্যজমানং বহন্তি।
প্রিয়াং বাচমভিবদন্ত্যোঽর্চয়ন্ত্য-
এষ বঃ পুণ্যঃ সুকৃতো ব্রহ্মলোকঃ ॥৬॥

**সুবর্চসঃ** (দীপ্তিমন্ত) **আহুতয়ঃ** (আহুতিবোৰে) **এহি এহি** (আহা আহা) **এষঃ** (এই) **বঃ** (তোমালোকৰ) **সুকৃতঃ** (শুভকৰ্মৰ ফলত লাভকৰা) **পুণ্যঃ ব্ৰহ্মলোকঃ** (পবিত্ৰ লক্ষ্যস্থল, ভোগোপযোগী স্বৰ্গলোক) **ইতি** (এইদৰে) **প্ৰিয়াম্ বাচম্** (ভাললগা কথা) **অভিবদন্ত্যঃ** (বাৰে বাৰে কৈ) **অৰ্চয়ন্ত্যঃ** (আদৰ-সৎকাৰ কৰি) **তম্ যজমানম্** (সেই যজমানক) **সূৰ্যস্য ৰশ্মিভিঃ** (সূৰ্য-কিৰণৰ মাজেদি) **বহন্তি** (লৈ যায়) ॥৬॥

জাজ্বল্যমান অগ্নিশিখাত দিয়া আহুতিবোৰ (একাগ্ৰ অন্তঃকৰণেৰে কৰা অন্যান্য সৎকৰ্মবোৰো) অতিশয় দীপ্তিমন্ত হৈ সূৰ্যকিৰণত পৰিণত হয় আৰু দেহত্যাগৰ কালত কয়—'আহা, আহা, এই তোমাৰ কৰ্মৰ ফলত লভ্য পৰম বাঞ্ছনীয় লক্ষ্য পবিত্ৰ স্বৰ্গলোক'। এনেদৰে প্ৰিয় কথা কৈ আদৰ-সাদৰ কৰি সেই যাগ-যজ্ঞাদিকৰ্মকাৰী ভোগাভিলাষী যজমানক সূৰ্য-ৰশ্মিৰ পথেদি স্বৰ্গলোকলৈ লৈ যায়।

ইয়াত স্বৰ্গকে ব্ৰহ্মলোক বোলাৰ অৰ্থ বোধহয়—কামনাকুল লোকৰ মনত স্বৰ্গয়ে পুৰুষৰ পৰমপুৰুষাৰ্থ—ব্ৰহ্মপ্ৰাপ্তি। গীতাতো 'সকামীলোকে স্বৰ্গকে পৰমপুৰুষাৰ্থ মানে' বুলি ভগৱানৰ শ্ৰীমুখেদি ব্যক্ত হৈছে (গীতা ২৪৩)] ॥৬॥

প্লবা হ্যেতে অদৃঢ়া যজ্ঞরূপা
অষ্টাদশোক্তমবরং যেষু কর্ম ।
এতচ্ছ্রেয়ো যেঽভিনন্দন্তি মূঢ়া
জরামৃত্যুং তে পুনরেবাপি যন্তি ॥৭॥

হি (নিশ্চয়) এতে যজ্ঞরূপাঃ (এই যজ্ঞস্বরূপ) অষ্টাদশ প্লবঃ (ওঠৰখন নাও) অদৃঢ়াঃ (দৃঢ় নহয়) যেষু (যিবিলাকত) অবরম্ কর্ম (উপাসনাবর্জিত আড়ম্বৰপূৰ্ণ সকাম কর্ম) উক্তম্ (কোৱা হৈছে), এতৎ শ্ৰেয়ঃ (এয়েই কল্যাণৰ পথ মানি) যে মূঢ়াঃ (যি সকল মোহগ্ৰস্ত লোকে) অভিনন্দন্তি (তাক প্ৰশংসা কৰে), তে (তেওঁলোকে) পুনঃ অপি (বাৰংবাৰ) জৰা-মৃত্যুম এব (বুঢ়া হোৱা আৰু মৰা—এই সংসাৰ দশালৈকে) যন্তি (যায়) ॥৭॥

[স্বৰ্গলোকাদিৰ সাধক যজ্ঞাদি সকামকৰ্ম আৰু তাৰ ফলত পাবপৰা ইহকাল আৰু পৰকালৰ ভোগ-সুখ আদিৰ তুচ্ছতাৰ বিষয়ে কোৱা হৈছে—] যজ্ঞস্বৰূপ শুভকৰ্মবোৰ যেনিবা একোখন নাওঁ আৰু তাৰ সংখ্যা ওঠৰ বুলি কোৱা হৈছে। ইয়াৰপৰা অনুমান হয় যে, দৰ্শ, পৌৰ্ণমাস, চাতুৰ্মাস্য আদি ভেদে যজ্ঞৰ ওঠৰ প্ৰকাৰ প্ৰধান ভেদ হব। ভগৱানৰ কৰ্মবোধত যিবোৰ কৰ্ম উপাসিত হোৱা নাই, নিজৰ কৰ্তৃত্বাভিমানত ফলাকাঙ্ক্ষা কৰি অনুষ্ঠিত যজ্ঞৰূপ যি ওঠৰখন নাওঁ, সেইবোৰ সুদৃঢ় নহয়। সেইবোৰেৰে সংসাৰসাগৰ পাৰ হোৱা দূৰতে থাওক, এই লোকতে বৰ্তমান ভুলি থকা

দুঃখজ্বালারূপ সমুদ্র নৈথনকে পাৰ হৈ স্বৰ্গলোকপৰ্যন্ত যাবপৰাও সন্দেহ হে; কিয়নো এইখণ্ডৰে তৃতীয়মন্ত্ৰত কোৱামতে সেইবোৰৰ কোনো অঙ্গ থাকি গলে সাধকৰ বাঞ্ছিত স্বৰ্গাদিলোকৰ প্ৰাপ্তি নহয়, আদ্‌বাটতে ভাগি-ছিগি যায়। সেইকাৰণে সেই নাওঁবোৰ অদৃঢ়, তাত কোনো ভৰসা নাই। এইকথা স্তুবুদ্ধি যিবোৰে মোহমত্ত হৈ এই কৰ্মবোৰৰে প্ৰশংসা কৰি তাকে কল্যাণৰ পথ বুলি মানে, নিশ্চয় তেওঁলোকে বাৰংবাৰ সংসাৰলৈ আহি বুঢ়া হোৱা আৰু মৰাৰ যাতনা পাই থাকিব লাগিব ॥৭॥

অবিদ্যায়ামন্তৰে ৱৰ্তমানাঃ
স্বয়ং ধীৰাঃ পণ্ডিতং মন্যমানাঃ।
জঙ্ঘন্যমানাঃ পৰিয়ন্তি মূঢ়া
অন্ধেনৈৱ নীয়মানা যথান্ধাঃ ॥৮॥

অবিদ্যায়াম্ অন্তৰে (অবিদ্যাৰ ভিতৰতে) বৰ্তমানাঃ (থকা) স্বয়ং ধীৰাঃ (নিজক-নিজেই বুদ্ধিমান বুলি কৰা) পণ্ডিতম্ মন্যমানাঃ (আৰু জ্ঞানী বুলি নিজক বৰাইকৰা) মূঢ়াঃ (মূৰ্খবোৰে) জঙ্ঘন্যমানাঃ (বাৰে বাৰে কষ্ট খাই খাই) অন্ধেন এৱ (অন্ধৰ দ্বাৰায়েই) নীয়মানাঃ (পৰিচালিত হোৱা) অন্ধাঃ যথা (অন্ধবোৰৰ দৰে) পৰিয়ন্তি (পৰিভ্ৰমণ কৰি থাকে) ॥৮॥

যদি অন্ধ (কণা) মানুহক বাট দেখুৱাওঁতা জনো অন্ধ (কণা) হয়, তেতিয়া তেওঁ যেনেকৈ যাবখোজা ঠাই নাপায়গৈ, বৰঞ্চ মাজবাটত হুলে-জোঙে বিন্ধি বা খালে-ডোঙে পৰি নাইবা গৰু-পশু আৰু জেওৰা-জপনাত ঠেকা-ঠুকলি খাই নগুৰ-নাগতি হয়; সেইদৰেই জ্ঞানৰ গোন্ধ-ভাপকে নোপোৱা অথচ নিজক নিজে বুদ্ধিমান্ আৰু পৰম জ্ঞানীপুৰুষ বুলি ৰৰাই কৰি শাস্ত্ৰ আৰু মহাপুৰুষসকলৰ বাণীৰ মৰ্ম নুবুজি সেই-বোৰক নিজ-স্বাৰ্থৰ অনুকূলে যি সকলে ব্যৱহাৰ কৰে, তেনে মোহান্ধবোৰে বাসনানুৰূপে নানা যোনিত বাৰে-বাৰে জন্মি বাৰে-বাৰে মৰি, ঘূৰি-পকি অনন্তকাললৈ জীয়াতুভোগ কৰিব লগা হয় ॥৮॥

অবিদ্যায়াং বহুধা বৰ্তমানা
বয়ং কৃতাৰ্থা ইত্যভিমন্যন্তি বালাঃ।
যৎ কৰ্মিণো ন প্ৰবেদয়ন্তি ৰাগাৎ
তেনাতুৰাঃ ক্ষীণলোকাশ্চ্যৱন্তে ॥ ৯ ॥

অবিদ্যায়াম্ (অবিদ্যাত) বহুধা (বহুত ৰকমে) বৰ্তমানাঃ (বৰ্তন কৰা) বালাঃ (অস্থিৰমতি মূৰ্খবোৰে) বয়ম্ কৃতাৰ্থাঃ (আমি কৃতাৰ্থ হলোঁ) ইতি অভিমন্যন্তি (এনে অভিমানী হৈ পৰে)। যৎ (যিহেতুকে) কৰ্মিণঃ (সকাম কৰ্মীলোকে) ৰাগাৎ (বিষয়াসক্তিৰ কাৰণে ন প্ৰবেদয়ন্তি কৰ্মৰ যথাৰ্থ তত্ত্ব নুবুজে)। তেন (সেই হেতুকে) আতুৰাঃ (বাৰংবাৰ দুখত আতুৰ হৈ) ক্ষীণলোকাঃ (কৰ্মোপাৰ্জিত লোকৰপৰা ভ্ৰষ্ট হৈ) চ্যৱন্তে (খহি পৰে) ॥৯॥

পূর্বমন্ত্রত কোৱাদৰে যিসকলে ইহলৌকিক আৰু পাৰলৌকিক ভোগৰ বাসনাৰে সাংসাৰিক উন্নতিসাধক হৰেক-ৰকমৰ সকামকৰ্ম্ম মগ্ন পৰ্যোভূৱৰে লাগি থাকে, সেই অবিদ্যামগ্ন অজ্ঞানীবোৰে নিজৰা মানুহবিলাকে গপত ওফন্দি ভাৱে যে, 'মই কৃতাৰ্থ হৈ গলোঁ'। ভোগাসক্তিৰ কাৰণে সাংসাৰিক উন্নতিৰ বাহিৰে অন্য যে কিবা পৰমকল্যাণ আছে তালৈ তেওঁলোকৰ খবৰ নাই আৰু এই খবৰো তেওঁলোকে পোৱা নাই যে, এই মনুষ্যজীৱনেই মাত্ৰ সেই চিৰানন্দময় পৰমসুখধামলৈ যাবপৰা একমাত্ৰ সুযোগ ; এনে অজ্ঞতাৰ কাৰণে তেওঁলোকে জনমে জনমে কষ্টভোগ কৰে, আৰু সকামকৰ্মৰ ফলোপাৰ্জিত স্বৰ্গাদিভোগৰ অন্ত পৰিলে আকৌ তললৈ খহি পৰে ॥ ৯ ॥

ইষ্টাপূৰ্তং মন্যমানা ৱৰিষ্ঠং<br>
নান্যচ্ছ্ৰেয়ো ৱেদয়ন্তে প্ৰমূঢ়াঃ ।<br>
নাকস্য পৃষ্ঠে তে সুকৃতেঽনুভূত্বে-<br>
মং লোকং হীনতৰং ৱা ৱিশন্তি ॥ ১০ ॥

**ইষ্টাপূৰ্তম্** (শ্ৰৌত আৰু স্মাৰ্ত কৰ্মবোৰ) **ৱৰিষ্ঠম্** (শ্ৰেষ্ঠ) **মন্যমানাঃ** (মানিলোৱা) **প্ৰমূঢ়াঃ** (বিষয়াসক্ত মূৰ্খবোৰে) **অন্যৎ** (তাৰ বাহিৰে আন কিবা) **শ্ৰেয়ঃ** (পৰম কল্যাণসাধক আছে বুলি) **ন ৱেদয়ন্তে** (নাজানে)। **তে** (তেওঁলোকে) **সুকৃতে** (পুণ্যকৰ্মৰ ফলস্বৰূপে) **নাকস্য পৃষ্ঠে** (স্বৰ্গলোকত) **অনুভূত্বা** (কৰ্ম অনুযায়ী প্ৰাপ্য ভোগ-সুখ অনুভৱ কৰি) **ইমম্ লোকম্** (এই মনুষ্যলোকত) **ৱা** (কিংবা) **হীনতৰম্** (অতিহীন যোনিত) **ৱিশন্তি** (প্ৰৱেশ কৰে) ॥১০॥

সাংসাৰিক ভোগাসক্ত অজ্ঞানী মানুহবোৰে শ্ৰুতি আৰু স্মৃতিবিহিত স্বৰ্গাদি ফলপ্ৰকাশক 'ইষ্ট' আৰু 'পূৰ্ত' কৰ্মবোৰকে (প্ৰশ্ন ১।৯) পৰম কল্যাণ-সাধক বুলি মানে আৰু তাতকৈ আন কিবা পৰমাৰ্থসাধক আছে বুলি নাজানে। এই কথাকে গীতাত শ্ৰীভগৱানেও কৈছে যে, "বেদৰ ফলশ্ৰুতি প্ৰকাশক বাক্যত অনুৰক্ত অল্পজ্ঞ লোকে শুনি ভাল-লগা বেদ বাক্যৰ দোহাই দি কামনাকুল অন্তঃকৰণেৰে সেই সেই বিভিন্ন কৰ্মৰ আচৰণ কৰে আৰু তাৰ বাহিৰে আন একো কৰ্তব্য নাই বুলি মতবাদ পোষণ কৰে (গীতা ২।৪২)"। সেইবোৰ কৰ্মকে পৰমেশ্বৰৰ কৰ্ম বুলি ভাব কৰি ফলাকাঙ্ক্ষা নোহোৱাকৈ কৰ্তব্যবোধত কৰিলে (গীতা ২।৪৭) যে পৰমাৰ্থ-সাধন হয়, ফলশ্ৰুতিবোৰ যে কৰ্মত প্ৰেৰণা দিবলৈ হে— এইকথা তেওঁবিলাকে নুবুজে *। সেইকাৰণে তেওঁবিলাকে

* ভাগৱতে কয়—বেদবিহিত কৰ্মবোৰ ফলাকাঙ্ক্ষা নৰাখি ঈশ্বৰাৰ্পণ-বুদ্ধিৰে শাস্ত্ৰমতে কৰি গলে সেই কৰ্মৰ বন্ধন বা তাৰ ফল-ভোগ কৰিব নালাগে, তেওঁৰ পৰমপুৰুষাৰ্থ সিদ্ধি হয়। বেদাদি শাস্ত্ৰত যিবোৰ ফলৰ কথা শুনা যায় সেইবোৰ কৰ্মত আগ্ৰহ জন্মাবলৈ হে। যেনেকৈ চেনি দিম বুলি ফুচুলাই লৰাক দৰব খুওৱা হয়।

"বেদোক্তমেৱ কুৰ্বাণো নিঃসঙ্গোঽৰ্পিতমীশ্বৰে।
নৈষ্কৰ্ম্যাং লভতে সিদ্ধিং ৰোচনাৰ্থা ফলশ্ৰুতিঃ"॥ (ভাঃ ১১।৩।৪৭)

কীৰ্ত্তনতো শঙ্কৰদেৱে কৈছে—"নুবুজে বেদ অভিপ্ৰায় গূঢ়।
কৰ্মকো কৰিবে নজানে মূঢ়॥
মূৰ্খ হয়া বোলে মই পণ্ডিত।
নষ্ট কৰি ফুৰে আনৰো চিত্ত॥
নিষ্কামে কৰিয়া সকল কৰ্ম।
বিষ্ণুত অৰ্পিব লি সৱ ধৰ্ম"॥

কৰা বেদোক্ত পুণ্যকৰ্মৰ ফলস্বৰূপে বাসনাৰ অনুৰূপে স্বৰ্গাদি সুখ উপভোগ কৰে আৰু ফলভোগৰ অন্তত আকৌ এই মনুষ্য-লোকলৈ অথবা তাতোকৈ নীচযোনলৈ—জঘন্য ন কাদিলৈ যাব লগা হয়। কাৰণ "অৱশ্যমেৱ ভোক্তব্যং কৃতং কৰ্ম শুভাশুভম্"। অৰ্থাৎ 'শুভেই হওক বা অশুভেই হওঁক, কৃত-কৰ্মৰ ফল অৱশ্যেই ভুগিব লাগিব'। সেইকাৰণেহে "যতেক সুকৃত মানে কুকৃত অৰ্পিব" ॥১০॥

তপঃশ্ৰদ্ধে যে হ্যুপৱসন্ত্যৰণ্যে
শান্তা বিদ্বাংসো ভৈক্ষচৰ্য়াং চৰন্তঃ।
সূৰ্য্যদ্বাৰেণ তে বিৰজাঃ প্ৰয়ান্তি
য়ত্ৰামৃতঃ স পুৰুষো হ্যব্যয়াত্মা ॥১১॥

হি (কিন্তু) যে (যি সকল) শান্তাঃ (সংযতেন্দ্ৰিয়) বিদ্বাংসঃ (জ্ঞাননিষ্ঠ গৃহস্থই [আৰু যি সকল] ভৈক্ষচৰ্য্যাম্ চৰন্তঃ (ভিক্ষাবৃত্তি অৱলম্বন কৰি) অৰণ্যে (নিৰ্জনত বাস কৰি) তপঃ শ্ৰদ্ধে (নিজ নিজ বৰ্ণাশ্ৰমবিহিত-কৰ্ম আৰু উপাসনা) উপৱসন্তি (সেৱন—অনুষ্ঠান কৰে), তে (সেইসকল) বিৰজাঃ (পাপ-পুণ্যৰূপ ধূলি নলগাকৈ) সূৰ্য্যদ্বাৰেণ (সূৰ্য্যৰ পথেদি) প্ৰয়ান্তি (তালৈ প্ৰয়াণ কৰে) যত্ৰ হি (য'ত) অমৃতঃ (অবিনাশী) অব্যয়াত্মা ( ক্ষয়-বৃদ্ধি শূন্য) সঃ পুৰুষঃ (সেই পৰমপুৰুষ অৱস্থিত আছে) ॥১১॥

[মানৱী-জীৱনৰ মহত্ব বুজি যিসকলৰ অন্তঃকৰণত পৰমাৰ্থতত্ত্ব জানিবলৈ আৰু পৰমেশ্বৰক সাক্ষাৎ পাবলৈ ঐকা-

ত্মিক ইচ্ছা জাগি উঠিছে, সেইসকলৰ চৰিত্ৰ কিন্তু পূৰ্বোক্ত ভোগাসক্ত লোকসকলতকৈ সম্পূৰ্ণ বিপৰীত।] তেওঁলোক বনত বাসকৰা বানপ্ৰস্থী হওক বা ভিক্ষাবৃত্তিৰে জীৱন-নিৰ্বাহ কৰা নৈষ্ঠিক ব্ৰহ্মচাৰী হওক অথবা শান্তস্বভাৱ জ্ঞাননিষ্ঠ গৃহী-লোকেই হওক, তেওঁলোকে তো সদা-সৰ্বদা তপ আৰু শ্ৰদ্ধাৰেহে সেৱন কৰে, অৰ্থাৎ নিজ-নিজ বৰ্ণ আৰু আশ্ৰম অনুসাৰে যেতিয়াৰ যি কৰ্তব্য কৰ্ম, সেইবোৰ শাস্ত্ৰৰ আজ্ঞা মানি কোনো কামনা নকৰাকৈ পালন কৰি যায় আৰু বিষয়বিক্ষিপ্ত ইন্দ্ৰিয়বোৰক সংযত কৰি একান্ত বিশ্বাসেৰে পৰমেশ্বৰক জানিবলৈ আৰু পাবলৈ সাধন-ভজন কৰে। এই কাৰণে তেওঁলোকৰ পুণ্য-পাপ একো নাই — পুণ্য পাপৰ ধূলি মাকতি নলগা বাবে সেইসকল নিৰ্মলান্তঃ-কৰণ হয় আৰু সংসাৰবন্ধন শিথিল হৈ যায়। সেইসকল সজ্জন—য'ত নিত্য নিৰ্বিকাৰ অমৃতস্বৰূপ জগদাত্মা পুৰুষোত্তম বিৰাজমান—তালৈ সূৰ্যকিৰণৰ মাজেদি চলি যায় (গীতা ১৫।৫)॥ ১১॥

পৰীক্ষ্য লোকান্ কৰ্মচিতান্ ব্ৰাহ্মণো
নিৰ্বেদমায়ান্নাস্ত্যকৃতঃ কৃতেন।
তদ্বিজ্ঞানাৰ্থং স গুৰুমেৱাভিগচ্ছেৎ
সমিৎপাণিঃ শ্ৰোত্ৰিয়ং ব্ৰহ্মনিষ্ঠম্ ॥১২॥

কর্মচিতান্ (কর্মৰ ফলত পাবপৰা) লোকান্ (স্বৰ্গপ্ৰভৃতিলোকৰ কথা) পৰীক্ষ্য (পৰীক্ষা কৰি). কৃতেন (কৃত কৰ্মৰদ্বাৰা) অকৃতঃ (স্বতঃ সিদ্ধ নিত্যবস্তু) ন অস্তি (নিমিলে, এনেদৰে বুজি) ব্রাহ্মণঃ (ব্রহ্মনিষ্ঠ জন) নির্বেদম্ (বৈৰাগ্য) আয়াৎ (প্ৰাপ্ত হয়)। সঃ (তেওঁ) তৎ বিজ্ঞানাৰ্থম্ (সেই নিত্য বস্তু জানিবলৈ) স মিৎপাণিঃ (সমিধৰ ভাৰ হাতত লৈ) শ্ৰোত্ৰিয়ম্ (বেদজ্ঞানী) ব্রহ্মনিষ্ঠম্ (ব্ৰহ্মৈকপৰায়ণ) গুৰুম্ এৱ অভিগচ্ছেৎ (গুৰুৰ ওচৰলৈকে যায়) ।।১২।।

ব্ৰহ্ম-প্ৰাপ্তিবাঞ্ছাকৰা লোকে সকামকৰ্মৰ ফলস্বৰূপে ইহলোক আৰু পৰলোকত পাবপৰা সকলো ভোগ-সুখৰ অনিত্যতা আৰু দুঃখৰূপতা দেখা পায়। তেওঁ নিশ্চিত ভাৱে বুজে যে, কৰ্তৃত্বাভিমানেৰে ফলপ্ৰাপ্তিৰ কামনা কৰি কৰা কৰ্মবোৰ যেনেকৈ অনিত্য, তাৰ ফলো সেইদৰে অনিত্য। গতিকে অনিত্য কৰ্মৰদ্বাৰা নিত্যবস্তু পৰমেশ্বৰ-প্ৰাপ্তি হব নোৱাৰে। এনে বিচাৰ কৰি তেওঁৰ কৰ্মলভ্য সকলো সাংসাৰিক ভোগ সুখলৈ বিৰাগ ওপজে। তেতিয়া সেই ব্ৰহ্মজিজ্ঞাসুজনে সমিধৰ ভাৰ-ভেটী লৈ আন্তৰিক শ্ৰদ্ধা আৰু বিনয়াৱনত হৈ বেদবাণীৰ মৰ্মজ্ঞ, ব্ৰহ্মধ্যান-পৰায়ণ সদ্‌গুৰুৰ শৰণাপন্ন হোৱা উচিত ॥১২॥

তস্মৈ স ৱিদ্বানুপসন্নায় সম্যক্
প্ৰশান্তচিত্তায় শমান্বিতায়।
য়েনাক্ষৰং পুৰুষং ৱেদ সত্যং
প্ৰোৱাচ তাং তত্ত্বতো ব্ৰহ্মৱিদ্যাম ॥১৩॥

সঃ বিদ্বান্‌ (সেই জ্ঞানী-গুৰুজনে) উপসন্নায় (সমীপলৈ আহি উপস্থিত হোৱা) সম্যক্‌ প্ৰশান্তচিত্তায় (পূৰ্ণভাৱে শান্তচিত্ত হোৱা) শমান্বিতায় (ইন্দ্ৰিয় সংযমী) তস্মৈ (সেই শিষ্যক) তাম্‌ ব্ৰহ্মবিদ্যাম (সেই ব্ৰহ্মবিদ্যা) তত্ত্বতঃ (যথাযথ বিচাৰেৰে) প্ৰোবাচ (ভালকৈ বুজাই দিব), যেন (যাৰদ্বাৰা সেই শিষ্যই) অক্ষৰম্‌ (অবিক্ৰিয়,) সত্যম্‌ (নিত্য) পুৰুষম্‌ (পৰমপুৰুষক) বেদ (জানিব পাৰে) ॥১৩॥

বাসনা-বিভ্ৰান্ত মন যাৰ শান্ত হ'ল, যাৰ বিষয়-বিক্ষিপ্ত ইন্দ্ৰিয়বোৰ সংযত হৈ বশীভূত হ'ল, এনে শ্ৰদ্ধাভক্তি-সমন্বিত সমীপাগত শিষ্যৰ প্ৰতি সেই ব্ৰহ্মবাদী জ্ঞানীগুৰুৱে যথাযথ বিচাৰেৰে সৈতে সেই ব্ৰহ্মবিদ্যা ভালকৈ বুজাই দিব, যাতে সেই শিষ্যই চিৰন্তন অবিক্ৰিয় পৰব্ৰহ্ম পুৰুষোত্তমৰ জ্ঞান লাভ কৰে ॥১৩॥

দ্বিতীয় খণ্ড সমাপ্ত

## ॥ প্ৰথম মুণ্ডক সমাপ্ত ॥১॥

# দ্বিতীয় মুণ্ডক

## প্ৰথম খণ্ড

তদেতৎ সত্যং যথা সুদীপ্তাৎ পাৱকাদ্ বিস্ফুলিঙ্গাঃ
সহস্ৰশঃ প্ৰভৱন্তে সৰূপাঃ।
তথাক্ষৰাদ্ বিবিধাঃ সোম্য ভাৱাঃ
প্ৰজায়ন্তে তত্ৰ চৈৱাপিয়ন্তি ॥১॥

সোম্য (হে প্ৰিয়!) তৎ সত্যম্ (সেই পাৰমাৰ্থিক সত্য) এতৎ (এই)—যথা (যি দৰে) সুদীপ্তাৎ পাৱকাৎ (প্ৰজ্বলিত অগ্নিৰপৰা) সৰূপাঃ (তাৰ সমান ৰূপবিশিষ্ট) সহস্ৰশঃ (হেজাৰ-হেজাৰ) বিস্ফুলিঙ্গাঃ (ফিৰিঙতিবোৰ) প্ৰভৱন্তে (বাহিৰ হয়), তথা (তেনেকৈ) অক্ষৰাৎ (অক্ষৰ ব্ৰহ্মৰপৰা) বিবিধাঃ ভাৱাঃ (নানাপ্ৰকাৰ ভাৱপদাৰ্থ) প্ৰজায়ন্তে (জন্মে), চ (আৰু) তত্ৰ এৱ (তেওঁতেই) অপিয়ন্তি (বিলীন হৈ যায়) ॥১॥

[অপৰাবিদ্যাৰ স্বৰূপ আৰু ফল বৰ্ণনা কৰি তাৰ তুচ্ছতাও বুজাই এতিয়া পৰা বিদ্যাৰ বৰ্ণনা আৰম্ভ কৰি মহৰ্ষি অঙ্গিৰাই কলে—] প্ৰিয় শৌনক! পূৰ্বতেই (প্ৰথম মুণ্ডকৰ প্ৰথম খণ্ডত) মই তোমাক যি পাৰমাৰ্থিক সত্য-ব্ৰহ্মৰ স্বৰূপ বুজালো, তাক আকৌ কৈছো, শুনা— যিদৰে ধৰকৈ জ্বলি-উঠা জুইকুৰাৰ পৰা তাৰে সৈতে একে ৰঙ, আৰু একে শক্তি থকা হেজাৰ-

বিজ্ঞাৰ ফিৰিঙতিবোৰ কেউফালে উফৰি যায়, সেইদৰেই অবিক্ৰিয় পৰমপুৰুষ পৰব্ৰহ্মৰপৰা সৃষ্টিকালত অনেকানেক ভাব—মূৰ্ত-অমূৰ্ত পদাৰ্থবোৰ উৎপন্ন হয় আৰু প্ৰলয় কালত তেওঁতেই বিলীন হৈ যায়।

[এই মন্ত্ৰত জুই আৰু ফিৰিঙতিৰ দৃষ্টান্তেৰে ভাব পদাৰ্থবোৰৰ অভিব্যক্তিৰ কথাহে বুজোৱা হৈছে, বিলীন হোৱাৰ কথা দৃষ্টান্তত স্পষ্ট নহয়। প্ৰথম মুণ্ডকৰ প্ৰথম খণ্ডৰ সপ্তম মন্ত্ৰত মকৰা, মাটি আৰু মনুষ্যদেহৰ দৃষ্টান্ত দি যি কথা বুজালে, সেই কথাকে ইয়াত অগ্নিৰ দৃষ্টান্ত দি কলে।] ॥১॥

**দিব্যো হ্যমূৰ্তঃ পুৰুষঃ সবাহ্যাভ্যন্তৰো হ্যজঃ।**
**অপ্ৰাণো হ্যমনাঃ শুভ্ৰো হ্যক্ষৰাৎ পৰতঃ পৰঃ ॥২॥**

হি (নিশ্চয়) অমূৰ্তঃ (আকাৰৰহিত) দিব্যঃ (স্বয়ংজ্যোতি) পুৰুষঃ (পৰিপূৰ্ণ পুৰুষ) সবাহ্যাভ্যন্তৰঃ হি (সমস্তজগতৰ বাহিৰ-ভিতৰত পৰিব্যাপ্ত) অজঃ (জন্ম আদি বিকাৰবৰ্জিত) অপ্ৰাণঃ (প্ৰাণৰহিত) অমনাঃ হি (মনো ৰহিত হোৱা হেতুকে) শুভ্ৰঃ (সুবিশুদ্ধ); হি (এইকাৰণে) অক্ষৰাৎ (অবিনাশী জীৱাত্মাতকৈ) পৰতঃ পৰঃ (অতিশয় উত্তম) ॥২॥

নিশ্চয় সেই নিৰাকাৰ জ্যোতিৰ্ময় পৰমপুৰুষেই সমস্ত জগতৰ বাহিৰে-ভিতৰে পৰিপূৰ্ণভাৱে বিদ্যমান ( গীতা ১৩।১৫)। তেওঁৰ জন্ম আদি বিকাৰ নাই। তেওঁ প্ৰাণ আৰু

মনআদি ইন্দ্ৰিয়ৰহিত কাৰণে সুবিশুদ্ধ আৰু এই কাৰণেই সেই সৰ্বশক্তিমন্ত পুৰুষ অক্ষৰতকৈ (অবিনাশী জীৱাত্মাতকৈ) অতি শ্ৰেষ্ঠ পুৰুষোত্তম বুলি কথিত হয় (গীতা ১৫।১৬-১৮) ॥২॥

এতস্মাজ্জায়তে প্ৰাণো মনঃ সৰ্বেন্দ্ৰিয়াণি চ।
খং ৱায়ুৰ্জ্যোতিৰাপঃ পৃথিৱী ৱিশ্বস্য ধাৰিণী॥৩॥

এতস্মাৎ (এই পুৰুষৰপৰা) প্ৰাণঃ জায়তে (প্ৰাণ উদ্ভৱ হ'ল) চ (আৰু) মনঃ (অন্তঃকৰণ) সৰ্বেন্দ্ৰিয়াণি (ইন্দ্ৰিয়সমূহ) খম্ (আকাশ) ৱায়ুঃ (বায়ু) জ্যোতিঃ (তেজ) আপঃ (পানী) বিশ্বস্য ধাৰিণী (সমস্তৰে আধাৰ) পৃথিৱী (ভূমি)—[এই সকলোৱেই উৎপন্ন হ'ল] ॥৩॥

এই সৰ্বশক্তিসম্পন্ন পুৰুষোত্তমৰপৰাই প্ৰাণ, মন (অন্তঃকৰণ) আৰু সমুদায় ইন্দ্ৰিয়বোৰ উদ্ভৱ হ'ল ; আৰৌ আকাশ, বায়ু, জুই, পানী আৰু সমস্তৰে আধাৰ পৃথিৱী—এই পাঁচ মহাভূত সমুৎপন্ন হ'ল ॥৩॥

অগ্নিৰ্মূৰ্ধা চক্ষুষী চন্দ্ৰসূৰ্যৌ
দিশঃ শ্ৰোত্ৰে ৱাগ্ ৱিৱৃতাশ্চ ৱেদাঃ।
ৱায়ুঃ প্ৰাণো হৃদয়ং ৱিশ্বমস্য
পদ্ভ্যাং পৃথিৱী হ্যেষ সৰ্বভূতান্তৰাত্মা ॥৪॥

অস্য (এই বিৰাট্পুৰুষৰ) অগ্নিঃ (দ্যুলোক) মূৰ্ধা (মূৰ), চন্দ্ৰসূৰ্যৌ (চন্দ্ৰ আৰু সূৰ্য) চক্ষুষী (দুই চকু), দিশঃ (দিক্সমূহ)

শ্ৰোত্ৰে (দুই কাণ), চ (আৰু) বিবৃতাঃ বেদাঃ (বিস্তৃত বেদৰাশি) বাক (বাক্য), বায়ুঃ প্ৰাণঃ (বায়ু—প্ৰাণ), বিশ্বম (চৰাচৰ জগৎ) হৃদয়ম্ (হৃদয়), পদ্ভ্যাম্ পৃথিৱী (আৰু ভৰি দুখন হ'ল পৃথিৱী)। এষঃ হি (এই পুৰুষেই) সৰ্বভূত-অন্তৰাত্মা (সৰ্বপ্ৰাণীৰ অন্তৰ্যামী আত্মা) ।৪॥

[দ্বিতীয়মন্ত্ৰত পুৰুষোত্তম ভগৱন্তৰ যি নিৰাকাৰ ছবি আঁকিলে, এই প্ৰত্যক্ষদৃষ্ট জগৎ সেই ভগৱন্তৰে বিৰাট্‌-ৰূপস্বৰূপে কল্পিত হৈছে—] এই বিৰাট্‌স্বৰূপ পুৰুষোত্তমৰ অগ্নি অৰ্থাৎ দ্যুলোক (স্বৰ্গ) যেনিবা মূৰ, চন্দ্ৰ আৰু সূৰ্য এই দুই চকু, দিক্‌সমূহ দুই কাণ, ব্যাখ্যাত-বেদৰাশি তেওঁৰ বাণী, বায়ু—প্ৰাণ, সমস্ত চৰাচৰজগৎ হৃদয় আৰু পৃথিৱী হ'ল সেই পুৰুষৰ যেনিবা দুখন ভৰি। এই সৰ্বাত্মা পুৰুষেই সমুদায় প্ৰাণীৰ অন্তৰ্যামী পৰমাত্মা। [গীতাত অৰ্জুনে দেখা ভগৱন্তৰ বিশ্বৰূপৰ (বিশ্বই ৰূপ যাৰ) এই একে প্ৰকৃতি ॥৪॥

তস্মাদগ্নিঃ সমিধো যস্য সূৰ্যঃ
সোমাৎ পৰ্জন্য ওষধয়ঃ পৃথিব্যাম
পুমান্ ৰেতঃ সিঞ্চতি যোষিতায়াং
বহ্বীঃ প্ৰজাঃ পুৰুষাৎ সম্প্ৰসূতাঃ ॥৫॥

তস্মাৎ (সেই পুৰুষৰপৰা) অগ্নিঃ (অগ্নিদেৱ—দ্যুলোক ব্যক্ত হ'ল) যস্য (যাৰ) সমিধঃ (প্ৰজ্বালক, খৰি) সূৰ্যঃ (সূৰ্য), সোমাৎ (দ্যুলোক-জাত চন্দ্ৰৰপৰা) পৰ্জন্যঃ (মেঘ হ'ল) [মেঘৰপৰা হোৱা বৃষ্টিৰ-

যাবা] পৃথিব্যাম্ (পৃথিবীত) ওষধয়: (শস্যাদিলাক উৎপন্ন হ'ল), বেতঃ (শস্যভক্ষণবপৰা উৎপন্ন শুক্র) পুমান্ (পুৰুষে) যোষিতায়াম্ (স্ত্রীলোকত) সিঞ্চতি (সিঞ্চন কৰে); [এই প্ৰকাৰে] পুৰুষাৎ (সেই পৰমপুৰুষৰপৰাই পৰম্পৰাক্ৰমে) বহ্বী প্ৰজা: (অনেক প্ৰকাৰৰ চৰাচৰ জীৱসমূহ) সম্প্ৰসূতা: (যথানিয়মে সমুৎপন্ন হ'ল)।৫।

প্ৰকাৰান্তৰে সৃষ্টিৰ ক্ৰম বৰ্ণাই কৈছে, সেই পৰমপুৰুষৰপৰা তেওঁৰ অচিন্ত্যশক্তিৰ প্ৰভাৱতে সৰ্বপ্ৰথমে অগ্নি-তত্ত্ব অৰ্থাৎ দ্যুলোক উদ্ভৱ হ'ল, যাৰ প্ৰজ্বালক (লাগনি-খৰি) হ'ল সূৰ্য, অৰ্থাৎ যি সূৰ্যৰূপে নিৰন্তৰ জ্বলি থাকে। দ্যুলোকতে চন্দ্ৰৰ উৎপত্তি; চন্দ্ৰৰপৰা মেঘ উৎপন্ন হ'ল। মেঘৰপৰা উৎপন্ন হোৱা বৰষুণৰদ্বাৰা পৃথিবীত অনেক প্ৰকাৰ শস্য জন্মে। সেই শস্য খাদ্যস্বৰূপে ব্যৱহাৰ কৰি তাৰ পৰিপাকত যি শুক্ৰ উৎপন্ন হয় তাক পুৰুষে সজাতীয় স্ত্ৰীত সঞ্চাৰ কৰে, তাৰ ফলত সন্তানৰ জন্ম হয়। এই প্ৰকাৰে সেই পৰমপুৰুষৰপৰা নানা জাতীয় নানাপ্ৰাণী সমন্বিত এই সম্পূৰ্ণ চৰাচৰ-জগতৰ সৃষ্টি হ'ল॥৫॥

তস্মাদৃচঃ সাম যজূংষি দীক্ষা
যজ্ঞাশ্চ সৰ্বে ক্ৰতবো দক্ষিণাশ্চ।
সংৱৎসৰশ্চ যজমানশ্চ লোকাঃ
সোমো যত্ৰ পৱতে যত্ৰ সূৰ্যঃ॥৬॥

তস্মাৎ (সেই পুৰুষৰপৰা) ঋচঃ সাম যজূংষি (ঋক্, সাম আৰু যজুৰ্বেদৰ মন্ত্ৰসমূহ) দীক্ষা (অনুষ্ঠানসম্বন্ধী পালনীয়ব্ৰতনিয়মাদি) সৰ্বে যজ্ঞাঃ (সকলো যজ্ঞ) চ ক্ৰতবঃ (আৰু ক্ৰতুসমূহ) চ দক্ষিণাঃ (আৰু দক্ষিণাবিলাক) চ (তথা) সংবৎসৰঃ (যজ্ঞাদিৰ কাল) যজমানঃ (যজমান) চ লোকাঃ (কৰ্মফলত প্ৰাপ্য লোকসমূহ) যত্ৰ (য'ত) সোমঃ পবতে (চন্দ্ৰই পবিত্ৰ কৰে) যত্ৰ সূৰ্যঃ (য'ত সূৰ্যই পোহৰ দিয়ে) [ এই সমস্ত উৎপন্ন হ'ল ]॥৬॥

সমস্ত প্ৰাণীৰ সৃষ্টিৰ ক্ৰম কোৱাৰ পাছত সেই সৃষ্টি-ৰক্ষাৰ কাৰণে অনুষ্ঠেয় যজ্ঞাদিকৰ্ম আৰু তাৰ সাধন আদিও পৰমেশ্বৰে সৃষ্টি বুলি বুজাইছে — নিয়ত অক্ষৰ-পাদযুক্ত ছন্দবদ্ধ ঋক্‌বেদ, ছন্দোবদ্ধ গীতিময় সামবেদ আৰু গদ্য-পদ্যময় যজুৰ্বেদ—এই তিনিও বেদৰ মন্ত্ৰ-ৰাজি (চতুৰ্থ অথৰ্ববেদ এই তিনি বেদৰ অন্তৰ্ভুক্ত থাকে) সেই পৰমপুৰুষৰপৰা উৎপন্ন হ'ল। দীক্ষা (যজ্ঞাদি কৰ্মৰ অনুষ্ঠানৰ কালত পালনীয় ব্ৰত নিয়মাদি), অগ্নিহোত্ৰ প্ৰভৃতি বিবিধ যজ্ঞ, যূপৰ আৱশ্যক থকা 'ক্ৰতু'নামক যজ্ঞসমূহ, যজ্ঞ আদিত অৱশ্য দাতব্য বিবিধপ্ৰকাৰ দক্ষিণা, যজ্ঞাদিৰ বিহিত-কাল, যজমান আৰু যজ্ঞাদি কৰ্মৰ ফলত প্ৰাপ্য বিভিন্ন-লোক — য'ত চন্দ্ৰই পবিত্ৰতা দিয়ে আৰু সূৰ্যই কিৰণ বিলায়— এই সমস্তই সেই পৰমপুৰুষৰপৰা উৎপন্ন হ'ল ॥৬॥

তস্মাচ্চ দেৱা বহুধা সম্প্রসূতাঃ
সাধ্যাঃ মনুষ্যাঃ পশৱো ৱয়াংসি।
প্ৰাণাপানৌ ব্ৰীহিয়ৱৌ তপশ্চ
শ্ৰদ্ধা সত্যং ব্ৰহ্মচৰ্য্যং ৱিধিশ্চ ॥৭॥

তস্মাৎ চ (আৰু সেই পুৰুষৰপৰা) বহুধা (গণভেদে বহু প্ৰকাৰ) দেৱাঃ (দেৱত বৃন্দ) সম্প্ৰসূতাঃ (সমুৎপন্ন হ'ল) সাধ্যাঃ (সাধ্যগণ) মনুষ্যাঃ (মনুষ্যগণ) পশৱঃ (পশুবোৰ) ৱয়াংসি (চৰাইবিলাক) প্ৰাণ অপানৌ (প্ৰাণ আৰু অপান বায়ু) ব্ৰীহি-য়ৱৌ (ধান আৰু যৱ) চ তপঃ (আৰু তপস্যা) শ্ৰদ্ধা (আস্তিক্যবুদ্ধি) সত্যম্ ব্ৰহ্মচৰ্য্যম্ (সত্য, ব্ৰহ্মচৰ্য) বিধিঃ চ (আৰু কৰ্মৰ ক্ৰমপ্ৰণালী) [ এই সকলোবোৰ উৎপন্ন হ'ল ] ॥৭।

সেই পৰমেশ্বৰৰপৰা বসু, ৰুদ্ৰ আদি দেৱতাবৃন্দ ভাগে-ভাগে উৎপন্ন হ'ল। তেওঁৰপৰাই সাধ্যগণ, নানাজাতিৰ মানুহ, বিভিন্নপ্ৰকাৰ পশু আৰু পক্ষীবিলাক, প্ৰাণীৰ জীৱন-স্বৰূপ প্ৰাণ আৰু অপান বায়ু, ধান-যৱ আদি বিবিধ খাদ্যসম্ভাৰ জন্ম হ'ল। তেওঁৰেপৰা তপ, সত্য আৰু ব্ৰহ্ম-চৰ্য আদি সদাচাৰবিলাক আৰু যজ্ঞাদি অনুষ্ঠেয় কৰ্মৰ বিধি-বিধান প্ৰবৰ্তিত হয়। অৰ্থাৎ যি কোনো সমস্তই সেই পৰমপুৰুষৰপৰাই সৃষ্ট হৈ বিৰাজ কৰিছে ॥৭॥

সপ্ত প্ৰাণাঃ প্ৰভৱন্তি তস্মাৎ
সপ্তাৰ্চিষঃ সমিধঃ সপ্ত হোমাঃ।

সপ্ত ইমে লোকা যেষু চরন্তি প্রাণা-
গুহাশয়া নিহিতাঃ সপ্ত সপ্ত ॥৮॥

তস্মাৎ (সেই পুৰুষৰপৰা) সপ্ত প্ৰাণাঃ (সাত প্ৰধান ইন্দ্ৰিয়) প্ৰভৱন্তি (উদ্ভৱ হ'ল), সপ্ত অৰ্চিষঃ (সাত প্ৰকাৰ প্ৰকাশ), সপ্ত সমিধঃ (সাত বিষয়ৰূপ সমিধ), [ সপ্ত ] হোমাঃ (সাত বিষয়ৰ জ্ঞানৰূপ হৱন), ইমে সপ্ত লোকাঃ (এই সাত ইন্দ্ৰিয়ৰ অৱস্থিতিস্থান), যেষু (যি বোৰত) প্ৰাণাঃ চৰন্তি (সাত প্ৰাণে বিচৰণ কৰে) ; গুহাশয়াঃ (হৃদয়গুহাত শুইথকা সেইসকল) সপ্ত সপ্ত (সাত-সাতৰ একোটি দল) নিহিতাঃ [ তেওঁৰেধাৰা ] (সমুদায় প্ৰাণীত স্থাপিত হ'ল) ॥৮॥

সেই পৰমপুৰুষৰপৰা সাত প্ৰাণ অৰ্থাৎ বিষয়ক প্ৰকাশিত কৰিবলৈ বিশেষ শক্তিথকা চকু, কাণ, নাক জিভা, চাল, বাক্য আৰু মন—এই সাত ইন্দ্ৰিয়*, ইহঁতৰ দেখা, শুনা, সুঙা, চেলেকা, স্পৰ্শপোৱা, কোৱা আৰু মনন (ভাবনাকৰা) এই সাত বৃত্তিৰূপ ৰশ্মি, এই ইন্দ্ৰিয়বোৰৰ গ্ৰহণীয় সাত বিষয়ৰূপ সমিধ (প্ৰজ্বালক), এই বাহ্য-বিষয়ৰূপ সমিধৰ ইন্দ্ৰিয়ৰূপ অগ্নিত নিক্ষেপক্ৰিয়াস্বৰূপ সাত প্ৰকাৰ হোম আৰু সাতৰ অৱস্থিতি স্থানৰূপ সাত

* ইয়াত প্ৰধান বুলি উক্ত সাত ইন্দ্ৰিয়ৰ কথা ক'লে। হাত, ভৰি, উপস্থ আৰু গুহ্য এই চাৰি ইন্দ্ৰিয়ৰ লৈতে এঘাৰ ইন্দ্ৰিয় হোৱা উচিত আছিল। ইয়াৰ মীমাংসা ব্ৰহ্মসূত্ৰত (২।৪।৫,৬) দ্ৰষ্টব্য।

লোক - য'ত থাকি সাত প্ৰাণে নিজ-নিজ বিষয়লৈ চৰি থাকে। টোপনিৰ সময়ত হৃদয়-গুহাত শুই থকা এই সাত-সাতৰ দলবোৰ মহাপুৰুষৰদ্বাৰায়েই সমুদায় প্ৰাণীত স্থাপিত হ'ল ॥৮॥

অতঃ সমুদ্ৰা গিৰয়শ্চ সৰ্বে-
ঽস্মাৎ স্যন্দন্তে সিন্ধবঃ সৰ্বৰূপাঃ।
অতশ্চ সৰ্বা ওষধয়ো ৰসশ্চ
য়েনৈষ ভূতৈস্তিষ্ঠতে হ্যন্তৰাত্মা ॥৯॥

অতঃ (এই পুৰুষৰপৰা) সৰ্বে সমুদ্ৰাঃ (সমস্ত সাগৰ) চ গিৰয়ঃ (আৰু পৰ্বতসমূহ) [উদ্ভৱ হ'ল], অস্মাৎ (এই পুৰুষৰপৰা উদ্ভৱ হৈ) সৰ্বৰূপাঃ (বহুপ্ৰকাৰ) সিন্ধবঃ (নদীবিলাক) স্যন্দন্তে (প্ৰবাহিত হৈ আছে), চ (তথা) অতঃ (এওঁৰপৰা) সৰ্বাঃ ওষধয়ঃ (সকলোবোৰ ওষধি) চ ৰসঃ (আৰু ৰস) [উৎপন্ন হ'ল], য়েন (যি ৰসৰদ্বাৰা পৰিপুষ্ট শৰীৰত) এষঃ অন্তৰাত্মা (সকলোৰে অন্তৰ্যামী এই পৰমেশ্বৰ) ভূতৈঃ (সমস্ত ভূতবোৰৰ সৈতে) তিষ্ঠতে হি (অৱশ্যেই অৱস্থান কৰে) ॥৯॥

[ পূৰ্ববৰ্ণিত আধ্যাত্মিক বস্তুবোৰৰ দৰেই বাহ্য-জগতৰ সেই পুৰুষৰপৰাই উৎপত্তি বৰ্ণাই কৈছে,—] এই পৰম-পুৰুষৰপৰা সমস্ত সাগৰ আৰু পৰ্বত উদ্ভৱ হল, এওঁৰ-পৰা উদ্ভৱ হোৱা অনেক আকাৰ-প্ৰকাৰৰ নৈবোৰ বৈ আছে,

এওঁৰেপৰা বিভিন্ন ওষধি (শস্যাদি) আৰু মিঠা, টেঙা আদি ৰসৰ সৃষ্টি হ'ল, যাৰদ্বাৰা পৰিপুষ্টহোৱা শৰীৰত সৰ্বান্তৰ্যামী পৰমেশ্বৰ সমস্ত ভূতবৰ্গৰ অন্তৰাত্মাৰ সৈতে সেই সেই প্ৰাণীৰ হৃদয়ত অৱস্থান কৰে ॥৯॥

পুৰুষ এৱেদং ৱিশ্বং কৰ্ম
তপো ব্ৰহ্ম পৰামৃতম্‌
এতদ্যো ৱেদ নিহিতং গুহায়াং
সোঽৱিদ্যাগ্ৰন্থিং ৱিকিৰতীহ সোম্য ॥১০॥

কৰ্ম ( বৰ্ণাশ্ৰম বিহিত স্বকৰ্ম), তপঃ (সংযমসাধ্য উপাসনাদি) পৰ-অমৃতম্‌ (পৰম অমৃত), ব্ৰহ্ম (ব্ৰহ্ম) ইদম্‌ ৱিশ্বম্‌ (এই সকলো) পুৰুষঃ এৱ পৰমপুৰুষেই)। সোম্য (হে প্ৰিয়!) গুহায়াম্‌ (হৃদয় গুহাত) নিহিতম্‌ (অৱস্থিত) এতং (এই সৰ্বাত্মক পুৰুষক) যঃ (যিজনে) বেদ (জানে), সঃ (তেওঁ) ইহ (এই জনমতে) অৱিদ্যাগ্ৰন্থিম্‌ (অবিদ্যা-জনিত সংসাৰবান্ধৰ গাঁথি) ৱিকিৰতি (খুলি পেলায়) ॥১০॥

বৰ্ণশ্ৰমবিহিত স্ব স্ব কৰ্ম, সংযমসাধ্য ধ্যান-উপাসনা আদি তপ, আৰু পৰম অমৃতস্বৰূপ ব্ৰহ্মও—এই যি কোনো সকলোৱেই সেই পৰব্ৰহ্ম পুৰুষোত্তম। প্ৰিয় শৌনক! হৃদয়গুহাত বাস কৰা এই বিশ্বাত্ম পৰমপুৰুষক যি জানি বলৈ সমৰ্থ হয়, তেওঁ এই জনমতে অবিদ্যাৰ কাৰণে বান্ধ-খোৱা সংসাৰগাঁথিটো খুলি পেলায় অৰ্থাৎ সকলো সন্দেহ

আৰু সকলো ভ্ৰম নোহোৱা হৈ থোৱাত সেইপুৰুষে পৰম পুৰুষৰ বৈকুণ্ঠ ধামত য'ত কোনো কুণ্ঠা অৰ্থাৎ সঙ্কোচ, সন্দেহ, ভ্ৰম আদি নাই তেওঁৰ সাক্ষাৎলাভ কৰে।

[ দ্বিতীয় মুণ্ডকৰ ১ম খণ্ডৰ এই মন্ত্ৰসমূহ সুপ্ৰসিদ্ধ পুৰুষসূক্তৰ সৈতে একে পৰ্য্যায়ৰ ] ॥১০॥

॥ প্ৰথম খণ্ড সমাপ্ত ॥

---

## দ্বিতীয় খণ্ড

আবিঃ সন্নিহিতং গুহাচৰং নাম মহৎ পদমত্ৰৈতৎ সমৰ্পিতম্। এজৎ প্ৰাণন্নিমিষচ্চ য়দেতজ্জানথ সদসদ্বৰেণ্যং পৰং বিজ্ঞানাদ্যদ্বৰিষ্ঠং প্ৰজানাম্ ॥১॥

[যি] আবিঃ (প্ৰকাশস্বৰূপ) সন্নিহিতম্ (অতি সমীপস্থ) গুহাচৰম্ নাম (হৃদয়চাৰী নামে সুখ্যাত) মহৎ পদম্ (আৰু পৰম আশ্ৰয়); য়ৎ (যিমানবিলাক) এজৎ (চেষ্টাশীল প্ৰাণী), প্ৰাণৎ) উশাহ-নিশাহ লোৱা প্ৰাণী), চ নিমিষৎ (আৰু চকু পেলাকঢ়া প্ৰাণী) এতৎ

(এই সকলোবোৰ) অত্ৰ সমৰ্পিতম্ (এই ব্ৰহ্মতে প্ৰতিষ্ঠিত আছে)। এতৎ (এই ব্ৰহ্মক) জানথ (তোমালোকে জানি লোৱা)। যৎ (যি ব্ৰহ্ম) সৎ (আছে) অসৎ (আৰু নায়ো—স্থূল-সূক্ষ্ম উভয়ৰূপ) বৰেণ্যম্ (সবাৰো বৰণ যোগ্য), বৰিষ্ঠম্ (অতিশয় শ্ৰেষ্ঠ) [আৰু] প্ৰজানাম্ (সমস্ত প্ৰাণীৰ) বিজ্ঞানাৎ পৰম্ (বুদ্ধিৰ অতীত)। ১।

হে জনগণ! পৰব্ৰহ্ম পুৰুষোত্তমক কেনেকৈ জানিব পাৰি শুনা —প্ৰকাশস্বৰূপ, সৰ্বজ্ঞ, পৰমেশ্বৰ সকলো প্ৰাণীৰ অতি ওচৰত হৃদয়-গুহাত বাস কৰে কাৰণে তেওঁক 'গুহাচৰ' বোলে। (যাক হিয়া কড়ি বোলে সিয়ে হৃদয়-গুহা তাতে জীৱৰূপে পৰমেশ্বৰে বাস কৰে।) তেৱেঁই সৰ্ব-প্ৰাণীৰ পৰম আশ্ৰয়। যিমানবোৰ চলন-ফুৰণ কৰা প্ৰাণী উশাহ-নিশাহ লোৱা প্ৰাণী আৰু চকুপচৰা-চকুনপচৰাও প্ৰাণী আছে, সেই সকলোৱেই এই হৃদয়চাৰী পৰম-পুৰুষতে প্ৰতিষ্ঠিত আছে; অৰ্থাৎ তেওঁৰ নিয়ন্ত্ৰণতে সিহঁতৰ যাৱতীয় কাম-কাজ চলি থাকে। তেওঁ সৎ আৰু অসৎ অৰ্থাৎ কাৰ্য আৰু কাৰণ, প্ৰকাশ্য আৰু অপ্ৰকাশ্য—সৱেই। তেওঁ সৰ্বশ্ৰেষ্ঠ একমাত্ৰ বৰণীয়। মনুষ্য বুদ্ধিৰ অগোচৰ সেই পৰমপুৰুষক তোমালোকে জানিবলৈ চেষ্টা কৰা—তেওঁত শৰণাপন্ন হোৱা। [ভাব এই যে দেখা-শুনা, কোৱা-মেলা, চলা-ফুৰা, ভৱা-চিন্তা আদি কৰি যিমানবিলাক প্ৰাণীধৰ্ম বুলি জনা যায়, সেই সকলোবোৰেই জীৱাত্মাৰূপে হৃদয়বিহাৰী পৰমাত্মাপুৰুষৰ খেলা; আমাৰ যাৱতীয়-উপলব্ধি

দ্বিৰূপত সেই অদ্বিতীয় পৰম ঈশ্বৰ। এনে ভাৱনাৰে ভাৱিত হ'লে তেওঁক জনা সহজ হৈ পাৰে।] ॥১॥

য়দর্চিমদ্যদণুভ্যোঽণু চ য়স্মিঁল্লোকা নিহিতা লোকিনশ্চ। তদেতদক্ষৰং ব্রহ্ম স প্রাণস্তদু বাঙ্-মনঃ। তদেতৎ সত্যং তদমৃতং তদ্বেদ্ধব্যং সোম্য বিদ্ধি ॥২॥

য়ৎ (যি) অর্চিমৎ (জ্যোতির্ময়), য়ৎ চ (আৰু যি) অণুভ্যঃ অণু (সূক্ষ্মতকৈয়ো সূক্ষ্ম) য়স্মিন্ (যাত) লোকাঃ (ভূৰাদি সমস্ত লোক) লোকিনঃ চ (আৰু সেই সেই লোকৰ সমস্ত প্রাণী) নিহিতাঃ (অৱস্থান কৰে), তৎ এতৎ অক্ষৰম্ ব্রহ্ম (তেৱেঁই এই ক্ষয়-ক্ষতি নোহোৱা মহত্তম ব্রহ্ম), সঃ (তেওঁ) প্রাণঃ (প্রাণ), তৎউ (তেৱেঁই) বাক্ মনঃ (বাক্য আৰু মনো)। তৎ এতৎ সত্যম্ (সেই এই ব্রহ্ময়ে সত্য) তৎ অমৃতম্ (তেওঁ অবিনশ্বৰ)। সোম্য (হে প্রিয়!) বেদ্ধব্যম্ (তেওঁ বিদ্ধিবলগীয়া লক্ষ্য) বিদ্ধি (বিন্ধা— লক্ষ্যভেদ কৰা) ॥২॥

সেই পৰব্রহ্ম স্বয়ং জ্যোতির্ময়, বিশ্বব্রহ্মাণ্ড তেওঁৰ জ্যোতিত উদ্ভাসিত। যি সমগ্র বিশ্বৰ প্রকাশক, যি সূক্ষ্মতকৈয়ো অতি সূক্ষ্ম, ভূলোক আদি সমস্তলোক আৰু সেই সেই লোকৰ অধিবাসী সমস্ত প্রাণী যাত আশ্রয় কৰি প্রৱৰ্ত্তি আছে, তেৱেঁই কোনো কালে ক্ষয়-ক্ষতি নোহোৱা সর্বমহৎ পৰব্রহ্ম পৰমেশ্বৰ। তেওঁ সকলোৰে জীৱন চলাওঁতা প্রাণ, তেৱেঁই

বাক্য, আৰু মনো, অৰ্থাৎ সমস্ত ইন্দ্ৰিয়ৰূপে সুপ্ৰকট। সেই এই পৰমপুৰুষেই সত্য আৰু অবিনশ্বৰ। প্ৰিয় শৌনক! সেই তেওঁ বিদ্ধিৱলগীয়া লক্ষ্য অৰ্থাৎ একাগ্ৰমনে চিন্তনীয়, তুমি বিন্ধা—তন্ময় হৈ পৰা ॥২॥

ধনুৰ্গৃহীত্বৌপনিষদং মহাস্ত্ৰং
শৰং হ্যুপাসানিশিতং সংধয়ীত।
আয়ম্য তদ্ ভাৱগতেন চেতসা
লক্ষ্যং তদেৱাক্ষৰং সোম্য বিদ্ধি ॥৩॥

সোম্য (হে প্ৰিয়!) ঔপনিষদম্ (উপনিষদ্‌বৰ্ণিত প্ৰণৱৰূপ) মহা-অস্ত্ৰম্ ধনুঃ (মহাঅস্ত্ৰ ধনু) গৃহীত্বা (গ্ৰহণ কৰি) উপাসানিশিতম্ (উপাসনাৰদ্বাৰা সুতীক্ষ্ণ কৰা) শৰম্ (বাণ—জীৱাত্মাক) হি সংধয়ীত (সন্ধান কৰিব), ভাৱগতেন (ব্ৰহ্মভাৱনিৱিষ্ট) চেতসা (চিত্তৰদ্বাৰা) তৎ (সেই বাণ) আয়ম্য (আকৰ্ষণ কৰি) তৎ (সেই) অক্ষৰম্ এৱ (অক্ষৰকেই) লক্ষ্যম্ (লক্ষ্য মানি) বিদ্ধি (বিন্ধা) ॥৩॥

[ লক্ষ্যভেদ কৰিবলৈ ধেনু-কাড় লাগে; সেইকাৰণে এই ৰূপক পুৰাকৈ বুজাবলৈ এই বৰ্ণনা দিছে — ] হে প্ৰিয় শৌনক! লক্ষ্য ভেদ কেনেকৈ কৰিবা কওঁ—শুনা,—উপনিষদৰ উপদিষ্ট প্ৰণৱ (বা ভগৱানৰ যি কোনো নাম) হ'ল মহা অস্ত্ৰ ধেনু; সেই ধেনুখন লোৱা। অৰ্থাৎ প্ৰণৱ (বা ভগৱানৰ

নাম) উচ্চাৰণ আৰু তাৰ অৰ্থৰূপ পৰমেশ্বৰৰ ভাৱনাত নিৰন্তৰ লাগি থাকা। সেই ধেনুৰ কাড় হ'ল জীৱাত্মা ; ধেনুত কাড় লগোৱাৰ আগতে তাৰ মলি-মামৰ গুচাই চকচকীয়া কৰি ধৰাই, শানত দি চোকা কৰি লোৱাৰ নিচিনাকৈ জীৱাত্মাস্বৰূপ কাড়পাতো নিত্য-নৈমিত্তিক উপাসনাৰদ্বাৰা নিৰ্মল আৰু শুদ্ধ কৰি প্ৰণবাদি নামজপৰূপ ধেনুখনত ভালকৈ লগাই দিয়া। তাৰ পাছত যেনেকৈ ধেনুত লগোৱা কাড়পাত লক্ষ্য-বস্তু বিন্ধিব পৰাকৈ নিবিষ্টমনেৰে পূৰাদমে এৰি দিয়ে, সেইদৰেই জীৱাত্মাই পৰমলক্ষ্যৰ প্ৰতি তন্ময় চিত্তেৰে প্ৰণবাদি নামৰ অধিক-অধিক জপ, তাৰ অৰ্থৰূপে ভগৱৎভাৱনাত প্ৰগাঢ়ভাবে লাগি থাকিব লাগিব, যাতে সেই তন্ময়তাত অবিচল থাকি আত্মাই চৰমলক্ষ্য পৰমাত্মাত প্ৰৱিষ্ট হৈ যাব পাৰে। [ ভাব এই যে—"ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ। এতেকে মুকুতি পাইবা কহিলো স্বৰূপ"। এই 'কীৰ্ত্তন'ৰ বাণী। ] ॥৩॥

প্ৰণৱো ধনুঃ শৰো হ্যাত্মা ব্ৰহ্ম তল্লক্ষ্যমুচ্যতে।
অপ্ৰমত্তেন বেদ্ধব্যং শৰৱত্তন্ময়ো ভৱেৎ ॥৪॥

প্ৰণৱঃ (ওঙ্কাৰ) ধনুঃ (ধেনু), আত্মা হি (জীৱাত্মাই) শৰঃ (কাড়), ব্ৰহ্ম (পৰমাত্মা) তৎ লক্ষ্যম্ (তাৰ লক্ষ্য) উচ্যতে (কথিত হয়) ; অপ্ৰমত্তেন (প্ৰমাদহীন লোকৰদ্বাৰাহে) বেদ্ধব্যম (সেই লক্ষ্য বিন্ধিব-

পৰা হয়)। [ এই কাৰণে ] শৰৱৎ (কাড়ৰ দৰে) তন্ময়ঃ ভৱেৎ (লক্ষ্যৰ লৈতে অভিন্ন হব লাগে) ॥৪॥

[ পূৰ্বমন্ত্ৰত কথিত ৰূপকটো স্পষ্টকৈ বুজাই দিছে— ] শুনা শৌনক! পৰমেশ্বৰৰ বাচক ওঙ্কাৰ (বা আন কোনো নাম) যেনিবা ধেনু, জীৱাত্মা তাৰ কাড়, সেই কাড়ৰ লক্ষ্য পৰমাত্মা পৰমেশ্বৰ। তৎপৰ হোৱা, অপ্ৰমাদী লোকসকলেহে সেই লক্ষ্য বিন্ধিব পাৰি। সেইকাৰণে কাড়পাতৰ দৰে তন্ময় হৈ পৰিব লাগিব। অৰ্থাৎ ধেনুত কাড় জুৰি অতি সাৱধানী হৈ কাড়পাত লক্ষ্যবস্তুৰ লৈতে অভিন্নৰূপ হৈ গলে হে যেনেকৈ সেই কাড়ে লক্ষ্যক বিন্ধিব পাৰে, সেই দৰে ওঙ্কাৰ বা তদনুৰূপ ভগৱানৰ নাম জপ, কীৰ্তন আৰু তাৰ অৰ্থচিন্তাত জীৱাত্মাক নিযুক্ত ৰাখি অতি সাৱধানেৰে মানৱীজন্মৰ চৰম লক্ষ্য পৰমাত্মা পুৰুষোত্তমক লাভ কৰিবলৈ জীৱাত্মা হৃদগত—ভাৱনাত অবিচলিত থাকিলেহে জীৱনৰ প্ৰয়োজন সাধিত হব পাৰে ॥৪॥

যস্মিন্ দ্যৌঃ পৃথিবী চান্তৰিক্ষ-
মোতং মনঃ সহ প্ৰাণৈশ্চ সৰ্বৈঃ।
তমেবৈকং জানথ আত্মানমন্যা
ৱাচো বিমুঞ্চথামৃতস্যৈষ সেতুঃ ॥৫॥

যস্মিন্ (যি পুৰুষত) দ্যৌঃ (স্বৰ্গ), পৃথিৱী (মৰ্ত্যলোক) চ অন্তৰিক্ষম্ (আৰু মধ্যৱৰ্ত্তী আকাশ) চ (এৱং) সৰ্বৈঃ প্ৰাণৈঃ সহ (সমস্ত ইন্দ্ৰিয়বৰ্গৰ সৈতে) মনঃ ওতম্ (অন্তঃকৰণ গথঁা আছে) তম্ একম্ (সেই অদ্বিতীয়) আত্মানম্ এৱ (পৰমাত্মাপুৰুষকেই) জানথ (জানা); অন্যা বাচঃ (আন সকলো কথা) বিমুঞ্চথ (বাদ দিয়া)। এষঃ (এই পুৰুষেই) অমৃতস্য (অমৃতত্বলাভৰ) সেতুঃ (সাকো, উপায়) ॥৫॥

যি পৰমপুৰুষত স্বৰ্গ, পৃথিৱী তথা অন্তৰীক্ষ লোক আৰু সমস্ত ইন্দ্ৰিয়বৰ্গৰ সৈতে অন্তঃকৰণ ওতঃপ্ৰোতভাৱে গথঁা আছে, সেই অদ্বিতীয় পুৰুষোত্তম পৰব্ৰহ্মকেই তুমি জানা—তেওঁতে তোমাৰ চিত্ত তন্ময় কৰা। আন সকলো কথা বাদ দিয়া, সেইবোৰে তোমাক নতৰায়। এই সংসাৰ তৰি অমৃতত্ব লাভ কৰিবলৈ এই পৰমাত্মাই মাত্ৰ সাকো। গতিকে সকলো বিষয়-বাসনা ত্যাগ কৰি ভগৱৎশৰণেই এক-মাত্ৰ গতি বুলি বুজা ॥৫॥

অৰা ইৱ ৰথনাভৌ সংহতা যত্ৰ নাড্যঃ
স এষোঽন্তশ্চৰতে বহুধা জায়মানঃ।
ওমিত্যেৱং ধ্যায়থ আত্মানং
স্বস্তি ৱঃ পাৰায় তমসঃ পৰস্তাৎ ॥৬॥

ৰথনাভৌ (গাড়ীচকাৰ মাদলিত) অৰাঃ ইৱ (সংলগ্ন শলখা-বোৰৰ দৰে) যত্র (য'ত) নাড্যঃ (দেহত ব্যাপ্ত হৈ থকা নাড়ীবোৰ) সংহতাঃ (সংপ্রবিষ্ট থাকে), [সেই হৃদয়ত] সঃ এষঃ (সেই এই অন্তৰ্যামী পৰমেশ্বৰে) বহুধা জায়মানঃ (হৰ্ষ, ক্রোধআদি নানাৰূপে অভিব্যক্ত হৈ) অন্তঃ চৰতে (অন্তৰত বিচৰণ কৰে); আত্মানম্ (এই পৰমাত্মাক) ওম্ ইতি এৱম্ (ওম্ এই নামে নামীৰ সৈতে অভেদ মানি) ধ্যায়থ (ধ্যান কৰা)। তমসঃ (অজ্ঞান অন্ধকাৰৰ) পৰস্তাৎ (অতীত) পাৰায় (সংসাৰসাগৰৰ শেষ পাৰলৈ যাবলৈ) বঃ (তোমালোকৰ) স্বস্তি (মঙ্গলময় পথ হওক) ॥৬॥

গাড়ীচকাৰ মাদলিত শলখাবোৰ যেনেকৈ গঁথা থাকে, সেইদৰে গোটেই দেহ ব্যাপি থকা সমস্ত নাড়ী যি হৃদয়ত গঁথা আছে, সেই হৃদয়তে হৰ্ষ, বিষাদ, ক্রোধ আদি নানাৰূপত অভিব্যক্ত হোৱা পৰমাত্মাপুৰুষ অন্তৰ্যামীআত্মাৰূপে বিচৰণ কৰে। এই সমস্তৰে আত্মাৰূপী পৰমবান্ধৱক নাম ধৰি ডাকা, তেওঁৰ পৰমমঙ্গল 'ওম্' ইত্যাদি নাম নামীৰ সৈতে অভেদ বিশ্বাসেৰে নিৰন্তৰ ধ্যান কৰা; অজ্ঞানতাৰ কাৰণে বোধগম্য নোহোৱা এই মায়াময় সংসাৰ-অন্ধকাৰৰ সিপাৰলৈ পোহৰপাৰ পাবলৈ আৰু অন্য পথ নাই। তোমালোকৰ সেই স্বপ্রকাশ পৰমধামপ্ৰাপ্তিৰ পথ মঙ্গলময় হওঁক ॥৬॥

যঃ সৰ্বজ্ঞঃ সৰ্ববিদ্ যস্যৈষ মহিমা ভুবি।
দিব্যে ব্রহ্মপুৰে হ্যেষ ব্যোম্ন্যাত্মা প্রতিষ্ঠিতঃ।
মনোময়ঃ প্রাণশৰীৰ নেতা
প্রতিষ্ঠিতোঽন্নে হৃদয়ং সংনিধায়।

তদ্বিজ্ঞানেন পরিপশ্যন্তি ধীরা
আনন্দরূপমমৃতং যদ্বিভাতি ॥ ৭॥

যঃ সর্বজ্ঞঃ (যি সকলো জানে) সর্ববিদ্ (আৰু সকলো ৰূপেই জানে), যস্য (যাৰ) ভুবি (জগতত) এষঃ মহিমা (এই অপাৰ মহিমা), এষঃ হি আত্মা (এই প্ৰসিদ্ধ জগদাত্মা পৰমেশ্বৰেই) দিব্যে (জ্যোতিৰ্ময়) ব্ৰহ্মপুৰে (ব্ৰহ্মৰ বাসস্থলী হৃদয়স্থ) ব্যোম্নি (আকাশত) প্ৰতিষ্ঠিতঃ (স্বৰূপতে থাকে)। প্ৰাণ-শৰীৰ নেতা (প্ৰাণ আৰু শৰীৰৰ পৰিচালক) মনোময়ঃ (মনোবৃত্তিৰূপে অভিব্যক্ত) [সেই পৰমাত্মাই] হৃদয়ম সংনিধায় (হৃৎপদ্মক আশ্ৰয় কৰি) অন্নে (অন্নময় স্থূলশৰীৰত) প্ৰতিষ্ঠিতঃ (অৱস্থান কৰে)। যৎ আনন্দৰূপম্ (যি আনন্দস্বৰূপ) অমৃতম্ (অবিনশ্বৰ পৰব্ৰহ্ম) বিভাতি (সৰ্বত্ৰ বিৰাজিত), তৎ (তেওঁক) ধীৰাঃ (বিবেকীলোকে) বিজ্ঞানেন (বিশিষ্টজ্ঞানৰদ্বাৰা) পৰিপশ্যন্তি (পৰিপূৰ্ণৰূপে প্ৰত্যক্ষ কৰে) ॥ ৭॥

যি সর্বজ্ঞান-সম্পন্ন পৰমেশ্বৰে জগতৰ যাৱতীয় বস্তুকে সবিশেষ জানে অর্থাৎ দেশ-কালআদিৰদ্বাৰা য'ৰ জ্ঞান বাধাপ্ৰাপ্ত নহয়, যাৰ আশ্চৰ্যময় মহিমাৰাজি সমস্ত জগতত বিয়পি আছে, সেই জগদাত্মা পৰমেশ্বৰ ব্ৰহ্মপুৰ অর্থাৎ ব্ৰহ্মৰ অভিব্যক্তি-স্থান বুলি প্ৰসিদ্ধ জ্যোতিৰ্ময় হৃদয়স্থ আকাশত স্বৰূপতে থাকে। সমস্ত প্ৰাণীৰ প্ৰাণ আৰু শৰীৰবোৰ চলাই নিওঁতা সেই পৰমেশ্বৰ সাধাৰণতঃ মনোবৃত্তিৰূপেই বিকশিত হয় আৰু প্ৰাণীসমূহৰ হৃদয়ক আশ্ৰয় কৰি অন্নৰসৰদ্বাৰা পৰিপুষ্ট শৰীৰত বাস কৰে। এই কথা বিশিষ্টবিবেকীলোকে

বুজে। সেই সকলে শাস্ত্ৰ আৰু আচাৰ্যৰপৰা লাভ কৰা বিশিষ্ট জ্ঞানৰ সহায়েৰে অমৃতময় নিত্যানন্দস্বৰূপে সৰ্বত্ৰ বিৰাজমান সেই পৰমাত্ম পৰমেশ্বৰক হৃৎপুণ্ডৰীকতে পৰিপূৰ্ণভাৱে প্ৰত্যক্ষ কৰে॥ ৭ ॥

**ভিদ্যতে হৃদয়গ্ৰন্থিশ্ছিদ্যন্তে সৰ্বসংশয়াঃ।**
**ক্ষীয়ন্তে চাস্য কৰ্মাণি তস্মিন্ দৃষ্টে পৰাৱৰে ॥ ৮ ॥**

পৰ-অৱৰে (কাৰণ আৰু কাৰ্যৰূপ) তস্মিন্ দৃষ্টে (সেই পৰাৎপৰ পুৰুষোত্তমৰ সাক্ষাৎকাৰ হলে) অস্য (দ্ৰষ্টা জীৱৰ) হৃদয়গ্ৰন্থিঃ (হৃদয়ৰ গাঁথি) ভিদ্যতে (খুলি যায়), সৰ্বসংশয়াঃ (সকলো সন্দেহ) ছিদ্যন্তে (ছিগি যায়), কৰ্মাণি চ (আৰু সকলো শুভাশুভ কৰ্ম) ক্ষীয়ন্তে (নষ্ট হৈ যায়) ॥৮॥

পৰমেশ্বৰৰ সাক্ষাৎকাৰ হলে কি হয়, শুনা—কাৰণ আৰু কাৰ্যস্বৰূপ সেই পুৰুষোত্তমৰ সাক্ষাৎকাৰ ঘটিলে—তত্ত্বতঃ সেই পৰাৎপৰ পূৰ্ণব্ৰহ্মক জনা হলে এই জীৱৰ বুদ্ধিত আঁটি আঁটি বান্ধ-খোৱা সাংসাৰিক-বাসনাৰূপ গাঁথিবোৰ খোল খাই যায়, সকলোবোৰ সন্দেহ কটা যায় আৰু শুভ বা অশুভ সকলো কৰ্ম আৰু তাৰ ফল নষ্ট হৈ যায়। অৰ্থাৎ সেই জীৱই সমস্ত বন্ধনৰপৰা মুক্ত হৈ আনন্দঘন পৰমাত্মাৰ সৈতে অখণ্ডানন্দত মজি যায় ॥৮॥

**হিৰন্ময়ে পৰে কোশে ৱিৰজং ব্ৰহ্ম নিষ্কলম্।**
**তচ্ছুভ্ৰং জ্যোতিষাং জ্যোতিস্তদ্ যদাত্মৱিদো ৱিদুঃ ॥৯॥**

হিৰন্ময়ে (জ্যোতিৰ্ময়) পৰে কোশে (শ্ৰেষ্ঠ কোশতুল্য হৃৎপদ্মৰ মাজত) বিৰজম্ (নিৰ্মল) নিষ্কলম (অবয়ববহিত) যৎ ব্ৰহ্ম (যি পৰব্ৰহ্ম বিৰাজমান), তৎ (সেই ব্ৰহ্ম) শুভ্ৰম্ (বিশুদ্ধ), জ্যোতিষাম্ (জ্যোতিষ্কমণ্ডলীৰ) জ্যোতিঃ (প্ৰকাশস্বৰূপ); আত্মবিদঃ (আত্মতত্বজ্ঞানীসকলে) তৎ (সেই ব্ৰহ্মক) বিদুঃ (জানে) ॥৯॥

জ্যোতিৰ্ময় শ্ৰেষ্ঠ-কোশ পৰমধাম হৃৎপদ্মৰ মাজত অবিদ্যা-প্ৰভৃতিৰ দোষ নথকা নিৰ্মল, নিৰবয়ব অখণ্ড যি পৰমাত্মা বিৰাজমান, তেওঁ অতি বিশুদ্ধ আৰু জ্যোতিষ্কমণ্ডলীৰ—বস্তুপ্ৰকাশক ইন্দ্ৰিয়বৰ্গৰ প্ৰকাশক। অৰ্থাৎ তেওঁৰ পোহৰ পাই হে ইন্দ্ৰিয়বিলাকৰ বস্তু-জ্ঞান হয়। আত্মসাক্ষাৎকাৰী লোক-সকলে মাত্ৰ তেওঁক জানিব পাৰে ॥৯॥

ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকং
নেমা বিদ্যুতো ভান্তি কুতোঽয়মগ্নিঃ।
তমেব ভান্তমনুভাতি সৰ্বং
তস্য ভাসা সৰ্বমিদং বিভাতি ॥১০॥ *

তত্ৰ (তাত) সূৰ্য্যঃ ন ভাতি (সূৰ্য প্ৰকাশিত নহয়) চন্দ্ৰতাৰকম্ ন (চন্দ্ৰ আৰু তাৰাবোৰো প্ৰকাশিত নহয়) ইমাঃ বিদ্যুতঃ (এই বিজুলীবোৰো) ন ভান্তি (প্ৰকাশিত নহয়) অয়ম্ অগ্নিঃ কুতঃ (এই অগ্নি আকৌ কেনেকৈ প্ৰকাশিত হ'ব)? ভান্তম্ তম্ এব (স্বয়ং প্ৰকাশ তেওঁক অনুসৰণ কৰিয়েই) সৰ্বম্ অনুভাতি (সকলো

* এই মন্ত্ৰ কঠ ২।২।১৫ আৰু শ্বেতাশ্বতৰ ৬।১৪ এই একেৰূপে আছে।

বোৰ তদনুযায়ী প্ৰকাশিত হয়।। তস্য ভাসা তেওঁৰ প্ৰকাশৰ— দ্বাৰা) ইদম্ সৰ্ব্বম্ (এই সমস্ত জগৎ) বিভাতি (প্ৰকাশিত হয়) ১০।

জ্যোতিষ্কমণ্ডলীৰ জ্যোতি কি প্ৰকাৰ তাকো কৈছে।— শুনা। সেই স্বপ্ৰকাশ পুৰুষোত্তম ভগৱন্তৰ সমীপত সূৰ্যৰ পোহৰ নাই। যেনেকৈ বেলি ওলালে দিনত জোনাকীৰ পোহৰ নোহোৱা হৈ যায়, তেনেকৈ ভগৱন্তৰ অপৰিসীম জ্যোতিৰ প্ৰভাৱত সূৰ্যৰ জ্যোতি লুপ্ত হৈ পৰে। চন্দ্ৰ আৰু তৰাবোৰো তাত প্ৰকাশ নহয়, বিজুলীৰ চমকতো পোহৰ নাই, লৌকিক অগ্নিৰ তো কথাই নাই। দিনৰ পোহৰত জোনাকীৰ পোহৰ নোহোৱাৰ দৰে সেই ভগৱন্তৰ দিব্য জ্যোতিৰ ওচৰত সবেই নিষ্প্ৰভ। প্ৰাকৃতজগতত আমি যিমানবিলাক পোহৰযুক্ত বস্তু দেখা পাওঁ, সেই সকলো বিলাক তেওঁৰেই পোহৰ। তেওঁৰ পৰা পোহৰ পাইহে সেইসকলে পোহৰ দিয়ে। তেওঁলোকে নিজৰ প্ৰকাশকক আকৌ কেনেকৈ প্ৰকাশ কৰিব? অৰ্থাৎ এই সম্পূৰ্ণ জগৎ জগৎজীৱন পুৰুষোত্তমৰ জ্যোতিৰ কণিকামাত্ৰদ্বাৰা সমুদ্ভাসিত বুলি বুজা ॥১০॥

ব্ৰহ্মৈৱেদমমৃতং পুৰস্তাদ্‌ব্ৰহ্ম
পশ্চাদ্‌ব্ৰহ্ম দক্ষিণতশ্চোত্তৰেণ।
অধশ্চোৰ্দ্ধ্বং চ প্ৰসৃতং
ব্ৰহ্মৈৱেদং ৱিশ্বমিদং ৱৰিষ্ঠম ॥১১॥

ইদম্ (এই) অমৃতম্ (অমৃতস্বৰূপ) ব্ৰহ্ম এৱ (পৰব্ৰহ্মই) পুৰস্তাৎ (সন্মুখত), ব্ৰহ্ম (ব্ৰহ্মই) পশ্চাৎ (পাছতো), দক্ষিণতঃ (সোঁফালে) চ উত্তৰেণ (আৰু বাওঁফালে) অধঃ (তলৰ ফালে) চ ঊৰ্ধ্বম্ (ওপৰৰ ফালেও) প্ৰসৃতম্ (পৰিব্যাপ্ত আছে); ইদম্ বিশ্বম্ (এই বিশ্বব্ৰহ্মাণ্ড) ইদম্ বৰিষ্ঠম্ ব্ৰহ্ম এৱ (এই সৰ্বশ্ৰেষ্ঠ পৰব্ৰহ্মই) ॥১১॥

ব্ৰহ্মৰ সৰ্বৰূপতা আৰু সৰ্বব্যাপকতা :— অমৃত-স্বৰূপ পুৰুষোত্তম পৰব্ৰহ্মই আগত-পাছত, সোঁৱে-বাঁৱে তলে-ওপৰে বাহিৰে ভিতৰে সকলোতে পৰিব্যাপ্ত। এই বিশ্বব্ৰহ্মাণ্ড এই মহত্তম পৰমপুৰুষ পৰব্ৰহ্মৰেই প্ৰত্যক্ষ দৃশ্য-ৰূপ ॥১১॥

॥ দ্বিতীয় খণ্ড সমাপ্ত ॥

॥ দ্বিতীয় মুণ্ডক সমাপ্ত ॥২॥



# তৃতীয় মুণ্ডক

## প্ৰথম খণ্ড

দ্বা সুপৰ্ণা সয়ুজা সখায়া
সমানং বৃক্ষং পৰিষস্বজাতে।
তয়োৰন্যঃ পিপ্পলং স্বাদ্বত্ত্য-
নশ্নন্নন্যো অভিচাকশীতি ॥১॥ *

সয়ুজা (একে-লগ হৈ থকা) সখায়া (সখিভাৱে একে নাম লোৱা) দ্বা সুপৰ্ণা (দুটি পক্ষী) [জীৱাত্মা আৰু পৰমাত্মা] সমানম্ বৃক্ষম্ (একে জোপা গছকে—শৰীৰক) পৰিষস্বজাতে (আশ্ৰয় কৰি থাকে)। তয়োঃ (সেই দুইৰ ভিতৰত) অন্যঃ (এটিয়ে, জীৱই) স্বাদু (নানাপ্ৰকাৰৰ সোৱাদলগা) পিপ্পলম্ (ফল— কৰ্মফল) অত্তি (উপভোগ কৰে); অন্যঃ (অপৰটি, ঈশ্বৰে) অনশ্নন্ (একোকে ভোগ নকৰি) অভিচাকশীতি (কেৱল চাই থাকে) ॥১॥

[ শ্ৰীভগৱানে গীতাত জগৎখনক অশ্বত্থবৃক্ষৰূপে বৰ্ণনা কৰাৰ দৰে এই মন্ত্ৰত শৰীৰক এজোপা পিপ্পল (আঁহত) গছ আৰু জীৱাত্মা-পৰমাত্মাক দুটি পক্ষীৰূপে বৰ্ণনা কৰিছে । কঠোপনিষদতো (১।৩।১) এনেকুৱা এটা বৰ্ণনা ছাঁ আৰু পোহৰৰ ৰূপত আছে। ভাৱ দুয়ো স্থলতে প্ৰায় একে। ইয়াত কোৱা হৈছে— ] ধৰা, এই মানৱদেহটো এজোপা আঁহত

* এই মন্ত্ৰ শ্বেতাশ্বতৰ ৪।৬ মন্ত্ৰতো একেৰূপতে আছে,

গছ, জীৱাত্মা আৰু পৰমাত্মা যেনিবা সেই গছজোপাত থকা দুটি পক্ষী। তেওঁলোক দুয়ো একেটা হৃদয়বাঁহত সদায় একেলগে সখিভাবে বাস কৰে। কিন্তু সেই দুটিৰ ভিতৰত এটি—জীৱই সেই বৃক্ষৰ বিভিন্ন সোৱাদফল—পূৰ্ব-পূৰ্ব জন্মৰ বিভিন্ন কৃতকৰ্মৰ ফল উপভোগ কৰে, আনটি—ঈশ্বৰে একো উপভোগ নকৰি কেৱল চাই থাকে। অৰ্থাৎ সদ্ বদ্ সকলো কৰ্ম জীৱৰ, আৰু তদনুযায়ী তাৰ ফল ভুগিবও লাগিব জীৱই। ঈশ্বৰ সেই বোৰত নিৰ্লিপ্ত ; তেওঁ দ্ৰষ্টা, সাক্ষী মাত্ৰ। [প্ৰত্যক্ষ-সাক্ষী থকাবাবে জীৱই ফাকি দিব নোৱাৰে ; দোষত দণ্ড গুণত পূজা অৱশ্যই ভুগিবলগা হয়] ॥১॥

সমানে বৃক্ষে পুৰুষো নিমগ্নো
ঽনীশয়া শোচতি মুহ্যমানঃ।
জুষ্টং য়দা পশ্যত্যন্যমীশ-
মস্য মহিমানমিতি বীতশোকঃ ॥ ২ ॥ *

সমানে বৃক্ষে (একে জোপা শৰীৰৰূপ গছত থকা) পুৰুষঃ (জীৱাত্মা) নিমগ্নঃ (শৰীৰৰ প্ৰতি আসক্তিত ডুব গৈ) অনীশয়া (অসামৰ্থ্য অনুভৱ কৰি) মুহ্যমানঃ (মোহগ্ৰস্ত হৈ) শোচতি (শোক কৰে), য়দা (যদি কেতিয়াবা) জুষ্টম্ (সজ্জনসেবিত) অন্যম্ (ওচৰতে থকা আনজন) ঈশম্ (পৰমাত্মাক) [এৱং] অস্য মহিমানম্ (আৰু এওঁৰ অসীম ঐশ্বৰ্যক) পশ্যতি (দেখে অনুভৱ কৰে), ইতি (তেতিয়া) বীতশোকঃ (শোকৰপৰা মুক্ত হয়) ॥২॥

* এই মন্ত্ৰৰ সৈতে একেৰূপতে আছে— শ্বেতাশ্বতৰৰ ৪।৭। মন্ত্ৰ।

শৰীৰৰূপ একেজোপা গছত হৃদয়ৰূপ একেটা বাঁহত বাস কৰিও জীৱই আনজন সঙ্গীলৈ চকু নিদিয়ে; তাৰ গছজোপালৈ অৰ্থাৎ শৰীৰলৈ হে চকু, শৰীৰৰ প্ৰতি অতি-মমৰী হৈ তাৰদ্বাৰা কিমান ভোগ-সুখ লুটিব পাৰি, সেই চিন্তা সেই চেষ্টাতে সি ডুব গৈ থাকে। পিছে আঁহত গছত বহি নাৰিকল খাবলৈ ইচ্ছা কৰিলে সেই ইচ্ছা পূৰ্ণ হোৱাৰ সম্ভাৱনা নোহোৱাৰ দৰে তাৰো কামনাবোৰ পূৰ কৰিবলৈ অসামৰ্থ্য অনুভৱ কৰি সি কিং কৰ্তব্য বিমূঢ় হৈ শোক কৰিবলগীয়া হয় আৰু অনেক যাতনা-ভোগ ভুগিব-লগা হয়। ভাগ্যৰ ফলত যদি কেতিয়াবা অতিনিকটৱৰ্তী আনজন সঙ্গী পৰমাত্মালৈ চকু দিয়ে আৰু একাগ্ৰমনে চিন্তা কৰি তেওঁৰ অনন্তমহিমাক উপলব্ধি কৰে, তেনেকৈ তেৱেঁই সজ্জনসকলৰ আশ্ৰয়ণীয় পৰম উপাস্য বিবেচনা কৰি তেওঁতে মতি-স্থিৰ কৰে, তেতিয়া সেই জীৱইং সকলো শোক-দুখৰ-পৰা মুক্তি পায় ॥ ২ ॥

য়দা পশ্যঃ পশ্যতে রুক্মৱৰ্ণং
কৰ্তাৰমীশং পুৰুষং ব্ৰহ্ময়োনিম্।
তদা ৱিদ্বান্ পুণ্যপাপে ৱিধূয়
নিৰঞ্জনঃ পৰমং সাম্যমুপৈতি ॥ ৩ ॥

য়দা (যেতিয়া) পশ্যঃ (দ্ৰষ্টা জীৱাত্মাই) ঈশম্ (সবাৰো শাসক) ব্ৰহ্ময়োনিম্ (ব্ৰহ্মাৰো কাৰণ) কৰ্তাৰম্ (ব্ৰহ্মাণ্ডৰ ৰচয়িতা) রুক্মৱৰ্ণম্।

(দিব্য জ্যোতির্ময়) পুৰুষম্ (পৰমপুৰুষক) পশ্যতে (প্ৰত্যক্ষ কৰে), তদা (তেতিয়া) পুণ্যপাপে পুণ্য আৰু পাপ উভয়কে) বিধূয় (সমূলে উচ্ছেদ কৰি) বিদ্বান্ (সেই সাক্ষাৎকাৰী জনে) নিৰঞ্জনঃ (নির্লেপ হৈ) পৰমম্ (সৰ্বোত্তম) সাম্যম্ (সমতা—অদ্বৈতভাৱ) উপৈতি (লাভকৰে, পায়) ॥ ৩ ॥

অনন্ত মাহমামণ্ডিত পৰমাত্মালৈ দৃষ্টিপাত কৰি নিকটবৰ্তী হোৱা দ্ৰষ্টা জীৱাত্মাই যেতিয়া সবাৰো শাসনকর্তা, সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰো আদিকাৰণ ব্ৰহ্মাণ্ডৰ ৰচনাকাৰী, সোনৰদৰে স্বয়ংজ্যোতি পুৰুষোত্তমক প্ৰত্যক্ষ কৰে, তেওঁৰ তৎকালেই পুণ্য-পাপৰূপ সমস্ত কৰ্ম—তাৰ আনুষঙ্গিক ফল সমূলে উচ্ছেদ হৈ যায়, তেওঁ নিৰঞ্জন অর্থাৎ নির্লিপ্ত হয়। সেই সাক্ষাৎকাৰী মহাজনে সর্বোত্তম সাম্যভাৱ প্ৰাপ্ত হয়, তেওঁ স্থিতপ্ৰজ্ঞ হৈ ব্ৰাহ্মীস্থিতি লাভ কৰে ॥ ৩ ॥

প্ৰাণো হ্যেষ যঃ সৰ্বভূতৈৰ্বিভাতি
বিজানন্ বিদ্বান্ ভৱতে নাতিৱাদী।
আত্মক্ৰীড় আত্মৰতিঃ ক্ৰিয়া-
ৱানেষ ব্ৰহ্মবিদাং ৱৰিষ্ঠঃ ॥ ৪ ॥

এষঃ হি (এই পৰমপুৰুষেই) প্ৰাণঃ (জগতৰ জীৱন), যঃ (যি) সৰ্বভূতৈঃ (সমস্ত প্ৰাণীৰূপে) বিভাতি (প্ৰকাশিত হৈছে)। বিজানন্ (এওঁক জানোঁতা) বিদ্বান্ (জ্ঞানীজন) অতিৱাদী (মই বৰ ভাৱত কথাকোৱা) ন ভৱতে (নহয়)। [কিন্তু] ক্ৰিয়াৱান্ (যথাযোগ্য কৰ্মশীল) আত্মক্ৰীড়ঃ (আত্মাৰূপ অন্তৰ্যামীৰ সৈতে

ক্ৰীড়াশীল), আত্মৰতিঃ (আত্মাতেই প্ৰীতিযুক্ত) এষঃ (এনে জ্ঞানীজন) ব্ৰহ্মবিদাম্ (ব্ৰহ্মজ্ঞানীসকলৰ ভিতৰত) বৰিষ্ঠঃ (অতিশয় শ্ৰেষ্ঠ)।৪।

এই পৰমাত্মাপুৰুষেই সমস্ত জগতৰ প্ৰাণ, শৰীৰৰ সকলো চেষ্টা প্ৰাণৰদ্বাৰা হোৱাৰ নিচিনাকৈ জাগতিক সমুদায় চেষ্টা প্ৰাণৰূপী সেই পৰমাত্মাৰপৰাই সম্ভৱ হয়। সমস্ত প্ৰাণীৰ ৰূপত তেৱেঁই প্ৰকাশিত, কাৰণ তেওঁ সমস্তৰে অন্তৰ্যামী একমাত্ৰ পৰমাত্মা। যিজন জ্ঞানীপুৰুষে এই সৰ্বাত্মা পৰমপুৰুষক জানিলে, তেওঁ কেতিয়াও বৰকথীয়া নহয়; কাৰণ সকলোৰে অন্তৰ্যামী আত্মা একেজনেই বুলি তেওঁ জানে যেতিয়া কাৰ ওপৰত বৰ কথা কৈ বৰমানুহ হোৱাব ? কিন্তু তেওঁ নিজ বৰ্ণ আৰু আশ্ৰম অনুসাৰে বিহিত নিত্যনৈমিত্তিক ক্ৰিয়াকাণ্ড ভগৱানৰ আদেশ মানি শ্ৰদ্ধাৰে ক'ৰ যায় (গীতা ৩।২৫), আত্মাৰূপী ভগৱানৰ সৈতে খেল-খেলে আৰু তেওঁতে সন্তুষ্ট থাকে। প্ৰাণীমাত্ৰতে পূৰ্বোক্তপ্ৰকাৰে আত্মজ্ঞানীসকলে যাৰেই সৈতে খেলক, যাকেই প্ৰীতিভাৱ কৰক, সকলো আত্মাৰূপী ভগৱানতে কৰা হয় (গীতা ৬।৩১)। এনেকুৱা জ্ঞানী মহাত্মা ব্ৰহ্মবাদীসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ। গীতাত শ্ৰীভগৱানেও সৰ্বত্ৰ ভগৱদ্দৰ্শী মহাপুৰুষ অতি দুৰ্লভ বুলি অৰ্জুনক বুজালে (গীতা ৭।১৯)॥ ৪ ॥

সত্যেন লভ্যস্তপসা হ্যেষ আত্মা
সম্যগ্‌জ্ঞানেন ব্ৰহ্মচৰ্যেণ নিত্যম্।
অন্তঃশৰীৰে জ্যোতিৰ্ময়ো হি শুভ্ৰো
যং পশ্যন্তি যতয়ঃ ক্ষীণদোষাঃ॥ ৫ ॥

ক্ষীণদোষাঃ (চিত্তত মলি নথকা) যতয়ঃ (যত্নশীল সাধনাকাৰী-সকলে) যম্ পশ্যন্তি (যাক সাক্ষাৎ কৰে), এষঃ (সেই এই) জ্যোতির্ময়ঃ (প্ৰকাশস্বৰূপ) শুভ্ৰঃ (শুদ্ধ) আত্মা (পৰমাত্মাক) অন্তঃশৰীৰে হি (শৰীৰৰ অন্তৰ্বৰ্তী হৃদয়াকাশতে) নিত্যম্ (অবিৰাম) সত্যেন (সত্য অনুশীলনৰদ্বাৰা) তপসা (তপস্যাৰদ্বাৰা) ব্ৰহ্মচৰ্যেণ (ব্ৰহ্মচৰ্যৰদ্বাৰা) সম্যক জ্ঞানেন (আৰু যথাৰ্থ জ্ঞানৰদ্বাৰা) হি লভ্যঃ (নিশ্চয় প্ৰাপ্য হয়) ।৫।।

অন্তঃকৰণত কোনোপ্ৰকাৰ মলি নথকা, বিষয়-বিৰাগী, নিয়তচেষ্টাশীল সাধকসকলে যি পৰমপুৰুষক সাক্ষাৎ কৰে, সেই জ্যোতিঃস্বৰূপ, সৰ্বশুদ্ধ পৰমাত্মাপুৰুষক অবিৰাম সত্যৰ অনুশীলন, মন আৰু ইন্দ্ৰিয়বৰ্গৰ একাগ্ৰতাৰূপ তপ, ব্ৰহ্মচৰ্যপালন আৰু ব্ৰহ্মবিদ্যাৰ অভ্যাসৰদ্বাৰা নিজৰ হৃদয়াকাশতেই নিশ্চয় পাব পাৰি ॥ ৫ ॥

সত্যমেব জয়তে নানৃতং ['জয়তি' পাঠান্তৰ]
সত্যেন পন্থা বিততো দেবযানঃ।
যেনাক্রমন্ত্যৃষয়ো হ্যাপ্তকামা
যত্র তৎ সত্যস্য পরমং নিধানম্ ॥৬॥

সত্যম্ এব (সত্যই হে) জয়তে (বিজয়ী হয়), অনৃতম্ (মিছা) ন (নহয়)। দেবযানঃ পন্থাঃ (দেৱযান নামে পথ) সত্যেন্ (সত্যৰদ্বাৰা) বিততঃ (পৰিপূৰ্ণ)। যেন হি (যি পথেদি) পূৰ্ণকাম আপ্তকামাঃ ঋষয়ঃ (ঋষিসকল) আক্ৰমন্তি (তালৈ যায়) যত্ৰ (য'ত) সত্যস্য (সত্য-স্বৰূপ ভগৱন্তৰ) তৎ (সেই) পৰমম (সৰ্বোত্তম) নিধানম্ (ধাম আছে) ।৬।।

[পূৰ্বোক্ত সাধনবোৰৰ ভিতৰত সত্যৰ মহিমা বিশেষকৈ কৈছে—] সত্যই হে জয়ী হয়; মিছাৰ জয় নাই। কাৰণ পৰমেশ্বৰ সত্যস্বৰূপ; সত্যক পাবলৈ সত্যনিষ্ঠ হোৱা অতি আৱশ্যক। পৰমাত্মালাভৰ কাৰণে তো সত্যসাধনা লাগিবই, বৈষয়িক কাম-কাজতো শেষত সত্যৰেই জয় হয় মিছাকথা আৰু ছল-কপট আদি মিছাৰ আচৰণত সাময়িক উন্নতি হয়তো হব পাৰে, কাৰণ তাত সত্যৰ প্ৰলেপ থাকে। সত্যৰ প্ৰলেপ বা সত্যৰ মুখা পিন্ধাকাৰণে হয়তো জনতায়ো তাক সত্য বুলি মানে; কিন্তু মুখা এদিন খহিবই বা প্ৰলেপ গলি যাবই; পৰিণামত উন্নতিতকৈ ক্ষতি অধিক হয়। সেইকাৰণেই কোৱা হৈছে—মিছাৰ জয় নাই। সেইকাৰণে বুদ্ধিমান্ লোকে মিছাকথা আৰু মিথ্যাচাৰক প্ৰশ্ৰয় নিদিয়ে; সত্যৰ দিতা আৰু সদাচাৰকহে পাৰত্ৰিক আৰু ঐহিক উদ্‌গতিৰ সোপানৰূপে বিবেচনা কৰে। আৰু দেৱযান মাৰ্গ অৰ্থাৎ পৰমদেৱ পৰমাত্মাক পাবলৈ যাবপৰা যি পথ, সি সত্যসাধনাৰদ্বাৰাহে পৰিপূৰ্ণ অৰ্থাৎ মুকলি হৈ প্ৰশস্তপথ হয়। সেই সত্যপূৰ্ণ পথেদি হে ভোগ-বাসনা শূন্য পূৰ্ণকাম সত্যদৰ্শী ঋষিসকল তালৈ যায়, য'ত পৰম সত্য, পৰমপুৰুষৰ পৰমধাম বিৰাজমান আছে ॥৬॥

বৃহচ্চ তদ্দিব্যমচিন্ত্যৰূপং
সূক্ষ্মাচ্চ তৎ সূক্ষ্মতৰং বিভাতি।
দূৰাৎ সুদূৰে তদিহান্তিকে চ
পশ্যৎস্বিহৈৱ নিহিতং গুহায়াম্ ॥৭॥

তৎ (সেই পৰব্ৰহ্ম) বৃহৎ (মহান্) দিব্যম্ (স্বপ্ৰকাশ) চ (আৰু) অচিন্ত্যৰূপম্ (অচিন্ত্যস্বৰূপ), চ (তথা) সূক্ষ্মাৎ (সূক্ষ্মতকৈয়ো) তৎ সূক্ষ্মতৰম্ (অতিসূক্ষ্ম তেওঁ) বিভাতি (বিবিধ ৰূপত প্ৰকাশিত হয়)। তৎ (আকৌ তেওঁ) দূৰাৎ সুদূৰে (দূৰতকৈয়ো অতিদূৰত) ইহ অন্তিকে চ (এই দেহতে অতি ওচৰতো)। ইহ (এই মৰতত) পশ্যৎসু (চাবজনাসকলৰকাৰণে) গুহায়াম্ এব (হৃদয়গুহাতেই) নিহিতম্ (বিদ্যমান) ॥৭॥

সেই পৰব্ৰহ্ম সকলোতকৈ মহান, স্বয়ংপ্ৰকাশমান আৰু অচিন্ত্যস্বৰূপ। আকৌ তেওঁ সূক্ষ্মতকৈয়ো অতিসূক্ষ্ম; সেইবাবে তেওঁ বিবিধৰূপত প্ৰকাশিত হৈ আছে। পৰমাত্মা সৰ্বব্যাপী, এনে কোনো ঠাই নাই, য'ত তেওঁ নাই; গতিকে দূৰতকৈয়ো দূৰত অৰ্থাৎ আমি বহুদূৰ বুলি ভবা ঠাইতো তেওঁ আছে আৰু ওচৰতকৈয়ো ওচৰত-নিজতে আছে। পূৰ্বকথিত সত্যাদিসাধনসম্পন্ন লোকে তো নিজৰ হৃদয়গুহাতে তেওঁ বিদ্যমান থকা প্ৰত্যক্ষ কৰে। গতিকে তেওঁক বিচাৰি দূৰ দূৰান্তৰলৈ গৈ থাকিলেও কাৰ্যসিদ্ধি নহ'ব আৰু চাব জানিলে ইয়াতেই অতি ওচৰতে তেওঁৰ সাক্ষাৎ লাভ হ'ব ॥৭॥

ন চক্ষুষা গৃহ্যতে নাপি ৱাচা
নান্যৈৰ্দেৱৈস্তপসা কৰ্মণা ৱা।
জ্ঞানপ্ৰসাদেন বিশুদ্ধসত্ত্ব-
স্ততস্তু তং পশ্যতে নিষ্কলং ধ্যায়মানঃ ॥৮॥

[ এই পৰব্ৰহ্ম] চক্ষুষা ন গৃহ্যতে (চকুৰে গৃহীত নহয়, বাচা অপি ন (কথাৰেও ধৰা নাযায়), অন্যৈঃ দেবৈঃ ন (অপৰ ইন্দ্ৰিয় দ্বাৰাও ধৰা নপৰে), তপসা (তপস্যাৰদ্বাৰা) বা (অথবা) কৰ্মণা (কৰ্মদ্বাৰাও গৃহীত নহয়), তু (কিন্তু) বিশুদ্ধসত্ত্বঃ (শুদ্ধচিত্ত সাধকে) ততঃ (শুদ্ধ-চিত্তেৰে) ধ্যায়মানঃ (নিৰন্তৰ চিন্তা কৰি) জ্ঞানপ্ৰসাদেন (জ্ঞানৰ-বুদ্ধিৰ নিৰ্মলতা দ্বাৰা) তম্ নিষ্কলম্ (সেই নিৰৱয়ৱ পৰমাত্মাপুৰুষক) পশ্যতে (দেখা পায়)।৮॥

এই পৰব্ৰহ্ম পৰমপুৰুষক চকুৰে, কথাৰে, বা অন্য ইন্দ্ৰিয় বাৰেদ্বাৰাও ধৰা পেলাবপৰা নাযায়, অনেকি নানা প্ৰকাৰৰ তপস্যা আৰু বিবিধ কৰ্মৰদ্বাৰাও তেওঁক পাব নোৱাৰি। কিন্তু (সেইবোৰৰপৰা) যাৰ অন্তঃকৰণ নিৰ্মল হ'ল, তেনেকুৱা কামনা-বাসনাশূন্য শুদ্ধচিত্তেৰে যি সাধকে নিত্য-নিৰন্তৰ তেওঁক চিন্তা চৰ্চা কৰে, তেওঁ বুদ্ধিৰ নিৰ্মল-তাৰ ফলত সেই নিৰৱয়ৱ সুবিশুদ্ধ পৰমাত্মাপুৰুষক দেখা পায়। [এইকাৰণে বাসনামলিন অন্তঃকৰণত ভগৱন্তৰ স্ফুৰণ নহয় বাবে সকলো ভোগ-কামনা পৰিহৰি শুদ্ধচিত্ত হৈ সদা-সৰ্বতিকাল তেওঁৰ চিন্তাত থকা আৱশ্যক। আন-হাতে ঈশ্বৰ-চিন্তাত নিমগ্ন অন্তঃকৰণত বিষয়-বাসনায়ো প্ৰবেশৰ সুৰুঙা নাপায়।] ॥৮॥

এষোঽণুৰাত্মা চেতসা বেদিতৱ্যো
য়স্মিন প্ৰাণঃ পঞ্চধা সংৱিৱেশ।

প্রাণৈশ্চিত্তং সর্বমোতং প্রজানাম্
যস্মিন্ বিশুদ্ধে বিভবত্যেষ আত্মা ॥৯॥

যস্মিন্ (যি শৰীৰত) প্ৰাণঃ (প্ৰাণ বায়ু) পঞ্চধা (পাঁচ প্ৰকাৰে ভাগ হৈ) সংবিবেশ (প্ৰবিষ্ট অছে), [সেই দেহতে বিদ্যমান] এষঃ (এই) অণুঃ (সূক্ষ্ম) আত্মা (আত্মাক) চেতসা (অন্তঃকৰণদ্বাৰা) বেদিতব্যঃ (জনা যায়) ; প্ৰজানাম্ (প্ৰাণীসমস্তৰ) সৰ্বম্ চিত্তম্ (সমস্ত অন্তঃকৰণ) প্ৰাণৈঃ (প্ৰাণাদিদ্বাৰা) ওতম্ (ব্যাপ্ত হৈ থাকে), যস্মিন্ বিশুদ্ধে (যি অন্তঃকৰণ বিশুদ্ধ হলে) এষঃ আত্মা (এই আত্মা) বিভবতি (বিশেষৰূপে প্ৰকাশিত হয়) ।।৯।।

[সমস্তৰে অন্তৰ্যামী পৰমাত্মাক সকলোৱে কিয় জানিব নোৱাৰে ? এনে আশঙ্কাৰ উত্তৰত কৈছে—] প্ৰাণ, অপান, ব্যান, সমান আৰু উদান এই পাচঁপ্ৰকাৰ ভেদযুক্ত প্ৰাণ যি দেহত প্ৰবিষ্ট হৈ দেহক চেষ্টাশীল কৰে, সেই দেহৰে অভ্যন্তৰত—হৃদয়ত বিশুদ্ধমনৰ জ্ঞানগোচৰ হোৱা আত্মাও সূক্ষ্মৰূপে থাকে। কিন্তু প্ৰাণীসমূহৰ সমস্ত অন্তঃকৰণ প্ৰাণ আৰু ইন্দ্ৰিয়বৰ্গৰ সৈতে ওত-প্ৰোত থাকে, অৰ্থাৎ প্ৰাণ আৰু ইন্দ্ৰিয়বৰ্গক তৃপ্ত কৰিবলৈ উৎপন্ন হোৱা নানাপ্ৰকাৰ ভোগ-বাসনাই অন্তঃকৰণক বিক্ষুব্ধ কৰে আৰু তাৰদ্বাৰাই চিত্ত মলিন হয় ; এইকাৰণেই সকলোৱে পৰমাত্মাৰ সন্ধেদ নাপায়। ভোগ-বাসনাৰূপ চিত্তৰ মলি আঁতৰি গলে—অন্তঃকৰণ নিৰ্মল হলে এই অন্তৰাত্মাই পৰমাত্মাৰূপে নিজক প্ৰকাশিত

কৰে *। এইকাৰণে কামনাকুলচিত্তসমন্বিত জীৱ সংসাৰত বান্ধ খায়, আৰু পৰমাৰ্থচিন্তাৰদ্বাৰা বিষয়মলি চফা হৈ যোৱা বিশুদ্ধচিত্ত জীৱই পৰমাত্মাৰ সাক্ষাৎ পায় ॥৯॥

যং যং লোকং মনসা সংবিভাতি
বিশুদ্ধসত্ত্বঃ কাময়তে যাংশ্চ কামান্।
তং তং লোকং জয়তে তাংশ্চ কামাং-
স্তস্মাদাত্মজ্ঞং হ্যৰ্চয়েৎ ভূতিকামঃ ॥১০॥

বিশুদ্ধসত্ত্বঃ (নিৰ্মলচিত্তলোক) যং যং লোকম্ (যি যি লোক) মনসা (মনেৰে) সংবিভাতি (বাঞ্ছা কৰে), যান্ চ কামান্ (আৰু যি-বিলাক ভোগ) কাময়তে (কামনা কৰে), তং তং লোকম্ (সেই সেই লোক), তান্ চ কামান্ (আৰু সেইবোৰ বাঞ্ছিত ভোগ) জয়তে (অৱশ্যেই পায়)। তস্মাৎ (সেইকাৰণে) ভূতিকামঃ (ঐশ্বৰ্যকামীজনে) আত্মজ্ঞম্ হি (আত্মজ্ঞানীকেই) অৰ্চয়েৎ (সেৱা পূজা কৰিব)॥১০।

* শাস্ত্ৰীয় প্ৰবচন আছে— "অন্তঃকৰণযোগাদ্ধি জীৱ ইত্যুচ্যতে চ যঃ।
অবিদ্যাকৰ্মৰহিতঃ পৰমাত্মেতি গীয়তে"।

অন্তঃকৰণৰ সৈতে সংযুক্তথকা কাৰণে যি জীৱ বুলি কথিত হয়, সেই জীৱই বাসনাবৰ্জিত নিৰ্মল অন্তঃকৰণযুক্ত হলে পৰমাত্মৰূপে প্ৰতিভাত হয়। অৰ্থাৎ গাখীৰত ঘিউ থকাৰ দৰে বা কাঠত জুই থকাৰ দৰে ইন্দ্ৰিয়াদিসমন্বিত সমস্ত শৰীৰতে ব্ৰহ্ম পৰিব্যাপ্ত থাকিলেও চিত্তবৃত্তি ৰূপেই তাৰ প্ৰকাশ। পৰমাৰ্থ বিদ্যা-সাধনত অভ্যস্ত হৈ চিত্তৰ কালিমা বিদূৰ হলে সেই চিত্তত পৰমাত্মাৰ উপলব্ধি হয়।

নির্মল অন্তঃকৰণবিশিষ্টপুৰুষে পৰমার্থচিন্তাৰদ্বাৰা পুৰুষোত্তম ভগৱন্তৰ সাক্ষাৎলাভ কৰে, এইকথা পূর্বতে অষ্টম মন্ত্রত কোৱা হ'ল। কিন্তু তেনেলোক যদি নিষ্কাম নহৈ যি যি লোকত যি যি ভোগ কামনা কৰে, তেওঁ তাক জয় কৰে— সেই সেই লোক লাভ কৰে আৰু কামনা অনুসাৰে সেই সেই ভোগ উপভোগ কৰে। ইয়াৰদ্বাৰা বুজা গ'ল— কাম্য-ফলাকাঙ্ক্ষী লোকো কাম্য ফল লাভৰ আশাত কৰা কর্মবোৰত শুদ্ধচিত্ত হোৱা আৱশ্যক। চিত্ত শুদ্ধ নহলে কি সাংসাৰিক কি পাৰমার্থিক একোতেই সিদ্ধিলাভ নহয়। সেইকাৰণে বৈষয়িক ঐশ্বর্যকামী লোকেও নির্মলচিত্ত হোৱাৰ উদ্দেশ্যে আত্মজ্ঞানী মহাপুৰুষৰেই শৰণাপন্ন হোৱা উচিত ॥১০॥

॥ প্ৰথম খণ্ড সমাপ্ত ॥

—00—

## দ্বিতীয় খণ্ড

স ৱেদৈতৎ পৰমং ব্ৰহ্ম ধাম
য়ত্ৰ ৱিশ্বং নিহিতং ভাতি শুভ্ৰম।
উপাসতে পুৰুষং য়ে হ্যকামা
স্তে শুক্ৰমেতদতিৱৰ্তন্তি ধীৰাঃ ॥১॥

সঃ (সেই আত্মজ্ঞানী পুৰুষে) পৰমম্ ধাম (উৎকৃষ্ট আশ্রয়) এতৎ ব্ৰহ্ম (এই ব্ৰহ্মক) বেদ (জানে), যত্ৰ (যি ব্ৰহ্মত) নিহিতম্ বিশ্বম্ (প্ৰতিষ্ঠিত জগৎ) শুভ্ৰম্ ভাতি (প্ৰকাশমান আছে) যে হি (যি সকল) অকামাঃ (নিষ্কামপুৰুষে) পুৰুষম্ (পৰমপুৰুষক) উপাসতে (উপাসনা কৰে), তে ধীৰাঃ (সেইসকল বুদ্ধিমান্‌লোকে) শুক্ৰম্ এতৎ (শোনিতশুক্ৰময় এই দেহক) অতিবৰ্ত্তন্তি (অতিক্ৰম কৰে) ।১।।

যি পৰমপুৰুষত সমগ্ৰ বিশ্ব প্ৰতিষ্ঠিত, যি বিমল জ্যোতিৰে সমুদায জগতত প্ৰকাশিত, সেই সৰ্বাশ্ৰয এই পৰব্ৰহ্মক সেই আত্মজ্ঞানী পুৰুষেহে মাত্ৰ জানে, সেই কাৰণেই তেওঁ শৰণাৰ্হ। এইটো সুনিশ্চিত কথা যে, সেই পৰব্ৰহ্ম পৰমেশ্বৰক যি উপাসনা কৰে, আৰু একাগ্ৰভাবে তেওঁক পাবলৈ উৎকট আগ্ৰহী হয়, তেওঁলোকৰ অন্যকামনাই মনত ঠাই নাপায়, তেওঁলোক পূৰ্ণ নিষ্কাম হৈ যায়। তেওঁলোক বুদ্ধিমান, অসাৰবস্তু ত্যাগ কৰি সাৰবস্তু গ্ৰহণ কৰাই তো বুদ্ধিমানৰ কাম। সেইসকল বুদ্ধিমন্তলোকে শুক্ৰশোনিতময এই দেহ অতিক্ৰম কৰে, অৰ্থাৎ আকৌ জন্ম লবলগীয়া নহয়! ॥১॥

কামান্ যঃ কাময়তে মন্যমানঃ
সঃ কামভির্জায়তে তত্ৰ তত্ৰ।
পর্যাপ্তকামস্য কৃতাত্মনস্তি-
হৈব সর্বে প্রবিলীয়ন্তি কামাঃ ॥২॥

যঃ (যিজনে) কামান্ (ভোগ্যবিষয়াবোধক) মন্যমানঃ (আদৰণীয় মানি) কাময়তে (তাক কামনা কৰে), সঃ (তেওঁ) কামভিঃ (সেই সেই কামনা অনুসাৰে) তত্র তত্র (সেই সেই ভোগৰ উপযোগী ঠাইত) জায়তে (জন্ম পায়)। তু (কিন্তু) পৰ্য্যাপ্তকামস্য (পূৰ্ণকাম) কৃতাত্মনঃ (শুদ্ধচিত্ত পুৰুষৰ) সৰ্ব্বে কামাঃ (সকলো কামনা) ইহ এব (এই জীৱনতেই) প্ৰবিলীয়ন্তি (বিলীন হৈ যায়)।।২।।

[সংসাৰ তৰণৰ প্ৰধান বাধা কামনা, সেই কথা বুজাই কৈছে—] যি লোকে ইহলোক আৰু পৰলোকৰ ভোগ-সুখকে পৰমপুৰুষাৰ্থ বুলি ভাবে, আৰু তাক পোৱাৰ কামনা কৰি সাধন-ভজন কৰে, তেওঁৰ কামনাও অপূৰ্ণ নাথাকে ; সেই সেই কাম্য-ভোগৰ উপযোগী স্থানত জন্ম লয়গৈ। গতিকেই তেওঁ জন্ম-মৃত্যুৰূপ সংসাৰ-চক্ৰত ঘূৰি থাকিব লগা হয় ; মানৱশৰীৰ-ধাৰণৰ চৰম উদ্দেশ্য অপূৰ্ণই থাকি যায়। কিন্তু সমস্ত কামনা পৰমেশ্বৰত অৰ্পণ কৰা, পৰমেশ্বৰেই পৰম কাম্য বুলি তেওঁৰ প্ৰীতিৰ কাৰণেই সাধন-ভজনকৰা, শুদ্ধচিত্তলোকৰ জীৱদ্দশাতেই সমস্ত কামনা বাসনা নোহোৱা হৈ যায়। তাৰ ফলত তেওঁ এই দেহ ত্যাগৰ পাছত পুনৰ্জন্ম লবলগা নহয় ॥২॥

নায়মাত্মা প্ৰৱচনেন লভ্যো<br>
ন মেধয়া ন বহুনা শ্ৰুতেন।<br>
যমেবৈষ বৃণুতে তেন লভ্য<br>
স্তস্যৈষ আত্মা বিবৃণুতে তনূং স্বাম ॥৩॥

অয়ম্ আত্মা (এই পৰমাত্মা পৰমেশ্বৰ) প্ৰৱচনেন (শাস্ত্ৰ-ব্যাখ্যাৰ দ্বাৰা) ন লভ্যঃ (প্ৰাপ্য নহয়), মেধয়া ন (শাস্ত্ৰাৰ্থধাৰণাযোগ্য বুদ্ধিৰেও নহয়), বহুনা শ্ৰুতেন ন (বহুপ্ৰকাৰে শুনিলেও নহয়), ; এষঃ (এই সাধকে) যম্ এৱ (যি ভগৱানকে) বৃণুতে (বৰণ কৰে—আত্ম-সমৰ্পণ কৰে) ; তেন (সেই আত্মসমৰ্পণদ্বাৰা) লভ্যঃ (ভগবান প্ৰাপ্য হয়), তস্য (সেই শৰণাগতৰ প্ৰতি) এষঃ আত্মা (এইপৰমাত্মাপুৰুষে স্বাম্ তনুম্ (নিজৰ যথাৰ্থস্বৰূপ) বিবৃণুতে (প্ৰকাশ কৰে) ।৩।

[ভগৱৎশৰণেই ব্ৰহ্মপ্ৰাপ্তিৰ সৰ্বোত্তম উপায়ৰূপে দেখুৱাই কৈছে— ] * শাস্ত্ৰবোৰ পঢ়ি-শুনি সুন্দৰ ভাষাৰে পৰমাৰ্থ তত্ত্ব ব্যাখ্যা কৰি বুজাব পাৰিলেও বা শাস্ত্ৰৰ মৰ্মাৰ্থ ধাৰণা কৰিবপৰা বুদ্ধি-বৃত্তি থাকিলেও অথবা তেওঁৰ বিষয়ে বহুপ্ৰকাৰে শুনিলেও এই ভগৱানক পাব নোৱাৰি । কিন্তু যি শুদ্ধান্তঃকৰণ মহাপুৰুষে ভগৱানকেই জীৱন-যজ্ঞৰ হোতাৰূপে বৰণ কৰে—তেওঁতে আত্মসমৰ্পণ কৰে, সেই আত্মসমৰ্পণ কৰা শৰণাগতভক্তৰ প্ৰতি তেওঁ নিজৰ যথাৰ্থস্বৰূপ প্ৰকাশিত কৰে আৰু তেওঁ মনুষ্যজন্মৰ চৰম পুৰুষাৰ্থ পৰমপ্ৰভুৰ সাক্ষাৎ লাভ কৰি কৃতকৃত্য হয় ॥৩॥

* এইটি মন্ত্ৰ কঠোপনিষদতো আছে । (১।২।২৩) । তাত পৰমাত্মাৰ কৃপাৰ প্ৰতি লক্ষ্য ৰাখি আৰু ইয়াত সাধনৰূপে ভগৱৎশৰণৰ প্ৰতি লক্ষ্য কৰি একেটি মন্ত্ৰৰে দুইপ্ৰকাৰ অৰ্থ প্ৰদৰ্শিত হৈছে ) ॥৩।

নায়মাত্মা বলহীনেন লভ্যো
ন চ প্ৰমাদাত্তপসো ৱাপ্যলিঙ্গাৎ
এতৈৰুপায়ৈয়তে যস্তু ৱিদ্বাং-
স্তস্যৈষ আত্মা ৱিশতে ব্ৰহ্মধাম ॥৪॥

অয়ম্ আত্মা (এই পৰমাত্মা পুৰুষ) বলহীনেন (ঈশ্বৰপৰায়ণতাৰূপ বলহীন লোকৰদ্বাৰা) ন লভ্যঃ (প্ৰাপ্য নহয়), চ (আৰু) প্ৰমাদাৎ (কৰ্তব্যত অৱহেলাৰূপ প্ৰমাদৰ কাৰণে) ৱা (কিংবা) অলিঙ্গাৎ তপসঃ অপি (লক্ষণবৰ্জিত তপস্যাৰদ্বাৰাও) ন লভ্যঃ (প্ৰাপ্য নহয়)। তু (কিন্তু) যঃ ৱিদ্বান্ (যি বিশিষ্টজ্ঞানীলোকে) এতৈঃ উপায়ৈঃ (এইবিলাক উপায়েৰে) যততে (যত্ন কৰে), তস্য (তেওঁৰ) এষঃ আত্মা (এই শৰীৰস্থ অন্তৰাত্মা) ব্ৰহ্মধাম ৱিশতে (পৰব্ৰহ্মৰ নিবাসস্থানত প্ৰৱেশ কৰে) ॥৪॥

ঈশ্বৰপৰায়ণতাৰূপ একাগ্ৰধাৰণাৰ শক্তি নাথাকিলে অৰ্থাৎ সকলো কামনা-বাসনা পৰমেশ্বৰত সমৰ্পণ কৰি একান্ত আকুলতাৰে তেওঁক চিন্তা কৰাৰ শক্তি যাৰ নাই, যি ঈশ্বৰৰ আজ্ঞাৰূপ অৱশ্যকৰ্তব্যকৰ্ম বোৰলৈ অৱহেলা কৰি প্ৰমাদগ্ৰস্ত হয় আৰু যাৰ সাত্ত্বিক সংযম-সাধনা নাই, তেনে লোকে এই পৰমাত্মা পৰমপুৰুষক লাভ কৰিব নোৱাৰে। কিন্তু এইবিলাক উপায়েৰেই অৰ্থাৎ প্ৰমাদহীন হৈ ঐকান্তিক আগ্ৰহেৰে সৈতে তেৱেঁই একমাত্ৰ গতি মানি, সাত্ত্বিক সংয়ম-সাধনাৰে যি জন শুদ্ধসত্ত্ব বিশিষ্টজ্ঞানী পুৰুষে তেওঁৰ উপাসনা কৰে, তেওঁৰ আত্মাই সৰ্বাশ্ৰয় জগদাত্মা পৰব্ৰহ্মৰ পৰমধামত আশ্ৰয় পায় ॥ ৪ ॥

সম্প্ৰাপ্যৈনমৃষয়ো জ্ঞানতৃপ্তাঃ
কৃতাত্মানো ৱীতৰাগাঃ প্ৰশান্তাঃ।
তে সৰ্বগং সৰ্বতঃ প্ৰাপ্য ধীৰা-
যুক্তাত্মানঃ সৰ্বমেৱাৱিশন্তি॥ ৫ ॥

ঋষয়ঃ (সত্যদৰ্শীসকলে) এনম্ (এই পৰমাত্মাক) (সম্প্ৰাপ্য (যথাৰ্থৰূপে জানি) ৱীতৰাগাঃ (আসক্তি শূন্য) কৃতাত্মানঃ (শুদ্ধান্তঃকৰণ) জ্ঞানতৃপ্তাঃ (পৰমাত্মজ্ঞানত পৰিতৃপ্ত) প্ৰশান্তাঃ (আৰু শান্তস্বভাৱ হৈ যায়)। তে ধীৰাঃ (সেইসকল অতিবিবেকী পুৰুষে) যুক্তাত্মানঃ (পৰমাত্মাত সমাহিত থাকি) সৰ্বগম্ (সৰ্ববাপী পৰমাত্মাক) সৰ্বতঃ প্ৰাপ্য (সকলোতে পাই) সৰ্বম্ এৱ (সৰ্বৰূপ পৰমাত্মাতেই) আৱিশন্তি (প্ৰৱিষ্ট হয়) ॥৫॥

সত্যদৰ্শী ঋষিসকলে এই সত্যস্বৰূপ ভগৱন্তক পূৰ্ণভাৱে উপলব্ধি কৰে ; তেতিয়া তেওঁলোক সৰ্বপ্ৰকাৰ আসক্তি শূন্য হৈ শুদ্ধচিত্ত হয় আৰু পৰমাত্মজ্ঞানতে পৰিতৃপ্ত হৈ থাকে; কোনোপ্ৰকাৰে চিত্তবিকৃতি নোহোৱা সেই মহাত্মাসকল অতিশান্ত পূৰ্ণকাম হৈ যায়। সেইসকল অতিবিবেকী পুৰুষে নিজক পৰমাত্মাত সমাহিত ৰাখি সৰ্বব্যাপী পৰম পুৰুষক জীৱন্তকালত সকলোতে দেখা পায় আৰু দেহত্যাগ কৰিও সৰ্বৰূপ পৰমপুৰুষতেই প্ৰৱেশ কৰে ॥ ৫ ॥

ৱেদান্তৱিজ্ঞানসুনিশ্চিতাৰ্থাঃ
সন্ন্যাসযোগাৎ য়তয়ঃ শুদ্ধসত্ত্বাঃ।
তে ব্ৰহ্মলোকেষু পৰান্তকালে
পৰামৃতাঃ পৰিমুচ্যন্তি সৰ্বে ॥ ৬ ॥

যতয়: (যি সকল প্ৰযত্নশীল সাধকে) বেদান্তবিজ্ঞানসুনিশ্চিতাৰ্থাঃ (বেদান্তৰ—উপনিষদ্শাস্ত্ৰৰ বিজ্ঞানৰদ্বাৰা তাৰ পৰমাৰ্থ পৰমাত্মাক সুনিশ্চিতভাবে জানিলে), সন্ন্যাসযোগাৎ, (কৰ্মফলাসক্তিত্যাগৰূপ যোগযুক্ত হৈ) শুদ্ধসত্ত্বাঃ (শুদ্ধচিত্ত হ'ল), তে সৰ্বে (সেইসকলে) পৰ-অন্তকালে' (শেষবাৰ মৃত্যুকালত) ব্ৰহ্মলোকেষু (ব্ৰহ্মৰূপ লোকত পৰ অমৃতাঃ (পৰম অমৃতস্বৰূপ হৈ) পৰিমুচ্যন্তি (পূৰ্ণৰূপে মুক্ত হয় ।৫।

বেদান্তৰ অৰ্থাৎ বেদৰ সাৰভাগ উপনিষদ সমূহৰ বিশিষ্টজ্ঞান লাভ কৰি তাৰ পৰম অৰ্থ পৰমাত্মতত্ত্ব যি সকলে সুনিশ্চিতভাৱে জানিলে, যিসকলে কৰ্মফল আৰু কৰ্মাসক্তি ত্যাগৰূপ যোগ অৱলম্বন কৰি বিশুদ্ধচিত্ত হ'ল, সেই অতি যত্নশীল সাধকসকলেই শেষবাৰ মৃত্যুত দেহত্যাগ, কৰি পৰমাত্মাৰ পৰমধামলৈ যায় আৰু তাত পৰম অমৃত-স্বৰূপতা লাভ কৰি চিৰকাললৈ জন্মমৃত্যুৰূপ সংসাৰবন্ধনৰপৰা মুক্ত হৈ যায় ॥ ৬ ॥

গতাঃ কলাঃ পঞ্চদশ প্ৰতিষ্ঠা
দেৱাশ্চ সৰ্বে প্ৰতিদেৱতাসু।
কৰ্মাণি বিজ্ঞানময়শ্চ আত্মা
পৰেঽব্যয়ে সৰ্ব একীভৱন্তি ॥৭॥

পঞ্চদশ কলাঃ (পোন্ধৰ কলা) চ (আৰু) সৰ্বে দেৱাঃ (সমুদয় ইন্দ্ৰিয়) প্ৰতিদেৱতাসু (নিজ নিজ অভিমানী দেৱতাবোৰলৈ) গতাঃ প্ৰতিষ্ঠাঃ (গৈ প্ৰতিষ্ঠিত হয়) ; কৰ্মাণি (সমস্ত কৰ্ম) চ বিজ্ঞানময়ঃ

আত্মা (আৰু বিজ্ঞানময় জীৱাত্মা) সৰ্বে (সকলোবেই) পৰে অব্যয়ে (পৰম অক্ষৰব্ৰহ্মত) একীভৱন্তি (একাকাৰ হয়) ॥৭॥

পূৰ্বোক্ত মহাপুৰুষৰ যেতিয়া দেহত্যাগ হয়, সেই সময়ত দেহগঠনকাৰী পোন্ধৰ কলা (প্ৰাণে সৈতে ষোল প্ৰশ্ন ৬/৪) স্ব স্ব কাৰণলৈ গুচি যায়, সমুদায় ইন্দ্ৰিয়াধিষ্ঠ দেৱতাবোৰ মূলদেৱতাসমূহলৈ গৈ অৱস্থিত হয়। সেইবোৰৰ সৈতে সেই মুক্তপুৰুষৰ কোনো সম্বন্ধ নাথাকে। তাৰ বাহিৰে ফল-ভোগ কৰিবলৈ বাকীথকা সমস্ত সঞ্চিত কৰ্ম আৰু বিশুদ্ধ জ্ঞানস্বৰূপ জীৱাত্মা—এই সৱেই সৰ্বশ্ৰেষ্ঠ অক্ষৰ পৰব্ৰহ্মত একাকাৰ হৈ মিলি যায় ॥৭॥

যথা নদ্যঃ স্যন্দমানাঃ সমুদ্ৰে-
ঽস্তং গচ্ছন্তি নামৰূপে বিহায়।
তথা বিদ্বান্ নামৰূপাদ্বিমুক্তঃ
পৰাৎপৰং পুৰুষমুপৈতি দিব্যম্ ॥৮॥

যথা (যেনেকৈ) স্যন্দমানাঃ (বৈ থকা) নদ্যঃ (নৈ বিলাকে) নাম-ৰূপে (নাম আৰু ৰূপ) বিহায় (ত্যাগ কৰি) সমুদ্ৰে (সাগৰত) অস্তম্ গচ্ছন্তি (বিলীন হৈ যায়), তথা (তেনেকৈ) বিদ্বান্ (ব্ৰহ্ম-জ্ঞানী লোক) নামৰূপাৎ (নিজৰ নাম আৰু ৰূপৰপৰা) বিমুক্তঃ (মুক্ত হৈ) পৰাৎপৰম্ (উত্তমতকৈয়ো উত্তম) দিব্যম্ পুৰুষম্ (স্বপ্ৰকাশ পুৰুষোত্তমক) উপৈতি (লাভ কৰে) ॥৮॥

যেনেকৈ বৈঁৱতী নৈবোৰে নিজৰ নাম ৰূপআদি সকলো বিশেষত্ব পৰিহাৰ কৰি সাগৰত গৈ মিলি যায়, তাৰ কোনো পৃথক্ অস্তিত্ব নাথাকে সেইদৰেই ব্ৰহ্মজ্ঞানী মহাপুৰুষৰ নিজৰ নাম-ৰূপ আদি বিশেষবোৰৰপৰা সম্পূৰ্ণ মুক্ত হৈ ক্ষৰ-অক্ষৰৰ অতীত, স্বয়ংজ্যোতি ভগৱন্তপুৰুষত অভিন্নৰূপে মিল হৈ যায়—কৈৱল্যলাভ হয় ॥৮॥

স য়ো হ বৈ তৎ পৰমং ব্ৰহ্ম বেদ ব্ৰহ্মৈব ভৱতি নাস্যাব্ৰহ্মৱিৎকুলে ভৱতি। তৰতি শোকং তৰতি পাপ্মানং গুহাগ্ৰন্থিভ্যো ৱিমুক্তোঽমৃতো ভৱতি ॥৯॥

হ য়ঃ বৈ (নিশ্চয় যি কোনোৱে) তৎ পৰমম্ ব্ৰহ্ম (সেই পৰম ব্ৰহ্ম পুৰুষোত্তমক) বেদ (জানিলে) সঃ (সেই মহাত্মা) ব্ৰহ্ম এৱ ভৱতি (ব্ৰহ্মই হয়); অস্য কুলে (এই মহাত্মাৰ কুলত) অব্ৰহ্মৱিৎ (ব্ৰহ্মজ্ঞানহীন লোক) ন ভৱতি (নহয়); শোকম্ তৰতি (তেওঁ শোকৰ পাৰ পায়), পাপ্মানম্ তৰতি (পাপৰ পাৰ পায়); গুহাগ্ৰন্থিভ্যঃ (হৃদয়ত বাঁহলোৱা অবিদ্যাৰ গাঁথিবোৰৰপৰা) ৱিমুক্তঃ (মুক্ত হৈ) অমৃতঃ ভৱতি (অমৰ হয়) ।৯।

[ব্ৰহ্মজ্ঞানী হব পাৰিলে কি লাভ হয়? এই জিজ্ঞাসাত শ্ৰুতিৰ সুস্পষ্ট ঘোষণা—] সেই পৰব্ৰহ্ম পুৰুষোত্তমক যাৰ যথাৰ্থতে জনা হ'ল, তেওঁ যে ব্ৰহ্মই হৈ যায়, ইয়াত কোনো সন্দেহ নাই, ই সুনিশ্চিত কথা। তেওঁৰ বংশতো—সন্তানাদিতো ব্ৰহ্মজ্ঞানহীন লোক নহয়। শোকৰ কাৰণ মানসিকসন্তাপ আদি তেওঁৰ নোহোৱা হয়, ধৰ্মাধৰ্ম জনিত পুণ্য-পাপ সকলো অতিক্ৰম কৰে। তেওঁৰ হৃদয়ত বাঁহলোৱা অভিমান, বাসনা,

সংশয় আদি গাঁথখোৱা সমুদায় গাঁথিবোৰ সুলকি পৰা বাবে তেওঁ মুক্ত হৈ যায় আৰু অমৰত্ব লাভ কৰে—জন্ম-মৃত্যুৰ পাৰ পায় ॥৯॥

তদেতদৃচাভ্যুক্তম্

ক্ৰিয়াৱন্তঃ শ্ৰোত্ৰিয়া ব্ৰহ্মনিষ্ঠাঃ
স্বয়ং জুহ্বত একৰ্ষিং শ্ৰদ্ধয়ন্তঃ।
তেষামেৱৈতাং ব্ৰহ্মবিদ্যাং ৱদেত
শিৰোব্ৰতং বিধিৱদ্ যৈস্তু চীৰ্ণম্ ॥১০॥

তৎ (সেই ব্ৰহ্মবিদ্যা বিষয়ক) এতৎ (এই দানবিধি) ঋচা অভ্যুক্তম্ (এই মন্ত্ৰৰদ্বাৰা কোৱা হৈছে) ক্ৰিয়াৱন্তঃ (যথাবিধি কৰ্ম-কাণ্ডৰ অনুষ্ঠাতা) শ্ৰোত্ৰিয়াঃ (বেদাৰ্থজ্ঞানী) ব্ৰহ্মনিষ্ঠাঃ (ব্ৰহ্মোপাসক) শ্ৰদ্ধয়ন্তঃ (শ্ৰদ্ধাশীল হৈ) একৰ্ষিম্ (একৰ্ষিনামক অগ্নিত) স্বয়ম্ জুহ্বতে (নিজে আহুতি দিয়ে), তু (তথা) যৈঃ (যি সকলে) শিৰোব্ৰতম্ (সৰ্বশ্ৰেষ্ঠ ব্ৰত) বিধিবৎ চীৰ্ণম্ (বিধিমতে পালন কৰে), তেষাম্ এৱ (তেওঁলোককেহে) এতাম্ ব্ৰহ্মবিদ্যাম্ (এই ব্ৰহ্মবিদ্যা) ৱদেত (উপদেশ দিয়া উচিত) ॥১০॥

[ উপনিষদ্‌বৰ্ণিত ব্ৰহ্মবিদ্যা কাক দিব পাৰি, সেই কথা এই মন্ত্ৰৰদ্বাৰা কোৱা হৈছে—] যি নিজৰ বৰ্ণ আৰু আশ্ৰম অনুসাৰে বিহিত কৰ্মবোৰ যথাবিধি সম্পাদন কৰে, বেদৰ মৰ্মবাণী বুজে, পৰমেশ্বৰৰ উপাসনা কৰে, শ্ৰদ্ধাশীল হৈ একৰ্ষিনামক জ্বলন্ত অগ্নিত নিজে আহুতি দিয়ে আৰু ব্ৰহ্মচৰ্য প্ৰভৃতি সৰ্বশ্ৰেষ্ঠ ব্ৰত-নিয়ম আদি বিধিমতে পালন কৰে, তেনেলোকৰ প্ৰতি হে এই ব্ৰহ্মবিদ্যাৰ উপদেশ দিয়া উচিত ॥১০॥

তদেতৎ সত্যং ঋষিরঙ্গিরাঃ পুরোবাচ নৈতদচীর্ণব্রতোঽধীতে। নমঃ পরমঋষিভ্যো নমঃ পরমঋষিভ্যঃ ॥১১॥

তৎ এতৎ (সেই এই) সত্যম্ (সত্য অর্থাৎ পৰাবিদ্যাৰ উপদেশ) অঙ্গিরাঃ ঋষিঃ (অঙ্গিৰা ঋষিয়ে) পুৰা (প্ৰথমেই) উবাচ (কৈছিল)। অচীর্ণব্রতঃ (যি ব্ৰত আচৰণ নকৰে, [তেওঁ] এতৎ (এই ব্ৰহ্মবিদ্যা) ন অধীতে (অধ্যয়ন কৰিব নোৱাৰে) পৰমঋষিভ্যঃ নমঃ (পৰম ঋষিসকলক নমস্কাৰ), পৰমঋষিভ্যঃ নমঃ (পৰম ঋষিসকলক নমস্কাৰ) ॥১১॥

সেই এই চিৰসত্য ব্ৰহ্মবিদ্যাৰ উপদেশ ব্ৰহ্মৰ্ষি অঙ্গিৰাই প্ৰথমে শৌনক ঋষিক দিলে। যি ব্ৰহ্মচৰ্য আদি নিয়ম-সংযম পালন কৰা নাই, তেনেলোকে ইয়াক পঢ়িব নোৱাৰিব অৰ্থাৎ এই ব্ৰহ্মবিদ্যাৰ যথাৰ্থ ধাৰণা কৰিবলৈ সমৰ্থ নহব। পৰমঋষিসকলক নমস্কাৰ। ব্ৰহ্মতত্ত্ববিদ্ সত্যদৰ্শীসকলক নমস্কাৰ।

শ্ৰদ্ধা বুজাবলৈ আৰু গ্ৰন্থসমাপ্তি বুজাবলৈ শেষ-বাক্যৰ পুনৰুক্তি কৰা হৈছে ॥ ২ ॥

॥ দ্বিতীয় খণ্ড সমাপ্ত ॥

॥ তৃতীয় মুণ্ডক সমাপ্ত ॥৩॥

॥ অথৰ্ববেদীয় মুণ্ডকোপনিষদ্ সমাপ্ত ॥

## শান্তি পাঠ

ওঁ ভদ্রং কর্ণেভিঃ শৃণুয়াম দেবাঃ
ভদ্রং পশ্যেমাক্ষভির্যজত্রাঃ।
স্থিরৈরঙ্গৈস্তুষ্টুবাꣳসস্তনূভির্-
ব্যশেম দেবহিতং যদায়ুঃ ॥
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

—হৰিঃ ওঁ পৰমাত্মনে নমঃ—

# মাণ্ডুক্যোপনিষদ্

[বাৰটা মন্ত্ৰত সমাপ্য এই উপনিষদত নাম আৰু নামীৰ একৰূপতা বিশেষভাবে উপদিষ্ট হৈছে।]

## শান্তি পাঠ

ওঁ ভদ্ৰং কৰ্ণেভিঃ শৃণুয়াম দেৱা
ভদ্ৰং পশ্যেমাক্ষভিৰ্যজত্ৰাঃ।
স্থিৰৈৰঙ্গৈস্তুষ্টুৱাংসস্তনূভি-
ৰ্ব্যশেম দেৱহিতং যদায়ুঃ ॥
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

[শান্তিপাঠৰ অন্বয় অৰ্থ আদি প্ৰশ্নোপনিষদত দ্ৰষ্টব্য]

ওমিত্যেতদক্ষৰমিদং সৰ্বং তস্যোপব্যাখ্যানং ভূতং ভৱদ্ ভৱিষ্যদিতি সৰ্বমোঙ্কাৰ এৱ। যচ্চান্যৎ ত্ৰিকালাতীতং তদপ্যোঙ্কাৰ এৱ ॥১॥

ওঁ ইতি (ওম্ এইৰূপে) এতৎ অক্ষৰম্ (এই অবিনাশী পৰব্ৰহ্মই)। ইদম্ সৰ্বম্ (এইসমস্ত জগৎ) তস্য (তেওঁৰ) উপব্যাখ্যানম্ (নিকটবৰ্ত্তী মহিমাৰ স্পষ্ট নিদৰ্শন)। ভূতম্ (হৈ যোৱা), ভৱৎ (চলি থকা), ভৱিষ্যৎ (আগলৈ হবলগা) ইতি সৰ্বম্ (এই সমস্তই) ওঙ্কাৰ এৱ (ওঙ্কাৰেই) যৎ চ ত্ৰিকালাতীতম্ (আৰু তিনিও কালৰ অতীত যি) অন্যৎ (আন কিবা তত্ত্ব আছে), তৎ অপি (সিয়ো) ওঙ্কাৰ এৱ (ওঙ্কাৰেই) ॥১॥

[উপনিষদৰ আৰম্ভতে পৰব্ৰহ্মবাচক ওঙ্কাৰৰ উচ্চাৰণৰ-দ্বাৰা মঙ্গলাচৰণ কৰাৰ লগতে বাচ্য-বাচকৰ বা নামী আৰু নামৰ অভিন্নতা দৰ্শাই কৈছে—] পৰব্ৰহ্মৰ বাচক 'ওম্' এই নাম-ৰূপে অবিনশ্বৰ পৰব্ৰহ্মই ; নাম নাজানিলে নামীক জানিব নোৱাৰি ; ব্ৰহ্মনামৰ বাচক ওম্ উচ্চাৰণ কৰিলে বাচ্য—সত্য-সনাতন ব্ৰহ্মকেই কীৰ্তন কৰা হয় । প্ৰত্যক্ষদৃশ্য জড়-চেতনৰ সমষ্টিৰূপ এই চৰাচৰ জগৎ আমাৰ সন্নিকটত তেওঁৰ মহিমাৰ সুস্পষ্ট নিদৰ্শন। যি স্থূল জগৎ আগতে বিলীন হৈ গ'ল, যি এই এতিয়া আছে আৰু যি আগলৈ উৎপন্ন হ'ব—এই সকলোৱেই ওঙ্কাৰ অৰ্থাৎ ওঙ্কাৰবাচ্য পৰব্ৰহ্ম পুৰুষোত্তম। আৰু এই তিনিও কালক অতিক্ৰম কৰি যি কিবা আছে, সিয়ো ওঙ্কাৰৰূপ পৰব্ৰহ্মই। অৰ্থাৎ স্থূল, সূক্ষ্ম আৰু কাৰণ—এই তিনিভাবে প্ৰতীয়মান জগৎ আৰু তাৰ আত্মাৰূপে—নিয়ন্তাৰূপে যি অভিব্যক্ত, সিমানেই ব্ৰহ্মৰ পূৰ্ণৰূপ নহয়, সি তেওঁৰ অংশ মাত্ৰ। গীতাত ভগৱানে নিজেই কৈছে "মই এক অংশৰদ্বাৰা সমগ্ৰ জগৎ ব্যাপি আছো" (গীতা ১০।৪২)। "পাদোঽস্য বিশ্বা ভূতানি" বুলি পুৰুষসূক্ততো উক্ত হৈছে। গতিকে কালৰ, দিশৰ, জগতৰ অতিৰিক্ত যি কিছু—এই সমস্তৰ নিয়ন্ত্ৰণ কৰোঁতা, তেওঁ সেই ওঙ্কাৰৰূপ পৰব্ৰহ্ম। [ভাব এই যে, সাকাৰ, নিৰাকাৰ, সবিশেষ, নিৰ্বিশেষ সমস্তই তেওঁ পূৰ্ণব্ৰহ্ম পৰমাত্মা। সমগ্ৰ বিশ্ব তেওঁৰ স্ব-ৰূপ ; গতিকে তেওঁ বিশ্বৰূপ, আৰু বিশ্বাতীত ৰূপেও

তেৱেঁই বিৰাজমান ; সেইবাবে তেওঁ পুৰুষোত্তম নামে জনা জাত (গীতা ১৫।১৮)] ॥১॥

সৰ্বং হ্যেতদ্ ব্ৰহ্মায়মাত্মা ব্ৰহ্ম সোঽয়মাত্মা চতুষ্পাৎ ॥২॥

এতৎ সৰ্বম্ হি ব্ৰহ্ম (এই সমস্তই ব্ৰহ্ম) ; অয়ম্ আত্মা ব্ৰহ্ম (এই দৃশ্য জগতত প্ৰাণীনিবহৰ থকা অন্তৰ্যামী আত্মাও ব্ৰহ্ম)। সঃ অয়ম্ আত্মা (সেই এই পৰমাত্মা) চতুষ্পাৎ (চাৰিপাদ বিশিষ্ট)।।২।

[ পূৰ্বমন্ত্ৰত কোৱা হ'ল—এই সম্পূৰ্ণ জগৎ ব্ৰহ্মভিন্ন একো নহয়, দৃশ্য-জগৎ ব্ৰহ্ম আৰু সেই ব্ৰহ্মই ওঙ্কাৰ ; ওঙ্কাৰ আৰু ব্ৰহ্ম অভিন্ন। এই মন্ত্ৰত কয় যে—] এই সম্পূৰ্ণ দৃশ্য-জগৎ পৰব্ৰহ্মৰ শৰীৰ আৰু তেওঁ ইয়াৰ অন্তৰ্যামী আত্মা (বৃঃউঃ ৩।৭।২৩)। গতিকে এই জগদাত্মাই প্ৰাণীনিবহৰে বিদ্যমান অন্তৰাত্মাৰূপ ব্ৰহ্ম। এই পৰমাত্মা চতুষ্পাদ— চাৰিপাদবিশিষ্ট। [ যদিও অখণ্ড নিৰবয়ব পৰব্ৰহ্ম পৰমাত্মাক চাৰিপাদ বোলা অসঙ্গত যেন হয়, তথাপি তেওঁৰ সামগ্ৰিক ৰূপ বুজাবৰ কাৰণে তেওঁৰ অভিব্যক্তিৰ প্ৰকাৰভেদ লৈ শ্ৰুতিয়ে আন আন ঠাইতো পৰমাত্মাক চাৰিপাদ কল্পনা কৰি আমাক বুজাইছে। ইয়াতো সেই দৃষ্টিতে কৈছে। ] ॥২॥

জাগৰিতস্থানো বহিষ্প্ৰজ্ঞঃ সপ্তাঙ্গ একোনবিংশতিমুখঃ স্থূলভুগ বৈশ্বানৰঃ প্ৰথমঃ পাদঃ ॥৩॥

জাগৰিতস্থানঃ (জাগ্ৰতঅৱস্থাতুল্য স্থূলজগত যাৰ শৰীৰ), বহিষ্প্ৰজ্ঞঃ (বাহ্যজগতত যাৰ অনুভূতি), সপ্তাঙ্গঃ (ভূৰ্লোকাদি সাত লোক যাৰ অঙ্গ), একোনবিংশতিমুখ (দশ ইন্দ্ৰিয়, পাঁচ প্ৰাণ আৰু চাৰি অন্তঃকৰণ—এই বিষয়গ্ৰাহী উনৈশ্ কৰণ যাৰ উনৈশ্ মুখ) স্থূলভুক্ (স্থূল জগতৰ যি ভোগকাৰী), বৈশ্বানৰঃ (নিখিল-জীৱৰ আত্মা পৰমেশ্বৰ) প্ৰথমঃ পাদঃ (প্ৰথম পাদ) ॥৩॥

চতুষ্পাদযুক্ত পৰব্ৰহ্মৰ প্ৰথম পাদৰ বৰ্ণনা কৰি কৈছে—স্থূলশৰীৰাভিমানী জীৱাত্মাই যেনেকৈ জাগ্ৰৎঅৱস্থাত মূৰৰপৰা ভৰি পৰ্যন্ত সাত অঙ্গ যুক্ত হৈ দশ ইন্দ্ৰিয়, পাঁচ প্ৰাণ আৰু চাৰি অন্তঃকৰণ এই উনৈশ্‌খন মুখেৰে বিষয়ৰ উপভোগ কৰে আৰু তাৰ অনুভূতিও বাহ্যজগতত থাকে, সেইদৰে ভূলোক আদি সাতলোকৰূপ সাত অঙ্গ আৰু সমষ্টি—ইন্দ্ৰিয়-প্ৰাণ-অন্তঃকৰণৰূপ উনৈশ্ মুখযুক্ত এই স্থূলজগৎৰূপ শৰীৰৰ যি আত্মা—যি দেৱ-মনুষ্য-তীৰ্যগাদি সকলোৰে নিয়ন্তাৰূপে সমস্তৰে জ্ঞাতা আৰু ভোক্তা (গীতা ৫।২৯; ৯।২৪), এই স্থূল জগৎ যাৰ বাহ্য প্ৰকাশ, সেই বিশ্বৰূপ 'বৈশ্বানৰ' পূৰ্ণব্ৰহ্ম পৰমাত্মাৰ প্ৰথমপাদ।

['বৈশ্বানৰ' শব্দই ইয়াত পৰমেশ্বৰক বুজাইছে (ব্ৰ.সূঃ ১।২।২৪)। 'জাগৰিতস্থানঃ' এই পদৰ বলত জাগ্ৰৎঅৱস্থাৰ অভিমানী জীৱাত্মাক ব্ৰহ্মৰ প্ৰথম পাদ বৈশ্বানৰ মনা সমীচীন নহ'ব; কাৰণ দৃষ্টান্তস্বৰূপে ব্ৰহ্মৰ তিনিপাদৰ বৰ্ণনা

দিয়াৰ পাছত ষষ্ঠ মন্ত্ৰত স্পষ্ট কৈ হ'ব—'যাক এই তিনি পাদ, বিশিষ্টৰূপে কোৱা হ'ল, তেওঁ সৰ্বেশ্বৰ, সৰ্বজ্ঞ, সৰ্বান্তৰ্যামী বিশ্বৰ কাৰণ আৰু সমস্তৰে উৎপত্তি-প্ৰলয়ৰ স্থান,—এইবোৰ লক্ষণ জীৱাত্মাত সম্ভৱ নহয়। এইকাৰণে ইয়াত বৈশ্বানৰ পদে জীৱাত্মা বা অগ্নিক বুজোৱা নাই; কিন্তু জগতৰ আত্মা পৰব্ৰহ্মৰেই এক পাদৰূপে বৈশ্বানৰ (বিশ্বনৰৰ আত্ম')-পদে পৰমাত্মাক বুজাইছে ] ।৩।

স্বপ্নস্থানোঽন্তঃপ্ৰজ্ঞঃ সপ্তাঙ্গ একোনবিংশতিমুখঃ প্ৰবিবিক্তভুক্ তৈজসো দ্বিতীয়ঃ পাদঃ ॥৪॥

স্বপ্নস্থানঃ (স্বপ্নঅৱস্থাৰ দৰে সূক্ষ্মজগৎ যাৰ স্থান) : অন্তঃপ্ৰজ্ঞঃ (সংকল্পময় সূক্ষ্মজগৎ যাৰ জ্ঞানৰ বিষয়), সপ্তাঙ্গঃ (পূৰ্বোক্ত সাত অঙ্গযুক্ত) একোনাবিংশতিমুখঃ (উনৈশ্ মুখযুক্ত) প্ৰবিবিক্তভুক্ (সূক্ষ্ম জগতৰ ভোক্তা) তৈজসঃ (প্ৰকাশস্বৰূপ, সূত্ৰাত্মা) দ্বিতীয়ঃ পাদঃ (সেই পূৰ্ণব্ৰহ্মৰ দ্বিতীয় পাদৰূপে কথিত) ॥৪॥

পূৰ্ণব্ৰহ্মৰ দ্বিতীয় পাদৰ বৰ্ণনা এনে—স্বপ্ন-অৱস্থাত সূক্ষ্মদেহাভিমানী জীৱাত্মাই যেনেকৈ পূৰ্বপ্ৰকাৰ সূক্ষ্ম সাত অঙ্গ যুক্ত * উনৈশ্ মুখবিশিষ্ট হৈ সূক্ষ্মবিষয় ভোগ কৰে আৰু তাকেই জানিবলগা বিষয় বুলি মানে, সেইদৰে সূক্ষ্ম-

---

* সপ্ত অঙ্গৰ বৰ্ণনা (ছান্দোগ্য ৫।১৮।২) এই প্ৰকাৰ—দ্যুলোক মূৰ, সূৰ্য চকু, বায়ু প্ৰাণ, অগ্নি মুখ, আকাশ-শৰীৰ, জল-মলাশয় আৰু পৃথিবী পাদদ্বয়।

ৰূপত পৰিণত হোৱা সাতলোকৰূপ সাত অঙ্গ আৰু পূৰ্বোক্ত ঊনৈশ মুখবিশিষ্ট সূক্ষ্মজগৎৰূপ দেহত অৱস্থিত, জড়-চেতনাত্মক সমস্ত সূক্ষ্মজগতৰ নিয়ন্তা যি আত্মাই সংকল্পময় সূক্ষ্মজগতক জানে আৰু উপভোগ কৰে, সেই 'তৈজস' অৰ্থাৎ প্ৰকাশস্বৰূপ সূত্ৰাত্মা – হিৰণ্যগৰ্ভ পূৰ্ণব্ৰহ্মৰ দ্বিতীয়পাদ।

[ সমস্ত জ্যোতিৰ জ্যোতি, জগৎ প্ৰকাশক হিৰণ্যগৰ্ভ-ৰূপ পৰমপুৰুষেই 'তৈজস' নামে বৰ্ণিত হৈছে। ব্ৰহ্ম-সূত্ৰৰ (১।১।২৪) সিদ্ধান্ত আৰু উপনিষদৰ বিভিন্ন ঠাইত 'জ্যোতি' বা তেজ শব্দক পৰব্ৰহ্মৰ ৰূপত প্ৰয়োগ কৰা হৈছে। সেইকাৰণে 'স্বপ্নস্থান' পদৰ বাবে স্বপ্নাভিমানী জীৱাত্মাক ব্ৰহ্মৰ দ্বিতীয়-পাদ বুলি মানিলে তৃতীয় মন্ত্ৰৰ ব্যাখ্যাত দেখুৱা আপত্তিৰ কাৰণৰ উপৰিও আৰু আপত্তি এই এটা হয় যে, জাগ্ৰৎঅৱস্থাত কৈ স্বপ্নঅৱস্থাত জীৱাত্মাৰ জ্ঞান কম হৈ যোৱা উচিত ; কিন্তু ইয়াত 'তৈজস' নামে যাৰ কথা কোৱা হল, ব্ৰহ্মৰ দ্বিতীয়পাদৰূপে তাৰ জ্ঞান জাগ্ৰততকৈ অধিক বুলি বুজা যায়। আকৌ দশম মন্ত্ৰত ওঙ্কাৰৰ দ্বিতীয়মাত্ৰা 'উ'ৰে সৈতে ইয়াৰ একতা কৰি ইয়াক উৎকৃষ্ট বুলি বুজাব, তাক জনাৰ ফলত জ্ঞানপৰম্পৰাৰ বৃদ্ধি আৰু জানোতাজনৰ সন্তান জ্ঞানী হোৱাৰ কথা ক'ব। স্বপ্না-ভিমানী জীৱাত্মাৰ জ্ঞানৰপৰা এনে ফল সম্ভৱ নহয় ; সেই-কাৰণে তৈজস পদে সূক্ষ্মজগতৰ নিয়ন্তাৰূপে হিৰণ্যগৰ্ভকেই বুজাইছে বুলি জনা উচিত ] ॥৪॥

যত্ৰ সুপ্তো ন কাঞ্চন কামং কাময়তে ন কঞ্চন স্বপ্নং পশ্যতি তৎ সুষুপ্তম্‌। সুষুপ্তস্থান একীভূতঃ প্ৰজ্ঞানঘন এৱানন্দময়ো হ্যানন্দভুক্ চেতোমুখঃ প্ৰাজ্ঞস্তৃতীয়ঃ পাদঃ ॥৫॥

যত্ৰ (যি অৱস্থাত), সুপ্তঃ (শুইথকা জনে) কম্‌-চন কামম্‌ (কোনো কাম্যবস্তু) ন কাময়তে (কামনা নকৰে), কম্‌-চন স্বপ্নম্‌ (কোনো সপোন) ন পশ্যতি (নেদেখে), তৎ সুষুপ্তম্‌ (সেয়ে সুষুপ্তি – গভীৰ টোপনি)। সুষুপ্তস্থানঃ (এনে সুষুপ্তিসদৃশ যি জগতৰ কাৰণ-লীন অৱস্থা, সেয়ে যাৰ শৰীৰ, একীভূতঃ (যি একৰূপ হৈ পৰে), প্ৰজ্ঞান-ঘনঃ এৱ (যি কেৱল ঘনীভূত জ্ঞানস্বৰূপ), আনন্দময়ঃ হি (যি অদ্বিতীয় আনন্দময়), চেতোমুখঃ (চৈতন্যই যাৰ মুখ), আনন্দভুক (এক-মাত্ৰ আনন্দকেই যে ভোগ কৰে, তেওঁ) প্ৰাজ্ঞঃ তৃতীয়ঃ পাদ (সৰ্বজ্ঞ পৰমেশ্বৰ পূৰ্ণব্ৰহ্মৰ তৃতীয় পাদ)॥৫॥

[পূৰ্ণব্ৰহ্মৰ তৃতীয়পাদ বৰ্ণনা কৰিব খুজি সুষুপ্তিৰ সৈতে জগতৰ কাৰণলীন অৱস্থাৰ মিলনি দেখুৱাবলৈ প্ৰথমতে সুষুপ্তিৰ লক্ষণ বুজাই তাৰ পাছত তৃতীয় পাদৰ বিষয়ে ক'ব –]

যি অৱস্থাত শুইথকা মানুহজনে কোনো কাম্যবস্তুৰ কামনাহে নালাগে তাৰ অনুভৱো নকৰে আৰু কোনো সপোনো নেদেখে সেই অৱস্থাকে সুষুপ্তি অৰ্থাৎ গভীৰ টোপনি বুলি কয়। এই সুষুপ্তিসদৃশ প্ৰলয়কালত যি জগতৰ কাৰণঅৱস্থা, সেই অব্যাকৃত প্ৰকৃতি যাৰ শৰীৰ,

যি একৰূপ হৈ পৰে, চৈতন্যই যাৰ মুখ আৰু আনন্দই ভোগ, সেই ঘনীভূত বিজ্ঞানস্বৰূপ অদ্বিতীয় আনন্দময় 'প্ৰাজ্ঞ' পূৰ্ণ-ব্ৰহ্মৰ তৃতীয় পাদ ।

[ইয়াত 'প্ৰাজ্ঞ' নামেৰে সৃষ্টিৰ কাৰণ সৰ্বজ্ঞ পৰমেশ্বৰকে কোৱা হৈছে । ব্ৰহ্মসূত্ৰৰ বহুত সূত্ৰত প্ৰাজ্ঞ শব্দ ঈশ্বৰ অৰ্থত প্ৰয়োগ কৰা হৈছে । ভগৱৎপাদ শঙ্কৰাচাৰ্য্যে ব্ৰহ্মসূত্ৰৰ ভাষ্যত স্থানবিশেষে ঈশ্বৰৰ সমান প্ৰাজ্ঞশব্দকেই প্ৰয়োগ কৰিছে । (১৩।৪২) সূত্ৰৰ ভাষ্যত তেওঁ লিখিছে— "সৰ্বজ্ঞতাৰূপ প্ৰজ্ঞাৰে নিত্য-সংযুক্তথকাৰ কাৰণে 'প্ৰাজ্ঞ' নাম পৰমেশ্বৰৰেই" । গতিকে ইয়াতো পৰমেশ্বৰেহ 'প্ৰাজ্ঞ' নামে অভিহত । বিশেষতঃ প্ৰাজ্ঞৰ বিশেষ-ৰূপে 'প্ৰজ্ঞানঘন' আৰু 'আনন্দময়' শব্দৰ প্ৰয়োগ থকাত প্ৰাজ্ঞ শব্দ জীৱাত্মাৰ বোধক হব নোৱাৰে (ব্ৰঃ সূঃ ১।১।১২) এইকাৰণে 'সুষুপ্তস্থান' পদৰ বলতে সুষুপ্তঅভিমানী জীৱাত্মাক ব্ৰহ্মৰ তৃতীয়পাদ বুলি মনা উচিত নহব । তেতিয়া হলে তৃতীয় মন্ত্ৰৰ ব্যাখ্যাত দেখুৱা আপত্তিৰ কাৰণ তো থাকিবই, তাৰ বাহিৰেও এঘাৰ মন্ত্ৰৰ ওঙ্কাৰৰ তৃতীয়মাত্ৰাৰ সৈতে ব্ৰহ্মৰ তৃতীয়পাদৰ একত্ব কৰি তাক জনাৰ ফলত সৰ্বজ্ঞতা আৰু জগতৰ স্বাত্মলীনতা বৰ্ণনা কৰা অসঙ্গত হৈ পৰে । ইত্যাদি কাৰণত প্ৰাজ্ঞ পদৰদ্বাৰা কাৰণজগতৰ অধিষ্ঠাতা পৰমপুৰুষকেই বুজা উচিত । সেই প্ৰাজ্ঞই পূৰ্ণব্ৰহ্মৰ তৃতীয় পাদ ]॥৫॥

**এষ সর্বেশ্বর এষ সর্বজ্ঞ এষোঽন্তর্যাম্যেষ যোনিঃ সর্বস্য প্রভবাপ্যয়ৌ হি ভূতানাম্ ॥৬॥**

এষঃ (এই ত্রিপাদ্‌ৰূপে বৰ্ণিত পৰমেশ্বৰ) সৰ্বেশ্বৰঃ (সকলোৰে শাসক), এষঃ সৰ্বজ্ঞঃ (এওঁ সৰ্বজ্ঞাতা), এষঃ অন্তৰ্যামী (এওঁ সকলোৰে অন্তৰত থকা জীৱাত্মা), এষঃ সৰ্বস্য যোনিঃ (এওঁ সৰ্বজগতৰ কাৰণ), হি (এইকাৰণেই) ভূতানাম্ (প্ৰাণীসমূহৰ) প্ৰভৱ-অপ্যয়ৌ (উৎপত্তি আৰু প্ৰলয়ৰ স্থান) ॥৬॥

যি পূৰ্ণব্ৰহ্মক তিনি পাদৰূপে বৰ্ণনা কৰা হ'ল, তেওঁ সমস্ত জগতৰ ঈশ্বৰ, তেওঁ সৰ্বজ্ঞান আৰু সব প্ৰাণীৰ অন্তৰ্যামী আত্মা। যিহেতু তেওঁ সমুদায় প্ৰাণীৰ উৎপত্তি, স্থিতি আৰু প্ৰলয়ৰ অধিষ্ঠান, সেই হেতুকে তেৱেঁই জাগতিক প্ৰাণীসমূহৰ একমাত্ৰ কাৰণ। [প্ৰশ্ন উপনিষদত (৫।৫) তিনি মাত্ৰা সমন্বিত ওঙ্কাৰৰদ্বাৰা পৰব্ৰহ্মক ধ্যান কৰিবলৈ উপদেশ দি তাৰ ফলত সকলো পাপৰপৰা মুক্ত হৈ অবিনশ্বৰ পৰাৎপৰ পুৰুষোত্তমৰ সাক্ষাৎকাৰ ঘটে বুলি বৰ্ণনা কৰিছে। এইকাৰণে ইয়াত পূৰ্ববৰ্ণিত বৈশ্বানৰ, তৈজস আৰু প্ৰাজ্ঞ সেই পৰমপুৰুষৰে নাম। বেলেগ বেলেগ স্থিতি অনুযায়ী তেৱেঁই বেলেগ বেলেগ নামে কথিত হয়।] ॥৬॥

**নান্তঃপ্রজ্ঞং ন বহিষ্প্রজ্ঞং নোভয়তঃপ্রজ্ঞং ন প্রজ্ঞানঘনং ন প্রজ্ঞং নাপ্রজ্ঞম্। অদৃষ্টমব্যবহার্যমগ্রাহ্যমলক্ষণমচিন্ত্যমব্যপদেশ্যমেকাত্মপ্রত্যয়সারং প্রপঞ্চোপশমং শান্তং শিবমদ্বৈতং চতুর্থং মন্যন্তে স আত্মা স বিজ্ঞেয়ঃ ॥৭॥**

অন্তঃপ্রজ্ঞম্ ন (যি আন্তৰিক অনুভূতিশীল নহয়), বহিঃপ্রজ্ঞম্ ন (বাহ্যিক অনুভূতিশীল নহয়), উভয়তঃপ্রজ্ঞম্ ন (অন্তৰ বাহ্য অনুভূতিশীল নহয়), প্রজ্ঞানঘনম্ ন (প্রজ্ঞানঘন নহয়), প্রজ্ঞম্ ন (সৰ্বজ্ঞানশালী নহয়), অপ্রজ্ঞম্ ন (জ্ঞানহীন নহয়), অদৃষ্টম্ (দৰ্শনযোগ্য নহয়), অব্যৱহাৰ্য্যম্ (ব্যৱহাৰযোগ্য নহয়), অগ্ৰাহ্যম্ (গ্ৰহণযোগ্য নহয়), অলক্ষণম্ (কোনো চিহ্নযুক্ত নহয়), অচিন্ত্যম্ (চিন্তাকৰি বুজা নহয়), অব্যপদেশ্যম্ (এনে এই এইদৰে নিৰ্দেশ দিবপৰা নহয়) একাত্মপ্রত্যয়সাৰম্ (একমাত্ৰ আত্মা আছে এই প্ৰতীতি যাৰ প্ৰমাণ), প্ৰপঞ্চোপশমম্ (সমস্ত বিস্তৃতিৰ যাত বিৰতি হয়), শান্তম্ (অবিক্ৰিয়), শিৱম্ (মঙ্গলময়) অদ্বৈতম্ (অদ্বিতীয় তত্ত্ব) চতুৰ্থম্ মন্যন্তে (পূৰ্ণব্ৰহ্মৰ চতুৰ্থ পাদ বুলি ব্ৰহ্মজ্ঞানীসকলে মানে)। সঃ আত্মা (তেওঁ পৰমাত্মা ; সঃ বিজ্ঞেয়ঃ তেৱেঁই জানিবলগীয়া) ॥৭॥

পৰব্ৰহ্মৰ চতুৰ্থপাদস্বৰূপে তেওঁৰ নিৰ্বিশেষ স্বৰূপক বৰ্ণনা কৰিছে- যাঁৰ জ্ঞান ভিতৰত নাই, বাহিৰত নাই, এই উভয়তো নাই ; যি জ্ঞানস্বৰূপ নহয়, জানোঁতা নহয়, নজনাও নহয় ; যাক দেখা পাব নোৱাৰি, ব্যৱহাৰত লগাব নোৱাৰি, গ্ৰহণ কৰিব নোৱাৰি ; যাৰ কোনো লক্ষণ নাই, যাক চিন্তা কৰি বুজিব নোৱাৰি আৰু বুজাবও নোৱাৰি। পৰমাত্মাৰ সত্তাত বিশ্বাসেই যাৰ একমাত্ৰ প্ৰমাণ, যাৰসমস্ত প্ৰপঞ্চৰ— বিস্তৃতিৰ বিৰতি হয়— এনে নিৰ্বিকাৰ, পৰমমঙ্গলাস্পদ, অদ্বিতীয় তত্ত্বক ব্ৰহ্মৰ্ষিসকলে পূৰ্ণব্ৰহ্মৰ চতুৰ্থপাদ বুলি মানে। এই প্ৰকাৰ চাৰিভাগে ভগাই যাক বৰ্ণনা কৰা হ'ল, তেৱেঁই পূৰ্ণব্ৰহ্ম পৰমাত্মা, তেৱেঁই জানিবলগীয়া।

[এই মন্ত্রত 'মন্যন্তে' (মানে অর্থাৎ কল্পনা কৰে) পদৰ প্ৰয়োগৰদ্বাৰা এই কথাই স্পষ্ট হয় যে, পৰমব্ৰহ্মৰ চাৰিপাদ কল্পিত হে, তেওঁৰ তত্ত্বৰ এটা ধাৰণা দিবলৈহে; বাস্তৱত নিৰবয়ৱ পৰমাত্মাৰ কোনো ভাগ নাই। যি পৰব্ৰহ্ম স্থূলজগতত সৰ্বব্যাপী, সূক্ষ্মজগতত অন্তৰ্যামী, কাৰণজগতত আশ্ৰয়ভূমি, সেই তেওঁৱেই এই সকলোৰে অতিৰিক্ত নিৰ্বিশেষ পৰমাত্মা। তেওঁ সৰ্বশক্তিমন্ত, সগুণ, নিৰ্গুণ—সমস্তই। "তুমি প্ৰভু নিৰ্গুণ গুণৰ সীমা নাই" "সহজে অকৰ্মা কৰ্ম কৰা অপৰ্যন্ত" ইত্যাদি (গীতা ১৩।১৪, শ্বেতাঃ উঃ ৩।১৯)] ॥৭॥

সোঽয়মাত্মাধ্যক্ষৰমোঙ্কাৰোঽধিমাত্ৰং পাদা মাত্ৰা মাত্ৰাশ্চ পাদ অকাৰ উকাৰো মকাৰ ইতি ॥৮॥

সঃ অয়ম আত্মা (সেই—যাক চতুষ্পাদৰূপে বুজুৱা হল—এই পৰমাত্মা) অধি—অক্ষৰম্ (বাচক প্ৰণৱৰ অধিক ৰত বৰ্ণিত হোৱা কাৰণে) অধিমাত্ৰম্ (তিনিমাত্ৰাযুক্ত) ওঙ্কাৰঃ (ওঙ্কাৰৰূপ)। 'অকাৰঃ উকাৰঃ মকাৰঃ ('অ' 'উ' 'ম') ইতিমাত্ৰাঃ, (এই তিনি মাত্ৰাই) পাদাঃ (তিনি পাদ) চ (আৰু) পাদাঃ (তিনিপাদেই) মাত্ৰাঃ (তিনি মাত্ৰা) ॥৮॥

সেই—যাক চতুষ্পাদৰূপে বৰ্ণনা কৰা হল—এই পৰমাত্মা বাচক প্ৰণৱৰ অক্ষৰত বৰ্ণিত হৈ নিজৰ সৈতে অভিন্নৰূপে তিনি মাত্ৰাবিশিষ্ট ওঙ্কাৰস্বৰূপ। ওঙ্কাৰৰ 'অ' 'উ' 'ম' এই তিনি মাত্ৰাই ব্ৰহ্মৰ পূৰ্বোক্ত তিনি পাদ আৰু সেই তিনিপাদেই

ওঙ্কাৰৰ তিনি মাত্ৰা। ভাব এই যে, যেনেকৈ ওঙ্কাৰ নিজৰ তিনিমাত্ৰাৰপৰা ভিন্ন নহয়, অভিন্ন; সেইদৰে পৰমাত্মাও নিজৰ তিনিপাদৰপৰা ভিন্ন নহয়, অভিন্ন। ইয়াত পাদ আৰু মাত্ৰাৰ একত্ব বুজাই, বাচ্য-বাচকৰ অভিন্নতা দেখুৱাই পৰমেশ্বৰৰ উপাসনাৰ কাৰণে তেওঁৰ প্ৰণবাদি নাম অৱলম্বনৰ কৰ্ত্তব্যতাকে বুজোৱা হৈছে যেন ভাব হয় ॥৮॥

জাগৰিতস্থানো বৈশ্বানৰোঽকাৰঃ প্ৰথমা মাত্ৰাপ্তেৰাদিমত্ত্বাদ্বাপ্নোতি হ বৈ সৰ্ব্বান্ কামানাদিশ্চ ভৱতি য় এৱং বেদ ॥৯॥

প্ৰথমা মাত্ৰা অকাৰঃ (ওঙ্কাৰৰ প্ৰথম মাত্ৰ অকাৰেই) আপ্তেঃ (শব্দম ত্ৰতে ব্যাপি থকা কাৰণে) বা (আৰু) আদিমত্ত্বাৎ (বৰ্ণসমূহৰ আদি বৰ্ণ কাৰণে) জাগৰিতস্থানঃ (স্থুলজগৎৰূপ শৰীৰধ ৰী) বৈশ্বানৰঃ (বৈশ্বানৰ নামে প্ৰথম পাদ)। যঃ এৱম্ বেদ (যি এনেকৈ জানে), হ বৈ (তেওঁ নিশ্চয়) সৰ্ব্বান্ কামান্ (সকলো কাম্যভোগ) আপ্নোতি (লাভ কৰে) চ (আৰু) আদিঃ ভৱতি (সৰ্ব্বপ্ৰধান হয়) ॥৯॥

পৰব্ৰহ্মৰ নামবাচক ওঙ্কাৰৰ প্ৰথম মাত্ৰা 'অ'—জগতত যিমানবোৰ অৰ্থবোধক শব্দ আছে, সেই সকলোবোৰতে ব্যাপ্ত হৈ আছে; স্বৰ বা ব্যঞ্জন - কোনো বৰ্ণই অকাৰহীন নহয়। শ্ৰুতিয়েও কয়—"অকাৰো বৈ সৰ্ব্বা বাক্" (ঐতৰেয় আৰণ্যক ২।৩।৬)। শ্ৰীভগৱানেও কৈছে "আখৰবোৰৰ ভিতৰত মই অকাৰ" (গীতা ১০।৩৩)। 'অ' বৰ্ণমালাৰো আদিবৰ্ণ। এইদৰেই এই স্থুলজগৎৰূপ বিৰাটদেহত বৈশ্বানৰৰূপ

ব্ৰহ্ম ব্যাপ্ত হৈ থাকে আৰু স্বয়ং বিৰাট্‌ৰূপত সৰ্বপ্ৰথমেই প্ৰকট হোৱা কাৰণে এই জগতৰ আদিও তেওঁ। এই প্ৰকাৰে 'অ'ৰ আৰু বৈশ্বানৰ নামক প্ৰথমপাদৰ একতা হোৱা কাৰণে 'অ'ই পূৰ্ণব্ৰহ্মৰ প্ৰথম পাদ। যি লোকে এনেদৰে অকাৰ আৰু বিৰাট্ ব্ৰহ্মৰ একত্ব অনুভৱ কৰি ওঙ্কাৰ—উপাসনা কৰে, তেওঁৰ সকলো কামনাপূৰণ হয় আৰু জনতাৰ মাননীয় প্ৰধান- লোক হিচাবে খ্যাতিমন্ত হয় ॥৯॥

স্বপ্নস্থানস্তৈজস উকাৰো দ্বিতীয়া মাত্ৰোৎ- কৰ্ষাদুভয়ত্বাদ্বোৎকৰ্ষতি হ বৈ জ্ঞানসংততিং সমা নশ্চ ভৱতি নাস্যাব্ৰহ্মবিৎকুলে ভৱতি য় এবং বেদ ॥ ১০ ॥

দ্বিতীয়া মাত্ৰ উকাৰঃ (ওঙ্কাৰৰ দ্বিতীয় মাত্ৰা উকাৰ) উৎকৰ্ষাৎ ('অ'তকৈ উৎকৃষ্টতাৰে); বা (আৰু) উভয়ত্বাৎ ('অ' আৰু 'ম' মধ্যৱৰ্তী- বাবে উভয়ৰ সৈতে সম্বন্ধযুক্ত কাৰণে) স্বপ্নস্থানঃ সূক্ষ্মজগৎৰূপ শৰীৰধাৰী) তৈজসঃ (তৈজসনামক দ্বিতীয়পাদ)। যঃ এৱম্ বেদ (যি এনেকৈ জানে), হ বৈ (তেওঁ নিশ্চয়) জ্ঞানসংততিম্ (জ্ঞানৰ ধাৰা) উৎকৰ্ষতি (উন্নত বা বৰ্ধিত কৰে) চ (আৰু) সমানঃ ভৱতি (সৰ্বত্ৰ সমভাৱযুক্ত হয়)। অস্য কুলে (এওঁৰ বংশত) অব্ৰহ্মবিৎ (ব্ৰহ্মজ্ঞানহীন লোক) ন ভৱতি (নহয়)।।১০।

পৰব্ৰহ্মৰ বাচক ওঙ্কাৰৰ দ্বিতীয়মাত্ৰা 'উ' 'অ'তকৈ ('অ'ক জানিহে 'উ'ক জনা হয়) শ্ৰেষ্ঠ 'আৰু 'অ' আৰু 'ম' এই দুয়ো মাত্ৰাৰ মধ্যৱৰ্তী বাবে সেই দুয়ো মাত্ৰাৰ সৈতে সম্বন্ধযুক্ত; সেই-

কাৰণে 'উ' উভয়স্বৰূপ। এইদৰেই বৈশ্বানৰতকৈ তৈজস (হিৰণ্য গৰ্ভ) শ্ৰেষ্ঠ ; বৈশ্বানৰ আৰু প্ৰাজ্ঞৰ মধ্যৱৰ্ত্তী হোৱাৰ কাৰণে তৈজস উভয়সম্বন্ধীও। এই প্ৰকাৰে উকাৰৰ তৈজস নামক দ্বিতীয়পাদৰ সমানতা থকা কাৰণে 'উ'ক তৈজসৰূপ দ্বিতীয়পাদ বোলা হয়। [ভাৱ এই যে, পৰমেশ্বৰৰ সৃষ্টিসংকল্পৰ দ্বাৰা প্ৰথমতে যি সূক্ষ্মসৃষ্টি হ'ল, য'ত স্থূলজগৎসৃষ্টিৰ সকলো সমল তন্মাত্ৰাৰূপত আছিল, যাক মানসসৃষ্টি আখ্যা দিয়া হয়, সেই সূক্ষ্মজগৎৰূপ দেহত চেতন প্ৰকাশস্বৰূপ হিৰণ্যগৰ্ভ অধিষ্ঠিত থাকে। আকৌ কাৰণজগৎ আৰু স্থূলজগৎ এই উভয়ৰ মধ্যৱৰ্ত্তী সূক্ষ্মজগৎ কাৰণ আৰু স্থূল —এই উভয়াত্মক। এই প্ৰকাৰে 'উ'ৰ আৰু মানসসৃষ্টিৰ অধিষ্ঠাতা 'তৈজস'ৰ একৰূপতাৰ কাৰণে উ'ই পূৰ্ণব্ৰহ্মৰ দ্বিতীয় পাদ ] যিলোকে ওঙ্কাৰৰ দ্বিতীয়মাত্ৰা 'উ' আৰু পূৰ্ণব্ৰহ্মৰ দ্বিতীয়পাদ তেজোময় হিৰণ্যগৰ্ভ'ৰ উক্তপ্ৰকাৰে একত্ব বুজি ওঙ্কাৰ উপাসনা কৰে, তেওঁৰ সূক্ষ্মতত্ত্বজ্ঞানৰ ধাৰা উন্নত হয় আৰু জাগতিক সূক্ষ্মৰহস্যবোধৰ জ্ঞান বৃদ্ধি হোৱাত তেওঁৰ ভেদ-ভাৱ নোহোৱা হৈ যায় - সকলো'তে সমভাৱযুক্ত হয়। তেওঁৰ সন্তি সন্ততিও ব্ৰহ্মৰহস্য নুবুজা হৈ নাথাকে ॥১০॥

সুষুপ্তস্থানঃ প্ৰাজ্ঞো মকাৰস্তৃতীয়া মাত্ৰা মিতেৰপীতেৰ্বা মিনোতি হ বা ইদং সৰ্বমপীতিশ্চ ভৱতি য এৱং বেদ ॥১১॥

তৃতীয়া মাত্ৰা মকাৰঃ (ওঙ্কাৰৰ তৃতীয় মাত্ৰা মকাৰ) মিতেঃ (পৰিমাণ কৰোঁতা হোৱা কাৰণে) বা (আৰু) অপীতেঃ (লীন

কৰোঁতা কাৰণে। সুষুপ্তস্থানঃ (কাৰণলীন জগৎৰূপ শৰীৰধাৰী) প্ৰাজ্ঞঃ (প্ৰাজ্ঞনামক তৃতীয় পাদ। যঃ এবং বেদ (যি এনেকৈ জানে), হ বৈ (নিশ্চয় তেওঁ) ইদম সৰ্ব্বম মিনোতি (এই সমস্ত জগৎ জোখে, ভালকৈ জানে) চ (আৰু) অপীতিঃ ভৱতি (সমস্তকে নিজত বিলীন কৰোঁতা হয়) ॥১১॥

পৰব্ৰহ্মৰ বাচক ওঙ্কাৰৰ তৃতীয়মাত্ৰা 'ম' পৰিমাপক। 'অ' আৰু 'উ' তকৈ পাছত উচ্চাৰিত হয় কাৰণে 'ম'ৰদ্বাৰা 'অ আৰু 'উ' ৰ পৰিমাণ (জোখ) কৰা হৈ যায় অৰ্থাৎ পাছত উচ্চাৰিত 'ম' ই পূৰ্বৰ দুইমাত্ৰা 'অ' আৰু 'উ'ক আগতে জানিব পাৰে; আৰু 'ম'ৰ উচ্চাৰণৰ লগে লগেই 'অ' আৰু 'উ' দুয়ো শেষ হৈ যায়, অৰ্থাৎ পূৰ্বৰ দুয়ো মাত্ৰা অন্তিম মাত্ৰা 'ম'ত বিলীন হৈ যায়। এইদৰেই সুষুপ্তিস্থানীয় কাৰণজগৎৰূপ প্ৰাজ্ঞয়ো স্থূল আৰু সূক্ষ্ম-এই উভয় জগতকে জানে, সিহঁতৰ অৱস্থিতিৰ জোখ বুজে আৰু শেষত নিজতে সামৰি লয় অৰ্থাৎ কাৰ্য্য কাৰণত বিলীন হৈ যায়। এই প্ৰকাৰে 'ম' ৰ আৰু কাৰণজগতৰ অধিষ্ঠাতা 'প্ৰাজ্ঞ'নামক তৃতীয়পাদৰ একতা হোৱা কাৰণে তৃতীয়মাত্ৰ ৰূপ 'ম'ই পূৰ্ণব্ৰহ্মৰ তৃতীয়পাদ। যি লোকে এইদৰে ওঙ্কাৰৰ তৃতীয়মাত্ৰ 'ম' আৰু পূৰ্ণব্ৰহ্মৰ তৃতীয়পাদ 'প্ৰাজ্ঞৰ' একৰূপতা বুজি পায়, আৰু এই ৰহস্য ধাৰণা কৰি ওঙ্কাৰৰ উপাসনা কৰে, তেওঁ নিশ্চয় মূল সমন্বিত সমুদায় জগতৰ জ্ঞান লাভ কৰে আৰু সমস্তকে নিজত বিলীন কৰি সেই সকলোৰে আশ্ৰয়-স্বৰূপ হয় অৰ্থাৎ তেওঁৰ বাহ্যদৃষ্টি নোহোৱা হয়, পতিকে জগৎ-ময় পৰব্ৰহ্ম পৰমেশ্বৰকেই দৰ্শন কৰে ॥১১॥

অমাত্ৰশ্চতুৰ্থোঽব্যৱহাৰ্য়ঃ প্ৰপঞ্চোপশমঃ শিৱোঽদ্বৈত এৱমোঙ্কাৰ আত্মৈৱ সংৱিশত্যাত্মনাত্মানং য এৱং বেদ য এৱং বেদ ॥১২॥

এৱম্ (এই প্ৰকাৰে) অমাত্ৰঃ (মাত্ৰাহীন) ওঙ্কাৰঃ (প্ৰণৱ) অব্যৱহাৰ্যঃ (ব্যৱহাৰৰ অতীত) প্ৰপঞ্চোপশমঃ (জগৎপ্ৰপঞ্চৰ সমাপ্তি স্থান), শিৱঃ কল্যাণময়) অদ্বৈতঃ (অদ্বিতীয়) চতুৰ্থঃ এৱ (চতুৰ্থ পাদেই) আত্মা (পৰমাত্মা পূৰ্ণব্ৰহ্ম) যঃ এৱম্ বেদ, যি এনেকৈ জানে), [তেওঁ] আত্মনা (নিজেই) আত্মানম (পৰমাত্মাত) সংৱিশতি (পূৰ্ণ প্ৰৱিষ্ট হয়) যঃ এৱম্ বেদ [এই পুনৰুক্তি সমাপ্তি সূচক]।১২।

পৰমব্ৰহ্মৰ বাচক ওঙ্কাৰৰ যি মাত্ৰাহীন, উচ্চাৰিত নোহোৱা, নিৰাকাৰৰূপ, সেয়ে মন-বাক্যৰ অগোচৰ বাবে ব্যৱহাৰিক জগতৰ অতীত, সমস্ত প্ৰপঞ্চৰ সমাপ্তিস্থল, কল্যাণময়, অদ্বিতীয় - নিৰ্গুণ-নিৰাকাৰস্বৰূপ পৰমাত্মাপুৰুষৰ চতুৰ্থপাদ। অৰ্থাৎ পূৰ্বোক্তপ্ৰকাৰে যেনেকৈ তিনিমাত্ৰাৰে সৈতে তিনিপাদৰ সমতা হয়, সেইদৰে ওঙ্কাৰৰ যি নিৰাকাৰ স্বৰূপ-ধ্যান-ধাৰণা-উপাসনাআদিৰদ্বাৰা ব্ৰহ্মপ্ৰাপ্তিঘটোৱা পৰা শক্তি, তাৰে সৈতে পৰমাত্মাৰ নিৰ্গুণ নিৰ্বিশেষৰূপ চতুৰ্থপাদৰ সমতা হয়। যিজনে এইদৰে ওঙ্কাৰ আৰু পৰব্ৰহ্মৰ অৰ্থাৎ নাম আৰু নামীৰ সমৰূপতাৰ ৰহস্য বুজি তেওঁৰ নাম-জপ আদি সাধন-ভজন অৱলম্বন কৰি তৎপৰতাৰে উপাসনা কৰে, তেওঁ স্বয়ং নিঃসন্দেহে পৰাৎপৰ পৰমব্ৰহ্মত প্ৰৱিষ্ট হৈ যায়। শেষৰ 'যি এনেকৈ জানে' বাক্যৰ

পুনৰুক্তিৰ দ্বাৰা উপনিষদৰ সমাপ্তি সূচাইছে।

[অচিন্ত্য অনন্তশক্তি পৰমেশ্বৰ পুৰুষোত্তমৰ অনন্ত মহিমাৰ পাৰ কোনে পাব পাৰে ? সেইদৰেই তেওঁৰ নামৰো অপাৰ মহিমা। সেই অসীম অনন্ত-মহিমামণ্ডিত পৰমেশ্বৰক আমি সৰ্বসাধাৰণে বুজিবলৈ চাৰিপাদবিশিষ্টৰূপে কল্পনা কৰি এই উপনিষদত বৰ্ণনা কৰিলে। স্থূল সূক্ষ্ম আৰু কাৰণ এই তিনি তেওঁৰ সগুণস্বৰূপ আৰু ইয়াৰ বাহিৰতো নিৰাকাৰ নিৰ্বিকাৰ, নিৰঞ্জন, নিৰ্বিশেষ যি নিৰ্গুণস্বৰূপ তাৰ একতা বুজাই আৰু সেইদৰেই নাম আৰু নামীৰো সৰ্বপ্ৰকাৰে অভিন্নতা দেখুৱাই নামক অৱলম্বন কৰিয়েই সেই পৰাৎপৰ পূৰ্ণব্ৰহ্ম ভগৱন্তৰ সান্নিধ্যলাভ কৰিব পৰাৰ কথা প্ৰতিপাদন এই উপনিষদ প্ৰতিপাদন কৰা হৈছে যেন অনুমান হয়।] ॥১২॥

॥ অথৰ্ববেদীয় মাণ্ডুক্যোপনিষদ্ সমাপ্ত ॥

---

## শান্তি পাঠ

ওঁ ভদ্ৰং কৰ্ণেভিঃ শৃণুয়াম দেৱা-
ভদ্ৰং পশ্যেমাক্ষভিৰ্যজত্ৰাঃ।
স্থিৰৈৰঙ্গৈস্তুষ্টুৱাꣳসস্তনূভি-
ৰ্ব্যশেম দেৱহিতং যদায়ুঃ॥
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

* * * * * * * * *

উপনিষদ্ কথামৃত—

# ঐতৰেয়োপনিষদ

ঋগ্বেদীয় ঐতৰেয় আৰণ্যক পাঁচোটা ভাগত বা পঁাচ আৰণ্যকত বিভক্ত। তাৰে দ্বিতীয় আৰণ্যকৰ চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ অধ্যায়ৰ নাম ঐতৰেয়-উপনিষদ্। এই তিনি অধ্যায়ত প্ৰধান-ভাৱে ব্ৰহ্মবিদ্যা আলোচিত হৈছে—কাৰণে তাক 'উপনিষদ্' বুলি মান্য দিয়া হ'ল।

ঐতৰেয় ব্ৰাহ্মণৰ মন্ত্ৰদ্ৰষ্টা ঋষিৰ মাকৰ নাম 'ইতৰা'। 'ইতৰা'ৰ পুত্ৰ 'ঐতৰেয়' ঋষিৰদ্বাৰা দৃষ্ট বাবে 'ঐতৰেয় ব্ৰাহ্মণ 'ঐতৰেয় আৰণ্যক' আৰু ঐতৰেয় উপনিষদ্ ইত্যাদি নামেৰে জনাজাত হ'ল।

॥ হৰিঃ ওঁ শ্ৰীপৰমাত্মনে নমঃ ॥

# শান্তি পাঠ

ওঁ ৱাঙ্ মে মনসি প্ৰতিষ্ঠিতা। মনো মে ৱাচি প্ৰতিষ্ঠিতমাৱিৰাৱীৰ্ম এধি। ৱেদস্য ম আণীস্থঃ শ্ৰুতং মে মা প্ৰহাসীঃ। অনেনাধীতেনাহোৰাত্ৰান্ সংদধামি। ঋতং ৱদিষ্যামি। সত্যং ৱদিষ্যামি। তন্মামৱতু। তদ্বক্তাৰমৱতু। অৱতু মামৱতু ৱক্তাৰম ৱতু ৱক্তাৰম্॥

ওঁ শান্তিঃ ! শান্তিঃ !! শান্তিঃ !!!

ওঁ (হে সচ্চিদানন্দঘন পৰমাত্মন্!) মে (মোৰ) বাক্ (বাক্যই) মনসি (মনত) প্ৰতিষ্ঠিতা (প্ৰতিষ্ঠা লাভ কৰক), মে মনঃ: মোৰ মন) ৱাচি প্ৰতিষ্ঠিতম্ (বাক্যত প্ৰতিষ্ঠিত হওক), আবিঃ (হে স্বপ্ৰকাশ পুৰুষ!) আৱীঃ এধি (প্ৰকাশিত হোৱা); [হে মন আৰু বাক্য!] মে (মোৰ নিমিত্তে) ৱেদস্য (বেদবিষয়ক জ্ঞান) আণীস্থঃ (আনিবলৈ সমৰ্থ হোৱা); মে শ্ৰুতম্ (মই শুনা বেদজ্ঞানে) মা প্ৰহাসীঃ (.মাক যেন নেৰে); অনেন অধীতেন (এই অধ্যয়নৰদ্বাৰা) আহোৰাত্ৰান্ (দিন আৰু ৰাতিবোৰ) সংদধামি মই এক কৰি দিওঁ; ঋতম্ (মানসিক সত্য) ৱদিষ্যামি (মই ক'ম), সত্যম্ ৱদিষ্যামি (কথাতো সত্য ক'ম), তৎ সেই ব্ৰহ্মই) মাম্ (মোক) অৱতু (যেন ৰক্ষা কৰে), তৎ (ব্ৰহ্মই) ৱক্তাৰম্ অৱতু (ব্ৰহ্মবাদী আচাৰ্যক ৰক্ষা কৰক); অৱতু মাম্ অৱতু ৱক্তাৰম্ (ৰাখক মোক, ৰাখক আচাৰ্যক); অৱতু ৱক্তাৰম্ (ৰাখক মোৰ আচাৰ্যক) )॥ ওঁ শান্তিঃ শান্তিঃ শান্তিঃ (ভগৱান্ শান্তিস্বৰূপ, শান্তিস্বৰূপ, শান্তিস্বৰূপ ॥)

হে সৎ চিৎ আনন্দস্বৰূপ ভগৱান্! মোৰ কথাই মনত আৰু মনে কথাত প্ৰতিষ্ঠা লাভ কৰক. অৰ্থাৎ কথাত এক প্ৰকাৰ, মনত অন্যপ্ৰকাৰ-এনে নহৈ মনে-মুখে এক হওক। হে স্বপ্ৰকাশ! তুমি (মায়াৰ আঁৰকাপোৰ গুচাই) মোৰ ওচৰত প্ৰকাশিত হোৱা। হে মোৰ মন আৰু বাক্য! মোলৈ বেদৰ পৰমজ্ঞান লৈ আন-তোমালোক দুয়োৰে সহায়ত মই যেন বেদৰ যথাৰ্থজ্ঞান লাভ কৰোঁ। মই গুৰুৰ মুখেদি শুনা আৰু অনুভৱ কৰা বেদজ্ঞানে মোক যেন এৰা নিদিয়ে—মই যেন পাহৰি নাযাওঁ। মোৰ ইচ্ছা, এই অধ্যয়নত মই যেন দিন-ৰাতি এক কৰি দিওঁ অৰ্থাৎ ৰাতি-দিন ব্ৰহ্মবিদ্যাৰ অধ্যয়নতে লাগি থাকোঁ। মই মনেৰে যি সত্য বুলি বুজোঁ আৰু দেখি-শুনিও যি সত্য বুলি ভাবোঁ সেই সত্যকথাহে ক'ম-তাত যেন মিছাৰ বহণ নাসানোঁ। পৰমেশ্বৰে মোক ৰক্ষা কৰক, ব্ৰহ্মবিদ্যা শিকাওঁতা মোৰ আচাৰ্যকো ৰক্ষা কৰক। মোক ৰাখক, ব্ৰহ্মবাদী আচাৰ্যকো ৰাখক-যাতে আমাৰ পঠন-পাঠন নিৰ্বিঘ্নে চলি থাকে। ভগৱান শান্তি-স্বৰূপ, তেওঁ আধিভৌতিক আধিদৈবিক আৰু আধ্যাত্মিক এই তিনিও প্ৰকাৰ বিঘ্ন উপশান্ত কৰে যেন।



# প্ৰথম অধ্যায়

## প্ৰথম খণ্ড

**ওঁ আত্মা ৱা ইদমেক এৱাগ্ৰ আসীৎ। নান্যৎ কিঞ্চনমিষৎ। স ঈক্ষত লোকান্নু সৃজা ইতি ॥১॥**

ওঁ (ওম্ এই পৰমাত্মাৰ নাম স্মৰণ—মঙ্গলাচৰণ)। ইদম্ (এই জগৎ) অগ্ৰে (প্ৰকট হোৱাৰ পূৰ্বত) এক: (একমাত্ৰ) বৈ আত্মা এব (নিশ্চয় পৰমাত্মা পৰমপুৰুষ হে) আসীৎ (আছিল)। অন্যৎ (তেওঁৰ বাহিৰে অন্য) কিম্-চন (কোনো) মিষৎ ন (চেষ্টাশীল নাছিল)। স:(সেই পৰমপুৰুষে) নু (নিশ্চয়েই মই) লোকান্ (লোকসমূহ) সৃজৈ (সৃষ্টি কৰোঁ) ইতি ঈক্ষত (এনে প্ৰকাৰে দৰ্শন অৰ্থাৎ আলোচনা কৰিলে)। ১।।

ওঙ্কাৰৰূপ পৰমব্ৰহ্মৰ নাম স্মৰণ কৰি প্ৰথমেই মঙ্গলাচৰণ কৰা হ'ল। ব্ৰহ্মতত্ত্বৰ সূত্ৰস্থানীয় এই মন্ত্ৰত শ্ৰুতিয়ে ঘোষণা কৰিছে—আমাৰ এই প্ৰত্যক্ষ দৃশ্য জড়-চেতনময় জগৎখন প্ৰকট হোৱাৰ পূৰ্বতে একমাত্ৰ পৰমাত্মা পৰমপুৰুষেই আছিল। তেতিয়া তেওঁৰ বাহিৰে এই ভিন্ন ভিন্ন নাম-ৰূপবিশিষ্ট চেষ্টাশীলবোৰৰ কোনো দ্বিতীয় সত্তা নিশ্চয় নাছিল। তেতিয়া সেই পৰমাত্মা ভগৱন্তৰ এই সংকল্প হ'ল যে. মই সৃজিব খোজা প্ৰাণীসমূহৰ কৰ্মফল অনুসাৰে ভোগ্য লোকসমূহ অৱশ্যেই সৃজন কৰিব লগা হল –

(একেশ্বৰে আছো মই আদি নিৰঞ্জন।)
সৃষ্টি যে নাহিকে মোক নকৰে শোভন। (অনাদি পাতন) ॥১॥

**স ইমাল্লোঁকানসৃজত। অম্ভো মৰীচীর্মৰমাপোঽদোঽম্ভঃ পৰেণ দিৱং দ্যৌঃ প্রতিষ্ঠান্তৰিক্ষং মৰীচয়ঃ পৃথিৱী মৰো য়া অধস্তাত্তা আপঃ॥২॥**

সঃ (তেওঁ) অম্ভঃ (মেঘাধাৰলোক), মৰীচীঃ (অন্তৰিক্ষ-কিৰণশালী-লোক সমূহ), মৰম্ (মৰ্ত্ত্যলোক), আপঃ (জললোক) ইমান্ লোকান্ (এই সকলো লোক) অসৃজত (সৃষ্টি কৰিলে)। দিৱম্ পৰেণ (স্বৰ্গলোকৰ ওপৰলৈ থকা লোক) প্রতিষ্ঠা (আৰু তাৰ আধাৰস্বৰূপ) দ্যৌঃ (দ্যুলোকো) অদঃ (এই সকলো) অম্ভঃ (অম্ভ নামে কথিত হ'ল); অন্তৰিক্ষম্ (অন্তৰিক্ষলোকেই) মৰীচয়ঃ (মৰীচি লোকসমূহ); পৃথিৱী (এই পৃথিৱী) মৰঃ (মৰলোক) [আৰু] য়াঃ অধস্তাৎ (পৃথিৱীৰ তললৈ যি সকললোক) তাঃ আপঃ (সেই সকল আপ-জল নামে কথিত হ'ল)।২।

সেই পৰমাত্মা পৰমপুৰুষে পূৰ্বপ্রকাৰ সংকল্প বা নিশ্চিততা অনুসাৰে অম্ভ, মৰীচি, মৰ আৰু আপ লোকসমূহ স্রজন কৰিলে। এই শব্দ কেইটাৰ স্পষ্টাৰ্থ বুজাই শ্রুতিয়ে কলে যে, স্বৰ্গলোকৰ ওপৰলৈ থকা মহঃ, জনঃ, তপঃ আৰু সত্যলোক আৰু এই লোকসমূহৰ আধাৰস্বৰূপ দ্যুলোক বা স্বৰ্গলোকৰ এই পাঁচলোকক 'অম্ভ' (জল) নামে কোৱা হয়; [ইয়াৰ এয়ে কাৰণ হব পাৰে যে, যদিও সমস্তলোকেই পাঞ্চভৌতিক, তথাপি ঊৰ্দ্ধলোকৰ অন্তৰ্বৰ্ত্তী বৃষ্টিৰ জলধাৰাই আমাৰ দৃষ্টিগোচৰ হয়। সেইবাবে এই পাঁচলোকক অম্ভ অৰ্থাৎ জল নামে কোৱা হয়।] তাৰ তললৈ থকা অন্তৰিক্ষ বা ভুবৰ্লোক 'মৰীচি' নামে কথিত

হ'ল ; কিয়নো সূর্য, চন্দ্র, নক্ষত্র আদি ৰশ্মিময়লোকসমূহ এই অন্তৰিক্ষতে অৱস্থিত বাবে ইয়াৰ নাম হ'ল 'মৰীচি'—ৰশ্মি। তাৰ তলত থকা এই পৃথিৱী—য'ত প্ৰাণীবিলাক মৰণধৰ্মীবাবে যাক মৰ্ত্যলোক কোৱা হয়, তাকে ইয়াত 'মৰ' বুলি কোৱা হৈছে, আৰু পৃথিবীৰ তলত যিবোৰ পাতাল আদি লোক আছে, সেইবোৰকে ইয়াত 'আপ'—জলনামে কোৱা হ'ল। মুঠ কথা, আমি জনা আৰু শুনা ত্ৰৈলোক্য বা সপ্তলোক বা চৌধভুবন বুলি প্ৰসিদ্ধ সমস্তলোকেই সেই পৰমপুৰুষৰে সৃষ্টি ॥২॥

স ঈক্ষতেমে নু লোকা লোকপালান্নু সৃজা ইতি সোঽদ্ভ্য এৱ পুৰুষং সমুদ্ধৃত্যামূৰ্চ্ছয়ৎ ॥৩॥

সঃ (সেই ঈশ্বৰে) ঈক্ষত (পুনৰ বিচাৰ কৰিলে)—ইমে নু লোকাঃ (এইসকল লোক তো সৃষ্টি কৰা হল), লোকপালান্ নু (লোকপাল-সকলকো) সৃজৈ (সৃজন কৰা আৱশ্যক) ইতি (এনেদৰে বিচাৰ কৰি) সঃ (তেওঁ) অদ্ভ্যঃ এৱ (জলৰাশিৰপৰাই) পুৰুষম্ (আদিপুৰুষ হিৰণ্য গৰ্ভক) সমুদ্ধৃত্য (বাহিৰ কৰি) অমূৰ্চ্ছয়ৎ (মূৰ্তিমানৰূপে সৃজন কৰিলে)।৩।

এইপ্ৰকাৰে লোকসমূহ সৃষ্টি কৰি সেই সৰ্বকাৰণ পৰমেশ্বৰে আকৌ চিন্তা কৰিলে যে, 'এই যে সমস্তলোক সৃষ্টি কৰা হ'ল, এইবিলাকৰ ৰক্ষা-ব্যৱস্থাৰ কাৰণে মই এতিয়া লোকপালসমূহকো সৃজিবলগা হ'ল। এনে বিচাৰ কৰি সেই

পৰমেশ্বৰে জলৰাশিৰপৰাই অৰ্থাৎ জল আদি সূক্ষ্ম মহাভূত-সমূহৰপৰাই হিৰণ্ময় পুৰুষৰ আৱিৰ্ভাৱ ঘটাই তেওঁক সকলো অঙ্গ-উপাঙ্গেৰে সংযুক্ত কৰি মূৰ্তিমান্ কৰিলে।

[এই প্ৰথম প্ৰকটিত পুৰুষ হিৰণ্যগৰ্ভ ব্ৰহ্মা। শ্ৰুতিৰ নানা ঠাইত সৰ্বপ্ৰথমে ব্ৰহ্মাৰ উৎপত্তি আৰু তেওঁৰপৰাই সমস্ত লোকপাল আৰু প্ৰজাবৃদ্ধিকাৰী প্ৰজাপতিসকলৰ সৃষ্টি হৈছিল বুলি বাহুল্য বৰ্ণনা আছে আৰু সেই ব্ৰহ্মাৰ উৎপত্তিও পানীৰ মাজৰপৰা পদুমৰ নালত হোৱা বুলি বৰ্ণিত হৈছে। "(তযু নাভি-কমলত ব্ৰহ্মা হৈলা জাত"—কীৰ্তন)" গতিকে ইয়াতো 'পুৰুষ' শব্দৰদ্বাৰা পদ্মযোনি ব্ৰহ্মাকে অৰ্থ কৰা উচিত] ॥৩॥

তমভ্যতপত্তস্যাভিতপ্তস্য মুখং নিৰভিদ্যত যথাণ্ডং মুখাদ্বাক্ বাচোঽগ্নিৰ্নাসিকে নিৰভিদ্যেতাং নাসিকাভ্যাং প্ৰাণঃ প্ৰাণাদ্বায়ুৰক্ষিণী নিৰভিদ্যেতামক্ষিভ্যাং চক্ষুশ্চক্ষুষ আদিত্যঃ কৰ্ণৌ নিৰভিদ্যেতাং কৰ্ণাভ্যাং শ্ৰোত্ৰং শ্ৰোত্ৰাদ্দিশস্ত্বঙ্ নিৰভিদ্যত ত্বচো লোমানি লোমভ্য ওষধিবনস্পতয়ো হৃদয়ং নিৰভিদ্যত হৃদয়ান্মনো মনসশ্চন্দ্ৰমা নাভিৰ্নিৰভিদ্যত নাভ্যা অপানোঽপানান্মৃত্যুঃ শিশ্নং নিৰভিদ্যত শিশ্নাদ্ৰেতো ৰেতস আপঃ ॥ ৪॥

তম্ (সেই হিৰণ্যগৰ্ভ পুৰুষক লক্ষ্য কৰি) অভ্যতপৎ (সংকল্প-ৰূপ তপস্যা কৰিলে)। অভিতপ্তস্য তস্য (ঈশ্বৰ সংকল্পত সেই হিৰণ্যগৰ্ভ পুৰুষৰ) অণ্ডম্ যথা (কণি ফুটি ওলোৱাৰ দৰে) মুখম্ (মুখৰ ছিদ্ৰ) নিৰভিদ্যত (প্ৰকাশ পালে)। মুখাৎ (মুখৰপৰা) বাক্ (বাগিন্দ্ৰিয়), বাচঃ (আৰু বাগিন্দ্ৰিয়ৰপৰা) অগ্নিঃ (তাৰ অধিষ্ঠাতৃদেৱতা লোক-পাল অগ্নি অভিব্যক্ত হ'ল)। নাসিকে (নাকৰ বিন্ধা দুটা) নিৰভি-দ্যেতাম্ (প্ৰকট হ'ল), নাসিকাভ্যাম্ প্ৰাণঃ (নাসিকাছিদ্ৰ দুটা অৱলম্বন কৰি শ্বাস-প্ৰশ্বাসৰূপ ঘ্ৰাণেন্দ্ৰিয়) প্ৰাণাৎ (ঘ্ৰাণেন্দ্ৰিয়ৰপৰা) বায়ুঃ (অধি-ষ্ঠাতা লোকপাল বায়ু অভিব্যক্ত হ'ল)। অক্ষিণী নিৰভিদ্যেতাম্ (চকুৰ গোলক দুটা প্ৰকাশ পালে), অক্ষিভ্যাম্ চক্ষুঃ (চকুৰ গোলক দুটাৰপৰা চক্ষুৰিন্দ্ৰিয়), চক্ষুষঃ আদিত্যঃ (চক্ষুৰিন্দ্ৰিয়ৰপৰা অধিষ্ঠাতা লোকপাল সূৰ্য আৱিৰ্ভূত হ'ল)। কৰ্ণৌ নিৰভিদ্যেতাম্ (কাণৰ ছিদ্ৰ দুটা প্ৰকট হ'ল), কৰ্ণাভ্যাম্ শ্ৰোত্ৰম্ (কাণৰ ছিদ্ৰ দুটাৰপৰা শ্ৰৱণেন্দ্ৰিয় আৰু) শ্ৰোত্ৰাৎ দিশঃ (শ্ৰৱণেন্দ্ৰিয়ৰপৰা দিগ্‌দেৱতাসমূহ প্ৰকটিত হ'ল)। ত্বক্ নিৰভিদ্যত (ছাল প্ৰকাশ পালে), ত্বচঃ লোমানি (ছালৰপৰা লোমবোৰ, সহযোগী স্পৰ্শেন্দ্ৰিয় আৰু) লোমভ্যঃ ওষধিৱনস্পতয়ঃ (লোমবোৰৰপৰা ওষধি আৰু বনস্পতিবিলাক [আৰু অধিষ্ঠাতা লোক-পাল বায়ু] অভিব্যক্ত হ'ল)। হৃদয়ম্ নিৰভিদ্যত (হৃদয় প্ৰকট হ'ল) হৃদয়াৎ মনঃ (হৃদয়ৰপৰা অন্তঃকৰণ আৰু) মনসঃ চন্দ্ৰমাঃ (মনৰপৰা-অন্তঃকৰণৰপৰা চন্দ্ৰ আৱিৰ্ভূত হ'ল)। নাভিঃ নিৰভিদ্যত (নাভি প্ৰকট হ'ল), নাভ্যাঃ অপানঃ (নাভিক অৱলম্বন কৰি অপান-অৰ্থাৎ অপানবায়ু সংযুক্ত পায়ু [মলদ্বাৰ] ইন্দ্ৰিয় আৰু) অপানাৎ মৃত্যুঃ (পায়ু ইন্দ্ৰিয়ক অৱলম্বন কৰি মৃত্যুদেৱতা আৱিৰ্ভূত হ'ল)। শিশ্নম্ নিৰ-

ভিদ্যত (লিঙ্গ অভিব্যক্ত হ'ল), শিশ্নাৎ ৰেতঃ (লিঙ্গৰপৰা শুক্ৰ সমন্বিত জননেন্দ্ৰিয় আৰু) ৰেতসঃ আপঃ (শুক্ৰৰপৰা জল—জলাদি পঞ্চভূতোপলক্ষিত প্ৰজাপতি উৎপন্ন হ'ল) ॥৪॥

প্ৰথম উৎপন্ন হিৰণ্যগৰ্ভ পুৰুষৰ অঙ্গ-উপাঙ্গবোৰ অভিব্যক্ত কৰাৰ উদ্দেশ্যে পৰম-ঈশ্বৰে সংকল্প কৰিলে। সত্যসংকল্প ঈশ্বৰৰ ইচ্ছাত (ভাবিলোৱা – প্ৰথম আবিৰ্ভূত সেই হিৰন্ময় পুৰুষ ব্ৰহ্মা পুৰুষাকাৰ মাংসপিণ্ডস্বৰূপ আছিল।) আবিৰ্ভূত আদিপুৰুষৰ কণিকুটি ওলোৱাৰ নিচিনা মুখৰ ছিদ্ৰ প্ৰকাশ পালে, মুখছিদ্ৰক অৱলম্বন কৰি বাক্যৰূপ ইন্দ্ৰিয় (আৰু ৰসনেন্দ্ৰিয় জিভা), বাক্য ইন্দ্ৰিয়ক আশ্ৰয় কৰি তাৰ অধিষ্ঠাতৃ-দেৱতা লোকপাল অগ্নি উৎপন্ন হ'ল। তাৰ পাছত নাকৰ বিন্ধা দুটা ওলাল, তাৰপৰা ঘ্ৰাণেন্দ্ৰিয় প্ৰাণ আৰু তাৰপৰা অধিষ্ঠাতা লোকপাল বায়ু আবিৰ্ভূত হ'ল (প্ৰাণৰ দেৱতা বায়ু আৰু ঘ্ৰাণ-ইন্দ্ৰিয়ৰ দেৱতা অশ্বিনীকুমাৰ বুলিও শাস্ত্ৰত আছে)। চকুৰ গোলক দুটা ওলাল, তাৰপৰা চকু-ইন্দ্ৰিয় আৰু তাৰপৰা অধিষ্ঠাতৃদেৱতা সূৰ্য অভিব্যক্ত হ'ল। কাণৰ ছিদ্ৰ দুটা ওলাল, তাৰপৰা শ্ৰৱণেন্দ্ৰিয় আৰু তাৰপৰা দিক্ দেৱতা সকল উৎপন্ন হ'ল। ত্বক্ (চাল) প্ৰকাশ পালে, চালৰপৰা নোমবোৰ (তাৰ সহযোগী স্পৰ্শেন্দ্ৰিয়), আৰু নোমৰপৰা ওষধি আৰু বনস্পতিবোৰ (তথা স্পৰ্শেন্দ্ৰিয়ৰ অধিষ্ঠাতা লোকপাল বায়ু) অভিব্যক্ত হ'ল। হৃদয় প্ৰকট হ'ল, হৃদয়ৰপৰা

মন আৰু মনৰূপৰ। তাৰ অধিষ্ঠাতা চন্দ্ৰমা প্ৰকটিত হ'ল। নাভি (নাঁয়) প্ৰকাশিত হ'ল, (একেলগেই মলদ্বাৰো প্ৰকাশ পালে), নাভিৰূপৰা অপানবায়ু সংযুক্ত পায়ু ইন্দ্ৰিয় (গুহ্য-দ্বাৰ) আৰু তাৰপৰা অধিষ্ঠাতা মৃত্যুদেৱতা আৱিৰ্ভূত হ'ল। লিঙ্গ প্ৰকট হ'ল, লিঙ্গৰূপৰা শুক্ৰসমন্বিত জননেন্দ্ৰিয় আৰু তাৰঅধিষ্ঠাতা জল-জলোপলক্ষিত পঞ্চভূতত অধিষ্ঠিত প্ৰজা-পতি অভিব্যক্ত হ'ল। এইদৰেই সমস্ত অঙ্গ-উপাঙ্গ সহ ইন্দ্ৰিয়-বৰ্গ আৰু লোকপালসকল পৰমপুৰুষৰ সংকল্প অনুযায়ী হিৰণ্ময় বিৰাটপুৰুষত অভিব্যক্ত হ'ল।

[ হিৰণ্যগৰ্ভ, সূত্ৰাত্মা, ব্ৰহ্মা, বিৰাট এই নামবোৰ এক অৰ্থাত্মক। এই শব্দবোৰৰ অৰ্থ সমষ্টি চৈতন্য, যাত সমস্ত প্ৰাণীৰ জীৱচৈতন্য- মণিবোৰ গাঁথিৰখা সূতাৰ দৰে ( 'সূত্ৰে মণিগণা ইৱ') সংগ্ৰথিত থাকে। এই সমষ্টিচৈতন্য বা সূত্ৰাত্মাই ব্যষ্টিজীৱসমূহত প্ৰতিবিম্বিত। এইকাৰণে সৃষ্টিৰ প্ৰথমপুৰুষ সমষ্টিচৈতন্যৰূপ ব্ৰহ্মাত অভিব্যক্ত হোৱা অঙ্গ-প্ৰত্যঙ্গ, ইন্দ্ৰিয় আৰু ইন্দ্ৰিয়াধিষ্ঠিত দেৱতাবৃন্দ প্ৰত্যেক ব্যষ্টিজীৱত সুপ্ৰকট হয়। ] ॥৪॥

॥ প্ৰথম খণ্ড সমাপ্ত ॥



## দ্বিতীয় খণ্ড

তা এতা দেৱতাঃ সৃষ্টা অস্মিন্ মহত্যৰ্ণৱে প্ৰাপতংস্তমশনায়াপিপাসাভ্যামন্ববাৰ্জৎ তা এনমব্ৰুৱন্নায়তনং নঃ প্ৰজানীহি যস্মিন্ প্ৰতিষ্ঠিতা অন্নমদামেতি ॥১॥

তাঃ এতাঃ (সেই এই সকল) সৃষ্টাঃ দেৱতাঃ (সৃষ্ট হোৱা দেৱতা-সকল) অস্মিন্ মহতি অৰ্ণৱে (এই সংসাৰৰূপ মহাসাগৰত) প্ৰাপতন্ (পতিত হ'ল)। তম্ (সেই সমস্ত দেৱবৃন্দক) [পৰমেশ্বৰে] অশনায়া-পিপাসাভ্যাম্ (ভোক আৰু পিয়াহৰ সৈতে) অন্ববাৰ্জৎ (সংযোগ ঘটালে), তাঃ (সেই দেৱতাসকলে তেতিয়া) এনম্ (এই স্ৰষ্টা পৰমেশ্বৰক অব্ৰুৱন্ (কলে), নঃ (আমাৰ কাৰণে) আয়তনম্ (থকাঠাইৰ ব্যৱস্থা) প্ৰজানীহি (বিধান কৰক), যস্মিন্ প্ৰতিষ্ঠিতাঃ (য'ত থাকি) অন্নম্ অদাম ইতি (আমি আহাৰ খাব পাৰোঁ।) ॥১॥

ইন্দ্ৰিয়সমূহৰ অধিষ্ঠাতাৰূপে সৃজন কৰা সেই এই অগ্নি আদি সকলো দেৱতা এই সংসাৰৰূপ মহাসাগৰতে আহি পৰিল। অৰ্থাৎ তেওঁলোক হিৰণ্যগৰ্ভ পুৰুষৰ শৰীৰৰূপত উৎপন্ন হৈ সেই সমষ্টিশৰীৰতে থাকিবলগা হ'ল, থকা খোৱাৰ কোনো নিৰ্দ্দিষ্ট স্থান পোৱা নাছিল। তেতিয়া পৰমপুৰুষ পৰমেশ্বৰে সেই সমস্ত দেৱবৃন্দক ভোক-পিয়াহৰ সৈতে সংযুক্ত কৰিলে। তাৰ ফলত সেই দেৱতাসকলে

ভোক-পিয়াহত পীড়িত হৈ তেওঁলোকৰ স্ৰষ্টা ভগৱানক জনালে —হে প্ৰভো। আমাৰ কাৰণে এনে এক থকাঠাইৰ ব্যৱস্থা কৰক, য'ত থাকি আমি নিজৰ নিজৰ আহাৰ গ্ৰহণ কৰিব পাৰোঁ ॥১॥

তাভ্যো গামানয়ত্তা অব্ৰুৱন্ন বৈ নোঽয়মলমিতি তাভ্যোঽশ্বমানয়ত্তা অব্ৰুৱন্ন বৈ নোঽয়মলমিতি ॥২॥

তাভ্যঃ (সেই দেৱতাসকলৰ কাৰণে [পৰমেশ্বৰে] গাম্ (এক গৰুৰ শৰীৰ) আনয়ৎ (আনিলে)। [তাক দেখি] তাঃ (তেওঁলোকে) অব্ৰুৱন্ (কৈছিল), অয়ম্ বৈ (এইটো তো) নঃ (আমাৰ কাৰণে) অলম্ ন (যথেষ্ট নহয়), ইতি (এনেকৈ কোৱাত পৰমেশ্বৰে) তাভ্যঃ (তেওঁলোকৰ কাৰণে) অশ্বম্ আনয়ৎ (এক ঘোঁৰাৰ শৰীৰ আনিলে)। [তাক দেখি] তাঃ অব্ৰুৱন্ (তেওঁলোকে সেইদৰেই কৈছিল যে) অয়ম্ বৈ (এইটোও তো) নঃ (আমাৰ কাৰণে) অলম ন ইতি (যথেষ্ট নহয় ॥২।

দেৱতাসকলৰ প্ৰাৰ্থনাপূৰণৰ কাৰণে পৰমেশ্বৰে তেওঁলোক থাকিবলৈ এটা গৰুৰ শৰীৰ সৃষ্টি কৰি আনিলে। তাক দেখি তেওঁলোকে ক'লে— 'এইটো তো আমাৰ কাৰণে যথেষ্ট নহয় — এইটো শৰীৰত থাকি আমাৰ কাৰ্য ভালদৰে নচলিব। আন কিবা ব্যৱস্থা কৰক।' তেতিয়া সেই পৰমপুৰুষে তেওঁলোকৰ কাৰণে এটা ঘোঁৰাৰ শৰীৰ সৃষ্টি কৰি আনিলে। সেইটো দেখি সেইসকলে আগৰদৰেই ক'লে— 'হে ভগৱান!

এইটোও তো আমাৰ কাৰণে যথেষ্ট নহয়, এইটো দেহতো আমাৰ কাৰ্য নচলিব। আপুনি ইয়াতকৈ অন্য ভালদেহৰ ব্যৱস্থা কৰক' ।২।

তাভ্যঃ পুরুষমানয়ত্তা অব্রুবন সুকৃতং বতেতি।
পুরুষো বাব সুকৃতম। তা অব্রবীদ্যথায়তনং প্রবিশতেতি ॥৩॥

[ তেতিয়া পৰমেশ্বৰে ] তাভ্যঃ (তেওঁলোকৰ কাৰণে) পুৰুষম্ (মানৱ শৰীৰ) আনয়ৎ (আনিলে) তাঃ অব্রুবন্ (সেইদেৱতাসকলে তাক দেখি কৈছিল), বত (হয়), সুকৃতম্ ইতি (এইটো সুন্দৰ সৃষ্টি হ'ল)। বাব (যথাৰ্থতে) পুৰুষঃ (মনুষ্য শৰীৰ) সুকৃতম্ (পৰমেশ্বৰৰ সুন্দৰ ৰচনা) তাঃ (সেই দেৱতাসকলক ভগৱন্তই) অব্ৰবীৎ (কলে), যথা আয়তনম্ (নিজৰ নিজৰ যথাযোগ্য ঠাইত) প্রবিশত (প্রবিষ্ট হৈ যোৱা) ইতি (এই বুলি) ।৩।

গৰু আৰু ঘোঁৰাৰ শৰীৰ দেৱতাসৱৰ অপছন্দ হোৱা কাৰণে পৰমপুৰুষে এটা মানৱশৰীৰ সৃষ্টি কৰি তেওঁলোকক আনি দেখুৱালে। সেইটো শৰীৰ দেখি তেওঁলোক আনন্দিত হ'ল আৰু কলে—হয়! এইবাৰহে প্ৰভুৱে আমাৰ কাৰণে এইটো খুব লায়ক শৰীৰ স্ৰজন কৰিলে। যথাৰ্থতে মনুষ্য-শৰীৰ পৰমেশ্বৰৰ সুন্দৰ আৰু সৰ্বশ্ৰেষ্ঠ ৰচনা। সেই কাৰণে শাস্ত্ৰবোৰতো ইয়াৰ মহিমা বৰ্ণনা শুনা যায়। আৰু এই শৰীৰেৰে হে জীৱই ভগৱন্তৰ আজ্ঞাবাহক—শাস্ত্ৰবিধি মানি

যথাযোগ্য সাধন-ভজন করি দেব-দুৰ্লভ পৰম ধাম পাবৰ যোগ্য হয়। এই নৰসৃজিত শৰীৰটো দেৱতাসকলে অনুমোদন কৰা দেখি ভগৱন্তই তেওঁলোকক কলে—নিজৰ নিজৰ উপযোগী যোগ্যঠাইত তোমালোক সোমাই যোৱা ।।৩।।

অগ্নিৰ্বাগ্ ভূত্বা মুখং প্ৰাবিশদ্‌বায়ুঃ প্ৰাণো ভূত্বা নাসিকে প্ৰাবিশদাদিত্যশ্চক্ষুৰ্ভূত্বাক্ষিণী প্ৰাবিশ-দ্দিশঃ শ্ৰোত্ৰং ভূত্বা কৰ্ণৌ প্ৰাবিশন্নোষধিৰ্বনস্পতয়ো লোমানি ভূত্বা ত্বচং প্ৰাবিশংশ্চন্দ্ৰমা মনো ভূত্বা হৃদয়ং প্ৰাবিশন্মৃত্যুৰপানো ভূত্বা নাভিং প্ৰাবিশা-দাপো ৰেতো ভূত্বা শিশ্নং প্ৰাবিশন্ ॥ ৪ ॥

অগ্নিঃ (অগ্নিদেৱতা) বাক্ ভূত্বা (বাগিন্দ্ৰিয় হৈ) মুখম্ (মুখবিবৰত) প্ৰাবিশৎ (সোমাল)। বায়ুঃ প্ৰাণঃ ভূত্বা (বায়ুদেৱতা প্ৰাণ হৈ) নাসিকে প্ৰাবিশৎ (নাকৰ ৰন্ধ্ৰ দুটাত সোমাল)। আদিত্যঃ চক্ষুঃ ভূত্বা (সূৰ্য চক্ষু ইন্দ্ৰিয় হৈ) অক্ষিণী প্ৰাবিশৎ (চকুৰ গোলকদুটাত সোমাল)। দিশঃ (দিক্‌দেৱতা সকল) শ্ৰোত্ৰম্ ভূত্বা কৰ্ণৌ প্ৰাবিশন্ (শ্ৰৱণেন্দ্ৰিয় হৈ কাণৰ বিন্ধাদুটাত সোমাল)। ওষধিবনস্পতয়ঃ (ওষধিবনস্পতিৰ অভিমানী দেৱতাসকল) লোমানি ভূত্বা (নোমবোৰৰ সহযোগী ত্বগিন্দ্ৰিয় হৈ) ত্বচম্ প্ৰাবিশন্ (চালত সোমাল)। চন্দ্ৰমাঃ মনঃ ভূত্বা (চন্দ্ৰ মন হৈ) হৃদয়ং প্ৰাবিশৎ (হৃদয়ত সোমাল)। মৃত্যুঃ (মৃত্যুদেৱতা যম) অপানঃ ভূত্বা (অপানবায়ু সহযোগী পায়ু ইন্দ্ৰিয় হৈ) নাভিম্ প্ৰাবিশৎ (নাভিত সোমাল)। আপঃ (জলত উপহিত প্ৰজাপতি) ৰেতঃ ভূত্বা (শুক্ৰ সহযোগী জননেন্দ্ৰিয় হৈ) শিশ্নম্ প্ৰাবিশন (লিঙ্গত সোমাল)। ॥ ৪॥

সৃষ্টিকৰ পৰমপুৰুষৰ আজ্ঞা পাই বাক্ইন্দ্ৰিয়ৰ ৰূপত অগ্নি-দেৱতা সেইপুৰুষৰ ( মনুষ্যদেহৰ ) মুখত আশ্ৰয় লৈ মুখত সোমাই গ'ল। ( বৰুণদেৱতাও ৰসনেন্দ্ৰিয় হৈ জিভাক আশ্ৰয় কৰি মুখত সোমাল বুলি জানি থোৱা ভাল। ) বায়ু প্ৰাণ হৈ নিশ্বাসপ্ৰশ্বাসৰূপে নাকৰ বিন্ধাই দি সমস্ত শৰীৰত সোমাই পৰিল। ( অধিকন্তু অশ্বিনীকুমাৰযুগল ঘ্ৰাণেন্দ্ৰিয় হৈ নাসাৰন্ধ্ৰত প্ৰৱিষ্ট হ'ল বুলিও জানিব লাগে।) সূৰ্য্যদেৱ চকুইন্দ্ৰিয় হৈ চকুৰ গোলকদুটাত আশ্ৰয় ললে। দিক্সমূহৰ দেৱতাসকল শ্ৰৱণেন্দ্ৰিয় হৈ কাণৰ বিন্ধা-দুটাত সোমাল। ওষধি আৰু বনস্পতিৰ অভিমানীদেৱতা-সমূহ নোমবোৰদ্বাৰা অনুভূত স্পৰ্শেন্দ্ৰিয় হৈ ( গা'ৰ ) ছালত আশ্ৰয় ললে। চন্দ্ৰমা মন হৈ হৃদয়ত বাস ললে। মৃত্যুপতি যম অপানবায়ু আৰু তদাশ্ৰিত পায়ুইন্দ্ৰিয় ( মলদ্বাৰ ) হৈ নাভিত আশ্ৰয় ললে। আৰু জলাধিষ্ঠ-প্ৰজাপতিয়ে শুক্ৰসহযোগী জননেন্দ্ৰিয় হৈ লিঙ্গত অধিষ্ঠিত হ'ল। এইপ্ৰকাৰে সকলোদেৱতাই ইন্দ্ৰিয়বিলাকৰ ৰূপ ধৰি নিজৰ নিজৰ উপযোগী ঠাইত প্ৰবিষ্ট হৈ সেই সুন্দৰ দেহা-টোত প্ৰতিষ্ঠিত থাকিল। ॥৪॥

তমশনায়াপিপাসে অব্ৰূতামাৱাভ্যামভিপ্ৰজানী-হীতি। তে অব্ৰৱীদেতাস্বেৱ ৱাং দেৱতাস্বাভজা-ম্যেতাসু ভাগিন্যৌ কৰোমীতি। তস্মাদ্যস্যৈ কস্যৈ

চ দেৱতায়ৈ হৱিৰ্গৃহ্যতে ভাগিন্যাৱেৱাস্যামশনায়াপিপাসে ভৱতঃ ॥ ৫ ॥

তম (সেই সৰ্ব্বেশ্বৰক) অশনায়াপিপাসে (ভোক পিয়াহ দুয়ো) (অব্রুতাম্ (কৈছিল), আৱাভ্যাম্ (আমি দুইৰ কাৰণেও) অভিপ্ৰজানীহি (ঠাইৰ ব্যৱস্থা কৰক), ইতি (এই কথা শুনি) তে (সেই দুয়োক) অব্ৰৱীৎ (ঈশ্বৰে কলে), ৱাম্ (তোমালোক দুজনক) এতাসু দেৱতাসু এৱ (এই সকল দেৱতাতেই) আভজামি (মই ভাগ দিছো), এতাসু (এই সকল দেৱতাত) ভাগিন্যৌ (ভাগী, অংশীদাৰ) কৰোমি ইতি (কৰিলো)। তস্মাৎ (সেই হেতুকে) যস্যৈ কস্যৈ চ দেৱতায়ৈ (যি কোনো দেৱতাৰ উদ্দেশ্যে) হৱিঃ (আহুতি ভিন্ন ভিন্ন দ্ৰব্য)। গৃহ্যতে (ইন্দ্ৰিয় সমূহৰ দ্বাৰা গৃহীত হয়)। অস্যাম্ এৱ (সেই দেৱতাৰ মাজেদিয়ে) অশনায়াপিপাসে (ভোক আৰু পিয়াহ) ভাগিন্যৌ ভৱতঃ (ভাগীদাৰ হয়)।।৫।।

ভোক আৰু পিয়াহ এই দুয়ো তেওঁলোকৰ সৃষ্টিকৰ্তা পৰমেশ্বৰক কলে—'হে প্ৰভো! আপুনি তো এই সকলোৰে কাৰণে থকা ঠাই নিৰ্দিষ্ট কৰি দিলে, এতিয়া আমি দুয়োৰ কাৰণেও থকাঠাইৰ ব্যৱস্থা কৰক'। তেওঁলোক দুজনৰ এই কথা শুনি পৰমেশ্বৰে কলে—'তোমালোক দুজনৰ কাৰণে বেলেগ ঠাইৰ ব্যৱস্থাৰ আৱশ্যক নাই, এইসকল দেৱতাৰ ভাগতে তোমালোকক অংশীদাৰ কৰিলোঁ; এইসকল দেৱতাৰ স্থানতে—তেওঁলোকৰ গৃহীত বিষয়তে তোমালোক দুইবো ভাগ থাকিব। পৰমকাৰণ পৰমেশ্বৰে এনে নিয়ম কৰি দিয়া বাবে যেতিয়াই যি কোনো দেৱতাৰ কাৰণে তেওঁৰ

অনুগৃহীত ইন্দ্রিয়ই বিভিন্ন উপভোগ্য গ্ৰহণ কৰে ; তেতিয়া সেই ভোগগ্ৰহণকৰা দেৱতাৰ তৃপ্তিত ভোক আৰু পিয়াহে ভাগ পায় আৰু দুয়ো সন্তুষ্ট থাকে ॥৫॥

॥ দ্বিতীয় খণ্ড সমাপ্ত ॥ ২ ॥

## তৃতীয় খণ্ড

**স ঈক্ষতেমে নু লোকাশ্চ লোকপালশ্চান্নমেভ্যঃ সৃজা ইতি॥ ১॥**

সঃ ঈক্ষত ( সেই পৰমেশ্বৰে আকৌ বিচাৰ কৰিলে ) ইমেনু লোকাঃ চ ( এই তো লোকসমূহ ) লোকপালাঃ চ ( আৰু লোকপাল সকলো সৃষ্ট হ'ল, এতিয়া ) এভ্যঃ ( এই সকলোৰে কাৰণে ) অন্নম্ ( আহাৰ ) সৃজৈ ইতি ( সৃষ্টিও কৰিব লগা হ'ল ) । ১ ।

পূৰ্বোক্ত প্ৰকাৰে সৃষ্টিৰচনাৰ পাছত সেই সৰ্বকাৰণ পৰমপুৰুষে আকৌ বিচাৰ কৰিলে—এই লোকসমূহ আৰু লোকপালসমূহো সৃষ্ট হৈ গ'ল ; এতিয়া তো এই সকলোৰে আহাৰৰ আৱশ্যক—ভোগ্যবস্তুৰো তো ব্যৱস্থা কৰিব লগা হ'ল ; ভোক আৰু পিয়াহকো এই সকলৰ লগলগাই দিলো যেতিয়া অৱশ্যেই মই আহাৰ্যও সৃষ্টি কৰিব লাগে ॥১॥

**সোঽপোঽভ্যতপত্তাভ্যোঽভিতপ্তাভ্যো মূৰ্তিৰজায়ত । য়া বৈ সা মূৰ্তিৰজায়তান্নং বৈ তৎ ॥২॥**

সঃ (সেই পুৰুষে) অপঃ (জলৰাশিক অৰ্থাৎ সূক্ষ্ম পঞ্চভূতক, অভ্যতপৎ (তপ কৰালে—সংকল্পৰদ্বাৰা তাত ক্ৰিয়া কৰালে)। তাভ্যঃ অভিতপ্তাভ্যঃ (সেই সংকল্পিত সূক্ষ্ম পাঁচ ভূতৰপৰা) মূৰ্তিঃ (স্থূলৰূপ) অজায়ত (উৎপন্ন হ'ল)। যা বৈ সা মূৰ্তিঃ (যি সেই (মূৰ্তি—সমস্ত চৰাচৰ অজায়ত) (জন্মিল) তৎ বৈ অন্নম্ (নিশ্চয় সেয়ে অন্ন — ভোগ্য) ।২।।

পূৰ্বপ্ৰকাৰে বিচাৰ কৰি সেই পৰমেশ্বৰে জলক অৰ্থাত সূক্ষ্ম পঞ্চ মহাভূতক তপ কৰালে—নিজ সংকল্পৰদ্বাৰা তাত ক্ৰিয়া কৰালে। পৰমপুৰুষৰ সংকল্পৰদ্বাৰা সঞ্চালিত হোৱা সেই সূক্ষ্মপঞ্চভূতৰ পৰা মূৰ্তি উৎপন্ন হ'ল, অৰ্থাৎ সিহঁত স্থূলৰূপত প্ৰকটিত হ'ল। যি সেই পাঁচ মহাভূতৰ স্থূলৰূপ—চৰাচৰ জগৎ উৎপন্ন হ'ল, নিশ্চয় সেয়ে অন্ন-লোকপালসকলৰ ভোগ্য ।।২।।

তদেনৎ সৃষ্টং পৰাঙ্ত্যজিঘাংসত্তদ্বাচাজিঘৃক্ষত্তন্নাশক্নোদ্ বাচাগ্ৰহীতুম্। স যদ্ধৈনদ্ বাচাগ্ৰহৈষ্যদভিব্যাহৃত্য হৈবান্নমত্ৰপ্স্যৎ ।।৩।।

সৃষ্টম্ (সৃজন কৰা) তৎ এনৎ (সেই এই অন্ন) পৰাঙ (পশ্চাৎমুখী হৈ) অত্যজিঘাংসৎ (আঁতৰ হৈ যোৱাৰ চেষ্টা কৰিলে) তৎ (তাক) [সেই আদিপুৰুষে] বাচা (কথা কৈ) অজিঘৃক্ষৎ (ধৰিব খুজিলে), [কিন্তু] বাচা (কথা কৈ) তৎ গ্ৰহীতুম্ ন অশক্নোৎ (তাক ধৰিব নোৱাৰিলে) সঃ (যদি) [সেই আদি ভোক্তাই] এনৎ (এই অন্নক) বাচা হ অগ্ৰহৈষ্যৎ (কথাৰেই ধৰিব পাৰিলেহেঁতেন), [তেনেহলে

আজিৰ মানুহেও ] হ (নিশ্চয় ) অন্নম্ অভিব্যাহৃত্য এৱ (অন্নৰ বিষয়ে কথা কৈয়েই ) অত্রপ্স্যৎ (তৃপ্তি পালেহেতেন ) ॥৩॥

লোকসমূহ আৰু লোকপালসমূহৰ আহাৰৰ প্ৰয়োজন পূৰাবলৈ সৃষ্টিকৰা সেই অন্নই খাদকসকললৈ ভয় কৰি পাছমুৱা কৈ পলাবৰ উপক্ৰম কৰিলে। তেতিয়া সেই সমষ্টি-ৰূপী আদিমানৱে তাক কথাকৈ ( বাক্ইন্দ্ৰিয়ৰদ্বাৰা ) ধৰিব খুজিলে, কিন্তু কথা কৈ তাক ধৰিব নোৱাৰিলে। যদি সেই পুৰুষে (সমষ্টিমানৱে) কথা কৈয়ে অন্নক গ্ৰহণ কৰিব পাৰিলেহেতেন, তেনেহলে আজিৰ মানুহেও অন্নৰ বিষয়ে কোৱা-বথনা কৰিয়েই তৃপ্ত হ'লহেতেন—অন্নৰ নাম লৈয়ে পেট ভৰিলহেঁতেন ; কিন্তু তেনে তো নহয় ॥৩॥

তৎ প্রাণেনাজিঘৃক্ষত্তন্নাশক্নোৎ প্রাণেন গ্রহী-তুং স য়দ্ধৈনৎ প্রাণেনাগ্রহৈষ্যদভি প্রাণ্য হৈবান্ন-মত্রপ্স্যৎ ॥৪॥

[ তেতিয়া সেই পুৰুষে ] তৎ (সেই অন্নক) প্ৰাণেন (প্ৰাণ সঞ্চৰিত ঘ্ৰাণ - ইন্দ্ৰিয়ৰদ্বাৰা) অজিঘৃক্ষৎ (ধৰিব খুজিলে), প্ৰাণেন (ঘ্ৰাণেন্দ্ৰিয়ৰদ্বাৰা) তৎ গ্ৰহীতুম্ ন অশক্নোৎ (তাক ধৰিব নোৱাৰিলে ) য়ৎ (যদি) সঃ (সেই পুৰুষে) এনৎ (এই অন্নক) প্ৰাণেন হ অগ্ৰহৈষ্যৎ (ঘ্ৰাণেৰেই ধৰিব পাৰিলেহেতেন )হ (নিশ্চয় অন্নম্) অভিপ্ৰাণ্য এৱ (অন্নক আঘ্ৰাণ কৰিয়েই) অত্ৰপ্স্যৎ (তৃপ্ত হ'লহেতেন) ॥৪॥

তেতিয়া সেই পুৰুষে প্ৰাণৰদ্বাৰা অৰ্থাৎ ঘ্ৰাণ ইন্দ্ৰি ৰ-দ্বাৰা* অন্নক ধৰিব খুজিলে কিন্তু ঘ্ৰাণ ইন্দ্ৰিয়ৰদ্বাৰা তাক ধৰিব নোৱাৰিলে। যদি তেওঁ ঘ্ৰাণৰদ্বাৰ তাক ধৰিব পাৰিলেহেঁতেন, আজিৰ মানুহেও অন্নক নাকেৰে শুঙা মাৰিয়েই নিশ্চয় তৃপ্ত হ'লহেঁতেন, কিন্তু তেনে তো নহয় ॥৪॥

তচ্চক্ষুষাজিঘৃক্ষত্তন্নাশক্নোচ্চক্ষুষা গ্ৰহীতুং স যদ্ধৈনচ্চক্ষুষাগ্ৰহৈষ্যদ্ দৃষ্ট্বা হৈবান্নমত্ৰপ্স্যৎ ॥৫॥

[তেতিয়া সেই পুৰুষে] তৎ চক্ষুষা (সেই অন্নক চকুৰে) অজিঘৃক্ষৎ, চক্ষুষা (চকুৰে) তৎ গ্ৰহীতুম্ ন অশক্নোৎ। যৎ সঃ এনৎ চক্ষুষা হ অগ্ৰহৈষ্যৎ, হ অন্নম্ দৃষ্ট্বা এব (দেখিয়েই) অত্ৰপ্স্যৎ ॥৫॥

তেতিয়া সেই পুৰুষে চকুৰদ্বাৰ' অন্নক ধৰিব খুজিলে, কিন্তু চকুৰদ্বাৰা তাক ধৰিব নোৱাৰিলে। যদি তেওঁ চকুৰদ্বাৰা অন্নক ধৰিব পাৰিলেহেঁতেন, তেন্তে আজিৰ মানুহে অন্নক দেখিয়েই তৃপ্ত হ'লহেঁতেন; কিন্তু তেনে তো নহয় ॥৫॥

---

* ঘ্ৰাণইন্দ্ৰিয়ৰ বাসস্থলী নাকেদিয়েই প্ৰাণৰ চলাচল হয়। সেই কাৰণে ইয়াত ঘ্ৰাণ-ইন্দ্ৰিয়ৰ পৰিবৰ্তে প্ৰাণ শব্দৰ প্ৰয়োগ বুজিব লাগে। বিশেষতঃ পাছত প্ৰাণৰে প্ৰকাৰভেদ 'অপান'ৰদ্বাৰা অন্ন গৃহীত হয় বুলি বুজাব; গতিকে ইয়াত প্ৰাণৰদ্বাৰা অন্নগ্ৰহণ কৰিব নোৱাৰা মানিলে পাছৰ সেই মন্ত্ৰৰ সৈতে বিৰোধ হয়. সেইকাৰণেও এইমন্ত্ৰত প্ৰাণ শব্দৰদ্বাৰা ঘ্ৰাণেন্দ্ৰিয়কে বুজা উচিত।

তচ্ছ্রোত্রেণাজিঘৃক্ষত্তন্নাশক্নোচ্ছ্রোত্রেণ গ্রহীতুং স যদ্ধৈনচ্ছ্রোত্রেণাগ্রহৈষ্যচ্ছ্রুত্বা হৈবান্ন-মত্রপ্স্যৎ ॥ ৬ ॥

[তেতিয়া সেই পুৰুষে] তৎ (সেই অন্নক) শ্ৰোত্ৰেণ (কাণেৰে) অজিঘৃক্ষৎ, তৎ শ্ৰোত্ৰেণ গ্ৰহীতুম্ ন অশক্নোৎ। যৎ সঃ এনৎ শ্ৰোত্ৰেণ হ অগ্ৰহৈষ্যৎ, অন্নম্ হ শ্ৰুত্বা এৱ (শুনিয়েই) অত্ৰপ্স্যৎ।৬॥

তেতিয়া সেই পুৰুষে অন্নক কাণদুখনেৰে ধৰিব খুজিলে, কিন্তু কাণৰদ্বাৰা তাক ধৰিব নোৱাৰিলে। যদি তেওঁ কাণেৰে অন্নক ধৰিব পাৰিলেহেতেন, তেন্তে নিশ্চয় আজিও মানুহে অন্নৰ নাম শুনিয়েই তৃপ্ত হ'লহেতেন। কিন্তু তেনে তো দেখা নাযায় ৬ ॥

তত্ত্বচাজিঘৃক্ষত্তন্নাশক্নোত্ত্বচা গ্রহীতুং স-যদ্ধৈনত্ত্বচাগ্রহৈষ্যৎ স্পৃষ্ট্বা হৈবান্নমত্রপ্স্যৎ ॥ ৭ ॥

[তেতিয়া সেই পুৰুষে] তৎ (অন্নক) ত্বচা (চালেৰে, স্পৰ্শ-ইন্দ্ৰিয়ৰ দ্বাৰা) অজিঘৃক্ষৎ, তৎ ত্বচা গ্ৰহীতুম্ ন অশক্নোৎ। যৎ সঃ এনৎ ত্বচা হ অগ্ৰহৈষ্যৎ, অন্নম্ হ স্পৃষ্ট্বা এৱ (স্পৰ্শ কৰিয়েই) অত্ৰপ্স্যৎ ॥ ৭ ॥

তেতিয়া সেই পুৰুষে চালেৰে (স্পৰ্শ কৰি) অন্নক ধৰিব খুজিলে, কিন্তু চালৰদ্বাৰা অন্নক ধৰিব নোৱাৰিলে। যদি তেওঁ চালেৰে অন্নক ধৰিব পাৰিলেহেতেন, তেনেহলে আজিও মানুহে অন্নক ছুয়েই তৃপ্ত হ'লহেতেন। কিন্তু তেনে তো নহয় ॥৭॥

তন্মনসাজিঘৃক্ষত্তন্নাশক্নোন্মনসা গ্রহীতুং স যদ্ধৈনন্মনসাগ্রহৈষ্যদ্ ধ্যাত্বা হৈবান্নমত্রপ্স্যৎ ॥৮॥

[তেতিয়া সেই পুৰুষে] তৎ (অন্নক) মনসা (মনৰদ্বাৰা) অজিঘৃক্ষৎ, তৎ মনসা গ্ৰহীতুম ন অশক্নোৎ । যৎ সঃ এনৎ মনসা হ অগ্ৰহৈষ্যৎ, হ অন্নম্ ধ্যাত্বা এব ( চিন্তা কৰিয়েই ) অত্ৰপ্স্যৎ ॥৮॥

তেতিয়া সেই পুৰুষে মনেৰে ( চিন্তা কৰি ) অন্নক ধৰিব খুজিলে, কিন্তু মনৰদ্বাৰা তাক ধৰিব নোৱাৰিলে। যদি তেওঁ অন্নৰ কথা চিন্তা কৰি তাক ধৰিব পাৰিলে-হেতেন, তেনেহলে আজিও মানুহ অন্নৰ চিন্তাকৰা মাত্ৰেই তৃপ্ত হ'লহেঁতেন। কিন্তু তেনে তো নহয় ॥৮॥

তচ্ছিশ্নেনাজিঘৃক্ষত্তন্নাশক্নোচ্ছিশ্নেন গ্ৰহীতুং স যদ্ধৈনচ্ছিশ্নেনাগ্ৰহৈষ্যদ্ বিসৃজ্য হৈবান্নমত্ৰপ্স্যৎ ॥৯॥

[তেতিয়া সেই পুৰুষে] তৎ (অন্নক) শিশ্নেন (জননেন্দ্ৰিয়ৰদ্বাৰা) অজিঘৃক্ষৎ, তৎ শিশ্নেন গ্ৰহীতুম্ ন অশক্নোৎ। যৎ সঃ এনৎ শিশ্নেন হ অগ্ৰহৈষ্যৎ, হ অন্নম (অন্নৰস শুক্ৰক ) বিসৃজ্য এব (বিসৰ্জন দিয়েই) অত্ৰপ্স্যৎ ॥৯॥

তেতিয়া সেই পুৰুষে জননেন্দ্ৰিয়ৰদ্বাৰা সেই অন্নক ধৰিব খুজিলে, কিন্তু উপস্থইন্দ্ৰিয়ৰদ্বাৰা তাক ধৰিব নোৱাৰিলে। তেওঁ যদি উপস্থৰদ্বাৰা তাক ধৰিব পাৰিলেহেতেন, তেন্তে নিশ্চয় আজিৰ মানুহেও অন্নক ( অন্নৰস শুক্ৰক ) বিসৰ্জন দিয়েই তৃপ্ত হ'লহেতেন। কিন্তু তেনে তো দেখা নাযায় ॥৯॥

তদপানেনাজিঘৃক্ষত্তদাৱয়ৎ সৈষোঽন্নস্য গ্ৰহো যদ্বায়ুৰন্নায়ুৰ্বা এষ যদ্বায়ুঃ ॥১০॥

[শেষত সেই পুৰুষে] তৎ (সেই অন্নক) অপানেন (অপানবায়ুৰ দ্বাৰা) অজিঘৃক্ষৎ (গ্ৰহণ কৰিব খুজিলে) তৎ আৱয়ৎ (তাক এইবাৰ গ্ৰহণ কৰিলে)। সঃ এষঃ (সেই এই অপান বায়ুঃ) অন্নস্য গ্ৰহঃ (অন্নৰ গ্ৰহণ কৰোঁতা)। যৎ বায়ুঃ (যি বায়ু) অন্নায়ুঃ বৈ (অন্নৰদ্বাৰা জীৱন ৰক্ষাকাৰীৰূপে প্ৰসিদ্ধ) এষঃ যৎ বায়ুঃ (এই যি অপান বায়ু) [এই সেই বায়ু] ॥১০॥

শেষত সেই পুৰুষে অন্নক অপানবায়ুৰদ্বাৰা গ্ৰহণ কৰিব খুজিলে, অৰ্থাৎ অপানবায়ুৰ সহায়ত অন্নক মুখেদি শৰীৰৰ ভিতৰলৈ নিয়াৰ চেষ্টা কৰিলে, তেতিয়া তেওঁ অন্নক নিজৰ শৰীৰলৈ নিব পাৰিলে। যি অপানবায়ু বাহিৰৰ পৰা দেহৰ ভিতৰলৈ প্ৰশ্বাসৰূপে আহে, সিয়ে অন্নৰ গ্ৰহণ কৰোঁতা— গ্ৰহণ কৰি দেহৰ ভিতৰলৈ নিওঁতা। অন্নৰসৰদ্বাৰা পৰিপুষ্ট হোৱা জীৱৰ জীৱনৰূপে প্ৰসিদ্ধ সাক্ষাৎ আয়ুষস্বৰূপ যি প্ৰাণবায়ু, যি নিজক পাঁচ প্ৰকাৰে ভাগ কৰি দেহক সঞ্জীৱিত ৰাখে, তাৰে প্ৰকাৰভেদ এই অপানবায়ু। অৰ্থাৎ অপানবায়ুৰূপে (ভাগতপৰা কাম) অন্নগ্ৰহণ কৰি প্ৰাণেই প্ৰাণীৰ প্ৰাণৰক্ষা কৰে ॥১১॥

স ঈক্ষত কথং ন্বিদং মদৃতে স্যাদিতি স ঈক্ষত কতৰেণ প্ৰপদ্যা ইতি। স ঈক্ষত যদি ৱাচাভিব্যাহৃতং যদি প্ৰাণেনাভিপ্ৰাণিতং যদি চক্ষুষা দৃষ্টং যদি শ্ৰোত্ৰেণ শ্ৰুতং যদি ত্বচা স্পৃষ্টং যদি মনসা ধ্যাতং যদ্যপানেনাভ্যপানিতং যদি শিশ্নেন ৱিসৃষ্টমথ কোঽহমিতি ॥১১।

সঃ (সেই পৰমেশ্বৰে) ঈক্ষত (আলোচনা কৰিলে) — ইদম্ হু (এই তো মনুষ্যশৰীৰ) মৎ ঋতে (মোৰ অবিহনে) কথম্ স্যাং (কেনেকৈ তিষ্ঠিব) ইতি (এই বিচাৰকৰি) সঃ ঈক্ষত (তেওঁ আকৌ বিচাৰ কৰিলে) — [এই পুৰুষে মই নোহোৱাকৈয়ে] যদি বাচা অভিব্যাহৃতম্ (যদি বাগিন্দ্ৰিয়ই কথা কয়), যদি প্ৰাণেন অভিপ্ৰাণিতম্ (যদি ঘ্ৰাণেন্দ্ৰিয়ই আঘ্ৰাণ লয়), যদি চক্ষুষা দৃষ্টম্ (চক্ষুৰিন্দ্ৰিয়ই দেখা পায়), যদি শ্ৰোত্ৰেণ শ্ৰুতম্ (শ্ৰৱণেন্দ্ৰিয়ই শুনিব পাৰে), যদি ত্বচা স্পৃষ্টম্ (ত্বগিন্দ্ৰিয়ই স্পৰ্শ কৰে), যদি মনসা ধ্যাতম্ (মনে চিন্তা কৰিব পাৰে), যদি অপানেন অভ্যপানিতম্ (অপানবায়ুৱে অন্নগ্ৰহণআদি তাৰ কাম কৰে) যদি শিশ্নেন বিসৃষ্টম্ (জননেন্দ্ৰিয়ই শুক্ৰক্ষৰণ কৰে) অথ (তেনেহলে), অহম্ কঃ (মই কোন—মোৰ স্বামিত্ব ক'ত) ইতি (এই প্ৰকাৰে বিচাৰ কৰি) সঃ ঈক্ষত (তেওঁ আলোচনা কৰিলে)— কতৰেণ- [ভৰি আৰু মূৰ এই দুটাৰ] (কোনটোৰেদি) প্ৰপদ্যৈ ইতি (মই প্ৰৱেশ কৰা উচিত) ১১ ॥

সত্যসংকল্প পৰমপুৰুষৰ ইচ্ছাক্ৰমেই যেতিয়া লোক-সমূহ আৰু লোকপালবৰ্গৰ সৃষ্টি হৈ গ'ল, সেই সকলোৰে কাৰণে আহাৰো উৎপন্ন হ'ল আৰু আদিমানৱৰ আহাৰ-গ্ৰহণৰো শিক্ষা হ'ল, তেতিয়া সৃষ্টিকৰ পৰমেশ্বৰে ভাবিলে — মোৰ অবিহনে নো এই মানৱশৰীৰ কেনেকৈ বৰ্তিব ? এই হেতুকেই তো তেওঁ গীতাত কৈছে — "সমস্ত জীৱৰ মূলে কাৰণ হলেও চৰ বা অচৰ এনে কোনো প্ৰাণী নাই, য'ত মই নাই" । (গীতা ১০।৩৯) । ইন্দ্ৰিয়বোৰৰ নিৰৰ্থক

স্বেচ্ছাচৰণত মানৰ প্ৰাণো টিকিব পাৰিব মই নাথাকিলে ? এনেদৰে চিন্তা কৰি তেওঁ আলোচনা কৰিলে—মোৰ বিনা-নিয়ন্ত্ৰণত যদি মুখৰ কথাকোৱা, নাকৰ উশাহ-নিশাহ ক্ৰিয়া, চকুৰ দেখা, কাণৰ শুনা, ছালৰ স্পৰ্শকৰা, মনৰ চিন্তাকৰা, অপানৰ গ্ৰহণ-বৰ্জনকৰা, জনন-ইন্দ্ৰিয়ৰ শুক্ৰ-ক্ষৰণকৰা— এইবোৰ ক্ৰিয়া যদি অকাৰণত চলি থাকে, তেনেহলে মই কি—কোন—তাক কোনে বুজিব ? অৰ্থাৎ মোৰ অবিহনে ইন্দ্ৰিয়বোৰৰ কাৰ্য-চালনা অসম্ভৱ হব। এই কাৰণে তেওঁ চিন্তা কৰিলে—মই তো এইদেহত প্ৰৱেশ কৰিব লাগিবই ; কিন্তু কোন পথে—ভৰিয়েদি নে মূৰেদি প্ৰৱেশ কৰা উচিত হব ? ॥১১॥

স এতমেৱ সীমানং ৱিদাৰ্য়ৈতয়া দ্বাৰা প্ৰাপদ্যত। সৈষা ৱিদৃতিৰ্নাম দ্বাস্তদেতন্নান্দনম্। তস্য ত্ৰয় আৱসথাস্ত্ৰয়ঃ স্বপ্নাঃ অয়মাৱসথোঽয়মাৱসথোঽয়মাৱসথ ইতি ॥ ১২ ॥

সঃ (সেই পৰমেশ্বৰে) এতম্ এৱ সীমানম্ (এই শৰীৰৰ সীমা—মূৰ) ৱিদাৰ্য (বিদাৰণ কৰি) এতয়া দ্বাৰা (এই বিদীৰ্ণ দ্বাৰেদি) প্ৰাপদ্যত (জীৱ দেহত প্ৰৱেশ কৰিলে)। সা এষা দ্বাঃ (সেই এই দ্বাৰ (ৱিদৃতিঃ নাম (বিদৃতি নামে প্ৰসিদ্ধ)। তৎ এতৎ নান্দনম্ (সেই এইদ্বাৰ আনন্দৰ—ব্ৰহ্মপ্ৰাপ্তিৰ হেতু)। তস্য (সেই পৰমেশ্বৰৰ) ত্ৰয়ঃ আৱসথাঃ

(তিনি আৱাস—উপলব্ধিৰ স্থান), ত্ৰয়ঃ স্বপ্নাঃ (তিনি অৱস্থা); অয়ম (এই হৃদয়গুহ) আৱসথঃ (এক স্থান), অয়ম্ (পৰম ধাম) আৱসথ: (দ্বিতীয়স্থান), অয়ম (এই ব্ৰহ্মাণ্ড) আৱসথ: ইতি (তৃতীয় স্থান বুলি জানিব লাগে)।১২।

সেই পৰমাত্মাই পূৰ্বপ্ৰকাৰে বিচাৰ কৰি মনুষ্যশৰীৰৰ সীমা—মূৰ বিদীৰ্ণ কৰি সেই বিদীৰ্ণ ৰন্ধ্ৰ (যাক ব্ৰহ্মৰন্ধ্ৰ বোলা হয়) দ্বাৰেদি এই মনুষ্যদেহত প্ৰৱিষ্ট হ'ল। সেই এই দ্বাৰ—বিদাৰণ কৰি নিৰ্মিত বাবে 'বিদৃতি' (আৰু ব্ৰহ্মাৰ আগম-নিৰ্গমৰ পথ বাবে 'ব্ৰহ্মৰন্ধ্ৰ' নামে প্ৰসিদ্ধ। সেই এই দ্বাৰ আনন্দদায়ক অৰ্থাৎ আনন্দস্বৰূপ ভগৱৎপ্ৰাপ্তিৰ পথ। এই জীৱদেহত প্ৰৱিষ্ট সৰ্বাত্মা পুৰুষৰ উপলব্ধিৰ তিনি স্থান আৰু স্বপ্ন বা অৱস্থাও তিনি। প্ৰথম উপলব্ধি স্থান হৃদয়াকাশ; দ্বিতীয় উপলব্ধি স্থান মহ কাশ—যাক গোলোক, ব্ৰহ্মলোক, বৈকুণ্ঠ, কৈলাশ আদি অনেক নামে শাস্ত্ৰসমূহে কয়; আৰু তৃতীয় উপলব্ধি স্থান সমুদায় ব্ৰহ্মাণ্ড (" তুমি পৰমাত্মা জগতৰ ঈশ এক। একো বস্তু নাহিকে তোমাত ব্যতিৰেক" ॥ শঙ্কৰদেৱ)। আকৌ জগতৰ যি স্থূল সূক্ষ্ম আৰু কাৰণৰূপ তিনি অৱস্থা, সেই অৱস্থাত্ৰয় তেওঁৰ তিনি স্বপ্ন ॥১২॥

**স জাতো ভূতান্যভিৱৈখ্যৎ কিমিহান্যং বাৱদিষাদিতি। স এতমেৱ পুৰুষং ব্ৰহ্ম ততমমপশ্যৎ ইদমদৰ্শমিতী ৩ ॥১৩॥**

অতঃ সঃ (মানৱ দেহত প্ৰৱিষ্ট সেই পুৰুষে) ভূতানি (পঞ্চ মহাভূত ৰচিত বিচিত্ৰ জগতক) অভিব্যৈখ্যৎ (চতুৰ্দিকে দেখা পালে) [আৰু] ইহ (এই বিষয়ত) অন্যম্ কিম্ (আন কোন আছে) ইতি বাৱদিষৎ (এনেদৰে কৈছিল); সঃ (তেওঁ) এতম্ পুৰুষম্ এৱ (এই নিজ অন্তৰ্যামী পুৰুষকে) ততমম্ (সৰ্বব্যাপ্ত) ব্ৰহ্ম (বৃহত্তমৰূপে) অপশ্যৎ (দেখিছিল) [আৰু কৈছিল] ইতা ৩ ([ত্ৰিমাত্ৰাযুক্ত প্লুত স্বৰ] অহো! খুব সৌভাগ্যৰ কথা যে) ইদম্ (জগৎৰূপ পৰব্ৰহ্মক) অদৰ্শম্ (দেখা পালোঁ) ।১৩।

মানৱ দেহত প্ৰৱিষ্ট সেই পুৰুষে চাৰিওফালে এই পাঞ্চভৌতিক জগতৰ বিচিত্ৰ ৰচনা দেখি মোহিত হ'ল আৰু চিন্তাযুক্ত হৈ বাৰে বাৰে কবলৈ ধৰিলে -- 'এই এনে বিচিত্ৰ জগতৰ ৰচনাকাৰী আন কোন আছে? কিয়নো, এই জগৎৰূপ কাৰ্যৰ নিশ্চয় কাৰণস্বৰূপ কোনো নহয় কোনো স্ৰষ্টা অৱশ্যেই থাকিব লাগিব; সেই জন যদি মই নহয়, দ্বিতীয় আৰু কোন'? এনেভাৱে বিচাৰ কৰি সেই ওস্মনস্কপুৰুষে নিজ হৃদয়ত বিৰাজমান পুৰুষক—যি ব্ৰহ্মৰন্ধ্ৰপথেদি সুষুম্নানাড়ীক অৱলম্বন কৰি হৃদয়পুৰত শয়নকাৰী, সেই অন্তৰ্যামী পৰমাত্মা পুৰুষোত্তমকেই সমস্ত জগতত পৰিব্যাপ্ত বৃহত্তম ৰূপত প্ৰত্যক্ষ কৰিলে আৰু খুব আনন্দ পাই একান্তমনে কবলৈ ধৰিলে— আ-হা-হা! মোৰ কি সৌভাগ্য! মই এই জগদাত্মা পুৰুষোত্তমক সাক্ষাৎকাৰ কৰি ধন্য হলোঁ ॥১৩॥

তস্মাদিদন্দ্রো নামেদন্দ্রো হ বৈ নাম তমিদন্দ্রং সন্তমিন্দ্র ইত্যাচক্ষতে পৰোক্ষেণ। পৰোক্ষপ্রিয়া ইব হি দেবাঃ পৰোক্ষপ্রিয়া ইব হি দেবাঃ ॥১৪॥

তস্মাৎ (সেই কাৰণে) ইদন্দ্ৰ: নাম (সেই পৰমাত্মা ইদন্দ্ৰ নামে সুখ্যাত)। ইদন্দ্ৰঃ হ বৈ নাম (যথাৰ্থতে ইদন্দ্ৰই তেওঁৰ নাম)। ইদন্দ্ৰম্ সন্তম্ (ইদন্দ্ৰ হলেও) তম্ (তেওঁক) পৰোক্ষেণ (পৰোক্ষভাৱে) ইন্দ্ৰঃ ইতি আচক্ষতে ('ইন্দ্ৰ' বুলি কোৱা হয়)। হি (কাৰণ) দেৱা: (দেৱতাসকল) পৰোক্ষপ্রিয়া: (পৰোক্ষ নামত সন্তুষ্ট) ইব (যেন হয়)। 'পৰোক্ষপ্রিয়া: ইব হি দেবা:'— এই দ্বিৰুক্তি অধ্যায়ৰ সমাপ্তিসূচক।১৪।

মানৱদেহস্থিত অন্তৰ্যামীপুৰুষে পৰমাত্মাপুৰুষক সাক্ষাৎকাৰ কৰিলে—এই কাৰণে পৰমাত্মা 'ইদন্দ্ৰ' ('ইদম্' এই পৰমপুৰুষ প্ৰত্যক্ষভাৱেই 'দ্ৰঃ' দ্ৰষ্টব্য—এই অৰ্থত) নামে খ্যাত। বাস্তবিক ইদন্দ্ৰই তেওঁৰ নাম। এই প্ৰকাৰে পৰব্ৰহ্ম ইদন্দ্ৰ হলেও পৰোক্ষভাৱে তেওঁ 'ইন্দ্ৰ' বুলি কথিত হয় কাৰণ দেৱতাই যেন পৰোক্ষভাৱে কোৱা কথাত হে সন্তুষ্ট হয়। 'পৰোক্ষপ্রিয়া ইব হি দেৱাঃ এই শেষৰ বাক্যটি দুবাৰ উক্তিৰদ্বাৰা এই অধ্যায়ৰ সমাপ্তি সূচিত হ'ল।

[এই অধ্যায়ত পৰমাত্মা পুৰুষোত্তমৰ মহিমা আৰু মানৱী দেহাৰ মহত্বৰ দিগ্-দৰ্শন কৰাবলৈকে যেন সৃষ্টি ৰহস্য বৰ্ণনা কৰি এনে এটা ভাব প্ৰকাশ কৰা হ'ল যে, এই ভৌতিক জগতৰ বিচিত্ৰ ৰচনা-কৌশল দেখি বুজি

ইয়াৰ কৰ্তা আৰু নিয়ন্তা পৰমাত্মাৰ সত্তাত, তেওঁৰ চিন্ময়ত্বাত বিশ্বাস কৰি মানুহে যদি তেওঁক জানিবলৈ—পাবলৈ আৰু তেওঁৰ অপৰূপ চাবলৈ একান্ত আগ্ৰহী হয়, তেওঁৰ ওপৰতে ভৰসা ৰাখি যদি তদ্‌গতভাবনাৰে ভাৱিত হৈ একাগ্ৰভাবে চেষ্টা কৰে, তেনেহলে নিশ্চয় তেওঁক জনা, পোৱা আৰু সাক্ষাৎ কৰা হব পাৰে। আকৌ সমুদায় সৃষ্টপ্ৰাণীৰ ভিতৰত এই মানৱ দেহেই হে তেওঁৰ সাক্ষাৎ লাভৰ উপযোগীকৈ সৃজন কৰা হ'ল; আন কোনো দেহত তেওঁৰ উপলব্ধি নহয়। এই কাৰণে মনুষ্যজীৱনৰ মহত্ত্ব উপলব্ধি কৰি মানুহে তাৰ সদুপ-যোগ কৰা একান্ত বাঞ্ছনীয়] ॥১৪॥

॥ তৃতীয় খণ্ড সমাপ্ত ॥৩॥

প্ৰথম অধ্যায় সমাপ্ত ॥১॥



ওঁ

# দ্বিতীয় অধ্যায়

## প্ৰথম খণ্ড

পুৰুষে হ বা অয়মাদিতো গৰ্ভো ভবতি। য়দেতদ্রেতঃ তদেতৎ সৰ্বেভ্যোঽঙ্গেভ্যস্তেজঃ সম্ভূ-তমাত্মন্যেবাত্মানং বিভৰ্তি তদ্যদা স্ত্ৰিয়াং সিঞ্চ-ত্যথৈনজ্জনয়তি তদস্য প্ৰথমং জন্ম॥১॥

অয়ম্ (এই সংসাৰী জীৱই) আদিতঃ (প্ৰথমতে) পুৰুষে হ বৈ (পুৰুষ দেহতেই নিশ্চয়) গৰ্ভঃ ভৱতি (গৰ্ভৰূপ পায়)। যৎ এতৎ ৰেতঃ (যি এই পুৰুষদেহত থকা শুক্ৰ) তৎ (সি) সৰ্বেভ্যঃ অঙ্গেভ্যঃ (পুৰুষৰ সকলোঅঙ্গৰপৰা) সম্ভূতম্ (উৎপন্ন হোৱা) তেজঃ (তেজ, সাৰ)। আত্মানম্ (নিজস্বৰূপ) এতৎ (এই শুক্ৰ) আত্মনি এৱ (নিজ দেহতেই) বিভৰ্তি (ধাৰণ কৰে)। যদা (যেতিয়া) তৎ (সেই শুক্ৰ) স্ত্ৰিয়াম্ (ভাৰ্যাত) সিঞ্চতি (সিঞ্চন কৰে), অথ (তেতিয়া) এনৎ (এই শুক্ৰক) জনয়তি (গৰ্ভৰূপে জন্ম দিয়ে)। তৎ (সেই শুক্ৰৰ স্ত্ৰীলৈ নিৰ্গমন) অস্য (এই জীৱৰ) প্ৰথমম্ জন্ম (প্ৰথমবাৰ জন্ম কোৱা হয়)॥১॥

[মনুষ্যদেহধাৰী জীৱাত্মাই এই দেহতে পৰমাত্মাক জানি মানৱজীৱনৰ পৰম-পুৰুষাৰ্থ সাধন কৰি কৃতকৃত্য হব পাৰে; এনে সংকেত পূৰ্বাধ্যায়ত দিয়া হ'ল । এতিয়া এই অধ্যায়ত এই শৰীৰৰ প্ৰতি বৈৰাগ্য জন্মাবলৈ দেহৰ অনিত্যতা দেখুৱাই বিভিন্ন সংসাৰ অৱস্থাৰ বৰ্ণনা দিছে।— এই সংসাৰী জীৱই প্ৰথমতে পুৰুষৰ অৰ্থাৎ পিতৃৰ শৰীৰতে

শুক্ৰৰূপে গৰ্ভস্বৰূপতা লাভ কৰে। এই যি পুৰুষদেহত থকা শুক্ৰ, সি সকলোবোৰ অঙ্গৰপৰা উৎপন্ন তেজ (সাৰ)-স্বৰূপ। এই নিজস্বৰূপ শুক্ৰৰূপ তেজ প্ৰথমতে তো পুৰুষে (পিতাই) নিজ দেহতে ধৰি ৰাখে আৰু ব্ৰহ্মচৰ্যাদিৰদ্বাৰা তাৰ পোষণ কৰে। সেই বীৰ্য যেতিয়া স্ত্ৰীৰ গৰ্ভাশয়ত সিঞ্চিত হয়, তেতিয়া তাক গৰ্ভৰূপে জন্ম দিয়ে। এই যে পিতৃশৰীৰৰপৰা বহিৰ্গত হৈ শুক্ৰৰ মাতৃশৰীৰত প্ৰৱেশ, সেয়ে এই জীৱৰ প্ৰথম জন্ম ॥১॥

তৎ স্ত্ৰিয়া আত্মভূতং গচ্ছতি। য়থা স্বমঙ্গং-তথা। তস্মাদেনাং ন হিনস্তি। সাস্যৈতমাত্মানমত্ৰ-গতং ভাৱয়তি ॥২॥

তৎ (উক্ত পুৰুষসিক্ত শুক্ৰৰূপ গৰ্ভ) স্ত্ৰিয়া (স্ত্ৰীৰে সৈতে) আত্ম-ভূতম্ গচ্ছতি (আত্মশৰীৰতুল্য হৈ যায়)। যথা স্বম্ অঙ্গম্ তথা (নিজৰ অঙ্গ যেনে, তেনেকুৱাই)। তস্মাৎ (সেইকাৰণে) (এনাম্ এই স্ত্ৰীক) ন হিনস্তি (সেই গৰ্ভই পীড়া নিদিয়ে)। সা (সেই স্ত্ৰীয়ে) অত্ৰগতম্ (নিজ-দেহলৈ অহা) অস্য (পুৰুষৰ, স্বামীৰ) আত্মানম্ (স্বৰূপতুল্য) এতম্ (এই গৰ্ভক) ভাৱয়তি (পোষণ-পালন কৰে) ॥২॥

পুৰুষৰদ্বাৰা সঞ্চালিত শুক্ৰৰূপ সেই গৰ্ভ স্ত্ৰীগৰাকীৰ নিজৰ শৰীৰৰ তুল্য হৈ যায়। অৰ্থাৎ নিজৰ হাত-ভৰি আদি অঙ্গবোৰ যেনেকুৱা, সেই গৰ্ভও তেনেকুৱা,—তেওঁৰ অঙ্গৰ নিচিনা হৈ পৰে। সেইকাৰণে গৰ্ভই গৰ্ভিণীক ফোহাঁ আদিৰ-দৰে কোনো পীড়া নিদিয়ে আৰু খোজা-বোৱা যেন কষ্ট বোধো

নক্ষত্রান। "সেই স্ত্রীগৰাকীয়েও তেওঁৰ উদৰত স্থিতিলাভ কৰা পুৰুষৰ আত্মস্বৰূপ এই গৰ্ভক পোহ-পাল দিয়ে, অৰ্থাৎ আৱশ্যকীয় পোষণ-পালনেৰে তাৰ ৰক্ষা ব্যৱস্থাত ব্যস্ত থাকে ॥ ২ ॥

সা ভাৱয়িত্ৰী ভাৱয়িতব্যা ভৱতি। তং স্ত্ৰী গৰ্ভং বিভৰ্তি। সোঽগ্ৰ এৱ কুমাৰং জন্মনোঽগ্ৰেঽধিভাৱয়তি। স য়ৎ কুমাৰং জন্মনোঽগ্ৰেঽধিভাৱয়ত্যাত্মানমেৱ তদ্ভাৱয়ত্যেষাং লোকানাং সংতত্যা। এৱং সংততা হীমে লোকাস্তদস্য দ্বিতীয়ং জন্ম ॥ ৩ ॥

সা ভাৱয়িত্ৰী (সেই গৰ্ভপালনকাৰিণী স্ত্ৰীগৰাকীও ) ভাৱয়িতব্যা ভৱতি (প্ৰতিপালনযোগ্যা হয়)। তম্ গৰ্ভম্ (সেই গৰ্ভক) অগ্ৰে (প্ৰসৱৰ পূৰ্বলৈকে) স্ত্ৰী বিভৰ্তি (স্ত্ৰীয়ে, মাতৃয়ে পোষণ কৰে) জন্মনঃ অধি (জন্মৰ পাছত) সঃ (সেই পিতাই) অগ্ৰে এৱ (প্ৰথমতেই) কুমাৰম্ (জাতসন্তানক) ভাৱয়তি (প্ৰতিপাল কৰে) সঃ (সেই পিতৃয়ে) জন্মনঃ অধি (জন্মৰ পাছত) অগ্ৰে (প্ৰথমেই) কুমাৰম্ (সন্তানক) য়ৎ ভাৱয়তি (যি জাতকৰ্মাদিৰদ্বাৰা পুষ্টিসাধন কৰে) তৎ (তাৰদ্বাৰা) এষাম্ লোকানাম্ এই লোকসমূহৰ) সংতত্যা (বৃদ্ধিৰদ্বাৰা) আত্মানম্ এৱ ভাৱয়তি (নিজকেই পোষণ কৰে)। হি (কাৰণ) এৱম্ (এনেকৈয়ে) ইমে লোকাঃ এইসকললোক) সংততাঃ (বিস্তাৰিত হৈ আহিছে)। তৎ (সেই মাতৃগৰ্ভৰ পৰা নিৰ্গমন) অস্য (এই জীৱৰ) দ্বিতীয়ম্ জন্ম (দ্বিতীয়বাৰ জন্ম-বুলি কোৱা হয়) ।৩॥

পতিৰ আত্মস্বৰূপ গৰ্ভক পোষণ-পালন কৰি সৰ্ব-প্ৰকাৰে ৰক্ষাৰ চেষ্টাত থকা সেই গৰ্ভিণী মাতৃগৰ্ভাকী-য়েও গৃহৱৰ্তী লোকসকলৰপৰা বিশেষকৈ পতিৰপৰা প্ৰতি-পাল পোৱা আৱশ্যক ; অৰ্থাৎ তেওঁৰ খোৱা-পিয়া, চলন-ফুৰণ আদিত যাতে কোনো মনকষ্ট নাপায়, আনন্দমনেৰে যাতে কাল কটাব পাৰে, তেনে ব্যৱস্থা কৰিব লাগে। গৰ্ভস্থ সন্তানক প্ৰথমছোৱাত অৰ্থাৎ প্ৰসৱৰ কাললৈকে মাকেই তো পোহ-পাল দিয়ে ; কিন্তু সন্তান জন্ম হোৱাৰ পাছত পুৰুষেই অৰ্থাৎ পিতাকেই প্ৰথম-প্ৰথম জাত-কৰ্ম আদিসংস্কাৰ আৰু অন্যান্য উপচাৰেৰে তাৰ পৰিপুষ্টিৰ যোগান ধৰে। যেতিয়া-লৈকে সন্তান উপযুক্ত নহয়, তেতিয়ালৈকে তাৰ পোষণ-পালনৰ উপৰিও মনুষ্যত্বৰ বিকাশৰ কাৰণে শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰি সন্তানক সৰ্বতোভাৱে উন্নতিশীল কৰে। এই যে পিতাকে জন্মৰ পাছৰপৰাই প্ৰথম তাৰ ৰক্ষাৰ ব্যৱস্থাকে ধৰি পোষণ-পালন সমন্বিতে তাৰ মনুষ্যত্বৰ শ্ৰীবৃদ্ধি কৰে, তাৰদ্বাৰাই বংশপৰম্পৰাৰ ধাৰাটো বাধা নোপোৱাকৈ চলি থাকে আৰু তাৰ অন্তৰ্বৰ্তী এজন হিচাবে তেওঁৰ নামো থাকি যায় বাবে তেওঁ (পিতাকে) নিজকেই ভৰণ-পোষণ দিয়ে। কাৰণ এই সমস্ত লোক এই প্ৰকাৰেই পুত্ৰ পৰম্পৰাক্ৰমে ধাৰা-বাহিকভাৱে চলি আছে। সেই এই জীৱৰ মাতৃগৰ্ভৰপৰা বহি-ৰ্গমন পূৰ্বক যি সন্তানৰূপ, সেয়ে ইয়াৰ দ্বিতীয় বাৰ জন্ম ॥৩॥

সোঽস্যায়মাত্মা পুণ্যেভ্যঃ প্ৰতিধীয়তে ।
অথাস্যায়মিতৰ আত্মা কৃতকৃত্যো প্ৰয়োগতঃ প্ৰৈতি।
স ইতঃ প্ৰয়ন্নেৱ পুনৰ্জায়তে তদস্য তৃতীয়ং জন্ম ॥৪॥

সঃ (সেই পুত্ৰৰূপ) অয়ম্ আত্মা (এই [ পিতাৰেই ] (আত্মা) অস্য (এই পিতাৰ) পুণ্যেভ্যঃ (শুভকৰ্মবিলাক সম্পাদনৰ নিমিত্তে) প্ৰতিধীয়তে (প্ৰতিনিধি হয়)। অথ (তাৰ পাছত) অস্য (এই পুত্ৰৰ) অয়ম্ (এই পিতাৰূপ) ইতৰঃ আত্মা (অন্যটি আত্মা) কৃতকৃত্যঃ (নিজৰ কৰ্তব্য সম্পূৰ্ণ কৰি) বয়োগতঃ(আয়ুষ শেষ হলে) প্ৰৈতি (পৰলোকলৈ যায়)। সঃ (তেওঁ) ইতঃ প্ৰয়ন্ এৱ (এই লোকৰপৰা গৈয়েই) পুনঃ জায়তে (আকৌ জন্ম লয়)। তৎ (সেই পুনৰ্জন্মই) অস্য (এই জীৱৰ) তৃতীয়ম্ জন্ম (তৃতীয়বাৰ জন্ম কোৱা হয়) ॥৪।

পূৰ্বপ্ৰকাৰে পিতাৰেই আত্মাস্বৰূপ পুত্ৰ যেতিয়া কাৰ্য-ক্ষম হয়, তেতিয়া তেওঁৰ দৈনন্দিন আচৰণীয় বৈদিক-লৌকিক সকলোবোৰ কৰ্তব্যৰ ভাৰ পুত্ৰৰ ওপৰত অৰ্পিত হয়—ঘৰ-গৃহ স্থাপিৰ সমস্ত দায়িত্বৰ নিমিত্তে পুত্ৰ প্ৰতিনিধি স্থানীয় হয়। এই প্ৰকাৰে সকলো ধৰ্ম-কৰ্মৰ ভাৰ পুত্ৰক সপি দিয়াৰ পাছত তেওঁ কৃতকৃত্য হৈ যায় অৰ্থাৎ নিজক পিতৃঋণৰ পৰা মুক্ত মানি জন্মৰ সাৰ্থকতা অনুভৱ কৰে । তাৰ পাছত আয়ু যৰ অন্তত জৰাজীৰ্ণ দেহাটো ইয়াতে এৰি লোকান্তৰলৈ যায় আৰু এই জন্মৰ কৰ্মফলৰ অনুৰূপ কোনোবা যোনিত আকৌ জন্ম পায়। এই যে একদেহ এৰি অন্যদেহত আকৌ

জন্ম পোৱা, সেই জন্মই এই জীৱৰ তৃতীয়বাৰ জন্ম বুলি কথিত হয়। এই প্ৰকাৰেই জন্ম-জন্মান্তৰৰ ধাৰা-প্ৰবাহ চলি থাকে।

[এই ৩ আৰু ৪ মন্ত্ৰত পিতা-পুত্ৰ উভয়ৰে কৰ্তব্যৰ সংকেত দিছে — মাকে গৰ্ভস্থ সন্তানক পোষণ-পালন কৰাৰ দৰে পিতাকেও ভূমিষ্ঠহে ৱাৰেপৰা সন্তানৰ শাৰীৰিক আৰু মানসিক উৎকৰ্ষতাৰ কাৰণে জাতকৰ্মাদি সংস্কাৰ কৰা, পোহ-পাল দিয়া, উপযুক্ত শিক্ষা-দীক্ষাৰে মানৱতাৰ বিকাশ ঘটোৱা আদি যাৱতীয় কাম কৰিলেও এনে অভিমান হব নালাগে যে, মই ইয়াৰ উপকাৰ কৰিলোঁ। বৰং এনে ভাৱহে হব লাগে — মোৰ নিজৰ বৃদ্ধিৰ কাৰণে মই কৰ্তব্যমাত্ৰ পালন কৰিছোঁ। পুত্ৰৰ কৰ্তব্য-নিৰ্দেশ হ'ল — তেওঁ ভাৱিব লাগে, 'পিতৃ-মাতৃৰ কৰুণাতে মই সৰ্বকৰ্মক্ষম মানুহ হ'লো এতিয়া তেওঁ-লোকক বেহাই দি সংসাৰৰ ভাৰ গ্ৰহণ মোৰ কৰ্তব্য। তেওঁ-লোকে কৰা উপকাৰৰ তুলনাত মই তেওঁলোকক যি সেৱা শুশ্ৰূষা কৰিছোঁ। সি অতি নগণ্য'।] ॥৪॥

তদুক্তমৃষণা—

গৰ্ভে নু সন্নন্বেষামৱেদমহং দেৱানাং জনিমানি ৱিশ্বা। শতং মা পুৰ আয়সীৰৰক্ষন্নধঃ শ্যেনো জৱসা নিৰদীয়মিতি।

গৰ্ভ এৱৈতচ্ছয়ানো ৱামদেৱ এৱমুৱাচ ॥ ৫ ॥

তৎ (সেই) (পূৰ্বোক্তবিষয়কে) ঋষিণা (ঋষিৰদ্বাৰা) উক্তম্ (ক'থত হৈছে) — নু (অহো!) অহম্ গৰ্ভে সন্ (মই গৰ্ভত থাকোতেই) এষাম্ দেৱানাম্ (এইসকল ইন্দ্ৰিয়-দেৱতাৰ) বিশ্বা (বহুত) জনিমানি (জন্মসমূহ) অনু-অৱেদম্ (ভালদৰেই জানিলোঁ)। শতম্ (শ-শ) আয়সীঃ লোহাময়) পুৰঃ (শৰীৰবোৰত) মা (মোক) অধঃ (আত্মতত্ত্বজ্ঞান হোৱাৰ পূৰ্বতে) অৰক্ষন্ (অৱৰুদ্ধ কৰি ৰাখিছিল)। [এতিয়া মই] শ্যেনঃ (শেনচৰাইৰ দৰে) জৱসা (বেগেৰে) (নিৰদীয়ম্ (বাহিৰ ওলালোঁ) ইতি এতৎ (এই কথা) বামদেৱঃ (বামদেৱ ঋষিয়ে) গৰ্ভে এৱ শয়ানঃ (গৰ্ভত শুই থাকোতেই) এৱম্ (এনেকৈ) উবাচ (কৈছিল) ॥৫॥

পূৰ্ব মন্ত্ৰবোৰত কথিত জন্মপৰম্পৰা চলি থাকিলে, বাৰে বাৰে জন্ম-মৃত্যুৰ দুখ-যন্ত্ৰণা ভোগ ক'ৰ থাকিবলগা হ'লে তাৰপৰা পৰিত্ৰাণৰ উপায়ৰ বিষয়ে তত্ত্বজ্ঞানী ঋষিৰ-দ্বাৰা এই কথা উক্ত হৈছে — ] বামদেৱঋষিৰ মাতৃগৰ্ভত থাকোতেই সত্যতত্ত্বৰ জ্ঞান হৈছিল, সেইকাৰণে তেওঁ গৰ্ভ-ৰূপে শুইথকা অৱস্থাতে কৈছিল 'আঃ! কিনো আশ্চৰ্য আৰু আনন্দৰ কথা! মই দেখোন গৰ্ভত থাকোঁতে-থাকোঁতেই এই সকল ইন্দ্ৰিয়ৰূপী দেৱতাৰ বহুত বহুত জন্মৰ কথা ভালকৈ জানিলোঁ। অৰ্থাৎ যথাৰ্থতে অন্তঃ কৰণসমন্বিত ইন্দ্ৰিয়বোৰৰ হে জন্মআদি হয়, আত্মাৰ নহয়। এই ৰহস্যটো জনাৰ আগতে লোহাৰ পিঞ্জৰাৰ দৰে সুদৃঢ় শই-শই বিভিন্ন শৰীৰ-পিঞ্জৰাত মোক বন্দী কৰি

বাখিছিল, সেইবোৰতে 'মই' 'মোৰ' ভাৱ হৈ দৃঢ়ভাৱে বান্ধ খাইছিলোঁ। এতিয়া কিন্তু শেন-চৰায়ে বলেৰে সজা ভাঙি উৰি যোৱাৰ দৰে মই আত্মজ্ঞানৰ বলত সেই দেহ পিঞ্জৰাৰপৰা বাহিৰ হৈ আহিলোঁ, সেইবোৰৰ সৈতে মোৰ কোনো সম্বন্ধ নাই— মই বেলেগ, মই মুক্ত। ৫ ॥

**স এবং বিদ্বানস্মাচ্ছৰীৰভেদাদূৰ্ধ্ব উৎক্ৰম্যা-মুষ্মিন স্বৰ্গে লোকে সৰ্বান্ কামানাপ্ত্বামৃতঃ সমভৱৎ সমভৱৎ ॥ ৬ ॥**

এবম্ (এনেপ্ৰকাৰে) বিদ্বান্ (জন্মজন্মান্তৰৰ ৰহস্য বুজা) সঃ (সেই বামদেৱে) অস্মাৎ শৰীৰভেদাৎ (এই শৰীৰনাশ হোৱাৰ পাছত) ঊৰ্ধ্বঃ উৎক্ৰম্য (সংসাৰগতিৰ উৰ্ধ্বলৈ গৈ) অমুষ্মিন্ স্বৰ্গে লোকে (সেই নিত্যানন্দধামত) সৰ্বান্ কামান্ (সমস্ত কাম্যবিষয়) আপ্ত্বা (লাভকৰি) অমৃতঃ (অমৃতস্বৰূপ) সমভৱৎ (হৈছিল)। ৬।

যেতিয়ালৈকে এই জীৱই শৰীৰকেই মই বুলি ভাৱে, শৰীৰৰ সুখ-দুখতে নিজক সুখী আৰু দুখী বুলি অনুভৱ কৰে, তেতিয়ালৈকে জন্ম-মৃত্যুৰ হাত-সাৰিব পৰা নাযায়। তেওঁ বাৰে-বাৰে নানা যোনিত জন্ম লৈ লৈ কষ্টভোগ কৰিবই লাগিব। এই ৰহস্য জনা তত্ত্বজ্ঞানী সেই বামদেৱ-ঋষিয়ে যেতিয়া মনুষ্যদেহ ত্যাগ কৰে, তেতিয়া তেওঁৰ শৰীৰ-বন্ধন নথকাত সংসাৰগতিৰ উৰ্ধ্বলৈ গৈ শ্ৰীভগৱানৰ

নিত্যানন্দ ধাম পালেগৈ, সেই চিৰসুখধামত তেওঁ সকলো কামনাকে পালে, অৰ্থাৎ সৰ্বতোভাৱে পূৰ্ণকাম হৈ অমৃত-স্বৰূপ হৈ গল—জন্ম-মৃত্যুৰ পাক-ঘূৰণিৰপৰা মুক্ত হ'ল। [ মন্ত্ৰত 'সমভৱৎ' পদৰ দুবাৰ উক্তিৰদ্বাৰা অধ্যায়ৰ সমাপ্তি বুজালে ]। ৬ ॥

॥ প্ৰথম খণ্ড সমাপ্ত ॥১॥

॥ দ্বিতীয় অধ্যায় সমাপ্ত ॥২॥



ওঁ

# তৃতীয় অধ্যায়

## প্ৰথম খণ্ড

**কোঽয়মাত্মেতি বয়মুপাস্মহে। কতরঃ স আত্মা যেন বা পশ্যতি যেন বা শৃণোতি যেন বা গন্ধা-নাজিঘ্ৰতি যেন বা বাচং ব্যাকরোতি যেন বা স্বাদু চাস্বাদু চ বিজানাতি ॥১॥**

বয়ম (আমি) আত্মা ইতি (আত্মা বুলি সাক্ষাৎভাৱে) উপাস্মহে (যাক উপাসনা কৰো) অযম্ কঃ (এই আত্মা কোন ?) বা (অথবা) যেন (যাৰদ্বাৰা) পশ্যতি (মানুহে দেখে) বা যেন শৃনোতি (বা যাৰ দ্বাৰা শুনে) বা যেন (বা যাৰদ্বাৰা) গন্ধান্ আজিঘ্ৰতি (গোন্ধ লয়) বা যেন (বা যাৰদ্বাৰা) বাচম্ ব্যাকৰোতি (কথা কয়) বা যেন (বা যাৰদ্বাৰা) স্বাদু চ অস্বাদু চ (সোৱাদ আৰু সোৱাদ নথকা বস্তু) বিজানাতি (বেলেগ বেলেগকৈ জানে), সঃ আত্মা কতৰঃ (সেই আত্মা কোন ?) ॥১॥

[ এই উপনিষদৰ আগৰ দুটা অধ্যায়ৰ বৰ্ণনামতে দুই আত্মাৰ কথা জনা গ'ল—এক-যি এই সৃষ্টি ৰচনা কৰিলে আৰু সজীৱপুৰুষৰ আৱিৰ্ভাব ঘটাই তেওঁক সহযোগ দিবলৈ নিজে তাত প্ৰৱিষ্ট হ'ল ; দুই-যি সজীৱপুৰুষৰূপে প্ৰকটিত হ'ল আৰু যাৰ গৰ্ভৰ পৰা আৰম্ভ কৰি মৃত্যুপৰ্যন্ত জন্ম-জন্মান্তৰৰ ধাৰাবাহিক পৰম্পৰাৰ বৰ্ণনা দিয়া হ'ল। এই দুই আত্মাৰ

ভিতৰত কোন উপাস্য, তেওঁৰ স্বৰূপ কেনেকৈ জনা হ'ব— ইত্যাদি কথাৰ নির্ণয় কৰিব এই তৃতীয় অধ্যায়ত ।।

পৰমাত্মাতত্ত্ব জনাৰ অভিলাষী লোকৰ প্ৰশ্ন জাগিল— আমি সাক্ষাৎভাৱে আত্মা (অর্থাৎ পৰমেশ্বৰ) বুলি যাক উপাসনা কৰো অর্থাৎ উপাসনাৰদ্বাৰা যাক পাবলৈ, জানিবলৈ, সাক্ষাৎ লাভিবলৈ বাঞ্ছা কৰোঁ, তেওঁ কোন ? আম কথাৰে—যাৰ সহায়েৰে চকুৰে দর্শনীয় বস্তুবোৰ দেখে, কাণে শব্দ শুনে, নাকে বিবিধ গোন্ধ লুঙে, মুখে কথা কয়, জিভাই বেলেগে বেলেগে সোৱাদ থকা-সোৱাদ নথকা বস্তুৰ বিষয়ে জানে ; অর্থাৎ যি সেই সেই ভিন্ন ভিন্ন উপলব্ধিৰ কর্তা তেওঁ পূর্বৰ শ্রুতিবর্ণিত দুই আত্মাৰ ভিতৰত কোন আত্মা ? ॥১॥

যদেতদ্ধৃদয়ং মনশ্চৈতৎ। সংজ্ঞানমাজ্ঞানং বিজ্ঞানং প্রজ্ঞানং মেধা দৃষ্টির্ধৃতির্মতির্মনীষা জূতিঃ স্মৃতিঃ সংকল্পঃ ক্রতুরসুঃ কামো বশ ইতি সর্বাণ্যেবৈতানি প্রজ্ঞানস্য নামধেয়ানি ভবন্তি ॥২॥

যৎ এতৎ হৃদয়ম্ (যি এই হৃদয় সর্বভাৱৰ উপলব্ধিৰ দ্বাৰ অন্তঃকৰণ) মনঃ চ (সিয়েই মনো) এতৎ (এই মনতে বিবিধ ভাৱে অভিব্যক্ত) সংজ্ঞানম্ (যথাৰ্থ জ্ঞান বা চেতনা), আজ্ঞানম্ (আজ্ঞাদিৰপৰা প্ৰভুত্ববোধ), বিজ্ঞানম্ (বিভিন্ন প্ৰকাৰ জ্ঞান), প্রজ্ঞানম্ (প্রতিভা), মেধা (ধাৰণাশক্তি), দৃষ্টিঃ (বিষয়ৰ উপলব্ধি), ধৃতিঃ (ধৈর্য), মতিঃ (কর্তব্য বুদ্ধি), মনীষা (চিন্তাত স্বতন্ত্ৰতা), জূতিঃ

(বেগ), স্মৃতিঃ (স্মৰণশক্তি), সংকল্পঃ (নিশ্চয়তা ), ক্রতুঃ (অধ্যৱসায় ), অসুঃ (জীৱনীশক্তি প্ৰাণ আদিৰ বৃত্তি), কামঃ (বিষয়াকাংক্ষা), বশঃ (ভাললগা বস্তুৰ স্পৰ্শাদিৰ বাসনা) ইতি (এইপ্ৰকাৰ) এতানি সৰ্বাণি এব (এই সকলোবোৰেই) প্ৰজ্ঞানস্য (স্বচ্ছজ্ঞানস্বৰূপ পৰমাত্মাৰ) নামধেয়ানি ভৱন্তি (উপাধি অনুযায়ী বিশেষ বিশেষ নাম) ॥২॥

পূৰ্বোক্ত জিজ্ঞাসাৰ উত্তৰত কোৱা হৈছে— যে এই হৃদয় (অন্তঃকৰণ), সিয়েই মনো। এই মনৰ সহযোগতে চক্ষুআদি ইন্দ্ৰিয়বোৰৰ নিজ নিজ বিষয়গ্ৰহণ হোৱাৰ উপৰিও এই মনৰে যি চেতনাভাৱ, প্ৰভুত্ববোধ, বিভিন্ন কলা-বিজ্ঞান, প্ৰতিভা, ধাৰণাশক্তি, বিষয়ৰ উপলব্ধি, ধৈৰ্য-ধাৰণ, কৰ্ত্তব্যবুদ্ধি, চিন্তাৰ স্বাতন্ত্ৰ্য, বেগ, স্মৰণশক্তি, নিশ্চয়তা, অধ্যৱসায়, জীৱনীশক্তি, বিষয়-বাসনা, ভাললগা বস্তুক স্পৰ্শকৰা আদি কামনা— ইত্যাদিপ্ৰকাৰে যি এইবোৰ শক্তি, সেই এটাইবোৰ স্বচ্ছজ্ঞানময় পৰমাত্মাৰ বিভিন্ন উপাধি-অনুসাৰে বিশেষ বিশেষ নাম অৰ্থাৎ তেওঁৰ সত্তাক বুজোৱা লক্ষণ। এইসকল লক্ষণ বা উপাধি দেখি এইবোৰৰ ৰচয়িতা, চলাওঁতা আৰু ৰক্ষাকৰ্তাৰ বিশ্বব্যাপক সত্তাৰ অনুভূতি হয় ॥২॥

**এষ ব্ৰহ্মৈষ ইন্দ্ৰ এষ প্ৰজাপতিৰেতে সৰ্বে দেৱা ইমানি চ পঞ্চ মহাভূতানি পৃথিৱী ৱায়ুৰা-কাশ আপো জ্যোতীংষীত্যেতানি, ইমানি চ ক্ষুদ্ৰমিশ্ৰাণীৱ বীজানীতৰাণি চেতৰাণি চাণ্ডজানি**

চ জাৰুজানি চ স্বেদজানি চোদ্ভিজ্জানি চাশ্বা গাৱঃ পুৰুষা হস্তিনো যৎকিংচেদং প্ৰাণি জঙ্গমং চ পতত্রি চ যচ্চ স্থাৱৰং সৰ্বং তৎপ্ৰজ্ঞানেত্ৰম্। প্ৰজ্ঞানে প্ৰতিষ্ঠিতং প্ৰজ্ঞানেত্ৰো লোকঃ প্ৰজ্ঞা প্ৰতিষ্ঠা প্ৰজ্ঞানং ব্ৰহ্ম ॥৩॥

এষঃ ব্ৰহ্মা (এই প্ৰজ্ঞানস্বৰূপ পৰমাত্মাই ব্ৰহ্মা), এষঃ ইন্দ্ৰঃ (এই ইন্দ্ৰ), এষঃ প্ৰজাপতিঃ (এই প্ৰজাপতি), এতে সৰ্বে দেৱাঃ (এই সকলো দেৱতা)। চ (তথা) ইমানি (এই) পৃথিবী, বায়ুঃ, আকাশঃ আপঃ (জল) জ্যোতীংষি (তেজ) ইতি এতানি পঞ্চ মহাভূতানি (এইসকল পাঁচ মহাভূত), চ (তথা) ইমানি ক্ষুদ্ৰমিশ্ৰাণি ইৱ (এইবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰাণীৰ সৈতে মিহলি যেন হৈ থকা) বীজানি (বীজস্বৰূপ সমস্ত প্ৰাণী), ইতৰাণি চ ইতৰাণি (অন্য আৰু স্থাৱৰ জঙ্গম প্ৰাণীবিলাক), চ অণ্ডজানি (আৰু কণীৰপৰা জন্মাবোৰ), চ জাৰুজানি (জৰায়ুৰপৰা জন্মাবোৰ), চ স্বেদজানি (মলিৰপৰা জন্মাবোৰ), চ উদ্ভিজ্জানি (মাটিফুটি জন্মবোৰ), চ অশ্বাঃ (ঘোঁৰাবিলাক), গাৱঃ (গৰুবিলাক), হস্তিনঃ (হাতীবিলাক), পুৰুষাঃ (মানুহবিলাক), যৎ কিম্ চ ইদম্ (আৰু যি কোনো এই জগৎ) যৎ চ পতত্রি (যি কোনো উৰিবপৰা), চ জঙ্গমম্ (আৰু চলা-ফুৰা কৰা), চ স্থাৱৰম্ (আৰু চলিব নোৱাৰা) প্ৰাণি (প্ৰাণীবৰ্গ আছে), তৎ সৰ্বম্ (সেই সমুদায়) প্ৰজ্ঞানেত্ৰম্ (প্ৰজ্ঞানস্বৰূপ পৰমাত্মাৰ নেতৃত্বত পৰিচালিত) ; প্ৰজ্ঞানে প্ৰতিষ্ঠিতম্ (প্ৰজ্ঞানস্বৰূপতে আশ্ৰিত থাকে)। লোকঃ (এই সমস্ত ব্ৰহ্মাণ্ড) প্ৰজ্ঞানেত্ৰঃ (প্ৰজ্ঞান পৰমাত্মাৰ নেতৃত্বৰ অধীন), প্ৰজ্ঞা প্ৰতিষ্ঠা (প্ৰজ্ঞান পৰমাত্মাই ভগৱন্তৰ আধাৰ), প্ৰজ্ঞানম্ ব্ৰহ্ম (প্ৰজ্ঞানেই ব্ৰহ্ম) ।৩।

পূৰ্বপ্ৰকাৰে বিচাৰশীল জন এতিয়া নিশ্চিত হ'ল যে, বিশ্বৰ স্ৰজোঁতা, চলাওঁতা আৰু ৰক্ষা কৰোঁতা স্বচ্চ জ্ঞানময় সেই এই পৰমাত্মা পৰমপুৰুষেই ব্ৰহ্মা ( সূত্ৰাত্মা, বিৰাট্), ইন্দ্ৰ (সমস্ত ঐশ্বৰ্যৰ গৰাকী), প্ৰজাপতি (প্ৰজা-সমূহৰ পালনকৰ্তা) আৰু এই অগ্নিআদি সমুদায় দেৱতা। মাটি, পানী, বায়ু, জুই আৰু আকাশ—এই পাঁচ মহাভূত, এই সৰু সৰু প্ৰাণীবোৰৰ সৈতে যেন মিশ্ৰিত বীজস্বৰূপ প্ৰাণীবোৰ, এইবোৰৰ বাহিৰে ও আন য'ত কনিষ্ঠটি জন্মা, জৰায়ুৰপৰা জন্মা, মলিৰপৰা জন্মা, আৰু মাটিফুটি জন্মা, সমুদায় চৰ আৰু অচৰ প্ৰাণীবিলাক, আৰু গৰু, ঘোৰা, হাতী, মানুহ এই সব লৈ যি জগৎ, যি যেনো উৰিব পৰা, চলা-ফুৰা কৰা আৰু চলিব নোৱাৰা জীৱসমুদায়ৰূপ সংস্ত প্ৰাণী স্বচ্চ জ্ঞানময় পৰমাত্মাপুৰুষৰ নেতৃত্বত পৰিচালিত—তেওঁৰ শক্তিৰে— তেওঁ সান্নিধ্যদিয়া নিয়মেৰে নিয়মিত প্ৰবৃত্তি আছে ; সৰ্বজ্ঞানময় সেই পৰমপুৰুষৰ জ্ঞানেৰেই সমস্ত ব্ৰহ্মাণ্ড জ্ঞানযুক্ত হৈ নিজ নিজ বিষয়-ব্যাপাৰত ব্যাপৃত আছে। সেই প্ৰজ্ঞান স্বৰূপতে বিশ্বব্ৰহ্মাণ্ড আশ্ৰিত আৰু প্ৰতিষ্ঠিত। ৷ গতিকে সিদ্ধান্ত হ'ল- সৰ্বোপাধিবিবৰ্জিত প্ৰজ্ঞানস্বৰূপ পৰমাত্মাপুৰুষেই বিভিন্ন উপাধি অনুযায়ী ব্ৰহ্মা, ইন্দ্ৰ, প্ৰজাপতি আৰু দেৱতা আদি তৃণগুচ্ছ পৰ্যন্ত বিবিধৰূপত বিবৰ্তিত হয়। সেইকাৰণেই শ্ৰীশঙ্কৰদেৱৰ উক্তি— "যত জীৱ জঙ্গম,

কীটপতঙ্গম, অগনগজগ তেৰি কায়া"। আৰু কালত তেওঁ-তেই সংহৃত হৈ আশ্ৰয় লভে—"সবকছু মাৰি পূৰত ওহি উদৰ, নাহি কৰত ভৃতদয়া"। সেইকাৰণে 'সেই পৰমাত্মা পৰমপুৰুষেই উপাস্য' আৰু বিচাৰৰ এয়ে মীমাংসা ||৩||

স এতেন প্ৰজ্ঞেনাত্মনাস্মাল্লোকাদুৎক্ৰম্যামুষ্মিন্ স্বৰ্গে লোকে সৰ্বান্ কামানাপ্ত্বামৃতঃ সমভৱৎ সমভৱৎ ||৪||

সঃ (সেই পৰমাত্মাস্বৰূপ জানিবপৰা জনে) অস্মাৎ লোকাৎ (এই মৰ্ত্ত্যলোকৰপৰা) উৎক্ৰম্য (উৰ্ধ্ব লৈ ·গৈ) অমুষ্মিন স্বৰ্গে লোকে (সেই চিৰসুখধামত) এতেন (এই পূৰ্বনিৰ্ধাৰিত) প্ৰজ্ঞেন আত্মনা (প্ৰজ্ঞানস্বৰূপ পৰমাত্মাৰে সৈতে) সৰ্বান্ কামান্ (সমস্ত কাম্য ভোগ) আপ্ত্বা (লাভ কৰি—পূৰ্ণকাম হৈ) অমৃতঃ (অমৃত স্বৰূপ) সমভৱৎ (হৈছিল)। [ 'সমভৱৎ' এই পুনৰুক্তিৰদ্বাৰা অধ্যায়ৰ সমাপ্তি সূচিত হৈছে। ] ||৪||

[ অধ্যায়ৰ আৰম্ভতে জিজ্ঞাসিত "আমাৰ উপাস্য আত্মা কোন? তেওঁৰ স্বৰূপ কি?" এই বিচাৰৰ মীমাংসা নিৰ্ণয় কৰি এতিয়া তাৰ ফল ঘোষণা কৰিছে ]— যাৰ পূৰ্বপ্ৰকাৰ বিচাৰ-বিবেচনাৰদ্বাৰা প্ৰজ্ঞানাত্মা পুৰুষোত্তমক জনা হ'ল, আৰু অৱশ্যে কৰ্তব্যৰূপে পালনীয় ধৰ্ম-কৰ্মাদি তেওঁৰ আজ্ঞাবাণী মানি তেওঁৰ প্ৰীতিৰ নিমিত্তে তেওঁৰ সেৱাতেই সমৰ্পিত হ'ল, সেইজন জ্ঞানীপুৰুষে এই মৰলোক অতিক্ৰম

কৰি ঊৰ্ধ্বগমন আৰু সেই ঊৰ্ধ্বগতি দ্বাৰা সেই চিৎসুখধাম পালেগৈ—য'ত প্ৰজ্ঞানস্বৰূপ পৰমাত্মা পুৰুষোত্তম বিৰাজমান; তেওঁৰ সাক্ষাৎ লাভ কৰি সেই মহাপুৰুষৰ সমস্ত কামনা পূৰ্ণ হৈ যায়। মনুষ্য-জীৱনৰ চৰম কাম্য শ্ৰীভগৱানক পালে নো আৰু কি কাম্য অপূৰ্ণ থাকে? সেই চিদানন্দধামত নিত্যানন্দ উপভোগ কৰি তেওঁ অমৃতস্বৰূপ হয়—জন্ম জৰা-মৃত্যুৰূপ সংসাৰমায়াজালৰ পৰা চিৰমুক্ত হৈ যায়—চিৰমুক্ত হৈ যায়।৪॥

প্ৰথম খণ্ড সমাপ্ত।

তৃতীয় অধ্যায় সমাপ্ত।

॥ ঐতৰেয়োপনিষদ সমাপ্ত

## শান্তি পাঠ

ওঁ বাঙ্ মে মনসি প্ৰতিষ্ঠিতা মনো মে বাচি প্ৰতিষ্ঠিতমাবিৰাবীৰ্ম এধি। বেদস্য ম আণীস্থঃ শ্ৰুতং মে মা প্ৰহাসীঃ অনেনাধীতেনাহোৰাত্ৰান্ সন্দধামি। ঋতং বদিষ্যামি। সত্যং বদিষ্যামি। তন্মামৱতু। তদ্বক্তাৰমৱতু। অৱতু মামৱতু বক্তাৰমৱতু বক্তাৰম্॥

ওঁ শান্তিঃ! শান্তিঃ! শান্তিঃ!!!

[অন্বয় অৰ্থাদি এই উপনিষদৰ আৰম্ভতে দিয়া আছে]

কৃষ্ণযজুৰ্বেদীয়

# তৈত্তিৰীয়োপনিষদ্

কৃষ্ণ যজুৰ্বেদৰ তৈত্তিৰীয় শাখাৰ অন্তৰ্গত তৈত্তিৰীয় আৰণ্যকৰ অন্তৰ্গত এই তৈত্তিৰীয় উপনিষদ্। তৈত্তিৰীয় আৰণ্যকত দহ অধ্যায়। তাৰে সাত, আঠ, আৰু ন —এই তিনি অধ্যায় তৈত্তিৰীয় উপনিষদ্ নামে প্ৰসিদ্ধ।

'তিত্তিৰি' নামক ঋষিৰ অধীত বিদ্যা বাবে উপনিষদৰ নাম হ'ল 'তৈত্তিৰীয়োপনিষদ্'।

॥ হৰিঃ ওঁ শ্ৰীপৰমাত্মনে নমঃ ॥

## শান্তিপাঠ

ওঁ শং নো মিত্ৰঃ শং ৱৰুণঃ। শং নো ভৱত্ৱৰ্য়মা। শংন ইন্দ্ৰো বৃহস্পতিঃ। শং নো ৱিষ্ণুৰুৰুক্ৰমঃ। নমো ব্ৰহ্মণে। নমস্তে ৱায়ো। ত্বমেৱ প্ৰত্যক্ষংব্ৰহ্মাসি। ত্বামেৱ প্ৰত্যক্ষং ব্ৰহ্ম ৱদিষ্যামি। ঋতং ৱদিষ্যামি। সত্যং ৱদিষ্যামি। তন্মামৱতু। তদ্‌ৱক্তাৰমৱতু। অৱতুমাম্। অৱতু ৱক্তাৰম্।

ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

[ইয়াৰ অন্বয় অৰ্থাদি প্ৰথম অনুবাকত আছে]

# শিক্ষাবল্লী

### প্ৰথম অনুবাক

ওঁ শং নো মিত্ৰঃ শং ৱৰুণঃ। শং নো ভৱত্ৱৰ্য়মা। শংনো ইন্দ্ৰো বৃহস্পতিঃ। শং নো ৱিষ্ণুৰুৰুক্ৰমঃ। নমো ব্ৰহ্মণে। নমস্তে ৱায়ো। ত্বমেৱ প্ৰত্যক্ষং ব্ৰহ্মাসি। ত্বামেৱ প্ৰত্যক্ষং ব্ৰহ্ম ৱদিষ্যামি ঋতং ৱদিষ্যামি। সত্যং ৱদিষ্যামি। তন্মামৱতু। তদ্‌ৱক্তাৰমৱতু। অৱতু মাম্। অৱতু ৱক্তাৰম্।

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ ॥১॥

ওঁ (হে পৰমেশ্বৰ!), মিত্ৰঃ (প্ৰাণ আৰু দিনৰ অৰ্থাৎ পোহৰৰ দেৱতা সূৰ্য) নঃ (আমাৰ কাৰণে) শম্ (কল্যাণপ্ৰদ হওক), বৰুণঃ (অপান আৰু ৰাতিৰ দেৱতা বৰুণ) শম্ (আমাৰ প্ৰতি কল্যাণপ্ৰদ হওক)। অৰ্যমা (চকু আৰু সূৰ্যমণ্ডলৰ অধিষ্ঠাতা অৰ্যমা-দেৱতা) নঃ শম্ ভৱতু (আমাৰ প্ৰতি কল্যাণপ্ৰদ হওক)। ইন্দ্ৰঃ (বল আৰু বাহুদুটাৰ অধিষ্ঠাতা ইন্দ্ৰদেৱ), বৃহস্পতিঃ (বাক্য আৰু বুদ্ধিৰ দেৱতা বৃহস্পতি—এই দুয়ো), নঃ শম্ (আমাক শান্তি দিয়ক)। উৰুক্ৰমঃ (বিস্তীৰ্ণ পদক্ষেপকাৰী) বিষ্ণুঃ (চৰণদুটাৰ দেৱতা বিশ্বব্যাপ্ত বিষ্ণু) নঃ শম্ (আমাৰ মঙ্গলময় পথৰ প্ৰদৰ্শক হওক)। ব্ৰহ্মণে নমঃ (জগদাত্মা ব্ৰহ্মক নমস্কাৰ)। বায়ো! (হে প্ৰাণস্বৰূপ বায়ুদেৱ)! তে (তোমাক) নমঃ (নমস্কাৰ)। ত্বম্ এৱ (তুমিয়েই) প্ৰত্যক্ষম্ (প্ৰাণৰূপে প্ৰত্যক্ষ), ব্ৰহ্ম অসি (ব্ৰহ্ম হোৱা)। [এই কাৰণে] ত্বাম্ এৱ প্ৰত্যক্ষম্ ব্ৰহ্ম ৱদিষ্যামি (তোমাকেই প্ৰত্যক্ষ ব্ৰহ্ম বুলি ক'ম), ঋতম্ ৱদিষ্যামি (সুনিশ্চিত অৰ্থৰূপ ঋত তোমাকে ক'ম,) সত্যম্ ৱদিষ্যামি (তোমাকে সত্যস্বৰূপ ক'ম) তৎ (সেই সৰ্বশ ভগৱন্তই) মাম্ (মোক) অৱতু (ৰক্ষা কৰক), তৎ (তেওঁ) ৱক্তাৰম্ (ব্ৰহ্মবাদী আচাৰ্যক) অৱতু (ৰক্ষা কৰক)। অৱতুমাম্, অৱতু ৱক্তাৰম্ (মোক ৰক্ষা কৰক আৰু আচাৰ্যক ৰক্ষা কৰক) ওঁ শান্তিঃ শান্তিঃ শান্তিঃ (শান্তিদাতা ভগৱন্তই আমাৰ আধ্যাত্মিক আধিদৈৱিক আৰু আধিভৌতিক এই তিনিও প্ৰকাৰ বিঘিনি উপশান্ত কৰক)।।১।।

সৰ্বশক্তিৰ আধাৰ পৰব্ৰহ্ম পৰমেশ্বৰৰ বিভিন্ন নাম আৰু ৰূপবিশিষ্ট বিভিন্ন শক্তিৰ অধিষ্ঠাতৃৰূপে প্ৰসিদ্ধ দেৱবৃন্দক এই অনুৰোধক প্ৰাৰ্থনা জনোৱা হৈছে—দিন আৰু প্ৰাণত অধিষ্ঠিত

মিত্র, ৰাতি আৰু অপানত অধিষ্ঠিত বৰুণ, চকু আৰু সূৰ্য-মণ্ডলত অধিষ্ঠিত অৰ্যমা, বল আৰু বাহুত অধিষ্ঠিত ইন্দ্ৰ, বুদ্ধি আৰু বাক্যত অধিষ্ঠিত বৃহস্পতি আৰু বিস্তীৰ্ণ চৰণ-চালনাৰে বিশ্ব-বিচৰণশীল বিষ্ণু,—এইসকল বিভিন্ন গুণকৰ্মত নিযুক্ত, বিভিন্ন নাম-ৰূপত অভিব্যক্ত, সৰ্বান্তৰ্যামী পৰমেশ্বৰ আমাৰ সৰ্বপ্ৰকাৰে কল্যাণপ্ৰদ হওক—সৰ্বপ্ৰকাৰে মঙ্গলময় পথৰ প্ৰদৰ্শক হওক। সেই সৰ্বাত্মা পৰমপুৰুষক সেৱা জনাইছোঁ।

যি সূত্ৰাত্মা প্ৰাণৰূপে সমস্ত প্ৰাণীত বিদ্যমান, সেই সবাৰো প্ৰাণস্বৰূপ হে বায়ুৰূপী পৰমেশ্বৰ! তোমালৈ সেৱা। তুমি যে যাৱতীয় প্ৰাণীত প্ৰাণস্বৰূপ প্ৰত্যক্ষ ব্ৰহ্ম। সেই কাৰণে মই তোমাকেই প্ৰত্যক্ষ ব্ৰহ্ম বুলি কৈছোঁ। সুনিশ্চিত যথাৰ্থ বস্তুৰূপে তোমাকে 'ঋত' বুলি কৈছোঁ। কথা আৰু কামত যথাৰ্থ আচৰণৰূপে 'সত্য'ও তোমাকে বুলিছোঁ। সেই সৰ্বাশ্ৰয় পৰমপুৰুষ ভগৱন্তই মোক সত্যাশ্ৰয়ত বাধা জন্মাব পৰা সকলো প্ৰতিক্ৰিয়াশীল-বৃত্তিবোৰৰপৰা ৰক্ষা কৰক আৰু সত্যপথৰ প্ৰদৰ্শক মোৰ গুৰুদেৱক সত্যপ্ৰচাৰৰ বাধক-বোৰৰপৰা ৰক্ষা কৰক। মোকো ৰক্ষা কৰক, মোৰ গুৰুকো ৰক্ষা কৰক।

শান্তি শব্দৰ তিনিবাৰ উক্তিৰ দ্বাৰা আধ্যাত্মিক আধিদৈৱিক আৰু আধিভৌতিক এই তিনিবিধ সংসাৰতাপ উপশান্ত হবলৈ ভগৱন্তক প্ৰাৰ্থনা জনোৱা হ'ল ; কাৰণ ভগ-

বান্ স্বয়ং শান্তি স্বৰূপ, তেওঁৰ স্মৰণত সৰ্বপ্ৰকাৰ শান্তি সুনিশ্চিত ॥১।১।১॥

॥ প্ৰথম অনুবাক সমাপ্ত ॥১॥

---

## দ্বিতীয় অনুবাক

শীক্ষাং ব্যাখ্যাস্যামঃ। বৰ্ণঃ স্বৰঃ। মাত্ৰা বলম্। সাম সন্তানঃ। ইত্যুক্তঃ শীক্ষাধ্যায়ঃ ॥১

**শীক্ষাম্ ব্যাখ্যাস্যামঃ** (এতিয়া বৰ্ণসমূহৰ উচ্চাৰণাদিবিষয়ৰ শিক্ষা ব্যাখ্যা কৰা হব)। **বৰ্ণঃ** (অকাৰাদি বৰ্ণসমূহ), **স্বৰঃ** (উদাত্ত আদি স্বৰ), **মাত্ৰা** (হ্ৰস্ব আদি মাত্ৰা), **বলম্** (শব্দ উচ্চাৰণৰ প্ৰযত্ন), **সাম** (উচ্চাৰণৰ সমতা), **সন্তানঃ** (সন্ধি) **ইতি** (এইপ্ৰকাৰে) **শীক্ষাধ্যায়ঃ** (শিক্ষাৰ অধ্যায়) **উক্তঃ** (কথিত হ'ল) ॥১॥

ব্ৰহ্মবিদ্যাৰূপ উপনিষদত অৰ্থৰ প্ৰাধান্য আৰু শব্দৰ অপ্ৰাধান্য থাকিলেও যথাযথ ভাবে উচ্চাৰিত নোহোৱা শব্দই বিপৰীত অৰ্থ বুজাব পাৰে আৰু তেতিয়া ইষ্টৰ পৰিবৰ্তে অনিষ্ট হোৱাৰ সম্ভাৱনা অধিক। সেইকাৰণে বেদবিদ্যাৰ অঙ্গীভূত উপনিষদৰ পাঠতো স্বৰ আদিৰ শিক্ষা আৱশ্যক। সেই বাবে শিক্ষণীয় বিষয়ৰ সংকেতমাত্ৰ দিয়া হ'ল। প্ৰথমতে বৰ্ণবিলাকৰ স্পষ্ট আৰু শুদ্ধ উচ্চাৰণ শিকিব লাগে। দ্বিতীয় স্বৰ, অৰ্থাৎ উদাত্ত (উচ্চস্বৰ), অনুদাত্ত (মৃদুস্বৰ) আৰু স্বৰিত (মধ্যস্বৰ)—এই তিনিপ্ৰকাৰ স্বৰৰ কোন ঠাইত

কি ভাৱ প্ৰকাশ কৰিবলৈ কোন বৰ্ণ কোন স্বৰত উচ্চাৰিত হব লাগে তাক শিকিব লাগে *। তৃতীয় মাত্ৰা, অৰ্থাৎ হ্ৰস্বস্বৰ একমাত্ৰা, দীৰ্ঘস্বৰ দুইমাত্ৰা, প্লুতস্বৰ তিনিমাত্ৰা আৰু ব্যঞ্জনবৰ্ণ অৰ্ধমাত্ৰা—এই মাত্ৰাভেদ বুজি যথাযোগ্য উচ্চাৰণ কৰিবলৈ শিকিব লাগে। চতুৰ্থ বল, অৰ্থাৎ বৰ্ণৰ উচ্চাৰণত তাৰ সুস্পষ্ট ধ্বনি ব্যক্ত কৰাৰ যি প্ৰযত্ন, তাৰ শিক্ষা লাগে। পঞ্চম সাম, অৰ্থাৎ সমৰূপতা ; মন্ত্ৰ পাঠত অতি খৰ, অতি ধীৰ, অতি উচ্চ বা অতি নিম্ন উচ্চাৰণ নহৈ মধ্যমভাৱে একেপ্ৰকাৰে পাঠ কৰা অভ্যাসৰ শিক্ষা। ষষ্ঠ সন্ধি, ওচৰা-ওচৰি দুই বৰ্ণৰ সংযোগত বৰ্ণৰ বিকৃতি ঘটি নতুন ৰূপ ধৰা বিষয়ক শিক্ষা। বৰ্ণৰ উচ্চাৰণত এই ছয় প্ৰকাৰ নিয়ম পালনৰ বিষয়ে শিক্ষা লোৱা আৱশ্যক॥ ১।২।১ ॥

॥ দ্বিতীয় অনুবাক সমাপ্ত ॥২ ॥

---

* মহৰ্ষি পতঞ্জলিয়ে তেওঁৰ মহাভাষ্যত উচ্চাৰণৰ দোষত অনিষ্ট ফলৰ সূচনা দৃষ্টান্তেৰে বৰ্ণাইছে এনেদৰে—

"দুষ্ট: শব্দ: স্বৰতো বৰ্ণতো বা মিথ্যাপ্ৰযুক্তো ন তদৰ্থমাহ।
স বাগ্‌বজ্ৰো যজমানং হিনস্তি যথেন্দ্ৰশত্ৰুঃ স্বৰতোঽপৰাধাৎ" ॥

অৰ্থাৎ স্বৰতেই হওক বা বৰ্ণতেই হওক উচ্চাৰণত অশুদ্ধ হৈ দূষিত হোৱা শব্দৰ সঠিক প্ৰয়োগ নোহোৱাৰ কাৰণে যথাৰ্থবাচক নহয়। কিন্তু সেয়ে নহয়, সেই অশুদ্ধ বচনৰূপ বজ্ৰই যজমানৰ হানি ঘটায়। যেনেকৈ 'ইন্দ্ৰশত্ৰুঃ' শব্দত স্বৰৰ অশুদ্ধিৰ কাৰণে বৃত্ৰাসুৰ স্বয়ং ইন্দ্ৰৰ দ্বাৰা নিহত হ'ল।

## তৃতীয় অনুবাক

সহ নৌ যশঃ। সহ নৌ ব্রহ্মবর্চসম্। অথাতঃ সংহিতায়া উপনিষদং ব্যাখ্যাস্যামঃ। পঞ্চস্বধিকরণেষু। অধিলোকমধিজ্যৌতিষমধিবিদ্যমধিপ্রজমধ্যাত্মম্। তা মহাসংহিতা ইত্যাচক্ষতে। অথাধিলোকম্। পৃথিবী পূর্বরূপম্। দ্যৌরুত্তররূপম্। আকাশঃ সন্ধিঃ। বায়ুঃ সন্ধানম্। ইত্যধিলোকম্ ॥১॥

নৌ (আচার্য আরু শিষ্য আমি উভয়ৰ) সহ (সমানভাবে) যশঃ (সুখ্যাতি হওক), সহ নৌ ব্রহ্মবর্চসম্ (সমানভাবে আমি দুয়োৰে ব্রহ্মতেজ হওক)। অথ (এইদৰে শুভইচ্ছা প্রকাশ কৰি) অতঃ (ইয়াৰ পিছত) অধিলোকম্ (লোকসমূহৰ বিষয়ত) আধজ্যোতিসম্ (জ্যোতিৰ বিষয়ত) অধিবিদ্যম্ (বিদ্যাবিষয়ত) অধিপ্রজম্ (প্রজা বিষয়ত) অধ্যাত্মম (দেহ বিষয়ত) পঞ্চসু অধিকৰণেষু (এই পাঁচ বিষয় অবলম্বন কৰি) সংহিতায়াঃ (সহোচ্চাৰিত বর্ণৰ) উপনিষদম্ (ৰহস্য) ব্যাখ্যাস্যামঃ (বর্ণনা কৰা হব)। তাঃ (এই সকলক) মহাসংহিতা ইতি আচক্ষতে (মহাসংহিতা বুলি কয়)। অথ (প্রথমতে) অধিলোকম্ (লোকবিষয়ক সংহিতা হ'ল—) পৃথিৱী পূর্বৰূপম্ (পৃথিৱী পূর্ববর্ণ) দ্যৌঃ উত্তৰৰূপম্ (দ্যুলোক পৰবর্ণ), আকাশ : সন্ধিঃ (আকাশ দুইবো মিলিত স্থান) বায়ুঃ সন্ধানম্ (বায়ু দুয়োৰে সংযোজক) ইতি (এই প্রকাৰে) অধিলোকম (লোকবিষয়ক সংহিতাৰ উপাসনা কোৱা হ'ল)।১।

এই অনুবাকত আচাৰ্যই নিজৰ আৰু শিষ্যৰ ব্ৰহ্ম-বিদ্যাৰ ধাৰণাত প্ৰাপ্য যশ আৰু তেজৰ প্ৰাপ্তিকামনা কৰিছে—'আমি উভয়ৰে ব্ৰহ্মবিদ্যা উপলব্ধিৰ যশস্যা আৰু তাক ধাৰণা কৰিবপৰা ব্ৰহ্মতেজ সমানভাৱে বৃদ্ধি পাওক'। এই শুভাকাংক্ষা প্ৰকাশ কৰি এতিয়া সংহিতা বিষয়ক উপনিষদ অৰ্থাৎ উপাসনা—(উপ-সমপে, নিষণ্ণ সমুপস্থিত আছে [ পুত্ৰ ঐশ্বৰ্য্যাদিফল যি বিদ্যাত ] এই ব্যুৎপত্তি অনুসাৰে ইয়াত উপনিষদ্ শব্দই উপাসনা বুজাইছে।) বৰ্ণনা কৰিবলৈ প্ৰতিজ্ঞা কৰি তাক নিৰূপণ কৰিছে। ভাৱ এই যে উপনিষদত উক্ত ব্ৰহ্মবিদ্যা লাভ কৰিবলৈ পূৰ্বতে উপাসনাৰদ্বাৰা চিত্তশুদ্ধি আৰু একাগ্ৰতা লাভ আৱশ্যক, তাৰ কাৰণে শিষ্যৰ পৰিচিত বৰ্ণৰ সহায়ত উপাসনাৰ বিধান বৰ্ণনা কৰিছে। ইযাত সিদ্ধিলাভ হলে স্থূলবৰ্ণসমূহক এৰি ক্ৰমে সূক্ষ্মবিষয়ৰ ধাৰণা সহজ হব।

বৰ্ণ দুটাৰ যি সন্ধি হয়, তাকে সংহিতা বোলা হৈছে। সেই সংহিতাই ব্যাপকৰূপত যেতিয়া লোকসমূহ, জ্যোতি, বিদ্যা, প্ৰজা আৰু আত্মা (শৰীৰ) — এই পাঁচ বিষয়ক সামৰি নিজৰ বিষয় কৰি লয়, তেতিয়া তাক মহাসংহিতা বোলা হয়। অৰ্থাৎ যেনেকৈ বৰ্ণৰ সন্ধি হয়, তেনেকৈ এই লোক আদিকো সংহিতাৰ দৃষ্টিৰে চাব'ল চেষ্টা কৰিব লাগে। সন্ধিৰ চাৰিটা ভাগ পূৰ্ববৰ্ণ, পৰবৰ্ণ, দুয়োৰো মিলনত হোৱা ৰূপ আৰু দুয়ো'ৰে সংযোজক সূত্ৰ। এইদৰেই লোক

আদি পাঁচবিষয়ত যি সংহিতাদৃষ্টি বুজোৱা হব, তাতো চাৰিটা ভাগ থাকিব পূৰ্বৰূপ, উত্তৰৰূপ, সন্ধি ( দুয়োৰে মিলিতৰূপ ) আৰু সন্ধান ( সংযোজক সূত্ৰ )।

এতিয়া প্ৰথমতে লোকবিষয়ক সংহিতাৰ দৃষ্টি কথিত হৈছে। পৃথিবী অৰ্থাৎ এই ভূলোক পূৰ্বৰূপ, আৰু দ্যুলোক উত্তৰৰূপ। অৰ্থাৎ লোকবিষয়ক মহাসংহিতাত পৃথিবী যেনিবা পূৰ্ববৰ্ণ আৰু পৰবৰ্ণৰ স্থানত স্বৰ্গ। আকাশ বা অন্তৰীক্ষ সন্ধি- মিলনস্থল আৰু বায়ু তাৰ সংযোজক। যেনেকৈ পূৰ্ববৰ্ণ আৰু পৰবৰ্ণৰ সন্ধি হৈ দুয়ো মিলি এক হয়, সেইদৰে পূৰ্ববৰ্ণ স্থানীয় এই ভূলোকৰ প্ৰাণী প্ৰাণৰূপ বায়ুৰদ্বাৰা উত্তৰবৰ্ণ স্থানীয় স্বৰ্গলোকত মিলি যায় ( সম্বন্ধ-যুক্ত হৈ যায় )।

[ এই মন্ত্ৰৰ এনে এটা ভাৱ অনুমান কৰিব পাৰি যে, ভূতলত কৰা কৰ্মৰ ফলত সূত্ৰাত্মাস্বৰূপ প্ৰাণবায়ুৰ সহায়তাত স্বৰ্গাদি অভীষ্টলোক প্ৰাপ্তি সম্ভৱ হয়। মন আৰু ইন্দ্ৰিয়ৰ সৈতে প্ৰাণেই জীৱাত্মাক যি কোনো লোকলৈ লৈ যোৱাৰ কথা উপনিষদসমূহৰ অন্যান্য স্থলতো বৰ্ণিত হৈছে। কিন্তু উপাসনা দৃষ্টিত পৃথিবী আদিৰ স্থূলৰূপ সুবুদ্ধি তদভিমানী দেৱতাৰ চিন্তাই আৱশ্যক। ] ।১।৩।১॥

**অথাধিজ্যোতিষম্। অগ্নিঃ পূৰ্বৰূপম্। আদিত্য-উত্তৰৰূপম্। আপঃ সন্ধিঃ। বৈদ্যুতঃ সন্ধানম্। ইত্যাধিজ্যোতিষম্ ॥২॥**

অথ (অনন্তৰ) অধিজ্যোতিষম্ (জ্যোতিবিষয়ক সংহিতা কোৱা হৈছে) অগ্নিঃ পূৰ্ব্বৰূপম্ (জুই পূৰ্ববৰ্ণস্বৰূপ)। আদিত্যঃ উত্তৰৰূপম্ (সূৰ্য পৰবৰ্ণস্বৰূপ)। আপঃ সন্ধিঃ (পানী—মেঘ মিলিতৰূপ) বৈদ্যুতঃ সন্ধানম্ (বিজুলী সংযোজকহেতু)। ইতি অধিজ্যোতিষম্ (এইপ্ৰকাৰে জ্যোতিবিষয়ক সংহিতা কোৱা হ'ল)॥২॥

জ্যোতিবিষয়ে সংহিতাদৃষ্টি এনেকুৱা—পৃথিৱীত সুলভ অগ্নি (জুই) যেনিবা পূৰ্ববৰ্ণস্বৰূপ আৰু দ্যুলোকত প্ৰকাশিত সূৰ্য হ'ল পৰবৰ্ণস্বৰূপ। এই দুইৰপৰা উৎপন্ন জলাধাৰ মেঘ সন্ধি—মিলিতৰূপ আৰু বিজুলী হ'ল সন্ধিৰ সূত্ৰ—সংযোজক হেতু। এয়ে জ্যোতিবিষয়ক সংহিতা।

[জ্যোতিবিষয়ে সংহিতাৰ বৰ্ণনা কৰি এই মন্ত্ৰৰে জ্যোতিৰ সংযোগৰদ্বাৰা নানাপ্ৰকাৰ ভৌতিক পদাৰ্থৰ অভিব্যক্তি হবপৰা বিজ্ঞানৰ ৰহস্য বুজাই দিলে। জ্যোতিৰ সম্বন্ধত উৎপন্ন হবপৰা ভোগ্যপদাৰ্থ সমূহক 'আপঃ' অৰ্থাৎ পানী বুলি কোৱা হৈছে আৰু সেইবোৰৰ উৎপত্তিত বিজুলীক সংযোজক বুলি বুজাইছে। কাৰণ আধুনিক বৈজ্ঞানিকেও বিজুলীৰ সম্বন্ধ সংযোজনাৰদ্বাৰা অনেকানেক ভৌতিক বিকাশ সাধন কৰা দেখুৱায়েই আছে, গতিকেই কব পাৰি বেদতেই এই ভৌতিক-বিজ্ঞানৰ সাধনসূত্ৰবোৰ বৰ্ণিত আছে। কিন্তু পৰম্পৰা নষ্ট হৈ যোৱাকাৰণে তাক জানোঁতা আৰু প্ৰয়োগকৰোঁতাৰ হে অভাৱ হ'ল]॥১।৩।২॥

অথাধিৱিদ্যম্। আচাৰ্য়ঃ পূৰ্ব্বৰূপম্। অন্তেৱাস্যুত্তৰৰূপম্। ৱিদ্যা সন্ধিঃ। প্ৰৱচনꣳ সন্ধানম্। ইত্যধিৱিদ্যম্ ॥৩॥

অথ অধিবিদ্যম্ (এতিয়া বিদ্যা বিষয়ক সংহিতাৰ কথা কোৱা হৈছে)। আচাৰ্য: পূৰ্বৰূপম্ (আচাৰ্য—গুৰু পূৰ্ববৰ্ণ) অন্তেবাসী (শিষ্য) উত্তৰৰূপম্ (পৰবৰ্ণ)। বিদ্যা সন্ধি: (বিদ্যা মিলিত ৰূপ) প্ৰবচনম্ (গুৰুৰ উপদেশ বাণী) সন্ধানম্ (সন্ধিৰ হেতু) ইতি অধিবিদ্যম্ (এইপ্ৰকাৰে বিদ্যাবিষয়ক সংহিতা কোৱা হল)॥৩॥

বিদ্যাবিষয়ক সংহিতাদৃষ্টি কোৱা হৈছে—এই বিদ্যাৰূপ সন্ধিত গুৰু যেনিবা পূৰ্ববৰ্ণ আৰু সমীপবাসী শুশ্ৰূষাৰত শিষ্য হ'ল পৰবৰ্ণ। গুৰু আৰু শিষ্যৰ মিলনত উৎপন্ন বিদ্যা - জ্ঞান হ'ল সন্ধি আৰু এই সন্ধিৰ কাৰণ হ'ল প্ৰবচন অৰ্থাৎ গুৰুৰ শিক্ষণীয় বিষয়ৰ উপদেশদান তথা শিষ্যৰ বিচাৰপূৰ্বক তাৰ গ্ৰহণ—এয়ে সন্ধান সংযোজক হেতু। [ এই ৰহস্য বুজি যি শিষ্যই জ্ঞানী গুৰুৰ সেৱাপৰায়ণ হয়, তেওঁ নিশ্চয় অভীষ্ট বিদ্যা লাভ কৰি বিদ্বান হৈ যায় ]॥১।৩।৩॥

অথাধিপ্ৰজম্। মাতা পূৰ্বৰূপম্। পিতোত্তৰৰূপম্। প্ৰজা সন্ধি:। প্ৰজননꣳসন্ধানম্। ইত্যধিপ্ৰজম্ ॥৪॥

অথ অধিপ্ৰজম্ (এতিয়া প্ৰজাবিষয়ক সংহিতা কোৱা হৈছে)। মাতা পূৰ্বৰূপম্ (মাতৃ পূৰ্ববৰ্ণ স্থানীয়)। পিতা উত্তৰৰূপম্ (পিতৃ-পৰবৰ্ণস্থানীয়) প্ৰজা সন্ধি: (সন্তান দুয়োৰে সংযুক্তৰূপ)। প্ৰজননম্ সন্ধানম্ (সন্তান উৎপত্তিৰ যথোচিত ব্যাপাৰ সন্ধিৰ কাৰণ)। ইতি অধিপ্ৰজম (এই প্ৰজাবিষয়ক সংহিতা কথিত হ'ল)॥৪॥

এতিয়া প্ৰজাবিষয়ক সংহিতাদৃষ্টি কথিত হৈছে—এই প্ৰজাবিষয়ক সংহিতাত মাতৃ যেনিবা পূৰ্ববৰ্ণ আৰু পিতা পৰবৰ্ণ। এই দুইৰ সংযোগত উৎপন্ন সন্তান সন্ধি অৰ্থাৎ পিতা-মাতাৰ সংযুক্তৰূপ। এই সন্ধিৰ সূত্ৰ অৰ্থাৎ কাৰণ হ'ল—শাস্ত্ৰনিৰ্দিষ্ট অনুশাসন অনুসাৰে পিতামাতাৰ সন্তান-লাভৰ উদ্দেশ্যে সহবাস। এই প্ৰজাবিষয়ক সংহিতাদৃষ্টিলৈ লক্ষ্য ৰাখি যি বিহিতনিয়মে স্ত্ৰীসহবাস কৰে, তেওঁ অৱশ্যেই ইচ্ছানুৰূপ বিশিষ্ট পুত্ৰ লাভ কৰি কৃতাৰ্থ হয় ॥১।৩।৪॥

অথাধ্যাত্মম্। অধৰা হনুঃ পূৰ্বৰূপম্। উত্তৰা হনুৰুত্তৰৰূপম। বাক্ সন্ধিঃ। জিহ্বা সন্ধানম্। ইত্যধ্যাত্মম্। ॥৫॥

অথ অধ্যাত্মম্ (এতিয়া আত্মবিষয়ক [ শৰীৰৰ অধিকৃত ] সংহিতা কথিত হৈছে)। অধৰা হনুঃ (তলৰ ওঠৰ পৰা চিবুক) পূৰ্বৰূপম্ (পূৰ্ববৰ্ণ)। উত্তৰা হনু (ওপৰ ওঠৰ পৰা নাকৰ গুৰি পৰ্যন্ত অৱয়ব) উত্তৰৰূপম্ (পৰবৰ্ণ)। বাক্ (কথা) সন্ধিঃ (মিলিতৰূপ)। জিহ্বা সন্ধানম্ (জিভা সংযোজক—কথাৰ কাৰণ)। ইতি অধ্যাত্মম্ (এয়ে শৰীৰবিষয়ক সংহিতা)।॥৫॥

শৰীৰবিষয়ক সংহিতাদৃষ্টি কোৱা হৈছে—শৰীৰৰ ভিতৰত প্ৰধান অঙ্গ মুখ, এই কাৰণে মুখতেই সংহিতা-দৰ্শন দেখুৱা হৈছে এই শৰীৰবিষয়ক সংহিতাত থুতৰিপৰ্যন্ত তলৰ ওঠ যেনিবা পূৰ্ববৰ্ণ আৰু নাকৰ গুৰিলৈকে ওপৰ ওঠ হ'ল পৰবৰ্ণ। এই দুইৰ সংযোগত অভিব্যক্ত কথা হ'ল সন্ধি আৰু এই সন্ধিৰ সংযোজক অৰ্থাৎ কথা-অভিব্যক্তিৰ

হেতু হ'ল জিভা ; জিভাৰ অবিহনে মানুহৰ মুখে কোনো কথাই কব নোৱাৰে। [ এই কথাৰ শক্তি অদ্ভুত ; শাৰীৰিক মানসিক আৰু আধ্যাত্মিক এই— তিনিও প্ৰকাৰ শক্তিৰ উন্নতি বহু পৰিমাণে মুখৰপৰা ওলোৱা কথাতে নিৰ্ভৰ কৰে। এইকাৰণতে 'কথাৰ জহতে বটা পায়, কথাৰ জহতে কটা যায়।'— এনে এটা ফকৰা প্ৰচলিত আছে। এইকথাৰ ৰহস্য বুজি তাৰ যথাযোগ্য সংযত প্ৰয়োগৰদ্বাৰা মানুহে নিজৰ সৰ্বপ্ৰকাৰে কল্যাণ সাধিব পাৰে। ] ॥১।৩৫॥

ইতীমা মহাসংহিতা য় এৱমেতা মহাসংহিতা ব্যাখ্যাতা বেদ। সন্ধীয়তে প্ৰজয়া পশুভিঃ। ব্ৰহ্মবৰ্চসেনান্নাদ্যেন সুবৰ্গেণ লোকেন ॥৬॥

ইতি (এই প্ৰকাৰে) ইমাঃ মহাসংহিতাঃ (এই পাঁচ মহাসংহিতা কথিত হ'ল)। যঃ (যি কোনো লোকে) এতাঃ (এই) ব্যাখ্যাতাঃ মহা-সংহিতাঃ (ব্যাখ্যা কৰা মহাসংহিতাসমূহ) এৱম্ (এইদৰে) বেদ (জানে— উপাসনা কৰে), [তেওঁ] প্ৰজয়া (সন্তানৰ সৈতে) পশুভিঃ (পশুবিলাকৰ সৈতে) ব্ৰহ্মবৰ্চসেন (ব্ৰহ্মতেজৰ সৈতে) অন্নাদ্যেন (অন্ন-আদি ভোগ্যৰ সৈতে) সুবৰ্গেণ লোকেন (স্বৰ্গাদিলোকৰ সৈতে) সন্ধীয়তে (সংযুক্ত হয়) ॥৬॥

পূৰ্ববৰ্ণিত সংহিতা উপাসনাৰ ফল বৰ্ণনা কৰি এতিয়া শ্ৰুতিয়ে কলে,—এই যে পাঁচপ্ৰকাৰে ভাগ কৰি মহাসংহিতা-সমূহ ব্যাখ্যা কৰা হ'ল, যি কোনো লোকে এইসকল ব্যাখ্যা কৰাদৰে যথাৰ্থতে বুজে আৰু তাৰ উপাসনা--তাৰ সাধনা কৰে,

তেওঁ ইচ্ছাকৰামতে পুত্ৰ পশু, ব্ৰহ্মতেজ, অন্নাদিভোগ্য আৰু স্বৰ্গাদিলোক লাভ কৰে। অৰ্থাৎ লোকবিষয়ক সংহিতাৰ জ্ঞান-যুক্ত উপাসনাৰদ্বাৰা স্বৰ্গআদি অভীষ্টলোক, জ্যোতিবিষয়ক সংহিতাজ্ঞানৰদ্বাৰা ভৌতিক ভোগ্যসামগ্ৰী, প্ৰজাবিষয়ক সংহিতাজ্ঞানৰদ্বাৰা পুত্ৰ-পশু প্ৰভৃতি, বিদ্যাবিষয়ক সংহিতা জ্ঞানৰদ্বাৰা ব্ৰহ্মতেজ আৰু আত্মবিষয়ক সংহিতাজ্ঞানৰদ্বাৰা কথা-কৌশল জনিত পুৰুষাৰ্থসিদ্ধি — এই প্ৰকাৰে পৃথক্ পৃথক্ ফল বুজা উচিত। উক্ত শ্ৰুতিত সংহিতা বোৰৰ উপাসনাত প্ৰাপ্য সামূহিক ফলৰ বৰ্ণনা দিলে। এই বেদ-বাণীৰ মৰ্ম কথা উপলব্ধি কৰি শ্ৰদ্ধা আৰু বিশ্বাসেৰে সৈতে সংহিতাবোৰৰ জ্ঞানযুক্ত উপাসনা হলে সেই সেই উক্তফল নিঃসন্দেহে লাভ কৰিব পাৰিব আৰু ফল-কামনা যাৰ নাই, তেনে নিষ্কাম লোকৰদ্বাৰা উপাসিত হলে চিত্ত-শুদ্ধিক্ৰমে তেওঁ ব্ৰহ্মবিদ্যাৰ অধিকাৰী হব ॥১।৩।৬।

॥তৃতীয় অনুবাক সমাপ্ত ॥৩॥



## চতুৰ্থ অনুবাক

**যশ্ছন্দসামৃষভো বিশ্বৰূপঃ। ছন্দোভ্যোঽধ্যমৃতাৎ সম্বভূৱ। স মেন্দ্ৰো মেধয়া স্পৃণোতু। অমৃতস্য দেৱ ধাৰণো ভূয়াসম্। শৰীৰং মে বিচৰ্ষণম্।**

জিহ্বা মে মধুমত্তমা। কর্ণাভ্যাং ভূৰি বিশ্ৰুৱম্। ব্ৰহ্মণঃ কোশোঽসি মেধয়া পিহিতঃ। শ্ৰুতং মে গোপায় ॥১॥

য়ঃ (যি) ছন্দসাম্ (বেদসমূহৰ) ঋষভঃ (সৰ্বপ্ৰধান), বিশ্বৰূপঃ (সৰ্বৰূপ), অমৃতাৎ (অমৃত স্বৰূপ) ছন্দোভ্যঃ (বেদতকৈ) অধি সম্বভূৱ (অধিক ৰূপে প্ৰাদুৰ্ভূত হৈছিল), সঃ (সেই ওঙ্কাৰৰূপ) ইন্দ্ৰঃ (পৰমেশ্বৰে) মা (মোক) মেধয়া (ধাৰণাৱতী বুদ্ধিৰে) স্পৃণোতু সম্পন্ন কৰক)। দেৱ (হে দেৱ! [মই আপোনাৰ কৃপাতে] অমৃতস্য ধাৰণঃ (পৰমাত্মাজ্ঞানৰ ধাৰণাশীল) ভূয়াসম্ (হব পাৰো যেন)। মে শৰীৰম্ (মোৰ দেহ) বিচৰ্ষণম্ (স্বাস্থ্যবান হয় যেন)। মে জিহ্বা (মোৰ জিভা) মধুমত্তমা (মধুৰ ভাষিণী হয় যেন)। কৰ্ণাভ্যাম্ (কাণদুখনেৰে) ভূৰি বিশ্ৰুৱম্ (ভালকৈ শুনো যেন)। [হে ওঙ্কাৰ!] মেধয়া পিহিতঃ (লৌকিক বুদ্ধিৰদ্বাৰা আচ্ছাদিত তুমি) ব্ৰহ্মণঃ কোশঃ অসি (পৰমাত্মাৰ নিধিস্বৰূপ)। মে (মোৰ) শ্ৰুতম্ (শুনি লাভকৰা জ্ঞান) গোপায় (ৰক্ষা কৰা) ॥১॥

[শ্ৰীভগৱানক সাক্ষাৎ লাভৰ উপযোগী বল-বুদ্ধি প্ৰাপ্তিৰ উদ্দেশ্যে তেওঁৰ বাচক ওঙ্কাৰৰ জপ উপাসনাৰ প্ৰকাৰ বৰ্ণনা ক'ৰ কৈছে— ] 'ওম' এই একাক্ষৰ—বেদত থকা সমুদায় মন্ত্ৰতকৈ শ্ৰেষ্ঠ আৰু সৰ্বৰূপ, কিয়নো প্ৰত্যেক মন্ত্ৰৰ আদিতে 'ওম' উচ্চাৰণ কৰিব লাগে; ওঙ্কাৰৰ উচ্চাৰণৰদ্বাৰা হে বেদ-মন্ত্ৰবোৰে সাৰ্থকতা লাভ কৰে। সমগ্ৰবেদতে পৰিব্যাপ্ত এই অমৃতস্বৰূপ ওঙ্কাৰ বেদত কৈ অধিকৰূপে অথবা সমগ্ৰবেদৰে সাৰস্বৰূপে প্ৰাদুৰ্ভূত হৈছিল। সেই 'ওম' এই নামবাচ্য সৰ্বে-

শ্বৰ্যসম্পন্ন পৰব্ৰহ্ম পৰমেশ্বৰে মোক মেধাৰে অৰ্থাৎ ধাৰণাশীল বুদ্ধিৰে সমৃদ্ধ কৰক — পৰমাত্মাসম্বন্ধে শুনি আৰু পঢ়ি মই যি বুজিলোঁ, তাকেই যেন ধাৰণা কৰিব পাৰোঁ। হে স্বয়ংপ্ৰকাশ! তুমি মোক এই কৃপা কৰা—মই যেন তোমাৰ পৰমামৃতস্বৰূপৰ জ্ঞান-ধাৰণাৰে সমৃদ্ধ হব পাৰোঁ। তোমাৰ সেৱাত তোমাৰ নিযুক্ত কামত ব্যাপৃত থাকিবলৈ মই যেন ৰোগ-ব্যাধিৰ হাত সাৰি স্বাস্থ্যৱান হৈ থাকোঁ। মোৰ জিভাই যেন অতি মধুমতী অৰ্থাৎ সুমধুৰ স্বৰেৰে তোমাৰ নাম-গুণ কীৰ্তন কৰাত আৰু সৰ্বৰূপে জীৱমাত্ৰতে অৱস্থিত তোমাক মৌ-মিঠা কথাৰে আদৰ-আপ্যায়ন কৰাত তৃপ্তি পায়। কাণদুখনেৰে যেন নিতৌ বহুত-বহুত সজ কথা, সজ উপদেশ আৰু তোমাৰ পৰম মঙ্গল গুণ-গানকে মই শুনি থাকিবলৈ পাওঁ। হে ওঙ্কাৰ! তুমি তো ভগৱন্তৰ ভঁড়াল অৰ্থাৎ তোমাতেই ভগৱন্ত ভৰি আছে (নাম আৰু নামীৰ ভিন্নতা নাই কাৰণে নাম প্ৰণৱত নামী ভগৱান পূৰ্ণভাৱে আছে।)। কিন্তু মানুহৰ লৌকিকবুদ্ধিৰ তৰ্কজালেৰে আবৰি ৰখা কাৰণে তুমি জ্ঞান গোচৰ নোহোৱা-কৈ থাকা [যিটো ব্ৰহ্ম নোহে তৰ্কগোচৰ। নপাৰে বচনে মনে গুচৰ॥ কীৰ্তন]। তুমি মোক এইকৃপা কৰা — শাস্ত্ৰমুখে আৰু গুৰুমুখে মই যি উপদেশ শুনিলোঁ, তাক যেন তুমি ৰক্ষা কৰা, তাক সুঁৱৰি সুঁৱৰিয়েই যেন জীৱন ৰথখন চালনা কৰিব পাৰোঁ ॥১।৪।১॥

আবহন্তী বিতন্বানা কুর্বাণাচীরমাত্মনঃ। বাসাংসি মম গাবশ্চ। অন্নপানে চ সর্বদা। ততো মে শ্রিয়মাবহ। লোমশাং পশুভিঃ সহ স্বাহা। আ মা-য়ন্তু ব্রহ্মচারিণঃ স্বাহা। বিমায়ন্তু ব্রহ্মচারিণঃস্বাহা। প্রমায়ন্তু ব্রহ্মচারিণঃ স্বাহা। দমায়ন্তু ব্রহ্মচারিণঃ স্বাহা। শমায়ন্তু ব্রহ্মচারিণঃ স্বাহা ॥২॥

ততঃ (তার পরে) মম আত্মনঃ (মোর নিজের কারণে) অচীরম্ (অচিরেই) বাসাংসি (বহুত কাপোর) চ (আরু) গাবঃ (গরুবিলাক) চ (আরু) অন্নপানে (খাদ্য আরু পানীয় বস্তু) সর্বদা (সদায়) আবহন্তী (আনয়নকারিণী) বিতন্বানা (বিস্তারকারিণী) কুর্বাণা (সম্পাদনকারিণী) [যি শ্রী, লক্ষ্মী] লোমশাম্ (লোমাল পশু আরু) পশুভিঃ সহ (আনান্য পশুবোরর সৈতে) শ্রিয়ম্ (সেই শ্রীক) মে (মোর কারণে) আবহ স্বাহা (আনা—এই উদ্দেশ্যে তোমাক এই আহুতি দিলোঁ)। ব্রহ্মচারিণঃ (ব্রহ্মচারীসকল) মা (মোর ওচরলৈ) আযন্তু (আহক) স্বাহা (এই উদ্দেশ্যে আহুতি দিলোঁ)। ব্রহ্মচারিণঃ (আগত ব্রহ্মচারীসকল) বিমায়ন্তু স্বাহা(কপটাচার শূন্য হওক এই উদ্দেশ্যে আহুতি দিলোঁ)। ব্রহ্মচারিণঃ প্রমায়ন্তু স্বাহা (ব্রহ্মচারীসকল প্রামাণিক জ্ঞানগ্রহণকারী হওক — স্বাহা)। ব্রহ্মচারিণঃ দমায়ন্তু স্বাহা (ব্রহ্মচারীসকল ইন্দ্রিয় সংযমী হওক স্বাহা) ব্রহ্মচারিণঃ শমায়ন্তু স্বাহা (ব্রহ্মচারীসকল মন সংযমী হওক—স্বাহা)। ॥২॥

[ব্রহ্মবিদ্যা বা পরমেশ্বরর তত্ত্বজ্ঞান লাভ করিবলৈ সত্ত্ব-শুদ্ধির প্রয়োজন, সত্ত্বশুদ্ধির কারণে যজ্ঞাদি কর্মানুষ্ঠানর আব-

শ্যক, ধন নহলে যজ্ঞাদিৰ সম্ভৱ নহয় ; গতিকে ধন-সম্পদৰ সাধনো পৰম্পৰাক্ৰমে ব্ৰহ্মবিদ্যাৰ সহায়ক । ধনৰদ্বাৰা পুণ্যকৰ্ম, বিহিত পুণ্যকৰ্মৰদ্বাৰা পাপক্ষয় আৰু পাপক্ষয় হলে ব্ৰহ্মবিদ্যা প্ৰকাশিত হয় (গীতা ৭। ৮) । এইকাৰণে শ্ৰী-(সম্পদ) কামীৰ ধন-ঐশ্বৰ্য্যপ্ৰাপ্তিৰ কাৰণে ভগৱন্তক প্ৰাৰ্থনা জনাই অগ্নিত আহুতি দিয়াৰ ৰীতি বৰ্ণাইছে। 'অগ্নিৰ্বৈ দেৱানাং মুখম্' (অগ্নি সমস্ত দেৱতাৰ মুখস্বৰূপ) এই শ্ৰুতি অনুসাৰে সমস্ত দেৱতাৰেই উদ্দেশ্যে অগ্নিত আহুতি প্ৰদান হয় । আকৌ 'স্বাহা দেৱহবিৰ্দানে' (দেৱতাৰ উদ্দেশ্যে হবনীয় দ্ৰব্য অৰ্পণ কৰোঁতে 'স্বাহা' (দিয়া হৈছে) উচ্চাৰণ কৰি দিব লাগে) । এতেকে মন্ত্ৰত প্ৰযোগ হোৱা স্বাহা শব্দবোৰৰ অৰ্থ দিলোঁ বা দিছোঁ । ]

এই মন্ত্ৰৰ প্ৰাৰ্থনাৰ ভাব হল হে অগ্নিৰূপ পৰমেশ্বৰ ! পূৰ্বমন্ত্ৰত জনোৱা প্ৰাৰ্থনাৰ উপৰিও অচিন্তাৰে তোমাৰ সেৱাত লাগি থাকিবলৈ আৱশ্যকীয় কাপোৰ কানি, গৰু-গাই আৰু খোৱা-পিয়াৰ সম্ভাৰবোৰ যি সদা সৰ্বদা বহন কৰে, বৃদ্ধিকৰে আৰু নানাপ্ৰকাৰে যোগান ধৰে, সেই শ্ৰীক—সম্পদৰ অধিষ্ঠাত্ৰী দেৱীক নোমালপশুবোৰ আৰু অন্যান্য পশু-সমৰিতে অবিলম্বে মোৰ কাৰণে লৈ আনা, তাৰ উদ্দেশ্যে 'স্বাহা' এই আহুতি তোমাত অৰ্পণ কৰিলোঁ । আৰু মোৰ এনে সামৰ্থ্য হওক— ব্ৰহ্মচাৰী শিষ্যসকল যাতে মোৰ

ওচৰলৈ শিক্ষাৰ কাৰণে আহে, তাৰ কাৰণে এই আহুতি দিলোঁ। আগন্তুক ব্ৰহ্মচাৰীসকল যেন কপটাচাৰশূন্য হওক সেই উদ্দেশ্যে এই আহুতি দিলোঁ। ব্ৰহ্মচাৰীসকল যেন প্ৰমাণযুক্ত জ্ঞানগ্ৰাহী হওক — সেই উদ্দেশ্যে এই আহুতি দিলোঁ। ব্ৰহ্মচাৰীসকল যেন ইন্দ্ৰিয়সংযমী হওক — সেই উদ্দেশ্যে এই আহুতি দিলোঁ। ব্ৰহ্মচাৰীসকল যেন মনক বশীভূত কৰি শান্তচিত্ত হওক—এই উদ্দেশ্যে এই আহুতি তোমাত অৰ্পণ কৰিলোঁ। ॥১।৪।২॥

**য়শো জনেঽসানি স্বাহা। শ্ৰেয়ান্ বস্যসোঽসানি স্বাহা। তং ত্বা ভগ প্ৰবিশানি স্বাহা। স মা ভগ প্ৰবিশ স্বাহা। তস্মিন্ সহস্ৰশাখে নি ভগাহং ত্বয়ি মৃজে স্বাহা। য়থাপঃ প্ৰৱতা য়ন্তি য়থা মাসা অহৰ্জৰম্। এবং মাং ব্ৰহ্মচাৰিণো ধাতৰায়ন্তু সৰ্বতঃ স্বাহা। প্ৰতিৱেশোঽসি প্ৰ মা ভাহি প্ৰ মা পদ্যস্ব ॥৩॥**

জনে (জনসমাজত) য়শঃ (যশস্বী) অসানি (হওঁ যেন) স্বাহা। বস্যসঃ (ধনীৰসমাজত) শ্ৰেয়ান্ অসানি (অধিক ধনী হওঁ যেন) স্বাহা। ভগ (হে ভগবান্!) তম্ ত্বা (সেই সৰ্বৰূপ তোমাত) প্ৰবিশানি (মই যেন প্ৰবিষ্ট হওঁ) স্বাহা। ভগ (হে ভগবান্!) সঃ (সেই তুমি) মা প্ৰবিশ (মোত প্ৰবিষ্ট হোৱা) স্বাহা। ভগ (হে ভগবান্!) তস্মিন্ সহস্ৰশাখে (সেই হেজাৰ-হেজাৰ শাখাযুক্ত) ত্বয়ি (তোমাত নিবিষ্টচিত্ত,

থাকি') অহম্ নিমৃজে (মই যেন শুদ্ধ হওঁ) স্বাহা। যথা (যেনেকৈ) আপঃ (নৈ আদিৰ পানীবোৰ) প্ৰৱতা (ক্ৰমনিম্ন ঠাৱেদি বৈ) যন্তি (সাগৰ আদিলৈ যায়), যথা (যেনেকৈ) মাসাঃ (মাহবোৰ) অহৰ্জৰম্ ('দিনবোৰ জীৰ্ণ কৰা বছৰত অন্তৰ্ভুক্ত হৈ যায়), এৱম (এইদৰে) ধাতঃ (হে বিধাতা।) ব্ৰহ্মচাৰিণঃ (ব্ৰহ্মচাৰীসকল) সৰ্বতঃ (সকলোফালৰপৰা) মাম্ আয়ন্তু (মোৰ ওচৰলৈ আহক যেন) স্বাহা। প্ৰতিবেশঃ অসি (তুমি সকলোৰে বিশ্ৰামস্থান), মা (মোৰ সমীপত) প্ৰভাহি (প্ৰকাশ হোৱা); মা প্ৰপদ্যস্ব (মোক পোৱা, মোক তুমিময় কৰি লোৱা) ॥৩॥

[ঐহিক আৰু পাৰলৌকিক ফল-বাসনাৰে এই মন্ত্ৰ-স্তুতিবোৰ অগ্নিত অৰ্পণ কৰিব।] মন্ত্ৰবোৰৰ ভাব এই যে, (১ মই যেন জনসমাজত যশস্বী হওঁ—কুখ্যাতি ৰটনা কৰিবলগা কোনো আচৰণ যাতে মোৰদ্বাৰা নহয়। (২) ধনীলোকসকলৰ ভিতৰতো মই যেন অধিক ধনী হওঁ — ধনৰ অভাৱত যাতে সাংসাৰিক, তোমাৰ নিয়ন্ত্ৰিত কৰ্মবোৰত পিছহুহকিব লগা নহয় আৰু ধনীসকলে মোক যাতে অপদাৰ্থ বুলি অৱহেলা কৰিব লগা নহয়। (৩) হে ভগবান! সৰ্বৰূপ তোমাত মই যেন প্ৰৱেশ লাভ কৰোঁ। (৪) হে ভগবান! দিব্যস্বৰূপ তুমি মোত প্ৰবিষ্ট হোৱা, তোমাৰ দিব্যপ্ৰভাৰে মোৰ অন্তঃকৰণ যেন উদ্ভাসিত কৰা। (৫) হেজাৰ-হেজাৰ শাখা-প্ৰশাখাৰে বিশ্বব্যাপ্ত তোমাত মোৰ ধ্যান-ধাৰণা সন্নিবেশ কৰি মই যেন বিশুদ্ধ স্বভাৱ হওঁ। (৬) যেনেকৈ সকলোবোৰ পানীৰ ধাৰ চাপৰ ঠাইৰ কালেদি বৈ গৈ সাগৰত মিলি যায়, যেনেকৈ দিনবোৰ

সামৰিলোৱা মানুহবোৰ বহুৰত অন্তৰ্ভুক্ত হৈ যায়, সেইদৰে হে বিধাতা — বিবিধ বিধানেৰে বিশ্বৰ নিয়ন্ত্ৰণকাৰী ভগবান্! মোৰ ওচৰলৈ যেন সকলো দিশৰ পৰা ব্ৰহ্মচাৰী শিষ্যসকল আহক — মই যেন তেওঁলোকক উপযুক্ত শিক্ষা-দীক্ষাৰে কল্যাণ-পথৰ সন্ধান দি তোমাৰ নিৰ্দেশ পালন কৰিব পাৰোঁ। (৭) হে বিশ্বাত্মা ভগৱান! তুমিয়েই বিশ্বব্ৰহ্মাণ্ডৰ বিশ্ৰামস্থান— পৰম আশ্ৰয়। সেই তুমি মোৰ ওচৰত আত্মপ্ৰকাশকৰা মোক তোমাৰ কৰি লোৱা,, মই যেন তুমি-ময় হৈ যাওঁ। এই সাত আহুতি দানৰ শ্ৰুতিয়ে উপদেশ দিলে। এই পৰম সুন্দৰ জীৱনৰ আৱশ্যকীয় প্ৰাৰ্থনাবোৰৰ যাৰ যি বাঞ্ছা, সেইমতে তেওঁৰ সেৱা পূজা ত্যাগৰ ভাৱেৰে ভাৱিত হৈ আগবঢ়াই মানুহ কৃতকৃত্য হৈ চলি আছে ॥ ১।৪ ৩ ॥

॥ চতুৰ্থ অনুবাক সমাপ্ত ॥



## পঞ্চম অনুবাক

ভূর্ভুবঃ সুবরিতি বা এতাস্তিস্রো ব্যাহৃতয়ঃ। তাসামু হ স্মৈতাং চতুর্থীং মাহাচমস্যঃ প্রবেদয়তে মহ ইতি। তদ্ব্রহ্ম। স আত্মা। অঙ্গান্যন্যা দেবতাঃ। ভূরিতি বা অয়ং লোকঃ। ভুব ইত্যন্তরিক্ষম্। সুবরিত্যসৌ লোকঃ। মহ ইত্যাদিত্যঃ। আদিত্যেন বাব সর্বে লোকা মহীয়ন্তে ॥ ১ ॥

ভূঃ ভুবঃ সুবঃ ইতি (ভূঃ ভুবঃ স্বঃ এই) বৈ (প্রসিদ্ধ) এতাঃতিস্রঃ ব্যাহৃতয়ঃ (তিনি ব্যাহৃতি [বি-আ-হৃতি – যে বিশেষভাবে সর্বপ্রকারে অভীষ্ট বস্তু আহরণ করে দিয়ে, বা বিশেষ ভাবে অনিষ্টাদি হরণ করে]। তাসাম্ উ (সেইতিনি অপেক্ষাই) চতুর্থীম্ (চতুর্থ ব্যাহৃতি ) মহঃ ইতি হ (মহঃ এই নামে প্রসিদ্ধ); এতাম্ (এই ব্যাহৃতিক) মাহাচমস্যঃ (মহ চমসের পুত্রই) প্রবেদয়তে স্ম (প্রথমেই জানি ছল)। তৎ (সেই চতুর্থী ব্যাহৃতি) ব্রহ্ম (ব্রহ্মরূপে ভাবনীয়)। সঃ আত্মা (উক্ত মহঃ ব্যাহৃতিসমূহের আত্মা); অন্যাঃ দেবতাঃ (অন্য দেবতাসকল) অঙ্গানি (বিভিন্ন অঙ্গস্বরূপ)। ভূঃ ইতি বৈ (ভূঃ এই ব্যাহৃতিরই) অয়ম লোকঃ (এই পৃথিবীলোক) ভুবঃ ইতি অন্তরিক্ষম্ (ভুবঃ এই ব্যাহৃতি অন্তরিক্ষলোক), সুবঃ ইতি অসৌ লোকঃ (স্বঃ এই ব্যাহৃতি প্রসিদ্ধ স্বর্গলোক)। মহঃইতি (মহঃ এই ব্যাহৃতি) আদিত্যঃ (সূর্য), আদিত্যেন বাব (সূর্যের দ্বারা) সর্বে লোকা (সমস্তলোক) মহীয়ন্তে (মহিমান্বিত হয়)। ১।

ভূঃ ভুৱঃ স্বঃ— এইতিনি সুপ্ৰসিদ্ধ ব্যাহৃতি। ইয়াৰ উপৰিও 'মহঃ' নামে যি প্ৰসিদ্ধ চতুৰ্থ ব্যাহৃতি, তাৰ ৰহস্য ঋষি মহাচমসৰ পুত্ৰই সৰ্বপ্ৰথমে জানিছিল *। এই চাৰি ব্যাহৃতিৰ ভিতৰত 'মহঃ' ব্যাহৃতিক ব্ৰহ্মৰূপে ভাৱনা কৰিব লাগে, কিয়নো ব্ৰহ্মও মহৎ আৰু ব্যাহৃতিও মহঃ। আৰু এই মহঃ-ব্যাহৃতি শৰীৰৰ মধ্যৱৰ্ত্তী আত্মা, অৰ্থাৎ আত্মা যেনেকৈ সৰ্ব্বব্যাপক, সেইদৰে মহঃ ব্যাহৃতিয়ে প্ৰথম তিনি ব্যাহৃতি ব্যাপি আছে। আকৌ ব্ৰহ্ম সবাৰো আত্মা, সৰ্বৰূপ আৰু অন্য দেৱতাসমূহ তেওঁৰ অঙ্গ [এই কাৰণে এই ব্যাহৃতিৰদ্বাৰা বা আন কোনো মন্ত্ৰৰদ্বাৰা যি কোনো দেৱতাকেই পূজা কৰা নহওক সি সেই সৰ্বৰূপ পৰমেশ্বৰেই উপাসনা বুলি বুজিব লাগে। অঙ্গৰ উপাসনাৰদ্বাৰা অঙ্গীৰেই উপাসনা হয়—এই কথা পাহৰা উচিত নহয়। সেই কাৰণেই এই শ্ৰুতিয়ে স্পষ্ট-কৈয়ে কলে যে, অন্য সমস্ত দেৱতাই বিশ্বাত্মা পৰমেশ্বৰেই অঙ্গ বা অৱয়ৱ। আকৌ 'একং সদ্ বিপ্ৰা বহুধা বদন্তি' 'একং

---

*ভূঃ, ভুৱঃ, স্বঃ, মহঃ, জন, তপঃ আৰু সত্য এই সপ্তলোকৰ পৰিচায়ক বীজৰূপ এই সাত মন্ত্ৰক ব্যাহৃতি বোলা হয়। তাৰে প্ৰথম তিনিক মহাব্যাহৃতি বোলে। এই সাতৰ মধ্যৱৰ্তী চতুৰ্থ ব্যাহৃতি মহঃক ব্ৰহ্মদৃষ্টিৰে ভাৱনা কৰা বিষয়ে ইয়াত উপদেশ দিয়া হৈছে। আৰু জানিবলগীয়া যে, মন্ত্ৰসমূহৰ একোজন মন্ত্ৰদ্ৰষ্টা ঋষি থাকে। মন্ত্ৰৰ প্ৰয়োগত সেই ঋষিক স্মৰণ কৰা হয়।

সন্তং বহুধা কল্পয়ন্তি' ইত্যাদি অনেক শ্ৰুতিয়ে এক অদ্বিতীয় পৰমেশ্বৰেই বহু নাম ৰূপত অভিব্যক্ত দেৱতাৰূপে কল্পিত হয় বুলি কৈছে। গতিকে কোনোৱেই অন্য দেৱতাৰ উপাসক নহয়, পন্থা, প্ৰণালী বেলেগ হলেও অদ্বিতীয় ভগৱন্তৰেই উপাসক, একে ভাগৱত ধৰ্মী।]

ব্যাহৃতি বিলাকত এই প্ৰকাৰে লোকচিন্তা কৰা আৱশ্যক—ভূঃ হ'ল এই পৃথিবীলোক, ভুৱঃ অন্তৰিক্ষলোক আৰু স্বঃ প্ৰসিদ্ধ স্বৰ্গলোক। আৰু মহঃ এই তিনিওলোকৰ প্ৰকাশক সূৰ্য; কিয়নো সূৰ্যৰদ্বাৰাই হে সমস্তলোক স্ব স্ব—মহিমাত প্ৰতিষ্ঠিত থাকে। [ভাৱ এই যে, ভূঃ, ভুবঃ, স্বঃ এই তিনি ব্যাহৃতিৰ বাচ্য ত্ৰৈলোক্যই পৰমেশ্বৰৰ অঙ্গ অৰ্থাৎ তেওঁৰ বিৰাট বপু—স্থূল ব্ৰহ্মাণ্ডক বুজায় আৰু 'মহঃ' এই চতুৰ্থ ব্যাহৃতি সেই বিৰাট শৰীৰৰ প্ৰকাশক তাৰ আত্মাস্বৰূপ পৰমেশ্বৰৰ বোধক। 'মহঃ' ইয়াক সূৰ্য বুলি কোৱা হ'ল, সূৰ্যৰো তো আত্মা পৰমেশ্বৰেই, সূৰ্যৰ ৰূপত তেঁৱেই সৰ্বলোক প্ৰকাশিত কৰে। এইকাৰণে ইয়াত সূৰ্যক উপলক্ষণৰূপে লৈ এই বিৰাট ব্ৰহ্মাণ্ডক প্ৰকাশ কৰোঁতা তাৰ আত্মাস্বৰূপ পৰমেশ্বৰে উপাসনাক লক্ষ্য কৰা হৈছে।]॥১।৫।১॥

ভূৰিতি ৱা অগ্নিঃ। ভুৱ ইতি ৱায়ুঃ। সুৱৰিত্যাদিত্যঃ। মহ ইতি চন্দ্ৰমাঃ। চন্দ্ৰমসা ৱাৱ সৰ্বাণি জ্যোতীꣳষি মহীয়ন্তে। ভূৰিতি ৱা ঋচঃ। ভুৱ ইতি সামানি। সুৱৰিতি য়জূꣳষি। মহ ইতি ব্ৰহ্ম। ব্ৰহ্মণা ৱাৱ সৰ্বে ৱেদাঃ মহীয়ন্তে॥২॥

ভূঃ ইতি বৈ (ভূঃ এই ব্যাহৃতি) অগ্নিঃ (অগ্নি দেৱতা) ভুৱঃ ইতি বায়ুঃ (ভুৱঃ বায়ু দেৱতা) সুৱঃ ইতি আদিত্যঃ (স্বঃ আদিত্য দেৱতা) মহঃ ইতি চন্দ্ৰমাঃ (মহঃ চন্দ্ৰদেৱতা)। চন্দ্ৰমসা বাব (চন্দ্ৰৰেইদ্বাৰা) সৰ্বাণি জ্যোতিংষি (সকলোবোৰ জ্যোতিষ্ক) মহীয়ন্তে (মহিমান্বিত হয়)। ভূঃ ইতি বৈ (ভূঃ এই ব্যাহৃতি) ঋচঃ(ঋক্‌বেদ), ভুৱঃ ইতি সামানি (ভুৱঃ সামবেদ) সুৱঃ ইতি যজূংষি (স্বঃ যজুৰ্বেদ) মহঃ ইতি ব্ৰহ্ম [মহঃ এই ব্যাহৃতি ব্ৰহ্ম] ব্ৰহ্মণা বাব (ব্ৰহ্মৰেইদ্বাৰা) সৰ্বে বেদাঃ (সকলো বেদ) মহীয়ন্তে (মহিমান্বিত হয়) ॥

জ্যোতিষ্কমণ্ডলীত ব্যাহৃতিৰদ্বাৰা পৰমেশ্বৰৰ উপাসনাৰ প্ৰকাৰ বৰ্ণাইছে — 'ভূঃ' এই ব্যাহৃতি অগ্নি দেৱতা। অগ্নি বাক্-ইন্দ্ৰিয়ৰ অধিষ্ঠাতৃদেৱতাকাৰণে বাক্-ইন্দ্ৰিয়ই প্ৰত্যেক বিষয় ব্যক্ত কৰি প্ৰকাশ কৰে; গতিকে বাক্যত প্ৰকাশিত জ্যোতিস্বৰূপ অগ্নি এই 'ভূঃ'ব্যাহৃতি। 'ভুৱঃ' এই ব্যাহৃতি বায়ু-দেৱতা। স্পৰ্শেন্দ্ৰিয়ৰ অধিষ্ঠাতৃদেৱতা বায়ুৰ কাৰণে স্পৰ্শ ইন্দ্ৰিয়ৰ স্পৰ্শসুখ প্ৰকাশ পায়, এই কাৰণে স্পৰ্শৰ প্ৰকাশক-জ্যোতি বায়ুদেৱ এই 'ভুৱঃ'ব্যাহৃতি। 'স্বঃ'ব্যাহৃতি সূৰ্য। সূৰ্যদেৱ চক্ষু-ইন্দ্ৰিয়ৰ অধিষ্ঠাতৃদেৱতা হোৱা কাৰণে চক্ষু-ইন্দ্ৰিয়ই জ্যোতিস্বৰূপে ৰূপ প্ৰকাশ কৰে; এইকাৰণে চক্ষুত প্ৰকাশ হোৱা জ্যোতিস্বৰূপ সূৰ্য্য এই 'স্বঃ' ব্যাহৃতি। চতুৰ্থ ব্যাহৃতি মহঃ চন্দ্ৰ। চন্দ্ৰ মনৰ অধিষ্ঠাতৃদেৱতা; চন্দ্ৰৰ জ্যোতিত মন জ্যোতিৰ্ময় হৈ ইন্দ্ৰিয়বিলাকৰ গ্ৰহণীয় বিষয়-বোৰত প্ৰকাশ (পোহৰ) পেলায়; অৰ্থাৎ মনে পোহৰ নেদে-

খুৱালে ইন্দ্ৰিয়বোৰে সিহঁতৰ বিষয়বোৰ নেদেখে। এই কাৰণে মনক প্ৰকাশ কৰা, জ্যোতিষ্কমণ্ডলীৰ প্ৰধান চন্দ্ৰ 'মহঃ' ব্যাহৃতি। কিয়নো চন্দ্ৰৰদ্বাৰা অৰ্থাৎ চন্দ্ৰাধিষ্ঠিত মনৰদ্বাৰা হে সমস্ত জ্যোতিস্বৰূপ ইন্দ্ৰিয়বোৰে স্ব স্ব বিষয় প্ৰকাশ কৰি মহিমান্বিত হয়। নহলে—মনৰ সহযোগ নাথাকিলে সিহঁতৰ মহিমা— কাৰ্যক্ষমতা একো নাথাকে। ["য তক ইন্দ্ৰিয়গণ মনৰ অধীন। মনৰেসে আজ্ঞা পালি থাকে ৰাতি-দিন"॥ অনাদি পাতৰ।]

এই প্ৰকাৰেই ব্যাহৃতিবোৰৰ বেদবিষয়তা বুজাইছে— 'ভূ' এই ব্যাহৃতি ঋকবেদ, তেনেকৈ 'ভুৱঃ' সামবেদ, 'স্বঃ' যজুৰ্বেদ আৰু 'মহঃ' ব্ৰহ্ম; কাৰণ ব্ৰহ্মৰ মহিমা ব্যাখ্যানৰদ্বাৰাই হে সকলো বেদ মহিমামণ্ডিত হল। [ভাব এই যে, ব্যাহৃতি ত্ৰিতয়ৰূপে কথিত বেদত্ৰয়ত বৰ্ণিত যাৱতীয় জ্ঞান পৰব্ৰহ্ম পৰমেশ্বৰৰপৰাই আবিৰ্ভূত আৰু পৰিব্যাপ্ত তথা ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্বৰ্গসিদ্ধিৰূপ ব্ৰহ্মৰহস্য ব্যাখ্যাত হৈছে। এই প্ৰকাৰে ব্ৰহ্মৰ মহিমা সৃষ্টি-পাতনিৰেপৰা জাগতিক যাৱতীয় বিষয়ৰ উদঘোষণাৰদ্বাৰা বেদসকল স্বমহিমাত সুপ্ৰতিষ্ঠিত হ'ল। এই প্ৰকাৰেই ব্যাহৃতিক বেদৰূপে জানি উপাসনা কৰা আৱশ্যক] ১।৫।২।

ভূৰিতি বৈ প্ৰাণঃ। ভুৱ ইত্যপানঃ। সুৱৰিতি ৱ্যানঃ। মহ ইত্যন্নম্। অন্নেন ৱাৱ সৰ্বে প্ৰাণা মহীয়ন্তে। তা ৱা এতাশ্চতস্ৰশ্চতুৰ্ধা। চতস্ৰশ্চতস্ৰো

ব্যাহৃতয়ঃ। তা য়ো বেদ। স বেদ ব্ৰহ্ম। সৰ্ব্বেঽস্মৈ দেৱা বলিমাৱহন্তি ॥৩॥

ভূঃ ইতি বৈ প্ৰাণঃ [ভূঃ এই ব্যাহৃতিপ্ৰাণ], ভুৱঃ ইতি অপানঃ, সুৱঃ [স্বঃ] ইতি ব্যানঃ, মহঃ ইতি অন্নম্ অন্নেন বাৱ (অন্নৰেইদ্বাৰা সৰ্ব্বে প্ৰাণাঃ মহীয়ন্তে। তা এতাঃ বৈ চতস্ৰঃ (সেই এই চাৰি ব্যাহৃতি) চতুৰ্ধা (চাৰি প্ৰকাৰ হ'ল ; চতস্ৰঃ চতস্ৰঃ (প্ৰত্যেকে চাৰি চাৰি ভেদযুক্ত হৈ মুঠ ষোল) ব্যাহৃতয়ঃ (ব্যাহৃতি হ'ল)। তাঃ (সেইসকলক য়ঃ বেদ (যি জানে) সঃ (তেওঁ) ব্ৰহ্ম (ব্ৰহ্মক) বেদ (জানে)। অস্মৈ (এই ব্ৰহ্ম জ্ঞানীলৈ সৰ্ব্বে দেৱাঃ (সকলো দেৱতাই) বলিম্ উপ-হাৰ) আৱহন্তি (বৈ আনে) ॥৩॥

ব্যাহৃতিৰদ্বাৰা প্ৰাণৰ উপাসনাৰ প্ৰকাৰ এনেকুৱা — 'ভূঃ' এই ব্যাহৃতি প্ৰাণ, ভুৱঃ অপান, 'স্বঃ' ব্যান। জগৎ ব্যাপী সমস্ত প্ৰাণেই উক্ত তিনি ব্যাহৃতি ৰূপে বুজিব লাগে। চতুৰ্থ ব্যাহৃতি 'মহঃ' অন্ন। কিয়নো সমস্ত প্ৰাণৰ পোষণ, পৰি-বৰ্ধন আদি মহিমাৰাশি অন্নৰদ্বাৰাই হে হয়। এইকাৰণে প্ৰাণৰ নিয়ন্তা পৰমেশ্বৰ অন্নৰূপে উপাস্য।

এইদৰে উক্ত চাৰি ব্যাহৃতিৰ প্ৰত্যেকৰে চাৰিপ্ৰকাৰে ভেদ প্ৰয়োগৰ দ্বাৰা উপাসনাৰ ৰীতি বুজোৱা হ'ল। চাৰি প্ৰকাৰে প্ৰযুক্ত এই চাৰি ব্যাহৃতিৰ উপাসনাৰ ভেদ যি জানে আৰু জানি সেই অনুযায়ী পৰমেশ্বৰৰ উপাসনা কৰে, তেওঁ ব্ৰহ্মৰহস্য জানিবলৈ সমৰ্থ হয় আৰু সেই ব্ৰহ্মজ্ঞানীৰ

কাৰণে সকলো দেৱতাই তেওঁৰ আৱশ্যকীয় যাৱতীয় ভোগ্য বস্তুৰ যোগান ধৰোগায় (গীতা ৩।১১)।

[পূৰ্ববৰ্ণিত চাৰি ব্যাহৃতিৰ চাৰিভেদ চমুকৈ প্ৰত্যেকৰে এনে — ভূঃ = পৃথিৱী, অগ্নি, ঋকবেদ আৰু প্ৰাণ; ভুৱঃ = অন্তৰিক্ষ, বায়ু, সামবেদ আৰু অপান; স্বঃ = স্বৰ্গ, সূৰ্য, যৰ্জুবেদ আৰু ব্যান; মহঃ = আদিত্য, চন্দ্ৰ, ব্ৰহ্ম আৰু অন্ন। (৪ × ৪ = ১৬) (ছান্দোগ্য ৪।৫—৮)। এই ষোল প্ৰকাৰ ভেদ-যুক্ত ব্যাহৃতি উপাসনাৰ উপদেশদ্বাৰা উপনিষদুক্ত ষোড়শ কলাবিশিষ্ট পৰমপুৰুষেই উপাস্যৰূপে প্ৰতিপন্ন হ'ল] ১।৫।৩

পঞ্চম অনুবাক সমাপ্ত



## ষষ্ঠ অনুবাক

স য় এষোঽন্তৰ্হৃদয় আকাশঃ তস্মিন্নয়ং পুৰুষো মনোময়ঃ অমৃতো হিৰণ্ময়ঃ ॥১॥

য়ঃ এষ: (যি এই) অন্ত:হৃদয়ে (হৃদয়ৰ মাজত) আকাশঃ (অৱকাশ), তস্মিন্ (সেই আকাশত) সঃ (সেই পূৰ্বোক্ত) মনোময়ঃ (জ্ঞানগম্য) অমৃত: (অবিনাশী) হিৰণ্ময়ঃ (জ্যোতিঃ স্বৰূপ) অয়ম্ পুৰুষ: (এই জগৎ পৰিপূৰক পৰমেশ্বৰ বিৰাজমান আছে) ॥১॥

[পূৰ্ব অনুবাকত মহঃ ব্যাহৃতিক আত্মা বুলি- ব্ৰহ্ম বুলি কলে। আকৌ মহঃ ব্যাহৃতিৰূপ ব্ৰহ্ম মনৰ অধিষ্ঠাতা চন্দ্ৰৰূপে ইন্দ্ৰিয়াধিষ্ঠ দেৱবৃন্দৰ প্ৰকাশক অৰ্থাৎ এই মনোময় অন্তৰ্যামীৰদ্বাৰা নিয়ন্ত্ৰিত ইন্দ্ৰিয়বোৰৰ সহযোগত প্ৰাণীৰ প্ৰাণযাত্ৰা পৰিচালিত হয় বুলি বুজালে। এতিয়া এই অনুবাকত সেই অন্তৰ্যামী পুৰুষৰ ক'ত উপলব্ধি হয় এই কথাকে প্ৰথমতে কৈছে]— হৃদয়ৰ মাজত যি অকন অঙ্গুষ্ঠপৰিমাণ আকাশ আছে তাতেই সেই মনোময় অৰ্থাৎ বিশুদ্ধজ্ঞানগম্য অবিনাশী, জ্যোতিঃস্বৰূপ অন্তৰ্যামী পুৰুষ (যি পুৰুষ পৰিপূৰ্ণৰূপে সমগ্ৰ জগৎব্যাপ্ত) বিৰাজমান আছে। তাতেই তেওঁৰ সাক্ষাৎকাৰ মিলে, দূৰ-দূৰান্তৰত বিচাৰি যাব নালাগে ॥১।৬।১

অন্তরেণ তালুকে। য এষ স্তন ইবাবলম্বতে। সেন্দ্রয়োনিঃ। যত্রাসৌ কেশান্তো বিবর্ত্তে। ব্যপোহ্য শীর্ষক-পালে। ভূরিত্যগ্নৌ প্রতিতিষ্ঠতি। ভুব ইতি বায়ৌ। সুবরিত্যাদিত্যে। মহ ইতি ব্রহ্মণি ॥২।

অন্তরেণ তালুকে (দুই তালুৰ মাজত) যঃ এষঃ স্তনঃ ইব (যি এই স্তনৰ দৰে) অবলম্বতে (ওলমি থাকে) [তাৰ মাজেদি] যত্র অসৌ কেশান্তঃ (চুলিবোৰৰ মূল ঠাই – ব্রহ্মৰন্ধ্র) বিবর্ত্ততে (অৱস্থিত আছে), [তাত] শীর্ষকপালে (মূৰৰ খোলা ঢকাল) ব্যপোহ্য (বিভক্ত কৰি) [বিনিসৃতা যা] (বিনির্গত হোৱা যি সুষুম্না নাড়ী) সা (সেই নাড়ী) ইন্দ্রয়োনিঃ (ব্রহ্মৰ প্রাপ্তিৰ দুৱাৰ) [অন্তিমকালত এই দুৱাৰেদি বাহিৰ হৈ] ভূঃ ইতি অগ্নৌ (ভূঃ এই ব্যাহৃতিৰ বাচ্য অগ্নিত) প্রতিতিষ্ঠতি (প্রতিষ্ঠিত হয়) ভুবঃ ইতি বায়ৌ (ভুবঃ এই ব্যাহৃতিৰ বাচ্য বায়ুত প্রতিষ্ঠিত হয়) সুবঃ ইতি আদিত্যে (স্বঃ এই ব্যাহৃতিৰ বাচ্য সূৰ্য্যত প্রতিষ্ঠিত হয়), মহঃ ইতি ব্রহ্মণি (মহঃ ব্যাহৃতিৰ বাচ্য ব্রহ্মত প্রতিষ্ঠিত হয়),

[পূৰ্বপ্রকাৰে স্বহৃদয়ত ব্রহ্মসাক্ষাৎ কৰা মহাপুৰুষৰ ব্রহ্মপ্রাপ্তিৰ ক্রম বর্ণনা কৰিছে] মানুহৰ মুখৰ ভিতৰত থকা দুই তালুৰ মাজত স্তনৰ দৰে ওলমি থকা যি এক মাংস-খণ্ড আছে তাৰ আগলৈ চুলিবোৰৰ মূল ঠাই [মাজঠাই] ব্রহ্মৰন্ধ্র। তালৈ হৃদয়ৰপৰা বাহিৰ হোৱা সেই ওলোমা মাংসখণ্ডৰ মাজেদি গৈ মূৰৰ লাওখোলা ঢকাল ভেদ কৰি

যোৱা যি সুষুমা নাড়ী, সেই নাড়ী ইন্দ্ৰৰ অৰ্থাৎ পৰমৈশ্বৰ্যসম্পন্ন পৰমেশ্বৰৰ দুৱাৰ। অন্তিম কালত সেই মহাপুৰুষ এই দুৱাৰেদি শৰীৰৰপৰা বাহিৰ হৈ 'ভূঃ' এই নামে অভিহিত অগ্নি দেৱতাৰ অধিকাৰত থাকে। তাৰ পাচত 'ভুৱঃ' নামে অভিহিত বায়ু দেৱতাৰ অৰ্থাৎ পৃথিবীৰ পৰা দ্যুলোক পৰ্যন্ত সমস্ত অন্তৰিক্ষলোকত যাৰ অধিকাৰ, সেই বায়ুৰ অধিকাৰলৈ আহে। সেই দেৱতাই 'স্বঃ' নামে অভিহিত সূৰ্যৰ লোকত উপস্থিত কৰায় গৈ। তাৰপৰা 'মহঃ' নামে কথিত ব্ৰহ্মত প্ৰতিষ্ঠিত হৈ যায়। ১।৬।২ ॥

**আপ্নোতি স্বাৰাজ্যম্। আপ্নোতি মনসস্পতিম্ ৱাক্‌পতিশ্চক্ষুষ্পতিঃ শ্ৰোত্ৰপতিৰ্বিজ্ঞানপতিঃ। এতত্ততো ভৱতি ॥৩॥**

স্বাৰাজ্যম্ (তেওঁ স্বৰাজ) আপ্নোতি (লাভ কৰে)। মনসঃ পতিম্ আপ্নোতি (অন্তঃকৰণৰ স্বামী ব্ৰহ্মক লাভ কৰে); ৱাক্‌পতিঃ (বাক্যৰ স্বামী) চক্ষুঃপতিঃ (চকুৰ পতি), শ্ৰোত্ৰপতিঃ (কাণৰ পতি), বিজ্ঞান-পতিঃ (আৰু বিশিষ্ট জ্ঞানৰ স্বামী হয়)। ততঃ (পূৰ্বোক্ত সাধনাৰ পৰা) এতৎ ভৱতি (এইবোৰ হয়) ।৩।

পূৰ্বপ্ৰকাৰে ব্ৰহ্মলোকত প্ৰতিষ্ঠিত মহাপুৰুষ 'স্বৰাট' হয় তেওঁৰ ওপৰত প্ৰকৃতিৰ অধিকাৰ নাথাকে নিজেই প্ৰকৃতিৰ অধিষ্ঠাতা হৈ যায় কিয়নো তেওঁ অন্তঃকৰণৰ স্বামীক অৰ্থাৎ নিখিল চিন্তাৰ বিষয় পৰমাত্মা পুৰুষক লাভ কৰে। এই

ক'ৰণে তেওঁ বাক্য, চকু, কাণ আদি সমস্ত ইন্দ্রিয়ৰ আৰু তাৰ দেৱতাসবৰ স্বামী হৈ যায় আৰু বিশিষ্টজ্ঞানৰ অধিকাৰী হয়। অর্থাৎ এই সকলো বোৰ তেওঁৰ অধীন হৈ পৰে। পূর্বক কৈ অহা সাধনাৰ ফলত এনে পৰমার্থ লাভ হয়। ।৬।৩৭

**আকাশশৰীৰং ব্রহ্ম। সত্যাত্ম প্রানাৰামং মন-আনন্দম। শান্তিসমৃদ্ধমমৃতম্। ইতি প্রাচীনয়োগ্যোপাস্স্ব। ৪।**

ব্রহ্ম আকাশশৰীৰম্ (ব্রহ্ম আকাশৰ নিচিনা সূক্ষ্মশৰীৰী) সত্য আত্ম (সত্তা স্বৰূপ) প্রানাৰামম্ (প্ৰাণ আদি সমস্তইন্দ্রিয়ৰ বিশ্রামস্থান) মনআনন্দম্ (অন্তঃকৰণৰ আনন্দ) শান্তিসমৃদ্ধম্ (শান্ত আৰু সমৃদ্ধ) অমৃতম্ (অবিনাশী, নিত্য) ইতি (এবম্প্রকাৰে জানি) প্রাচীনযোগ্য (হে প্রাচীনযোগ্য) উপাস্স্ব (তুমি তেওঁক আৰাধনা কৰা) ॥৪॥

ব্রহ্মৰ স্বৰূপ কি আৰু ব্রহ্মপ্রাপ্তি হলে কি হয়, তাক বুজাইছে। ব্রহ্ম আকাশৰ দৰে সূক্ষ্মদেহী আৰু সর্বব্যাপী। তেওঁ একমাত্র 'সৎ', প্রাণকে আদি ক'ৰি সমস্ত ইন্দ্রিয়বর্গৰ বিশ্রাম অর্থাৎ তেওঁৰ চিন্ময়তাত নিজক বিলীন কৰে, আৰু অন্তঃকৰণৰ আনন্দস্বৰূপ। এনে সৎ, চিৎ, আনন্দস্বৰূপ ব্রহ্ম অখণ্ড শান্তিৰ ভড়াঁল, সমস্ত ঐশ্বর্য্যেৰে সমৃদ্ধ আৰু পৰমামৃতৰূপে চিৰ বিৰাজমান। এইদৰে পৰব্রহ্ম পৰমেশ্বৰৰ স্বৰূপ বুজাই শ্রুতিয়ে উপদেশ দিলে যে, হে প্রাচীন যোগ্য। অর্থাৎ প্রথমৰেপৰা সাধনা-উপাসনা আদিৰে ব্রহ্মপ্রাপ্তিৰ যোগ্যতা অর্জন কৰা ব্রহ্মজিজ্ঞাসু সাধক! তুমি উক্তগুণসমৃদ্ধ ব্রহ্মস্বৰূপ জানি তেওঁৰ উপাসনাত লাগি যোৱা ॥১।৬।৪॥

॥ ষষ্ঠ অনুবাক সমাপ্ত ॥৬॥

—x—

## সপ্তম অনুবাক

পৃথিৱ্যন্তৰিক্ষং দ্যৌৰ্দিশোঽৱান্তৰদিশঃ। অগ্নি-ৰ্বায়ুৰাদিত্যশ্চন্দ্রমা নক্ষত্রাণি। আপ ওষধয়ো ৱন-স্পতয় আকাশ আত্মা। ইত্যধিভূতম্। অথাধ্যা-ত্মম্। প্রাণো ৱ্যানোঽপান উদানঃ সমানঃ। চক্ষুঃ শ্রোত্রং মনো ৱাক্ ত্বক্। চৰ্ম মাংসং স্নাৱাস্থি মজ্জা। এতদধিবিধায় ঋষিৰবোচৎ। পাঙ্‌ক্তং ৱা ইদং সৰ্বম্। পাঙ্‌ক্তেনৈৱ পাঙ্‌ক্তং স্পৃণো-তীতি ॥১॥

পৃথিৱী (ভূলোক) অন্তৰিক্ষম্ (অন্তৰিক্ষলোক) দ্যৌঃ (স্বৰ্গলোক) দিশঃ (দিবসমূহ) অৱান্তৰদিশঃ (দিশৰ কোণসমূহ) [এই পাঁচ—লোক-পঙ্‌ক্তি]। অগ্নিঃ বায়ুঃ আদিত্যঃ চন্দ্রমাঃ নক্ষত্রাণি (নক্ষত্রসমূহ) [এই পাঁচ জ্যোতি-পঙ্‌ক্তি বা দেৱতা-পঙ্‌ক্তি]। আপঃ (পানী), ওষধয়ঃ (ওষধিসমূহ), ৱনস্পতয়ঃ (বনস্পতিসমূহ), আকাশঃ, আত্মা (অন্নময় স্থূলশৰীৰ) [এই পাঁচ মিলি ভূতপঙ্‌ক্তি]। ইতি অধি-ভূতম্ (এই আধিভৌতিকভাৱে বৰ্ণনা কৰা হ'ল)। অথ (ইয়াৰ পাছত অধ্যাত্মম্ (দেহবিষয়ক দৃষ্টিৰে বৰ্ণনা কৰা হব)—প্রাণঃ, ব্যানঃ অপানঃ উদানঃ সমানঃ (এই পাঁচ বায়ু প্রাণ-পঙ্‌ক্তি)। চক্ষুঃ, শ্রোত্রম, মনঃ, বাক্, ত্বক্—এই পাঁচ কৰণ বা ইন্দ্রিয়পঙ্‌ক্তি]। চৰ্ম, মাংসম্, স্নাৱা (নাড়ী) অস্থি, মজ্জা—[এই পাঁচ ধাতুপঙ্‌ক্তি], এতৎ (এইপ্রকাৰে) অধিবিধায় (পৰিকল্পনা কৰি) ঋষিঃ অবোচৎ (ঋষিয়ে অথবা বেদে কৈছিল)—ইদম্ সৰ্বম্ বৈ (এই সমস্তই) পাঙ্‌ক্তম্ (পঙ্‌ক্তিৰ একী-কৰণৰ) সমূহ)। পাঙ্‌ক্তেন এৱ পাঙ্‌ক্তম্ (আধ্যাত্মিক পাঙ্‌ক্তে

বাহ্য পাঙ্‌ক্তক আৰু বাহ্য পাঙ্‌ক্তেৰে অধ্যাত্ম পাঙ্‌ক্তক) স্পৃণোতি ইতি (পূৰ্ণ কৰে—একাত্মৰূপ লাভ কৰে) ॥১॥

[এই অনুবাকত আধিভৌতিকৰূপে আৰু আধ্যাত্মিক ৰূপ পঞ্চীকৰণ বৰ্ণনা কৰিছে। অৰ্থাৎ বাহ্য তিনি পঞ্চক আৰু শৰীৰস্থ তিনি পঞ্চকৰ বৰ্ণনা দি শেষত তাৰ উপযোগিতা দেখুৱাব]-পৃথিৱী, অন্তৰিক্ষ, স্বৰ্গলোক, পূব-দক্ষিণ আদি দিশ, অগ্নি আদি অবান্তৰদিশ (কোণ)—এই পাঁচ প্ৰকাৰ মিলি লোক পঙ্‌ক্তি। অগ্নি, বায়ু, সূৰ্য, চন্দ্ৰ, নক্ষত্ৰসমূহ—এই পাঁচ মিলি জ্যোতিৰ পঙ্‌ক্তি। পানী, ওষধি (ফল পকিলে গছ মৰি যোৱাবোৰ ওষধি, বনস্পতি (ফুল নুফুলাকৈ গুটিধৰা গছ বনস্পতি), আকাশ, স্থূলশৰীৰ — এই পাঁচ মিলি ভূত-পঙ্‌ক্তি। এই যে লোকপঙ্‌ক্তি, জ্যোতিপঙ্‌ক্তি আৰু ভূতপঙ্‌ক্তি (পঙ্‌ক্তি— পাঁচৰ সমবায়) বৰ্ণনা কৰা হ'ল, ইয়াৰদ্বাৰা আধিভৌতিক পঞ্চকত্ৰয় কোৱা হ'ল। এতিয়া এইদৰেই আধ্যাত্মিক অৰ্থাৎ দেহবিষয়ক পঙ্‌ক্তিসমূহ কোৱা হব। প্ৰাণ,ব্যান, অপান, উদান আৰু সমান — এই দেহাভ্যন্তৰৰ পাঁচ বায়ু প্ৰাণপঙ্‌ক্তি। চকু, কাণ, মন, বাক্য আৰু ত্বক্ (চাল) এই পাঁচমিলি কৰণপঙ্‌ক্তি। চাল, মাংস, নাড়ী, হাৰ আৰু মজ্জা (হাড়ৰ মাজত থকা তৰল পদাৰ্থ)— এই পাঁচ শৰীৰত থকা ধাতুপঙ্‌ক্তি। এই প্ৰাণপঙ্‌ক্তি কৰণ বা ইন্দ্ৰিয়পঙ্‌ক্তি আৰু ধাতুপঙ্‌ক্তি—এই তিনি পঞ্চক আধ্যাত্মিক পাঙ্‌ক্ত (পঙ্‌ক্তিৰ সমবায়) বুলি কথিত হয়।

শৰীৰৰ নিৰ্মাণ আৰু প্ৰবৰ্ত্তনৰ উপযোগী এই আধি ভৌতিক বাহ্য তিনি পঞ্চক আৰু আধ্যাত্মিক—আভ্যন্তৰিক তিনি-পঞ্চক উপলক্ষণ হৈ বাকী থকা পদাৰ্থবোৰো এই ছয় পঙ্‌ক্তিকৰণৰ অন্তৰ্ভুক্ত হোৱা বুজিব লাগিব। এই প্ৰকাৰে পঙ্‌ক্তিকৰণ পৰিকল্পিত হোৱাত শ্ৰুতিয়ে কয়—জাগতিক সমস্তই এই বৰ্ণিত বিভক্ত পঞ্চীকৰণবোৰৰ সাম্‌হিকস্বৰূপ। আধ্যাত্মিক পঙ্‌ক্তিসমূহৰদ্বাৰা বাহ্য (আধিভৌতিক) পঙ্‌ক্তিসমূহ আৰু বাহ্যপঙ্‌ক্তিসমূহৰদ্বাৰা আধ্যাত্মিক পঙ্‌ক্তিসমূহ পূৰ্ণ বিকসিত হয়। পতিকে এই দুই পাঙ্‌ক্তৰ পৰস্পৰ সমন্ধ ঘটাব লাগিব। যেনে প্ৰথম আধিভৌতিক লোকপঙ্‌ক্তিৰ সৈতে আধ্যাত্মিক প্ৰাণপঙ্‌ক্তিৰ সমন্ধ ঘটে; কিয়নো, একলোকৰপৰা অন্যলোকসমূহৰ সম্বন্ধ ঘটোৱাত প্ৰাণৰ প্ৰাধান্য পূৰ্বতে সংহিতাপ্ৰকৰণত (তৃতীয় অনুবাকত) উক্ত হৈছে। দ্বিতীয়—আধিভৌতিক জ্যোতিবিষয়ক পঙ্‌ক্তিৰ সৈতে আধ্যাত্মিক কৰণসমূহৰ পঙ্‌ক্তিৰ সমন্ধ হয়। ; কাৰণ আধিভৌতিক জ্যোতিষ্কবোৰ আধ্যাত্মিক কৰণ (ইন্দ্ৰিয়) বোৰৰ সহায়ক বুলি শাস্ত্ৰবোৰৰ অনেক ঠাইত বৰ্ণনা পোৱা যায়। তৃতীয়—আধি-ভৌতিক স্থূলপদাৰ্থৰূপ ভূতপঙ্‌ক্তিৰ সৈতে আধ্যাত্মিক শৰীৰস্থ ধাতুপঙ্‌ক্তিৰ সম্বন্ধ হয়; কিয়নো ওষধি-বনস্পতি ৰূপ খাদ্যৰদ্বাৰাইহে চাম মাংস আদিৰ পৰিপুষ্টি—বৃদ্ধি হয়, এয়া তো জনাজাত কথা। এই প্ৰকাৰে বাহ্য আৰু আভ্যন্তৰ তত্ত্বোবৰ প্ৰকৃতি বুজিব লাগে। সেইবোৰৰ পাৰস্পৰিক সম্বন্ধ বুজি ঠিক-ঠিক তাৰ প্ৰয়োগ ঘটিছে নে নাই—

তাদের লক্ষ্য রাখি চলিব জানিলে স্বাধ্যায়ান দেহাযুক্ত হৈ পরমার্থচিন্তায় আগুয়াই যাব পারে ॥ ১।৭।১ ॥

সপ্তম অনুবাক সমাপ্ত ॥ ৭ ॥



## অষ্টম অনুবাক

ওমিতি ব্রহ্ম। ওমিতীদং সর্বম্ ওমিত্যেত-দনুকৃতির্হ স্ম বা অপ্যো শ্রাবয়েত্যাশ্রাবয়ন্তি। ওমিতি সামানি গায়ন্তি। ওঁ শোমিতি শস্ত্রাণি শংসন্তি। ওমিত্যধ্বর্যুঃ প্রতিগরং প্রতিগৃণাতি। ওমিতি ব্রহ্মা প্রসৌতি। ওমিত্যগ্নিহোত্রমনুজা-নাতি। ওমিতি ব্রাহ্মণঃ প্রবক্ষ্যন্নাহ ব্রহ্মোপাপ্নবা-নীতি। ব্রহ্মৈবোপাপ্নোতি ॥১॥

ওম্ ইতি ব্রহ্ম (ওম্ এই শব্দ ব্রহ্ম)। ওম্ ইতি ইদম্ সর্বম্ (ওম্ ইয়েই এই সমস্ত জগৎ)। ওম্ ইতি এতৎ ('ওম্' এনে এই পদ) হ বৈ (নিঃসন্দেহে) অনুকৃতিঃ (সম্মতিসূচক-রূপে) স্ম (প্রসিদ্ধ)। অপি (আকৌ) ও (হে আচার্য ! )

শ্রাবয় (শুনাওক)। ইতি (এইদৰে কলে) ['ওম বুলি শকাগি আচার্যই শিষ্যক] আশ্রাবয়ন্তি (উপদেশ শুনায়) ওম্ ইতি ('ওম্' উচ্চাৰণ কৰি) সামানি (সামবেদৰ মন্ত্রসমূহ) গায়ন্তি (গান গায়। ওম্ শোম্ ইতি 'ওম শোম্' এই উচ্চাৰণ কৰি) শস্ত্রাণি (গীত ৰহিত ঋক্‌সমূহ) শংসন্তি (পাঠ কৰে। ওম্ ইতি অধ্বর্যুঃ ('ওম্' বুলি যজুৰ্বেদী ঋত্বিকে) প্রতিগৰম্ প্রতিগৃণাতি ('প্রতিগৰ' মন্ত্র উচ্চাৰণ কৰে)। 'ওম্' ইতি ব্রহ্মা ('ওম্' বলি পৰিচালক প্রধানঋত্বিকে) প্রসৌতি (অনুমতি দিয়ে)। ওম্ ইতি ('ওম্' বুলি) অগ্নিহোত্রম্ অনুজানাতি (অগ্নিহোত্রহৱনত অনুমতি দিয়ে)। প্রব-ক্ষ্যন্ ব্রাহ্মণঃ শাস্ত্রপাঠ কৰিব খোজা ব্রাহ্মণে) ওম্ ইতি ('ওম' বুলি) আহ (কয়)—ব্রহ্ম (বেদ বা পৰমেশ্বৰক) উপাপ্ন-ৱানি ইতি (লাভ কৰিবলৈ সমৰ্থ হওঁ যেন)। ব্রহ্ম উপাপ্নোতি এৱ 'তেওঁ নিশ্চয়' জ্ঞান লাভ কৰে)।

[পৰমেশ্বৰৰ নামত শ্রদ্ধা আৰু ৰুচি জন্মাবলৈ 'ওম' এই ভগৱৎ নামৰ মহিমা কীৰ্ত্তন কৰিছে—] 'ওম এই শব্দ পৰমাত্মা পৰমেশ্বৰৰ নাম বাবে সাক্ষাৎ ব্রহ্মই, কাৰণ নাম আৰু নামী ভিন্ন নহয়। আমাৰ প্রত্যক্ষদৃশ্য এই সমস্ত জগৎ 'ওম' অৰ্থাৎ ব্রহ্মৰে স্থূলৰূপ। 'ওম' সম্মতি জ্ঞাপক; অৰ্থাৎ যেতিয়া কিবা কথাত অনুমোদন জনাবলগীয়া হয়, তেতিয়া তাত সম্মতি জনাই ভগৱানৰ নাম 'ওম্' বুলি (ভাষাত ওঁ বুলি) বক্তাই অনুমতি দিয়ে, এইটো সকলোৱে নিঃসন্দেহে

জনা কথা। আকৌ শিষ্য বা আন কোনোৱে গুৰু বা আন-কোনো বক্তাক 'আমাক শুনাওক' বুলি প্ৰাৰ্থনা জনায়, তেতিয়া গুৰুৱে বা সেই বক্তাই 'ওম' ভগৱানৰ নাম উচ্চাৰণ কৰি উপদেশ শুনায়। সামবেদৰ স্তোত্ৰপাঠকে 'ওম্' উচ্চাৰণ কৰি সামস্তুতি গান কৰে। 'শাস্তানা' ঋত্বিকে 'ওম্-শোম্' উচ্চাৰণ কৰি শস্ত্ৰনামক গীতৰহিত মন্ত্ৰবোৰ পাঠ কৰে। হোতাসকলে স্তোত্ৰপাঠৰ সময়ত "শোংসাৱোম্"—"ওঁ আমি প্ৰাৰ্থনা কৰো" ? এই আহ্বান [অনুমতি] বিচাৰিলে ওম্ উচ্চাৰণ কৰি যজুঃবেত্তা ঋত্বিক্ অধ্বৰ্য্যুৱে "শো সামো দৈৱোম্"—"তেনেহলে আমি আনন্দই পাম" এনে প্ৰতিগৰ অৰ্থাৎ উৎসাহবাণী দিয়ে। যজ্ঞাদি কৰ্ম্মৰ প্ৰধান পৰিচালক 'ব্ৰহ্মা' নামক ঋত্বিকে 'ওম্' নাম উচ্চাৰণ কৰি যজ্ঞকৰ্ম্ম চলাই যাবলৈ অনুমতি দিয়ে। 'ওম্' বুলিয়েই 'অগ্নিহোত্ৰ'হৱনৰ অনুজ্ঞা লাবা হয়। বেদআদি শাস্ত্ৰপাঠত প্ৰবৃত্ত হোৱা ব্ৰাহ্মণে 'ওম' উচ্চাৰণ কৰি কয় যে, 'মই যেন শাস্ত্ৰৰ মৰ্ম্মবাণী শ্ৰীভগৱানক পাবলৈ সমৰ্থ হব পাৰোঁ। এনে ঐকান্তিক আগ্ৰহ হলে তেওঁ নিশ্চয় জ্ঞান লাভ কৰি শ্ৰীভগৱানক লাভ কৰে। এই প্ৰকাৰেই এই মন্ত্ৰত 'ওম্' নামৰ প্ৰয়োগ আৰু মহিমা বৰ্ণনা কৰা হল। ১।৮।১

॥ অষ্টম অনুবাক সমাপ্ত ॥৮॥

## নৱম অনুৱাক

ঋতং চ স্বাধ্যায়প্ৰৱচনে চ সত্যং চ স্বাধ্যায়প্ৰৱচনে চ। তপশ্চ স্বাধ্যায়প্ৰৱচনে চ। দমশ্চ স্বাধ্যায়প্ৰৱচনে চ। শমশ্চ স্বাধ্যায়প্ৰৱচনে চ। অগ্নয়শ্চ স্বাধ্যায়প্ৰৱচনে চ অগ্নিহোত্ৰং চ স্বাধ্যায়প্ৰৱচনে চ। অতিথয়শ্চ স্বাধ্যায়প্ৰৱচনে চ। মানুষং চ স্বাধ্যায়প্ৰৱচনেচ প্ৰজা চ স্বাধ্যায়প্ৰৱচনে চ। প্ৰজনশ্চ স্বাধ্যায়প্ৰৱচনে চ। প্ৰজাতিশ্চ স্বাধ্যায়প্ৰৱচনে চ। সত্যমিতি সত্যৱচা ৰাথীতৰঃ। তপ ইতি তপোনিত্যঃ পৌৰুশিষ্টিঃ। স্বাধ্যায়প্ৰৱচনে এৱেতি নাকো মৌদ্‌গল্যঃ। তাদ্ধি তপ স্তাদ্ধি তপঃ ॥১॥

ঋতম্ (যথাবিধি সদাচাৰ পালন) চ (আৰু) স্বাধ্যায়প্ৰৱচনে চ (বেদাদি শাস্ত্ৰৰ অধ্যয়ন আৰু অধ্যাপনা 'অৱশ্য কৰ্ত্তব্য')। সত্যম্ চ (সত্য কোৱা আৰু সত্য আচৰণ এৱং) স্বাধ্যায়প্ৰৱচনে চ। তপঃ (তপস্যাৰ আচৰণ) চ স্বাধ্যায়প্ৰৱচনে চ। দমঃচ (ইন্দ্ৰিয়সংযম আৰু) স্বাধ্যায়প্ৰৱচনে চ। শমঃ চ (মনৰ সংযম আৰু) স্বাধ্যায়প্ৰৱচনে চ। অগ্নয়ঃ চ (অগ্নিচয়নাদি কৰ্ম আৰু) স্বাধ্যায়প্ৰৱচনে চ। অগ্নিহোত্ৰম্ চ (অগ্নিহোত্ৰ হোমৰ অনুষ্ঠান আৰু) স্বাধ্যায়প্ৰৱচনে চ। অতিথয়ঃ চ (অতিথি সেৱা আৰু) স্বাধ্যায়প্ৰৱচনে চ। মানুষম্ চ(মনুষ্যোচিত লৌকিক ব্যৱহাৰ আৰু) স্বাধ্যায়প্ৰৱচনে চ। প্ৰজা চ (সন্তান উৎপাদন তথা সন্তানৰ সংস্কাৰ আদি কৰ্ম আৰু) স্বাধ্যায়প্ৰৱচনে চ। প্ৰজনঃ চ (যথা শাস্ত্ৰ-স্ত্ৰী সহবাস আৰু) স্বাধ্যায়প্ৰৱচনে চ। প্ৰজাতিঃ চ (পুত্ৰৰ বিবাহ আদি বংশবৃদ্ধি-কৰ কৰ্ম

আৰু) স্বাধ্যায়প্ৰৱচনে চ। ৰাথীতৰঃ (ৰথীতৰৰ পুত্ৰ) সত্যৱচাঃ (সত্য-ৱচা ঋষিৰ মতে) সত্যম্ ইতি (সত্যই প্ৰধানতঃ পালনীয়) পৌৰুশিষ্টিঃ (পুৰুশিষ্টৰ পুত্ৰ) তপোনিত্যঃ(তপোনিত্য নামে ঋষিয়ে কয়), তপঃ ইতি তপস্যাই সৰ্বশ্ৰেষ্ঠ) মৌদ্গল্যঃ (মুদ্গলৰ পুত্ৰ) নাকঃ(নাক নামে ঋষিয়ে ভাবে), স্বাধ্যায়প্ৰৱচনে এৱ (অধ্যয়ন আৰু অধ্যাপনাই হে প্ৰধান)। হি (কাৰণ) তৎ তপঃ (সেয়ে তপস্যা) তৎ হি তপঃ [সেয়েই তপস্যা) ॥১॥

[ বৰ্ণাশ্ৰম বিহিত অৱশ্য অনুষ্ঠেয় কৰ্মবিলাকৰ আচৰণৰ লগে লগে বেদ আদি শাস্ত্ৰৰ পঠন-পাঠন (নিজে পঢ়া আৰু আনক পঢ়োৱা) চলাই ৰখা একান্ত আৱশ্যক। গুৰু-শিষ্য অথবা উপদেষ্টা আৰু উপদেশ লওঁতা উভয়েই শাস্ত্ৰ অধ্যয়ন আৰু অধ্যাপন কৰাৰ লগে লগে নিজেও শাস্ত্ৰনিৰ্দিষ্ট নিয়মানুসাৰে চলিব লাগে ; তেতিয়াহে পঢ়াৰ আৰু পঢ়ুৱাৰ সাৰ্থকতা হয়। কাৰণ এনে এটা কথা প্ৰচলিতেই আছে যে, “উপদেশতকৈ আৰ্হি ভাল”। অধ্যয়ন আৰু অধ্যাপনাৰ দ্বাৰা মানুহে নিজৰ কৰ্ত্তব্য, কৰ্ত্তব্যপালনৰ নিয়ম আৰু তাৰ ফল বুজিব পাৰে। সেই কাৰণেই এই শ্ৰুতিয়ে আনুষ্ঠানিক কৰ্ত্তব্য পালনৰ লগতে এই দুটি কাম— পঢ়া আৰু পঢ়োৱা অবিৰাম চলাই যাবলৈ প্ৰতি পাতি উপদেশ দিছে।] যথানিয়মে সদাচাৰ পালন, সত্যকথন আৰু সত্যআচৰণ, স্বধৰ্মপালনৰূপ তপস্যা, তাৰ কাৰণে ইন্দ্ৰিয় আৰু মনক সংযত কৰা, অগ্নিচয়ন আৰু অগ্নিৰ পৰিচৰ্যা, অগ্নিহোত্ৰ প্ৰভৃতি নিত্যকৰ্ম, যথাযোগ্য অতিথি-সেৱা, মনুষ্যোচিত লৌকিকব্যৱহাৰ, সন্তান-উৎপাদন আৰু সন্তানৰ শিক্ষা-সংস্কাৰাদি কৰ্ম, শাস্ত্ৰীয় বিধি মানি

স্ত্রীসহবাস, বংশবৃদ্ধিৰ কাৰণে পুত্ৰাদিৰ বিবাহ কৰোৱা ইত্যাদি সমুদায় গৃহস্থীধৰ্ম পালন কৰিব আৰু এইবিলাক কৰ্ত্তব্য কৰাৰ লগে লগে অধ্যয়ন আৰু অধ্যাপনো চলাই থাকিব। অধ্যাপক আৰু উপদেষ্টাৰ পক্ষে তো এইবিলাকৰ সমুচিত পালন অতি প্ৰয়োজনীয়; কাৰণ ছাত্ৰ আৰু শ্ৰোতাই তেওঁলোকৰ আৰ্হিকে অনুকৰণ কৰে। 'ৰথীতৰৰ' পুত্ৰ সত্য-বচা' নামে ঋষিয়ে কয় যে, সত্যই সকলোতকৈ শ্ৰেষ্ঠ, সত্য কোৱা আৰু সত্যআচৰণৰদ্বাৰাহেই যাৱতীয় কৰ্ম-কাজ যথাৰ্থৰূপে চলি যায়। 'পুৰুশিষ্টৰ পুত্ৰ তপোনিত্য' নামে ঋষিৰ মতে তপস্যাই সৰ্বশ্ৰেষ্ঠ; কাৰণ সত্যপালন আদি সমস্ত ধৰ্ম-কৰ্ম তপস্যাচৰণৰ অন্তৰ্ভুক্ত। 'মুদ্গল'ৰ পুত্ৰ নাক নামে ঋষিয়ে ধৰ্মশাস্ত্ৰৰ পঠন আৰু পাঠনকেই সৰ্বশ্ৰেষ্ঠ বুলি কয়; কিয়নো সেয়ে তপস্যা, কেৱল সেয়েই তপস্যা অৰ্থাৎ তাৰ-দ্বাৰাহে যাৱতীয় কৰণীয় ধৰ্ম-কৰ্ম আদিৰ জ্ঞান হয়। [বাস্ত-ৱিক কিন্তু এইয়া ঋষিৰ মুখেদি ব্যক্ত কৰা শ্ৰুতিৰেই বাণী; প্ৰত্যেক অনুষ্ঠেয় কৰ্মত উক্ত তিনিওটা মতত প্ৰাধান্য দিয়া উচিত। প্ৰত্যেক কাম-কাজ যাতে সত্যভাৱেৰে, সত্যবিবেচনাৰে অনুষ্ঠিত হয়, তালৈ মনোযোগ থকা, কৰ্ত্তব্যপালনত বিপদ-বিঘিনি উপস্থিত হলেও অৱশ্য অনুষ্ঠেয় কৰ্মত অবিচল থকাৰূপ তপস্যাত দৃঢ়তা অৱলম্বন কৰা আৰু যিয়েই কৰা নহওক, সি পঠন-পাঠনৰ পৰা উপলব্ধ শাস্ত্ৰজ্ঞানৰ অনুকূল হোৱা অৱশ্যেই বাঞ্ছনীয়] ১।৯।১॥

॥ নৱম অনুৱাক সমাপ্ত ॥৯॥

---

## দশম অনুবাক

**অহং বৃক্ষস্য ৰেৰিৱা। কীৰ্তিঃ পৃষ্ঠং গিৰেৰিৱ। ঊৰ্ধ্বপৱিত্ৰো বাজিনীৱ স্বমৃতমস্মি। দ্ৰবিণং সৱৰ্চসম্ সুমেধা অমৃতোক্ষিতঃ। ইতি ত্ৰিশঙ্কোৰ্বেদানুৱচনম্ ॥ ১॥**

অহম্ (মই) বৃক্ষস্য (সংসাৰৰূপ গছজোপাৰ) ৰেৰিৱা (উচ্ছেদ কৰোঁতা)। কীৰ্তিঃ (মোৰ খ্যাতি) গিৰেঃ (পৰ্বতৰ) পৃষ্ঠম্ ইৱ (টিঙৰ দৰে 'উন্নত)' বাজিনি (অন্নাধাৰ সূৰ্যত থকা) সু-অমৃতম্ ইৱ (উত্তম অমৃতৰ দৰে) ঊৰ্ধ্বপৱিত্ৰঃ অস্মি (মই অতি পৱিত্ৰ অমৃত ৰূপ)। সৱৰ্চসম্ (মই প্ৰকাশময়) দ্ৰবিণম্ (ধনৰ ভঁৰাল)। অমৃত-উক্ষিতঃ (পৰমানন্দ অমৃতৰসৰদ্বাৰা অভিষিক্ত) সুমেধাঃ (মই উত্তম মেধাৱী)। ইতি (এই প্ৰকাৰ) ত্ৰিশঙ্কোঃ (ত্ৰিশঙ্কু ঋষিৰ) বেদ-অনুৱচনম্ (আত্মতত্ত্বোপলব্ধিৰ পাছত কৰা উক্তি)।১।

পৰমাত্মতত্ত্বজ্ঞান লাভকৰা ত্ৰিশঙ্কু নামে ঋষিৰ এনেকুৱা অনুভৱ হৈছিল যে, 'অনাদি কালৰপৰা চলিথকা জন্ম-মৃত্যু-ৰূপ সংসাৰবৃক্ষ মই উচ্ছেদ কৰিলোঁ।—মৃত্যুময় সংসাৰত মই আকৌ জন্ম লবলৈ নাহোঁ, এয়ে মোৰ শেষবাৰ জন্ম। পৰ্বতৰ টিঙৰ দৰে মোৰ খ্যাতি অতি উন্নত। অন্নৰ আধাৰ সূৰ্যত থকা (সূৰ্যৰপৰা বৃষ্টি হয়, বৃষ্টিহলে অন্ন উৎপন্ন হয়, অন্নৰদ্বাৰা প্ৰাণীৰ প্ৰাণ ৰক্ষা হয়— "আদিত্যাজ্জায়তে বৃষ্টিৰ্বৃষ্টেৰন্নং ততঃ প্ৰজাঃ"।) অমৃতস্বৰূপৰ দৰে মই অতি পৱিত্ৰ অমৃত; ৰোগ শোক আদি সাংসাৰিক

দোষ-গুণে মোক নপৰ্শে। তাৰাপৰি মই প্ৰকাশময় [ব্ৰহ্মৰূপ] ধনৰ ভঁড়াল— মোৰ কোনো ঐশ্বৰ্যৰ অভাৱ নাই। ব্ৰহ্মানন্দৰসত অভিষিক্ত মোৰ ধাৰণাযুক্ত বুদ্ধি অতি শ্ৰেষ্ঠ। এয়া আত্মতত্ত্বজ্ঞান লাভ কৰা ত্ৰিশঙ্কু ঋষিৰ অমৃতাত্মাৰ উদ্‌গীৰণ।

[ত্ৰিশঙ্কুৰ নামত বৰ্ণিত এই বেদবাণীত ব্ৰহ্মপ্ৰাপ্তিৰ সাধনা। মানুহে যেনেকুৱা ভাৱনা কৰে, তেনেকুৱাই হৈ যায়— "য়াদৃশী ভাবনা যস্য সিদ্ধিৰ্ভৱতি তাদৃশী"। গতিকে যি লোকে নিজত পূৰ্বোক্ত ভাৱনাৰ অভ্যাস কৰে, তেওঁ নিশ্চয় ত্ৰিশঙ্কুৰ নিচিনা ব্ৰহ্মজ্ঞানী হৈ যাব। কিন্তু এই ভাবনাৰ সাধনাত সিদ্ধিলাভ কৰিবলৈ নৱম অনুবাকত উপদিষ্ট বিধানবোৰত প্ৰথমে অভ্যস্ত হোৱা আৱশ্যক; তেতিয়া অন্তঃকৰণ শুদ্ধ নিৰ্মল হয় আৰু শুদ্ধচিত্তত পৰমাৰ্থ-ভাৱনা সহজ হৈ পৰে।] ॥১।১০।১॥

দশম অনুবাক সমাপ্ত



# একাদশ অনুবাক

বেদমনূচ্যাচাৰ্য্যোঽন্তেৱাসিনমনুশাস্তি। সত্যং বদ। ধৰ্ম্মং চৰ। স্বাধ্যায়ান্মা প্ৰমদঃ। আচাৰ্য্যায় প্ৰিয়ং ধনমাহৃত্য প্ৰজাতন্তুং মা ব্যৱচ্ছেৎসীঃ। সত্যান্ন প্ৰমাদিতব্যম্। ধৰ্ম্মান্ন প্ৰমাদিতব্যম্। কুশলান্ন প্ৰমাদিতব্যম্। ভূত্যৈ ন প্ৰমাদিতব্যম্। স্বাধ্যায়-প্ৰৱচনাভ্যাং ন প্ৰমাদিতব্যম্। দেৱপিতৃকাৰ্য্যাভ্যাং ন প্ৰমাদিতব্যম্ ॥১॥

বেদম্ অনূচ্য (বেদৰ অধ্যাপনা শেষ কৰি 'সমাৱৰ্তনৰ সময়ত') আচাৰ্য্যঃ (আচাৰ্য্যই) অন্তেৱাসিনম্ (অন্তেৱাসী শিষ্যক) অনুশাস্তি (উপদেশ দিছে) -সত্যম্ বদ (যথাৰ্থবুলি জনা কথা ক'বা)। ধৰ্ম্মম্ চৰ (অনুষ্ঠেয় কৰ্ম আচৰণ কৰিবা)। স্বাধ্যায়াৎ (অধ্যয়নৰপৰা) মা প্ৰমদঃ (বিৰত নহবা)। আচাৰ্য্যায় (আচাৰ্যৰ নিমিত্তে) প্ৰিয়ম্ ধনম্ (বাঞ্ছিত ধন) আহৃত্য (সংগ্ৰহ কৰি দক্ষিণা দিবা)। [তেওঁৰ আজ্ঞা লৈ গৃহস্থাশ্ৰমত প্ৰবেশ কৰি] প্ৰজাতন্তুম্ (সন্তান পৰম্পৰা) মা ব্যৱচ্ছেৎসীঃ (উচ্ছেদ নকৰিবা) সত্যাৎ (সত্যৰপৰা) ন প্ৰমাদিতব্যম্ (বিভ্ৰান্ত নহবা) ধৰ্ম্মাৎ (ধৰ্ম্মৰপৰা) ন প্ৰমাদিতব্যম্। কুশলাৎ (মাঙ্গলিক কৰ্মৰপৰা) ন প্ৰমাদিতব্যম্। ভূত্যৈ (উন্নতিকৰ কৰ্ম বিষয়ত) ন প্ৰমাদিতব্যম্। স্বাধ্যায় প্ৰৱচনাভ্যাম্ (অধ্যয়ন আৰু অধ্যাপনা বিষয়ত) ন প্ৰমাদিতব্যম্। দেৱপিতৃকাৰ্য্যাভ্যাম্ (দেৱকাৰ্য আৰু পিতৃকাৰ্য বিষয়ত) ন প্ৰমাদিতব্যম্ ॥১॥

[বেদাদি শাস্ত্ৰ অধ্যয়নৰ শিক্ষা সাঙ্গ কৰি গাৰ্হস্থ্য-জীৱন-যাপন কৰিবলৈ যাব খোজা শিষ্যৰ প্ৰতি এয়া বেদা-

র্থানুকূল উপদেশ (যেন আজিব বিশ্ববিদ্যালয়ৰ সমাবৰ্ত্তন উৎসবত স্নাতকৰ প্ৰতি দীক্ষান্ত ভাষণ) শ্ৰুতিয়ে আচাৰ্যৰ মুখেদি কোৱাইছে—। বাপু! তুমি সদায় সত্য কবা, মিছাক কেতিয়াও প্ৰশ্ৰয় নিদিবা। নিজৰ বৰ্ণ আৰু আশ্ৰমৰ অনুকূল শাস্ত্ৰনির্দিষ্ট অনুষ্ঠেয় কৰ্ম্মৰ আচৰণ কৰিবা। স্বাধ্যায় অৰ্থাৎ বেদ আদি শাস্ত্ৰপাঠ, সন্ধ্যাবন্দন, ভগৱানৰ নাম কীৰ্ত্তন আদি নিত্যকর্ম কৰাত কেতিয়াও ভ্ৰান্ত নহবা। অৱশ্য অনুষ্ঠেয় সেইবোৰ কৰ্মত অবিশ্বাস, অৱহেলা বা এলাহ কৰি নকৰাকৈ থকা নহবা। গুৰুযে বাঞ্ছা কৰা মতে ধন আদি তেখেতৰ প্ৰিয়বস্তু সংগ্ৰহ কৰি শ্ৰদ্ধাৰে সৈতে গুৰুদক্ষিণা অৰ্পণ কৰিবা আৰু তেখেতৰ আজ্ঞা লৈ গৃহস্থাধর্মত প্ৰৱেশ কৰিবা। শাস্ত্ৰমতে বৈবাহিকজীৱন যাপন কৰি পৰম্পৰা ক্ৰমে চলি অহা সন্তানধাৰা অব্যাহত ৰাখিবা। সত্যত প্ৰমাদী নহবা—কোনো প্ৰলোভনত পৰি অসত্য কথা কোৱা, মিছা কথাকৈ কাবোবাক পৰিহাস কৰা, নিৰৰ্থক কথাকৈ লোকৰ হাঁহিৰ খোৰাক যোগোৱা- এইবোৰৰ পৰা সদায় বিৰত থাকিবা; অনৰ্থক মিছাকথা কৈ হৈ চৈ কৰি তোমাৰ বাক্‌শক্তিক দুৰ্ব্বল আৰু চিন্তাশক্তিক ভবল নকৰিবা। এইদৰেই কৰ্ত্তব্য ধৰ্ম-কৰ্মবোৰত ভ্ৰান্তধাৰণাৰ বশৱৰ্ত্তী নহৈ নিষ্ঠাৰে সৈতে সেইবোৰ আচাৰ-অনুষ্ঠান পালন কৰিবা। বৰ্ণাশ্ৰম বিহিত আচৰণীয় কৰ্ত্তব্যত ভ্ৰান্তিবশতঃ সেইবোৰ উপেক্ষা কৰি তুমি নাস্তিক নহবা। শাস্ত্ৰীয় বা লৌকিক যিবোৰ মাঙ্গলিক অনুষ্ঠানৰ প্ৰচলতি আছে সেইবোৰ ত্যাগ কৰি ভুল নকৰিবা; বৰঞ্চ ‘অৱশ্যে চাই

ব্যৱস্থা কৰি' যথাযোগ্য ভাৱে সেইবোৰ সম্পাদনৰ চেষ্টা চলাবা। আৰু এই আচৰণবোৰত অবিচল থাকিয়েই পাৰিবাৰিক সমৃদ্ধিৰ কাম-কাজবোৰো সাৱধানী হৈ ধীৰ-স্থিৰভাৱে চলাই নিবা। শাস্ত্ৰপাঠ আৰু তাৰ ব্যাখ্যাদানো দৈনন্দিন কৰ্তব্যৰপৰা বাদ নিদিবা। আধ্যাত্মিক, মানসিক আৰু শাৰীৰিকভাৱে পূৰ্ণস্বাস্থ্যবান হবলৈ অধ্যয়ন আৰু অধ্যাপনাৰ নিৰলস চেষ্টা অপৰিহাৰ্য্য বিবেচনা কৰিবা। দেৱকাৰ্য্য আৰু পিতৃকাৰ্য্যবোৰ যথাবিহিত সময়ত শাস্ত্ৰৰ আদেশ মানি অনুষ্ঠান কৰোঁতে যাতে বিভ্ৰান্ত নোহোৱা; ভুল কৰি সেইবোৰত অৱহেলা বা অনাস্থা নেদেখুৱাবা; বৰং সেই সেই উপস্থিত কাৰ্যবোৰ বিহিতনিয়মেৰে শ্ৰদ্ধাৰে সম্পাদন কৰিবা ১।১১।১

মাতৃদেৱো ভৱ। পিতৃদেৱোভৱ। আচাৰ্য়দেৱো ভৱ। অতিথিদেৱো ভৱ। য়ান্যনৱদ্যানি কৰ্মাণি। তানি সেৱিতব্যানি নো ইতৰাণি। য়ান্যস্মাকং সুচৰিতানি। তানি ত্বয়োপাস্যানি। নো ইতৰাণি। য়ে কে চাস্মচ্ছ্ৰেয়াংসো ব্ৰাহ্মণাঃ। তেষাং ত্বয়াসনেন প্ৰশ্বসিতব্যম্। শ্ৰদ্ধয়া দেয়ম্। অশ্ৰদ্ধয়াদেয়ম্। শ্ৰিয়া দেয়ম্। হ্ৰিয়া দেয়ম্ ভিয়া দেয়ম্ সংবিদা দেয়ম্ ॥২॥

মাতৃদেৱঃ ভৱ (মাতৃত দেৱতাবুদ্ধিযুক্ত হোৱা)। পিতৃদেৱঃ ভৱ (পিতৃত দেৱত্বাবুদ্ধিযুক্ত হোৱা)। আচাৰ্যদেৱঃ ভৱ। অতিথিদেৱঃ ভৱ। য়ানি কৰ্মাণি (যিবিলাক কৰ্ম) অনৱদ্যানি (অনিন্দিত), তানি

(সেইবোৰ কৰ্ম) সেৱিতব্যানি (আচৰণ কৰা উচিত)। ইতৰাণি (আন দোষযুক্ত কৰ্মবোৰ) নো (নহয়) অস্মাকম্ (আমাৰ) যানি সুচৰিতানি (যিবিলাক সত্ আচৰণ), তানি (সেই বিলাক হে) ত্বয়া উপাস্যানি (তোমাৰদ্বাৰা আচৰণ কৰা হব লাগে)। ইতৰাণি নো (আনবোৰ কেতিয়াও নহয়)। যে কে অস্মৎ শ্ৰেয়াংস: (যি কোনো আমাতকৈ শ্ৰেষ্ঠ পূজনীয় লোক) চ (আৰু) ব্ৰাহ্মণাঃ (ব্ৰাহ্মণসকল,) তেষাম্ (তেওঁলোকৰ প্ৰতি) ত্বয়া (তোমাৰদ্বাৰা) আসনেন (আসন দি) প্ৰশ্বসিতব্যাম্ (বিশ্ৰাম লবলৈ দিয়া উচিত)। শ্ৰদ্ধয়া (শ্ৰদ্ধাৰে সৈতে) দেয়ম্ (দান দিব লাগে)। অশ্ৰদ্ধয়া অদেয়ম্ (অশ্ৰদ্ধাৰে দিব নালাগে)। শ্ৰিয়া দেয়ম্ (আৰ্থিক সম্পদৰ অনুৰূপে দিব লাগে)। হ্ৰিয়া দেয়ম্ (লাজ ভাৱত দিব লাগে)। ভিয়া দেয়ম্ (ভয় কৰি দিব লাগে)। সংবিদা দেয়ম্ (বিবেকমতে দিব লাগে) ॥ ২ ॥

বাপু! তুমি মাতৃক, পিতৃক, আচাৰ্যক আৰু অতিথিক দেৱতা ভাৱ কৰিবা এই চাৰিজনক সাক্ষাৎ ঈশ্বৰ ভাৱ কৰি শ্ৰদ্ধা আৰু ভক্তিৰে সৈতে তেওঁলোকক সেৱা-শুশ্ৰূষা, আজ্ঞা-পালন আদি বিনয়ব্যৱহাৰেৰে প্ৰসন্ন ৰখাৰ চেষ্টাত থাকিব লাগে। যিবিলাক কাম দোষযুক্ত নহয়, তেনেকুৱা অনিন্দিত কৰ্ম হে তুমি আচৰণ কৰিবা। তাৰ বাহিৰে আন লোক-নিন্দিত গৰ্হিতকৰ্ম কেতিয়াও নকৰিবা। আমাৰ—নিজৰ গুৰুজনৰো আচাৰ-ব্যৱহাৰত যিবোৰ সত্-আচৰণ দেখা, সেইবোৰ তুমি অনুকৰণ কৰা উচিত, কিন্তু গুৰুজনৰ আচৰণ হলেও সন্দেহযুক্ত, শিষ্টাচাৰবৰ্জিত আচৰণ অনুকৰণ নকৰিবা।

যি কোনো আমাতকৈ বিদ্যা-বুদ্ধি—বয়স-সদাচাৰ আদিৰে শ্ৰেষ্ঠলোক তথা ব্ৰাহ্মণ সজ্জন আদি পূজ্যলোক যদি ঘৰলৈ আহে, তেওঁলৈ আসন এখন আগবঢ়াই বিশ্ৰামৰ ব্যৱস্থা কৰি সম্মান জনোৱা আৰু সেৱা-শুশ্ৰূষা কৰা আৱশ্যক। যাক যি দান দিয়া, তাক শ্ৰদ্ধাৰে দিবা, অশ্ৰদ্ধাৰ ভাৱত নিদিবা। অশ্ৰদ্ধাৰে কৰা দান আদি সকলো কৰ্মকে অসৎ বুলি গীতাতো কৈছে সি ইহকাল পৰকাল উভয়কে নষ্ট কৰে (গীতা ১৭।২৮)। তোমাৰ আৰ্থিক সম্পদ বুলি দান দিওঁ, অহঙ্কাৰৰ অভিমানী হৈ বেছি দানী বোলাবলৈ যোৱা উচিত নহয়। তোমাৰ এনে ভাৱ হব লাগে—'ধন মোৰ নহয়, ধন ভগৱানৰ, এই ধন সম্পদ মোৰ বুলি মানিলে অপৰাধ হয় ঈশা ১)। ভগৱানৰ ধন ভগৱানৰ সেৱাত লগাবলৈ মই সামান্য-মাত্ৰহে দিব পাৰিলো' এনে ভাৱত লজ্জিত হৈ দিয়া উচিত। আৰু জীৱমাত্ৰেই ভগৱান, সেই ভগৱানেই কৃপা কৰি মোৰপৰা দান লৈছে —এনেভাৱে ভগৱানলৈ ভয় ৰাখি। কিজানি মোৰ এই সামান্য দান ভগৱানে গ্ৰহণ কৰে নে নকৰে। দান দিবা; সৰ্বোপৰি তোমাৰ বিবেকবুদ্ধিমতে বিচাৰ কৰি দিবা; 'মোৰ এই দানেৰে তেওঁৰ উপকাৰ সাধিলোঁ' এনে অহঙ্কাৰ অথবা 'এই উপকাৰৰ, কেতিয়াবা প্ৰত্যুপকাৰ পাম' এনে আশা কেতিয়াও বাঞ্ছনীয় নহয়। দিয়াৰ, গৰ্ব নকৰি কোনো আশা নাৰাখি কৰ্ত্তব্যবোধত

হে যি কোনো দান দিয়া উচিত (গীতা১৭।২০)। তেতিয়া তোমাৰ দান সাৰ্থক হব আৰু শ্ৰীভগৱানো তুষ্ট হব। ১।১১।২

**অথ যদি তে কৰ্মবিচিকিৎসা বা বৃত্তবিচিকিৎসা বা স্যাৎ। যে তত্ৰ ব্ৰাহ্মণাঃ সম্মৰ্শিনঃ। যুক্তা আযুক্তাঃ। অলূক্ষা ধৰ্মকামাঃ স্যুঃ। যথা তে তত্ৰ বৰ্তেৰন্। তথা তেষু বৰ্তেথাঃ। অথাভ্যাখ্যাতেষু। যে তত্ৰ ব্ৰাহ্মণাঃ সম্মৰ্শিনঃ। যুক্তা আযুক্তাঃ। অলূক্ষা ধৰ্মকামাঃ স্যুঃ। যথা তে তেষু বৰ্তেৰন্। তথা তেষু বৰ্তেথাঃ। এষ আদেশঃ। এষ উপদেশঃ। এষা বেদোপনিষৎ। এতদনুশাসনম্। এবমুপাসিতব্যম্। এবমু চৈতদুপাস্যম্ ॥৩॥**

অথ (ইয়াৰ বাহিৰে) তে যদি (তোমাৰ যদি) বা (কেতিয়াবা) কৰ্মবিচিকিৎসা (কৰ্তব্যনিৰ্ণয়ত সংশয়) বা (কিম্বা) বৃত্তবিচিকিৎসা (আচাৰ পালনত সংশয়) স্যাৎ (উপস্থিত হয়, তত্ৰ (তেতিয়া) যে সম্মৰ্শিনঃ (বিচাৰনিপুণ যিসকল), যুক্তাঃ (পৰামৰ্শদিবলৈ সমৰ্থ), আযুক্তাঃ (কৰ্ম আৰু আচাৰনিষ্ঠ), অলূক্ষাঃ (অনিষ্ঠুৰ, সৰলস্বভাৱ), ধৰ্মকামাঃ (ধৰ্মঅভিলাষী) ব্ৰাহ্মণাঃ স্যুঃ (ব্ৰাহ্মণ থাকে), তে (সেই-সকলে) তত্ৰ (সেই কৰ্ম আৰু আচৰণত) যথা বৰ্তেৰন্ (যেনেকৈ প্ৰবৰ্তে) তথা (তেনেকৈ) তত্ৰ [সেই কৰ্ম আৰু আচৰণত) বৰ্তেথাঃ (তুমিও প্ৰবৰ্তিবা)। অথ (আকৌ যদি) অভ্যাখ্যাতেষু (খ্যাতিমান লোকসকলৰ আচৰণত সংশয় উপস্থিত হয়), তত্ৰ যে সম্মৰ্শিনঃ যুক্তাঃ আযুক্তাঃ অলূক্ষাঃ ধৰ্মকামাঃ ব্ৰাহ্মণাঃ স্যুঃ, তে তেষু (সেই দোষ বিষয়ত) যথা বৰ্তে

যত্ন্, তথা তেষু (সেইবোৰ বিষয়ত) বৰ্তেথাঃ। এষঃ আদেশঃ (এই শাস্ত্ৰৰ আজ্ঞা)। এষঃ উপদেশঃ (এয়ে পুত্ৰৰ প্ৰতি আৰু শিষ্যৰ প্ৰতি গুৰু-সকলৰ উপদেশ)। এষা বেদোপনিষদ্ (এয়ে বেদৰ ৰহস্য কথা)। এতৎ অনুশাসনম্ (এয়ে পৰম্পৰাগত শিক্ষা) এবম্ উপাসিতব্যম্ (এই প্ৰকাৰে সমস্ত অনুষ্ঠান কৰা উচিত)। চ (আৰু) এবম্ উ (এই প্ৰকাৰেই) এতৎ উপাস্যম্ (এই যাৱতীয় অনুষ্ঠানৰ আচৰণ বাঞ্ছনীয়)॥৩॥

ইয়াৰ বাহিৰে তোমাৰ যদি কেতিয়াবা কৰ্তব্যনিৰ্ণয়ত সন্দেহ ওপজে, অথবা পালনীয় আচাৰবিষয়তো শঙ্কা জন্মে, তেতিয়া তুমি সেই সকল ব্ৰাহ্মণৰ (বা আন কোনো চৰিত্ৰবান্ মহাপুৰুষৰ) ওচৰ চাপিবা—যি সকল সৎ-অসৎ বিচাৰত পাৰ্গত, পৰামৰ্শ দিবলৈ সমৰ্থ, কৰ্মী আৰু সদাচাৰী, সকলোৰে সৈতে সদ্ভাৱ ৰাখে আৰু যাৰ ধৰ্মই একমাত্ৰ কাম্য; সেইসকল লোকে তোমাৰ সন্দেহ জন্মা কৰ্মত বা আচৰণত যেনেকৈ প্ৰবৰ্তন কৰে, তুমিও সেই সেই কৰ্ম আৰু আচাৰপালনত তেনেকৈ প্ৰবৰ্তিবা। আকৌ যদি সেই সকল খ্যাতিমন্তলোকৰ আচৰণসম্পৰ্কে কেতিয়াবা অভিযোগ কৰিবলগীয়া সন্দেহ হয়, তেনেহলে তুমি সেই সকলতকৈ ধৰ্মকামী, বিচাৰশীল, সন্দেহভঞ্জন কৰি পৰামৰ্শ দিবপৰা, সৎকৰ্ম আৰু সদাচাৰযুক্ত সৰলস্বভাৱ, যি সকল নিঃস্বাৰ্থ বিদ্বান— সেই সকলে সেই সন্দিগ্ধ বিষয়ত যেনে ব্যৱহাৰত চলে, তেনে ব্যৱহাৰত চলিবা। সেইসকলৰ আচাৰ-ব্যৱহাৰৰ অনুকৰণেই তোমাৰ কৰ্তব্যনিৰ্ণায়ক প্ৰমাণ বুলি মানিবা (গীতা ৩।২১)।

এয়ে শাস্ত্ৰৰ আদেশ। এয়ে শিষ্য আৰু সন্তানসকলৰ প্ৰতি গুৰুজনৰ উপদেশ। এয়ে বেদৰ মৰ্মকথা। এয়ে ঈশ্বৰাজ্ঞারূপে পৰম্পৰাগত ব্যৱহাৰ-বিধি। এনেকৈয়ে তোমাৰ কৰ্তব্য ধৰ্ম আৰু আচাৰ পালন আৱশ্যক; এই প্ৰকাৰেই তুমি যাৱতীয় ব্যৱহাৰ চলাই যোৱা অৱশ্য কৰ্তব্য।

[এই একাদশ অনুবাকৰ তাৎপৰ্য হ'ল - মানুহে আত্ম-সংস্কাৰৰ নিমিত্তে শ্ৰৌত আৰু স্মাৰ্তকৰ্মসমূহ বিহিত-নিয়মে অৱশ্যেই পালন কৰিব লাগে। কিয়নো সেইবোৰ অৱশ্যানুষ্ঠেয় সংস্কাৰৰদ্বাৰা চিত্তশুদ্ধ হয়, আৰু বিশুদ্ধচিত্ত জনৰ পৰমাৰ্থজ্ঞান লাভ হয়। শ্ৰীভগৱানেও কৈছে শ্ৰুতি স্মৃতি বিহিত পুণ্যকৰ্মৰ (পবিত্ৰতাকাৰক কৰ্মৰ) দ্বাৰা যাৰ পাপ (দুৰ্বাসনাবোৰ) ক্ষয় হ'ল, তেওঁ হে মোক সুদৃঢ়ভাবে ভক্তি কৰিব পাৰে (গীতা ৭।২৮) * এই কাৰণে 'পৰাবিদ্যা' লাভৰ কাৰণে 'অপৰাবিদ্যা'—নিত্য-নৈমিত্তিক কৰ্মাদিৰ আচৰণ

* পৰম অজ্ঞানা হয় যিটো দুষ্টচিত্ত।
ঈশ্বৰ নকৰে কৰ্ম বেদৰ বিহিত
যাইবে সিটো বিকৰ্ম পাপত অধোগতি।
মৰি মৰি উপজিবে যাতনাক প্ৰতি॥
হেনজানি নিৰ্মলিব আপনাৰ চিত্ত।
কৰিব সাত্ত্বিক কৰ্মবেদৰ বিহিত॥
ছাৰিয়া কামনা কৰি অৰ্পনা ঈশ্বৰে।
পাইবেক পৰম সিদ্ধি তেবে সিটো নৰে॥
নিৰ্মিনব্ৰহ্মসিদ্ধসংবাদ।
অনেকজনমে যিটো কৰি মহাশ্ৰম।
পুণ্যৰ সমূহ সাঞ্চি আছে মেকসৰ॥
নাম উচ্চাৰিতে পাৰে সেহি মহাজনে।
নৈযো আৰ সাক্ষী অজামিলৰ বচনে॥ বৰ্ত্তাৱলী

নকৰিলে অভীষ্টসিদ্ধি নহয়। বৰঞ্চ ঈশ্বৰাজ্ঞালঙ্ঘন কৰা বাবে অৱশ্যম্ভাৱী দোষ হয়। ১।১১।৩

॥ একাদশ অনুবাক সমাপ্ত ॥১১॥



## দ্বাদশ অনুবাক

শং নো মিত্রঃ শং বৰুণঃ। শং নো ভৱত্বৰ্য়মা। শং নো ইন্দ্ৰো বৃহস্পতিঃ। শং নো বিষ্ণুৰুৰুক্ৰমঃ। নমো ব্ৰহ্মণে। নমস্তে বায়ো। ত্বমেব প্ৰত্যক্ষং ব্ৰহ্মাসি। ত্বামেব প্ৰত্যক্ষং ব্ৰহ্মাবাদিষম্। ঋতমবাদিষম্। সত্যমবাদিষম্। তন্মামাবীৎ। তদ্বক্তাৰমাবীৎ। আবীন্মাম্। আবীদ্বক্তাৰম্।

ওঁ শান্তিঃ। শান্তিঃ॥ শান্তিঃ॥। ১।

[ইয়াৰ অন্বয়াৰ্থ আৰু ব্যাখ্যাৰ কাৰণে প্ৰথম অনুবাক দ্ৰষ্টব্য। পাৰ্থক্য ইয়াত ক্ৰিয়াবিলাকৰ অতীত কালত প্ৰয়োগ হৈছে—অবাদিষম (কৈছিলো), আবীৎ (ৰক্ষা কৰিছিল)।]১

॥দ্বাদশ অনুবাক সমাপ্ত॥১২॥

॥প্ৰথম বল্লী সমা॥১॥

# ব্ৰহ্মানন্দবল্লী

## শান্তিপাঠ

ওঁ সহ নাববতু । সহ নৌ ভুনক্তু । সহ বীৰ্য্যং কৰবাবহৈ । তেজস্বি নাবধীতমস্তু । মা বিদ্বিষাবহৈ ।
ওঁ শান্তিঃ ! শান্তিঃ !! শান্তিঃ !!!

ওঁ (হে পৰমাত্মন্ ! ) নৌ (আমি দুয়ো গুৰুশিষ্যক) সহ (একেলগে) অৱতু (ৰক্ষা কৰক)। নৌ (আমি দুয়োকে) সহ (একেলগে) ভুনক্তু (পালন কৰক)। সহ (আমি দুয়ো একেলগে) বীৰ্য্যম্ কৰবাবহৈ (শক্তি সঞ্চয় কৰিব পাৰোঁ যেন)। নৌ (আমি উভয়ৰে) অধীতম্ (অধ্যয়নৰ দ্বাৰা লাভ কৰা বিদ্যা) তেজস্বি অস্তু (তেজীয়ান্ হওক) মা বিদ্বিষাবহৈ (আমি যেন পৰস্পৰলৈ বিদ্বেষযুক্ত নহওঁ)। ওঁ শান্তিঃ, শান্তিঃ, শান্তিঃ (হেশান্তি স্বৰূপ ! ত্ৰিবিধ সংসাৰ তাপ উপশান্ত হওক)।

হে পৰমেশ্বৰ ! আমি গুৰু-শিষ্য দুয়োকে আপুনি সমানে সৰ্বপ্ৰকাৰে ৰক্ষা কৰক, দুয়োকে সমানে যথোচিত-ৰূপে পালন-পোষণ কৰক, আমি দুয়ো যেন সমানে শক্তি সঞ্চয় কৰিব পাৰোঁ, আমাৰ দুয়োৰে অধীত-বিদ্যা যেন তেজীয়ান্ হওক আৰু আমি যেন পৰস্পৰে বিদ্বেষ নকৰি সুহৃদ-ভাৱত কাল যাপন কৰোঁ। হে শান্তিস্বৰূপ ! আমাৰ আধ্যাত্মিক, আধিভৌতিক আৰু আধিদৈবিক এই তিনিবিধ সংসাৰতাপ উপশান্ত হওক।

## প্ৰথম অনুবাক

ব্ৰহ্মবিদাপ্নোতি পৰম্ । তদেষাভ্যুক্তা । সত্যং জ্ঞানমনন্তং ব্ৰহ্ম ॥ যো বেদ নিহিতং গুহায়াং পৰমে ব্যোমন্ । সোঽশ্নুতে সৰ্বান্ কামান্ সহ ব্ৰহ্মণা বিপশ্চিতেতি ॥১ ২॥

ব্ৰহ্মবিৎ (যি ব্ৰহ্মক জানিলে, তেওঁ) পৰম্ (পৰব্ৰহ্মক) আপ্নোতি (লাভ কৰে) । তৎ (উক্তভাব ব্যক্ত কৰা) এষা (এই শ্ৰুতি) অভ্যুক্তা (কথিত আছে) । সত্যম্ (সদায় একৰূপ) জ্ঞানম্ (জ্ঞানস্বৰূপ) অনন্তম্ (সৰ্বব্যাপী) ব্ৰহ্ম (ব্ৰহ্মক) যঃ (যি জনে) পৰমে ব্যোমন্ (পৰম বিশুদ্ধ ব্যোমত—আকাশত) গুহায়াম্ (হৃদয়গুহাত) নিহিতম্ (নিগূঢ় হৈ থকা) বেদ (জানে), সঃ (সেইজনে) বিপশ্চিতা (বিজ্ঞানস্বৰূপ) ব্ৰহ্মণা সহ (ব্ৰহ্মৰে সৈতে) সৰ্বান্ কামান্ (সমস্ত ভোগ্য বিষয়) অশ্নুতে ইতি—(উপভোগ কৰে) ॥১-২॥

[ এই মন্ত্ৰত পৰমব্ৰহ্মৰ স্বৰূপবোধক লক্ষণ বুজাই ব্ৰহ্ম-উপলব্ধিৰ স্থান আৰু ব্ৰহ্মজ্ঞানৰ ফল বৰ্ণনা কৰিছে— ] ব্ৰহ্মজ্ঞানী মহাপুৰুষে পৰব্ৰহ্মক লাভ কৰে, এই ভাবকে প্ৰকাশ কৰা এই এক শ্ৰুতি আছে—ব্ৰহ্ম সত্যস্বৰূপ · সৰ্বত্ৰ অবিকাৰী কাৰণৰূপে বিদ্যমান— নিত্য 'সৎ'—সত্তাস্বৰূপ । আৰু তেওঁ জ্ঞানস্বৰূপ—সৰ্বত্ৰ বিশুদ্ধজ্ঞানৰূপে—'চিৎ' ৰূপে বিৰাজমান । তেওঁ অনন্ত—দেশ আৰু কালৰ সীমাৰ অতীত—অসীম অখণ্ড 'আনন্দ'ৰূপে সৰ্বত্ৰ পৰিব্যাপ্ত । এই সৎ চি

আনন্দ স্বৰূপ ব্ৰহ্ম পৰম বিশুদ্ধ হৃদয়াকাশৰূপ গুহাত গূঢ়-ভাৱে অৱস্থান কৰে। সেই পৰমাত্মা পৰমপুৰুষক যি মহা-আত্মাই যথাৰ্থতে জানিবলৈ সক্ষম হয়, তেওঁ সেই সৰ্বজ্ঞানময় পৰব্ৰহ্মৰ লগতে সহাৱস্থান কৰি সমস্ত ভোগ্যবিষয় উপভোগ কৰে—সৰ্বত্ৰ ব্ৰহ্মদৰ্শন কৰা তেওঁৰ কোনো অভাৱৰ অনুভৱ নহয়। * ॥২।১।১-২॥

---

এই উক্তিৰ তাৎপৰ্য বুজিবলৈ ঈশোপনিষদৰ প্ৰথম মন্ত্ৰ স্মৰণ কৰা আৱশ্যক; তাত কোৱা হৈছে—'এই ব্ৰহ্মাণ্ডত যিকোনো জড়চেতনা-ত্মক জগত, সি ঈশ্বৰৰ দ্বাৰা পৰিপূৰ্ণ। সেই ঈশ্বৰক চিৰন্তৰ লগত ৰাখি অৰ্থাৎ মমত্ব চিন্তি ত্যাগপূৰ্বক বিষয় ভোগ কৰা'। এই যি উপদেশ তাত সাধকৰ নিমিত্তে দিয়া হ'ল, সেই কথাকে ইয়াত সিদ্ধ মহাপুৰুষৰ স্থিতি বুজাবলৈ কথিত হৈছে। 'তেওঁ ব্ৰহ্মৰে লগতে সমস্ত ভোগ্য উপভোগ কৰে; এই উক্তিৰ অভিপ্ৰায় এইযে, সেই ব্ৰাহ্মীস্থিতি বা ব্ৰহ্মৰে লগতে সহাৱস্থান কৰা সিদ্ধ পুৰুষে ইন্দ্ৰিয়বৰ্গৰ দ্বাৰা বিষয় ভোগ কৰিও নিজে সদায় পৰমাত্মাতে থাকে। গীতাতো এই কথাই কোৱা হৈছে যে ব্ৰহ্মতত্ত্বজ্ঞানীজনে 'ইন্দ্ৰি-য়ই তাৰ কাম বিষয়ভোগত থাকক, মোৰ কি দৰকাৰ তাতে মন দিয়া, এনে ভাৱত নিলিপ্ত থাকে (গীতা ৩।২৮)। লোকে দেখাত তেওঁ হয়তো আৱশ্যক অনুসাৰে যথাযোগ্যভাৱে ইন্দ্ৰিয়ৰ দ্বাৰা বিষয়ভোগ কৰি আছে, কিন্তু কোনো কাৰণেও কেতিয়াও পৰমাত্মা (কৰৰ পৰা পৃথক হৈ নাথাকে (গীতা ৬।৩১)। এই ভাব বুজাবলৈকে ইয়াত 'সৰ্বজ্ঞানময় ব্ৰহ্মৰ লগতে সমস্ত ভোগ্য উপভোগ কৰে বুলি বৰ্ণনা কৰিলে। এই প্ৰকাৰে এই শ্ৰুতি পৰমাত্মাৰ লক্ষণ আৰু তেওঁৰ জ্ঞানৰ মহিমা প্ৰকাশক হৈছে।

* "মধ্যং বামনমাসীনম্" এই শ্ৰুতি অনুসাৰে দেহৰ মধ্যভাগ পাটো সকলো প্ৰাণৰ আত্মা।

তস্মাদ্বা এতস্মাদাত্মন আকাশঃ সম্ভূতঃ। আকাশাদ্বায়ুঃ। বায়োরগ্নিঃ। অগ্নেরাপঃ। অদ্ভ্যঃ পৃথিবী। পৃথিব্যা ওষধয়ঃ। ওষধীভ্যোঽন্নম্। অন্নাৎপুরুষঃ। স বা এষ পুরুষোঽন্নরসময়ঃ। তস্যেদমেব শিরঃ। অয়ং দক্ষিণঃ পক্ষঃ। অয়মুত্তরঃ পক্ষঃ অয়মাত্মা। ইদং পুচ্ছং প্রতিষ্ঠা। তদপ্যেষ শ্লোকো ভবতি ॥৩॥

তস্মাৎ বৈ এতস্মাৎ (সেই প্রসিদ্ধ এই) আত্মনঃ (পরমাত্মার পরা) আকাশঃ সম্ভূতঃ (আকাশ উৎপন্ন হ'ল), আকাশাৎ বায়ু (আকাশেরপরা বায়ু), বায়োঃ অগ্নিঃ (বায়ুর পরা অগ্নি), অগ্নেঃ আপঃ (অগ্নির পরা জল), অদ্ভ্যঃ পৃথিব্যা (জলের পরা পৃথিবী), পৃথিব্যাঃ ওষধয়ঃ (পৃথিবীর পরা ওষধি শস্য-সমূহ) ওষধীভ্যঃ অন্নম্ (ওষধিবোরর পরা অন্ন) অন্নাৎ পুরুষঃ (দেহধারী পুরুষ) [উৎপন্ন হ'ল]। সঃ এষঃ পুরুষঃ (সেই এই দেহধারী মনুষ্য) বৈ অন্নরসময়ঃ (নিশ্চয় অন্নরসের বিকারস্বরূপ)। তস্য (সেই পুরুষের 'পক্ষীরূপে কল্পনাতে') ইদম্ এব শিরঃ (এই প্রত্যক্ষদৃষ্টই মূর), অয়ম (এই সোঁ বাহু) দক্ষিণঃ পক্ষঃ (সোঁ পাখী), অয়ম (এই বাম বাহু) উত্তরঃ পক্ষঃ (বাওঁ পাখী), অয়ম্ (এই মধ্যশরীর) আত্মা দেহর মধ্যভাগ), ইদম্ (নাভির নিম্নভাগ) পুচ্ছম্ প্রতিষ্ঠা (স্থিতির হেতু পুচ্ছ—নেজ) তৎ অপি (সেই বিষয়ত) এষঃ শ্লোকঃ ভবতি (এই শ্লোক আছে)।

['ব্রহ্মজ্ঞানী পুরুষে ব্রহ্ম লাভ করে' সমগ্রবল্লীর সূত্রস্থানীয় এই বাক্যদ্বারা সূত্রিত আরু তাবপাছতে সংক্ষেপে

উল্লিখিত বিষয়টোৰ বিস্তাৰিত বৰ্ণনা আৰম্ভ কৰি কোৱা হৈছে— ] সৰ্বনিয়ন্তা পৰমাত্মা পৰমপুৰুষৰপৰা সৰ্বপ্ৰথম আকাশ উৎপন্ন হ'ল। আকাশৰ পৰা বায়ু, বায়ুৰ পৰা জুই, জুইৰ পৰা পানী আৰু পানীৰ পৰা মাটি উৎপন্ন হ'ল; মাটিৰ পৰা শস্য আৰু শস্যৰপৰা মানুহৰ আহাৰ অন্ন উৎপন্ন হ'ল। সেই অন্নৰ পৰা এই স্থূলদেহধাৰী মানুহৰূপ পুৰুষ উৎপন্ন হ'ল।* অন্নৰসৰ পৰিনাম বুলি প্ৰসিদ্ধ এই মনুষ্য-দেহক পক্ষীৰ ৰূপে কল্পনা কৰিছে এনেদৰে মানুহত দেখা মূৰটোৱেই যেনিবা পক্ষীৰ মূৰ, সোঁহাত সোঁ পাখা, বাওঁ হাত বাওঁ পাখী, মধ্যভাগ—গাটো পক্ষীদেহৰ মধ্যভাগ গা, আৰু দেহৰ নিম্নাংশ যেনিবা সেই পক্ষীৰ ভৰি দুটা আৰু নেজ।† এই বিষয়তে এই এটি শ্লোক আছে ২।১।৩

॥ প্ৰথম অনুবাক সমাপ্ত ॥

---

* সমস্ত প্ৰাণী ব্ৰহ্মৰপৰাই উৎপন্ন যদিও কেৱল মানুহ হে কৰ্ম আৰু জ্ঞানৰ অধিকাৰী। আন সকলোৱেই ভোগ-যোনি অৰ্থাৎ কৰ্মফল ভোগৰ নিমিত্তে মাত্ৰ জন্ম লব লগা হয়। সেইকাৰণে মানুহৰ কথাই বিশেষভাবে কোৱা হ'ল।

† মনুষ্যশৰীৰক পক্ষীৰ ৰূপত কল্পনা কৰি 'অন্নময়' আদি কোশৰ বৰ্ণনা দিয়া হব। কোশ=তৰোৱাল ভৰাই থোৱা খাপ। অন্নময় আদি স্থূলতৰ কোশৰ ভিতৰত ক্ৰমে ইটোৰ পাছত সিটোকৈ সূক্ষ্মতৰ কোশ (খাপ)। তৰোৱাল যেনিবা সেই কোশ সমূহৰ অভ্যন্তৰত থকা প্ৰত্যগাত্মা।

## দ্বিতীয় অনুবাক

অন্নাদ্বৈ প্রজাঃ প্রজায়ন্তে॥ যাঃ কাশ্চ পৃথিবীꣳশ্রিতাঃ। অথো অন্নেনৈব জীবন্তি অথৈনদপি যন্ত্যন্ততঃ অন্নꣳহি ভূতানাং জ্যেষ্ঠম্। তস্মাৎ সর্বৌষধমুচ্যতে। সর্বং বৈ তেঽন্নমাপ্নুবন্তি যেঽন্নং ব্রহ্মোপাসতে। অন্নং হি ভূতানাং জ্যেষ্ঠম্। তস্মাৎ সর্বৌষধমুচ্যতে। অন্নাদ্ভূতানি জায়ন্তে। জাতান্যন্নেন বর্ধন্তে।

অদ্যতেঽত্তি চ ভূতানি। তস্মাদন্নং তদুচ্যত ইতি ॥১॥

পৃথিবীং শ্রিতাঃ (পৃথিবীকে আশ্রয় করে থাকা) যাঃ কাঃ চ প্রজাঃ (যে কোনো প্রাণী সেই সকলেরই) অন্নাৎ বৈ (অন্নের দ্বারাই) প্রজায়ন্তে (জন্ম পায়); অথো (আবার) অন্নেন এব (অন্নের দ্বারাই) জীবন্তি (জীবিত থাকে), অথ (আর) অন্ততঃ (অন্তে) এনৎ অপি (এই অন্নতেই) যন্তি (বিলীন হয়)। হি (এই কারণে) অন্নম্ (অন্ন) (ভূতানাম্ (প্রাণীবর্গের ভিতরে) জ্যেষ্ঠম্ (শ্রেষ্ঠ)। তস্মাৎ (সেই নিমিত্তে) সর্বৌষধম্ ('অন্নকে' সকল প্রাণীর ঔষধ উচ্যতে (বলা হয়)। যে (যে সকলে) অন্নম্ ব্রহ্ম (অন্নকে ব্রহ্মরূপে করে) উপাসতে (উপাসনা করে), তে বৈ (তারাই নিশ্চয়ই) সর্বম্ অন্নম্ আপ্নুবন্তি (সর্বপ্রকার অন্ন পায়); হি (কিননা) অন্নম্ ভূতানাম্ জ্যেষ্ঠম্, তস্মাৎ সর্বৌষধম্ উচ্যতে। অন্নাৎ (অন্নের দ্বারা) ভূতানি (প্রাণীবর্গই) জায়ন্তে (জন্ম পায়), জাতানি (জন্ম পাই) অন্নেন (অন্নের দ্বারা) বর্ধন্তে (বৃদ্ধিপ্রাপ্ত হয়)। অদ্যতে (প্রাণীদ্বারা খাওয়া হয়) চ (আর) অত্তি ভূতানি (এবং প্রাণীবর্গকে খায়,) তস্মাৎ

(সেই কাৰণে তৎ (তাক) অন্নম্ ইতি উচ্যতে (অন্ন বুলি কোৱা হয়)।

"পৃথিৱীক আশ্ৰয় কৰি যিবিলাকবোৰ প্ৰাণী আছে, সেই সকলোৱেই অন্নৰ পৰা জন্ম পায়—অন্নৰ পৰিনাম-ৰূপ শুক্ৰ-শোণিতৰ পৰাই সিহঁতৰ দেহ নিৰ্মাণ হয়, জন্ম হোৱাৰ পাছত অন্নৰপৰা পোহ-পাল পায়েই জীয়াই থাকে, আৰু অন্তত অন্নতে অন্নৰ আধাৰ পৃথিৱীতে লয় পায়। [এই যে প্ৰাণীৰ জন্ম জীৱন আৰু মৰণ অন্নৰ সম্পৰ্কত কোৱা হ'ল, সি স্থূলদেহ সম্বন্ধতহে ঘটে; অৰ্থাৎ স্থূল-শৰীৰেই অন্নৰপৰা জন্মে, অন্নৰদ্বাৰা জীয়াই থাকে আৰু অন্নৰ জন্মস্থান পৃথিৱীত লীন হয় শৰীৰস্থ যি প্ৰত্যাগাত্মা, তাৰ এইবোৰ বিকাৰ নাই—সি এই দেহ এৰি অন্য দেহ গ্ৰহণ কৰে মাত্ৰ (গীতা ২।১৮।২২)]

এইদৰে প্ৰাণীৰ জীৱন অন্নৰ ওপৰত নিৰ্ভৰশীল কাৰণে অন্নই সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ আৰু এই কাৰণেই অন্নক সকলো জীৱৰ ঔষধ বুলি কোৱা হয়। কিয়নো প্ৰাণীৰ এটাইতকৈ ডাঙৰ বেমাৰ ক্ষুধা ভোক; এই বেমাৰ উপশম হয় অন্নৰদ্বাৰা। এই অন্নৰূপ ঔষধৰ প্ৰয়োগত ক্ষুধা-ৰূপ ৰোগ উপশান্ত হৈ থাকিলে সকলো সন্তাপ নোহোৱা হৈ যায়। যি সকলে এই অন্নক ব্ৰহ্মৰূপে অৰ্থাৎ জীৱৰ উৎপত্তি, স্থিতি আৰু লয়ৰ কাৰণ স্বৰূপ উপাসনা কৰে *

* এই মন্ত্ৰত আৰু পাছৰ তিনিটি অনুবাকত যি উপাসনাৰ কথা কোৱা হৈছে, সি বাস্তৱিক উপাসনাৰ নিমিত্তে নহয়; কিন্তু শৰীৰ আদি অনাত্মাত যাতে আত্মা বুদ্ধি নহয় প্ৰত্যাগাত্মাও যাতে বুদ্ধি স্থিৰ হয় তাৰ নিমিত্তে; ফলৰ উল্লেখো প্ৰশংসাবাদ মাত্ৰ বুলি জনা উচিত।

সেই সকলে সমুদায় অন্ন লাভ কৰে কোনো খাদ্যৰেই অভাৱ নাপায়। কিয়নো— এই অন্নই সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ আৰু এইকাৰণতে অন্নক সৰ্বজীৱৰ ঔষধ বুলি কোৱা হয়। অন্নৰ পৰা সমস্ত প্ৰাণী উৎপন্ন হয় আৰু উৎপন্ন হৈ অন্নৰ দ্বাৰাহেই বৰ্ধিত হয়। সকলো প্ৰাণীয়ে ইয়াক খায় আৰু নিজেও সমস্ত প্ৰাণীক খায় —নিজত লয় কৰে, এই কাৰণে (অদ্যতে অত্তি চ ভুতানি— ইতি অন্নম' এই ব্যুৎপত্তি অনুসাৰে) ইয়াৰ নাম হল অন্ন। ॥ ২।২।১

তস্মাৎ ৱা এতস্মাদন্নৰসময়াদন্যোঽন্তৰ আত্মা প্ৰাণময়ঃ। তেনৈষ পূৰ্ণঃ স ৱা এষ পুৰুষাৱধ এৱ। তস্য পুৰুষৱিধতামন্বয়ং পুৰুষৱিধঃ। তস্য প্ৰাণ এৱ শিৰঃ। ৱ্যানো দক্ষিণঃ পক্ষঃ। অপান উত্তৰঃ পক্ষঃ। আকাশ আত্মা। পৃথিৱী পুচ্ছং প্ৰতিষ্ঠা। তদপ্যেষ শ্লোকো ভৱতি॥২॥

তস্মাৎ ৱৈ এতস্মাৎ অন্নৰসময়াৎ (সেই এই অন্নৰসময় মনুষ্যদেহতকৈ) অন্যঃ (অতিৰিক্ত অন্তৰঃ তাৰ ভিতৰত থকা) প্ৰাণময়ঃ আত্মা (প্ৰাণবায়ুৰ পৰিণামৰূপ আত্ম আত্মা বুলি কল্পিত কোশ আছে। তেন (তাৰ দ্বাৰা) এষঃ (এই অন্নময় কোশৰূপ পুৰুষ) পূৰ্ণঃ (পৰিপূৰ্ণ। সঃ এৱ ৱৈ (সেই এই প্ৰাণময় আত্মাও)

পুৰুষৱিধঃ এৱ (পুৰুষৰ দৰেই)। তস্য (অন্নৰসময়ৰ) পুৰুষৱিধতাম্ অনু (পুৰুষ আকৃতিৰ অনুযায়ী) অয়ম্ পুৰুষৱিধঃ (এই প্ৰাণময় আত্মাও পুৰুষৰ আকাৰ)। তস্য (সেই প্ৰাণময়ৰ) প্ৰাণঃ এৱ শিৰঃ (প্ৰাণ বায়ুৱেই কল্পিত মূৰ) ৱ্যানঃ দক্ষিণঃ পক্ষঃ (ব্যান বায়ু সোঁ পাখী), অপানঃ

উত্তৰঃ পক্ষ: (অপান বায়ু বাওঁ পাখী) আকাশঃ আত্মা (সমান বায়ু দেহৰ মাজভাগ গা) পৃথিবী পুচ্ছম্ প্ৰতিষ্ঠা (নেজ এবং আধাৰ)। তৎ অপি (সেই বিষয়তে) এষঃ শ্লোকঃ ভৱতি (এই শ্লোক আছে)।

পূৰ্বোক্ত অন্নৰসৰ পৰিণামৰূপ যি স্থূলশৰীৰ, তাতকৈ বেলেগ, তাৰ ভিতৰত থকা আৰু এটা কোশ আছে, তাক 'প্ৰাণময়' বোলে। তাৰ দ্বাৰা অন্নময় কোশ শৰীৰ পৰিপূৰ্ণ হৈ থাকে, অন্নময় স্থূলদেহ অপেক্ষাই সূক্ষ্ম হোৱা কাৰণে প্ৰাণময় দেহে তাৰ অঙ্গ প্ৰত্যঙ্গত ব্যাপ্ত হৈ আছে। সেই এই প্ৰাণময় আত্মা-শৰীৰো পুৰুষৰ আকাৰ। অন্নময় দেহৰ পুৰুষৰ আকৃতি অনুযায়ী সাঁচত ঢলা প্ৰতিমাৰ নিচিনা প্ৰাণময় দেহো পুৰুষৰ আকৃতি বুলি কোৱা হয়। তাৰ পৰীক্ষা ৰূপত কল্পনা এনেকুৱা-এই প্ৰাণময় পুৰুষৰ প্ৰাণেই যেনিবা মূৰ-শৰীৰৰ অঙ্গবোৰৰ ভিতৰত মূৰ যেনে সৰ্বপ্ৰধান, পাচঁ প্ৰাণৰ ভিতৰত মুখ্যপ্ৰাণ তেনে সৰ্বপ্ৰধান। ব্যান সোঁ পাখী, অপান বাওঁ পাখী, আকাশবদৰে সব শৰীৰ ব্যাপি থকা সমান বায়ু কল্পিত পখীৰ গা; আৰু পৃথিবী হ'ল নেজ আৰু আধাৰ, অৰ্থাৎ অপান বায়ুক ধৰি ৰখা পৃথিবীৰ আধিদৈবিক শক্তি-য়েই এই প্ৰাণময় পুৰুষৰ আধাৰ; নহুবা এই ধাৰক শক্তিৰ দ্বাৰা স্থিতি-স্থাপকতাৰ অভাৱ হোৱা হলে উদানবায়ুৰ দ্বাৰা শৰীৰ ওপৰলৈ উৎক্ষিপ্ত হ'ল হেতেন। এই বিষয়তে কোৱা এটি শ্লোক আছে। ২।২।২

দ্বিতীয় অনুবাক সমাপ্ত

---

## তৃতীয় অনুবাক

প্রাণং দেবা অনু প্রাণন্তি। মনুষ্যাঃ পশবশ্চ য়ে। প্রাণো হি ভূতানামায়ুঃ। তস্মাৎ সর্বায়ুষমুচ্যতে। সর্বমেব ত আয়ুর্যন্তি য়ে প্রাণং ব্রহ্মোপাসতে। প্রাণো হি ভূতানামায়ুঃ তস্মাৎ সর্বায়ুষমুচ্যত ইতি। তস্যৈষ এব শারীর আত্মায়ঃ পূর্বস্য। ।১।

দেবা· মনুষ্যাঃ পশবঃ (দেৱতা, মানুহ, পশু) চ (আৰু য়ে (যিবোৰ আন প্রানী আছে),(সেই সকলে'ৱেই)প্রাণম্ অনু(প্রাণক অনুসৰণ কৰি-য়েই) প্রাণন্তি(চেষ্টাশীল জীৱিত থাকে)। হি (যিহেতুকে) প্রাণঃ ভূতা-নাম্ আয়ু (প্রাণেই প্রাণীসমূহৰ জীৱন) তস্মাৎ (সেই হেতুকেই) সৰ্বায়ুষম্ (প্রাণক সকলোৰে আয়ুষ) উচ্যতে (কোৱা হয়)। হি প্রাণঃ ভূতানাম্ আয়ুঃ তস্মাৎ সর্বায়ুষম্ উচ্যতে, ইতি (এই তত্ত্ব বুজি)য়ে (যি সকলে) প্রাণম ব্রহ্ম (প্রাণক ব্রহ্মভাব কৰি) উপাসতে (উপাসনা কৰে,) তে (সেইসকলে) সর্বম এব আয়ুঃ [নিঃসন্দেহে পূৰ্ণ আয়ুষ) যন্তি (পায়)। তস্য (সেই এই প্রাণময়ৰ) এষঃ এব (এৱেই)শাৰীৰঃ আত্ম (শৰীৰত থকা অন্তৰাত্মা) যঃ পূৰ্বস্য (যি পূৰ্বৰ অন্নময়ৰ অন্তৰাত্মা)। অথবা-তস্য পূৰ্বস্য (পূৰ্বকথিত অন্নৰসময়ৰ) এষ এব (এৱেই) শাৰীৰঃ আত্মা (দেহত থকা আত্মা) যঃ (যি প্রাণ-ময় কোশ।

"দেৱতা, মানুহ,পশু আদি যিমান বিলাক দেহধাৰী প্রাণী আছে, সেই সকলোবোৰ প্রাণৰ সহাঁবিতে জীয়াই থাকে।

প্ৰাণৰ অবিহনে কাৰো দেহ টিকি থাকিব নোৱাৰে। কিয়নো প্ৰাণেই সমস্ত প্ৰাণীৰ আয়ুষ— জীৱন, সেই কাৰণে প্ৰাণক 'সৰ্বায়ুষ' কোৱা হয়। যি লোকে প্ৰাণক প্ৰাণীৰ জীৱন, এই-কাৰণে সি 'সৰ্বায়ুষ' কথিত হয়— এই তত্ত্ব বুজি প্ৰাণক ব্ৰহ্ম-ৰূপে উপাসনা কৰে, তেওঁ পূৰ্ণ আয়ুষ প্ৰাপ্ত হয়"। যি জগদাত্মা পৰমপুৰুষ অন্নৰসময় স্থূলশৰীৰধাৰী পুৰুষৰ অন্তৰাত্মা তেঁৱেই এই প্ৰাণময় পুৰুষৰো দেহান্তৰ্ৱৰ্তী অন্তৰ্যামী আত্মা। (অথবা পূৰ্বকথিত অন্নময়পুৰুষৰ দেহাধিষ্ঠিত প্ৰাণময় পুৰুষেই তাৰ অন্নময়ৰ আত্মা)। ॥২।৩।১॥

তস্মাদ্ বা এতস্মাৎ প্ৰাণময়াদন্যোঽন্তৰ আত্মা মনোময়ঃ। তেনৈষ পূৰ্ণঃ। স বা এষ পুৰুষবিধ এব। তস্য পুৰুষবিধতামন্বয়ং পুৰুষবিধঃ। তস্য যজুৰেব শিৰঃ। ঋগ্‌দক্ষিণঃ পক্ষঃ। সামোত্তৰঃ পক্ষঃ। আদেশ আত্মা। অথৰ্বাঙ্গিৰসঃ পুচ্ছং প্ৰতিষ্ঠা। তদপ্যেষ শ্লোকো ভৱতি ॥২॥

তস্মাৎ বৈ ক্ৰমাৎ প্ৰাণময়াৎ অন্যঃ অন্তৰঃ মনোময়ঃ আত্মা (সেই এই প্ৰাণময়পুৰুষতকৈ অতিৰিক্ত তাৰ ভিতৰত থকা মনোময় আত্মাৰূপ কোশ আছে।) তেন এষঃ পূৰ্ণঃ (সেই মনোময় শৰীৰৰ দ্বাৰা এই প্ৰাণময় শৰীৰ পৰিপূৰ্ণ) সঃ এষঃ বৈ পুৰুষবিধঃ এব (সেই এই মনোময় দেহো পুৰুষৰ দৰেই)। তস্য পুৰুষবিধতাম্ অনু (তাৰ পুৰুষ আকৃতিৰ অনুযায়ী) অয়ম্ পুৰুষবিধঃ (এই মনোময় শৰীৰ পুৰুষৰ

কাৰ)। তস্য যজুঃ এব শিৰঃ (এই মনোময় পুৰুষৰ যজুৰ্বেদেই কল্পিত মূৰ) ঋক্ দক্ষিণঃ পক্ষঃ (ঋক্‌বেদ সোঁ পাখী), সাম উত্তৰঃ পক্ষঃ (সামবেদ বাওঁ পাখী), আদেশঃ (ব্ৰাহ্মণভাগ) আত্মা (মধ্যদেহ-গা) অথ-ৰ্বাঙ্গিৰসঃ (অথৰ্ব আৰু অঙ্গিৰা ঋষিৰ দ্বাৰা দৃষ্ট অথৰ্ববেদ) পুচ্ছম্ প্ৰতিষ্ঠা (নেজ অ'ক আধাৰ)। তৎ অপি এষঃ শ্লোকঃ ভৱতি—

পূৰ্বোক্ত প্ৰাণময় পুৰুষতকৈ বেলেগ, অথচ তাৰ ভিতৰত থকা আৰু এক পুৰুষ আছে, তাক 'মনোময়' কোৱা হয়। সেই মনোময়ৰ দ্বাৰা এই প্ৰাণময় শৰীৰ পূৰ্ণ অৰ্থাৎ পৰি-ব্যাপ্ত থাকে। সেই এই মনোময় দেহো পুৰুষৰ দৰে। প্ৰাণময় শৰীৰৰ পুৰুষ আকৃতিৰ অনুৰূপ মনোময় শৰীৰো পুৰুষৰ আকৃতি। তাৰ পক্ষীৰূপে কল্পনা এনে—এই মনোময় পুৰুষৰ যজুৰ্বেদৰ মন্ত্ৰ যেনিবা মূৰ; যজ্ঞাদকৰ্মকাণ্ডত যজুৰ্বেদৰ মন্ত্ৰৰেই প্ৰাধান্য তাৰোপৰি অনিয়ত অক্ষৰ আৰু পাদ-পূৰণৰ নিৰ্দিষ্ট নিয়ম নথকা, অথচ 'স্বাহা' শব্দ যোগ কৰি আহুতি আদি অৰ্পণ কৰা সেইবোৰ মন্ত্ৰকো 'যজু'কোৱা হয়। এই প্ৰকাৰে অঙ্গসমূহৰ ভিতৰত মূৰ যেনে প্ৰধান, ঈশ্বৰউপাসনা-দি কৰ্মত অৱলম্বনীয় যজুমন্ত্ৰও তেনে আন মন্ত্ৰতকৈ প্ৰধান ঋক্ বেদৰ আৰু সামবেদৰ মন্ত্ৰসমূহ সেই মনোময় পুৰুষৰ সোঁ আৰু বাওঁ পাখী। ঋক্‌মন্ত্ৰেৰে উপাসনাত স্তুতি আৰু সামমন্ত্ৰেৰে গান কৰা হয়। গতিকে যজুমন্ত্ৰতকৈ অপ্ৰধান; তথাপি হাত দুখনৰ দৰে কৰ্মকাণ্ডত বিশেষ সহায়ক বাবে সেই দুইক পাখী কল্পনা কৰা হৈছে। আদেশ—বিধি বাক্য

বেদৰ ভিতৰৰা —'ব্ৰাহ্মণভাগ'; এই কাৰণে সেই ব্ৰাহ্মণ-ভাগ মধ্যদেহ (গা) বুলি বুজাইছে। অথবা আৰু অঙ্গিৰা আদি ঋষি দৃষ্ট শান্তি-পুষ্টিজনক কৰ্মৰ সাধক মন্ত্ৰবোৰ থকা অথৰ্ববেদক সেই মনোময় পুৰুষৰ নেজ আৰু আধাৰ বুলি বুজা; কাৰণ সেই সেই কৰ্মৰ সাধক মন্ত্ৰসমূহত মনোময় পুৰুষ প্ৰতিষ্ঠিত। সংকল্পৰূপ বৃত্তিৰ দ্বাৰা মনোময় পুৰুষৰ এই এই বেদমন্ত্ৰবিলাকৰ সৈতে সম্বন্ধ ঘটে, গতিকে উপৰোক্ত বেদমন্ত্ৰ-সমূহক তেওঁৰ অঙ্গস্বৰূপ বুলি বৰ্ণনা কৰা মানে বেদমন্ত্ৰ বিষয়ক মনোবৃত্তি বুজিব লাগিব।

এই মনোময়পুৰুষৰ মহিমা বখানি কোৱা এটি শ্লোক আছে। ২।৩। ॥

তৃতীয় অনুবাক সমাপ্ত ॥৩॥

---

## চতুৰ্থ অনুবাক

**য়তো ৱাচো নিৱৰ্তন্তে। অপ্ৰাপ্য মনসা সহ।**
**আনন্দং ব্ৰহ্মণো ৱিদ্বান। ন বিভেতি কদাচনেতি**
**তস্যৈষ এৱ শাৰীৰ আত্মা। য় পূৰ্বস্য ॥১॥**

য়ত. (যাৰ পৰা) মনসা সহ (মনেৰে সৈতে) ৱাচঃ (বাক্ আদি ইন্দ্ৰিয়বোৰ) অপ্ৰাপ্য (তেওঁক নাপাই) নিৱৰ্তন্তে (ঘূৰি আহে), ব্ৰহ্মণঃ (সেই ব্ৰহ্মৰ) আনন্দম্ (আনন্দ স্বৰূপক) ৱিদ্বান্ (জানোঁতা পুৰুষে) কদাচন (কেতিয়াও) ন বিভেতি (ভয় নকৰে) ইতি (এই শ্লোক)। তস্য (সেই মনোময় পুৰুষৰো) এষঃ এৱ (এয়েই) শাৰীৰঃ আত্মা (শৰীৰৰ অন্তৰ্বৰ্তী আত্মা) যঃ পূৰ্বস্য (যি পূৰ্বকথিত প্ৰাণময় শৰীৰৰ

প্ৰকাৰান্তৰে মনোময় পুৰুষৰ মহিমা কীৰ্তন কৰা শ্লোকটো এই—'পৰব্ৰহ্ম পৰমেশ্বৰৰ যি পৰম আনন্দস্বৰূপ, তাক পাবলৈ মনেৰে সৈতে বাক্য আদি ইন্দ্ৰিয়সমূহৰ সমষ্টিৰূপ মনোময় পুৰুষো যাব নোৱাৰে, কিন্তু ব্ৰহ্মপ্ৰাপ্তিৰ কাৰণে সাধনা কৰা লোকৰ সহায়কাৰী হৈ তেওঁক পৰব্ৰহ্মৰ দুৱাৰত উপস্থিত কৰায়গৈ আৰু তাতে এৰি নিজে ঘূৰি আহে। তেতিয়া তেওঁ ব্ৰহ্মৰ আনন্দস্বৰূপ উপলব্ধি কৰে আৰু সৰ্ব-প্ৰকাৰে ভয়শূন্য হয়।"

পূৰ্বকথিত অন্নময় আৰু প্ৰাণময় শৰীৰৰ যি অন্তৰ্বৰ্তী আত্মা, সেয়েই এই মনোময় শৰীৰৰো অন্তৰ্যামী। (অথবা এই মনোময়েই পূৰ্বোক্ত প্ৰাণময়ৰ দেহত অধিষ্ঠিত আত্মা) ।২।৪।১

**তস্মাদ্ ৱা এতস্মান্মনোময়াদন্যোঽন্তৰ আত্মা ৱিজ্ঞানময়ঃ। তেনৈষ পূৰ্ণঃ। স ৱা এষ পুৰুষৱিধ এৱ। তস্য পুৰুষৱিধতামন্বয়ং পুৰুষৱিধঃ। তস্য শ্ৰদ্ধৈৱ শিৰঃ। ঋতং দক্ষিণঃ পক্ষঃ। সত্যমুত্তৰঃ পক্ষঃ। যোগ আত্মা। মহঃ পুচ্ছং প্ৰতিষ্ঠা। তদপ্যেষ শ্লোকো ভৱতি।২।**

তস্মাৎ বৈ এতস্মাৎ মনোময়াৎ অন্যঃ অন্তৰঃ আত্মা বিজ্ঞানময়ঃ। তেন এষঃ পূৰ্ণঃ। সঃ এষঃ বৈ পুৰুষৱিধ এৱ। তস্য পুৰুষৱিধতাম্ অনু অয়ম্ পুৰুষবিধঃ। [ব্যাখ্যা পূৰ্বৰ দৰে] তস্য (সেই বিজ্ঞানময়

আত্মাৰ) শ্ৰদ্ধা এৱ (আস্তিক্য বুদ্ধিয়েই) শিৰঃ (কল্পিত মূৰ) ঋতম (শাস্ত্ৰাৰ্থ নিৰ্নীত সদাচাৰ নিশ্চয়) দক্ষিনঃ পক্ষঃ (সোঁপাখী), সত্যম (সত্য বাক্য আৰু আচাৰ) উত্তৰঃ পক্ষঃ (বাওঁ পাখী) যোগঃ (চিত্তৰ একাগ্ৰতা) আত্মা (মধ্যদেহ—গা), মহঃ (পৰমাত্মা) পুচ্ছম প্ৰতিষ্ঠা (নেজ আৰু আধাৰ)। তৎ অপি এষঃ শ্লোকঃ ভৱতি —।

এতিয়া বিজ্ঞানময় কোশ অৰ্থাৎ বৈদিক লৌকিক সমস্ত জ্ঞানৰ নিশ্চিত ধাৰণাধাৰী বিজ্ঞানস্বভাৱ জীৱাত্মাৰ কথা কৈছে পূৰ্ববৰ্ণিত মনোময় শৰীৰত কৈ বেলেগ অথচ তাৰ অভ্যন্তৰবৰ্তী যি বিজ্ঞানময় পুৰুষ অৰ্থাৎ বুদ্ধিৰূপ গুহাবাসী জীৱাত্মা, তাৰ দ্বাৰা মনোময় দেহ পূৰ্ণ অৰ্থাৎ পৰিব্যাপ্ত। আকৌ মনোময় নিজতকৈ পূৰ্ববৰ্তী প্ৰাণময়ত আৰু অন্নময়ত ব্যাপ্ত; গতিকে এই বিজ্ঞানময় জীৱাত্মাই সমস্ত দেহ ব্যাপি থাকে। জীৱাত্মাৰূপ ক্ষেত্ৰজ্ঞই শৰীৰৰূপ ক্ষেত্ৰত ব্যাপ্ত হৈ শৰীৰক প্ৰকাশিত কৰে বুলি গীতাতো উক্ত আছে (গীতা ১৩-৩১-৩৩)। এই বিজ্ঞানময় আত্মাও নিশ্চয় পুৰুষাকৃতি। মনোময় পুৰুষত ব্যাপ্ত হৈ থকা কাৰণে তদনুৰূপে ইয়াকো পুৰুষাকৃতি কোৱা হয়। এই বিজ্ঞানময় পুৰুষৰ পক্ষীৰূপে কল্পনা এনেকুৱা—শ্ৰদ্ধা অৰ্থাৎ বুদ্ধিৰ নিশ্চিত বিশ্বাসৰূপ যি বৃত্তি (আস্তিক্য বুদ্ধি), সিয়েই হল বিজ্ঞানময় দেহৰ প্ৰধান অঙ্গ। মুখ্যকাৰণ সুদৃঢ় বিশ্বাসেই ভগৱৎপ্ৰাপ্তিৰ নিমিত্তে অতি আৱশ্যকীয় প্ৰথম সাধন (বিশ্বাস মিলয়ভক্তি, তৰ্কে বহুদূৰ।) শাস্ত্ৰাৰ্থ নিৰ্ণীন

সদাচৰণ তাৰ সোঁ পাখী, সত্যকথা আৰু সত্য আচৰণ বাওঁ পাখী। চিত্তৰ একাগ্ৰতাৰূপ ধ্যানৰ দ্বাৰা পৰমাত্মাৰ সৈতে সংযোগ বিজ্ঞানাত্মাৰ মধ্যদেহ (গা) আৰু 'মহঃ' নামে প্ৰসিদ্ধ * পৰমাত্মাই পুচ্ছস্থানীয় আৰু আধাৰ ; কিয়নো পৰমাত্মাইতো জীৱাত্মাৰ পৰম আশ্ৰয়।

এই বিজ্ঞানময় পুৰুষৰ মহিমা বখানি এটি শ্লোক আছে— ২।৪।২॥

চতুৰ্থ অনুবাক সমাপ্ত ।৪॥

---

## পঞ্চম অনুবাক

বিজ্ঞানং যজ্ঞং তনুতে। কৰ্মাণি তনুতেঽপি চ। বিজ্ঞানং দেবাঃ সৰ্বে। ব্ৰহ্ম জ্যেষ্ঠমুপাসতে। বিজ্ঞানং ব্ৰহ্ম চেদ্‌ বেদ। তস্মাচ্চেন্ন প্ৰমাদ্যতি। শৰীৰে পাপ্‌মনো হিত্বা। সৰ্বান্‌ কামান্‌ সমশ্নুত ইতি। তস্যৈষ এৱ শাৰীৰ আত্মা। যঃ পূৰ্বস্য ॥১॥

---

* শিক্ষাবল্লীৰ ৫ম অনুবাকত ব্যাহৃতিৰ প্ৰসঙ্গত 'মহঃ' এই ব্যাহৃতিক ব্ৰহ্মস্বৰূপ বুলি বুজোৱা হৈছে, গতিকে 'মহঃ' পৰব্ৰহ্মৰ নাম আৰু সেই পৰমাত্মাই জীৱাত্মাৰ আধাৰ কথিত হৈছে।

বিজ্ঞানম্ (বিজ্ঞান স্বরূপ আত্মাই) যজ্ঞম্ তনুতে (যজ্ঞাদি কর্ম বিস্তার করে)। অপি চ (অধিকন্তু) কর্মাণি তনুতে (কর্মবোরো বিস্তার করে)। সর্বে দেবাঃ (সকলো ইন্দ্রিয়াধিষ্ঠ দেৱতাই) জ্যেষ্ঠম (সর্বশ্রেষ্ঠ) বিজ্ঞানং ব্রহ্ম) (বিজ্ঞানক ব্রহ্মরূপে) উপাসতে (উপাসনা করে। চেৎ (যদি) বিজ্ঞানম্ ব্রহ্ম (বিজ্ঞানক ব্রহ্মরূপে) বেদ (জানে), চেৎ ('আরু'যদি) তস্মাৎ ন প্রমাদ্যতি (তার পরা কদাচ বিচলিত নহয়), (তেতিয়া শরীরে (শরীরতে) পাপ্মানঃ (দেহাভিমানর পরা উৎপন্ন পাপবোর) (ত্যাগ করি) সর্বান কামান্ (সমুদায় ভোগ) সমশ্নুতে (উপভোগ করে) ইতি (এই শ্লোক) তদ্য। (সেই বিজ্ঞানময়র) এষ এব শারীরঃ আত্মা, যঃ পূর্বস্য (এয়েই শরীরান্তর্বর্তী আত্মা, যি পূর্বকথিত মনোময় দেহর)।

বিজ্ঞানময় পুরুষর মহিমা কীর্তন করা সেই শ্লোকটো কোৱা হৈছে। "বিজ্ঞান অর্থাৎ বুদ্ধির সৈতে তদ্রূপ হোৱা জীবাত্মাই যজ্ঞাদি কর্মানুষ্ঠানরূপ পুণ্য বৃদ্ধি করে আরু লৌকিক কর্ম্মবোরো বিস্তার করে। অর্থাৎ সদ্ বদ্ সকলো কর্মর প্রেরণা জীবাত্মার পরাহে আহে। সমস্ত ইন্দ্রিয়াধিষ্ঠাতৃ দেৱতাবৃন্দই সর্ববৃত্তির প্রেরক বিজ্ঞানাত্মাকেই ব্রহ্মরূপে উপাসানা করে। নিজ নিজ বৃত্তিবোরর দ্বারা তেওঁকেই সুখ দিবলৈ চেষ্টা করে। কোনো তত্ত্বজ্ঞানী লোকেও যদি এই বিজ্ঞান স্বরূপ আত্মাকেই ব্রহ্ম বুলি ধারণা করিব পারে আরু সেই ধারণার পরা যদি কেতিয়াও বিচলিত নহয়, অর্থাৎ শরীর আদিত আত্মা-বুদ্ধি করি ভুল নকরে, তেতিয়া হলে দেহাভি-

মানত হোৱা সমুদায় পাপ দেহাতে এৰি বিজ্ঞানাত্মাৰূপে সমস্ত কাম্যভোগ উপভোগ কৰে।"

সেই পৰমাত্মা পৰমেশ্বৰ যি পূৰ্বকথিত অন্নময়, প্ৰাণময় আৰু মনোময়ৰ অন্তৰাত্মা তেঁৱেই এই বিজ্ঞানময়ৰো অন্তৰ্যামী আত্মা। (অথবা এই বিজ্ঞানময় আত্মাই পূৰ্ব কথিত মনোময়ৰ দেহত অধিষ্ঠিত আত্মা) ॥২।৫।১॥

**তস্মাদ্ ৱা এতস্মাদ্ ৱিজ্ঞানময়াদন্যোঽন্তৰ আত্মানন্দময়ঃ। তেনৈষ পূৰ্ণঃ। স ৱা এষ পুৰুষৱিধ এৱ। তস্য পুৰুষৱিধতামন্বয়ং পুৰুষৱিধঃ। তস্য প্ৰিয়মেৱ শিৰঃ। মোদো দক্ষিণঃ পক্ষঃ। প্ৰমোদ উত্তৰঃ পক্ষঃ। আনন্দ আত্মা। ব্ৰহ্ম পুচ্ছং প্ৰতিষ্ঠা। তদপ্যেষ শ্লোকো ভৱতি ॥২॥**

তস্মাৎ বৈ এতস্মাৎ বিজ্ঞানময়াৎ অন্যঃ অন্তৰঃ আত্মা আনন্দময়ঃ। তেন এষঃ পূৰ্ণঃ। সঃ এষঃ বৈ পুৰুষৱিধঃ এৱ। তস্য পুৰুষবিধতাম্ অনু অয়ম্ পুৰুষবিধঃ। (ব্যাখ্যা পূৰ্ববৎ) তস্য (সেই আনন্দময়ৰ) প্ৰিয়ম্ এৱ শিৰঃ (প্ৰীতিভাৱেই মস্তক)। মোদঃ দক্ষিণঃ পক্ষঃ (হৰ্ষ সোঁ পাখী)। প্ৰমোদঃ উত্তৰঃ পক্ষঃ (অতি হৰ্ষ বাওঁ পাখী)। আনন্দঃ আত্মা (আনন্দ মধ্যদেহ) ব্ৰহ্ম পুচ্ছম্ প্ৰতিষ্ঠা (ব্ৰহ্মই নেজ আৰু আধাৰ)। তৎ অপি এষঃ শ্লোক ভৱতি —।

এই মন্ত্ৰত আনন্দময় পৰমাত্মাৰ বৰ্ণনা কৰা হৈছে— 'অন্নময়' আদি শব্দৰ দৰে 'আনন্দময়' শব্দত বিকাৰ অৰ্থত 'ময়ট্' প্ৰত্যয় হোৱা নাই, হৈছে প্ৰাচুৰ্য অৰ্থত; সেই কাৰণে

আনন্দময় মানে কেৱল আনন্দ স্বৰূপ (ব্ৰহ্মসূত্ৰ ১।১।১৩)। পূৰ্ব-বৰ্ণিত বিজ্ঞানময় জীৱাত্মাতকৈ বেলেগ, তাৰো অভ্যন্তৰবৰ্তী যি আত্মা, তেওঁ নিশ্চয় আনন্দময় পৰমাত্মা। সেই আনন্দময়ৰ দ্বাৰা এই বিজ্ঞানময় পৰিপূৰ্ণ অৰ্থাৎ জীৱাত্মাৰো অন্তৰাত্মাৰূপে জীৱক নিয়ন্ত্ৰন কৰে তেওঁ। এৱেঁই যথাৰ্থতে 'পুৰুষ' পূৰ্বোক্ত অন্নময় আদি সকলো পুৰুষতকৈ উত্তম পুৰুষ। বিজ্ঞানময় পুৰুষত পৰিব্যাপ্ত কাৰণে এই আনন্দময়কো পুৰুষৰ আকাৰ বোলা হয়। পক্ষীৰূপে কল্পনাত এই আনন্দময় পৰম পুৰুষৰ মূৰ হ'ল—প্ৰিয়ভাৱ, অৰ্থাৎ আনন্দ স্বৰূপ পৰমেশ্বৰেই সকলোৰে প্ৰিয়, সমস্ত প্ৰাণীয়েই তেওঁক ভাল পাবলৈ বিচাৰে। এই প্ৰিয়ভাব আনন্দময়ৰ এক প্ৰধান অঙ্গ ৰূপে সিয়েই হ'ল যেনিবা তেওঁৰ মূৰ। 'মোদ' আৰু 'প্ৰমোদ' অৰ্থাৎ ইষ্টলাভ-কৰি পোৱা আনন্দ আৰু তাক ভোগ কৰি পোৱা আনন্দই সোঁ পাখী আৰু বাওঁ পাখী। আনন্দ তেওঁৰ মধ্যদেহ আৰু স্বয়ং ব্ৰহ্মই আশ্ৰয়স্থল পুচ্ছ।

[নিৰৱয়ৱ বা নিৰাকাৰ ব্ৰহ্মৰ আকাৰ আৰু অঙ্গ আদিৰ বৰ্ণনা বাস্তৱিক হব নোৱাৰে; তেন্তে এনে কল্পনা কিয় কৰা হ'ল? ইয়াৰ সমাধানৰ কাৰণে ব্ৰহ্ম সূত্ৰই (৩।৩।১২—১৪সূত্ৰ) কেৱল উপাসনাৰ সুচলৰ নিমিত্তে ব্ৰহ্মৰ বিষয়ে এনে কল্পনা কৰা হৈছে বুলি স্পষ্ট কৰি দিলে; নহলে তাৰ আন একো প্ৰয়োজন নাই। এই প্ৰকৰণত বিজ্ঞানময়ৰ অৰ্থ জীৱাত্মা আৰু আনন্দময়ৰ অৰ্থ পৰমাত্মা বুলি গ্ৰহণ কৰিব লগা কথাও ব্ৰহ্ম

সূত্ৰত (১'১।১২—১৯) শ্ৰুতিবাক্য আৰু যুক্তিৰে সমৰ্থিত হৈছে। ]

এই আনন্দময় পুৰুষৰ মহিমা বখানি এটি শ্লোক অৰ্থাৎ মন্ত্ৰ আছে—॥২।৫।২॥

॥ পঞ্চম অনুবাক সমাপ্ত ॥৫॥

---

## ষষ্ঠ অনুবাক

অসন্নেৱ স ভৱতি। অসদ্ ব্ৰহ্মেতি ৱেদ চেৎ। অস্তি ব্ৰহ্মেতি চেদ্ ৱেদ। সন্তমেনং ততো ৱিদু-ৰিতি ॥১॥

চেৎ (যদি কোনোৱে) ব্ৰহ্ম অসৎ (ব্ৰহ্ম নাই) ইতি বেদ (এইদৰে জানে) সঃ (তেওঁতো) অসন্ এৱ ভৱতি (অসতেই হয়)। চেৎ (আকৌ যদি কোনোৱে) ব্ৰহ্ম অস্তি ইতি (ব্ৰহ্ম আছে এই বুলি) বেদ (জানে), ততঃ (তেতিয়া) এনম্ (এওঁক) সন্তম্ বিদুঃ ('জ্ঞানীলোকে' সৎ পুৰুষ বুলি জ্ঞান কৰে)। ইতি (এই সেই শ্লোক)।

ব্ৰহ্মৰ সৰ্বকাৰণৰূপে বিদ্যমানতা সূচোৱা সেই মন্ত্ৰটো এই—"যদি কোনো লোকে এনেকৈ বুজিছে বা নিশ্চিত হৈছে যে, 'ব্ৰহ্ম অসৎ' অৰ্থাৎ ব্ৰহ্ম বা ঈশ্বৰ বুলি কোনো বস্তু নাই

সেইবিলাক তেওঁৰেই অসৎ হৈ যায়, অৰ্থাৎ সদাচাৰ ভ্ৰষ্ট হৈ স্বেচ্ছাচাৰীৰূপে বিলাস-ব্যসনত মজি নীচপ্ৰকৃতি, বিকৃতৰুচি হৈ পৰে। আকৌ যদি কোনো লোকে ব্ৰহ্মৰ যথাৰ্থ তত্ত্ব বুজি নাপালেও ব্ৰহ্ম বা ঈশ্বৰৰ অস্তিত্বত কোনো সন্দেহ নাৰাখে, অৰ্থাৎ শাস্ত্ৰৰ আৰু মহাপুৰুষৰ বাণীত দৃঢ় বিশ্বাস কৰি যদি তেওঁৰ মনত ঈশ্বৰ নিশ্চয় আছে বুলি ঈশ্বৰত পূৰা নিৰ্ভৰশীল হয় তেন্তে তেনেলোকক জ্ঞানীসকলে 'সন্ত অৰ্থাৎ সৎপুৰুষ সজ্জনৰূপে জ্ঞান কৰে। [ভাব এই যে, পৰমাত্ম তত্ত্বজ্ঞানৰ প্ৰথম সোপান (খটখটি) —তেওঁৰ অস্তিত্বত পূৰ্ণবিশ্বাস। এই বিশ্বাসত অতন-মতন হৈ থাকিব পাৰিলে কেতিয়াবা নহয় কেতিয়াবা পৰমপুৰুষৰ কৃপা লাভ কৰি ব্ৰহ্ম সাযুজ্যপ্ৰাপ্তি হ'ব পাৰে।] ২।৬।১।

তস্যৈষ এব শাৰীৰ আত্মা যঃ পূৰ্বস্য ॥২॥

তস্য (সেই এই আনন্দময়ৰ) এষঃ এৱ শাৰীৰ আত্মা (এয়েই অন্তৰ্বৰ্তী আত্মা) যঃ পূৰ্বস্য (যি পূৰ্বকথিত বিজ্ঞানময়ৰ)।

সেই এই আনন্দময় পৰমপুৰুষৰ শৰীৰৰ অভ্যন্তৰবৰ্তী আত্মা স্বয়ং তেৱেঁই। তেওঁৰ শৰীৰ আৰু শৰীৰিৰ কোনো ভিন্নতা নাই। পূৰ্বৰপৰা কৈ অহা অন্নময় আদি সকলো যি অন্তৰ্যামী আত্মা, সেই আনন্দস্বৰূপ পৰমাত্মাই নিজৰো অন্তৰ্যামী, তেওঁৰ আৰু আন কোনো অন্তৰ্যামী নাই। "অনাদি ঈশ্বৰ যিটো ব্ৰহ্ম নিৰঞ্জন। জ্ঞানময় আনন্দ যে সত্য সনাতন"॥ অনাদি পাতন।

[এই পঞ্চকোশ প্ৰকৰণত শ্ৰুতিয়ে বুজালে যে ব্ৰহ্মই সকলোৰে আত্মা, কাৰণ আৰু সৰ্বব্যাপ্ত; তেওঁই সমস্তৰে আধাৰ আৰু আশ্ৰয়। প্ৰাণময় অৰ্থাৎ ক্ৰিয়াশক্তিৰ অবিহনে অন্নময় স্থূলদেহৰ কাৰ্য নচলে। মনোময় অৰ্থাৎ সংশয়াত্মক অন্তঃকৰণবৃত্তিৰদ্বাৰা প্ৰাণময় পৰিচালিত হয়। মনোময় আকৌ নিশ্চয়াত্মিকা বুদ্ধিৰূপ বিজ্ঞানময় জীৱাত্মাৰ অধীনত চলে। সেই জীৱাত্মাই আকৌ আনন্দময় পৰমাত্মাৰ সন্তুষ্টি সাধি নিত্যানন্দৰসত মগ্ন হবলৈ অভিলাষী হৈ নিজক পৰিচালিত কৰে। কাৰণ সেয়ে পৰম পুৰুষাৰ্থ, সেয়ে জীৱৰ চৰম লক্ষ্য।] ২।৬।২।

**অথাতোঽনুপ্ৰশ্নাঃ। উতাবিদ্বানমুং লোকং প্ৰেত্য কশ্চন গচ্ছতী৩। আহো বিদ্বানমুং লোকং প্ৰেত্য কশ্চিৎ সমশ্নুতা৩উ ॥৩॥**

অথ (এতিয়া) অতঃ (ইয়াৰপৰা) অনুপ্ৰশ্নাঃ (গুৰুৰ উপদেশ অনুসৰণ কৰি প্ৰশ্ন আৰম্ভ কৰা হৈছে)। কঃচন অবিদ্বান্ (কোনো ব্ৰহ্মজ্ঞান নোহোৱা লোক) প্ৰেত্য (মৃত্যুৰ পাছত) অমুম্ লোকম্ (সেই ব্ৰহ্মধামলৈ) গচ্ছতি উত (যায় জানো)? আহো (অথবা) কঃচিৎ বিদ্বান্ (কোনো জ্ঞানীলোক হে) প্ৰেত্য (মৃত্যু হৈ) অমুম্ লোকম্ সমশ্নুতে উ (ব্ৰহ্মধাম পায় নেকি)? [৩ প্লুত সূচক]।

[পূৰ্বকথিত ব্ৰহ্মবিচাৰৰ উপদেশ অনুসৰণ কৰি মানুহৰ মনত ওপজা সন্দেহ নিবাৰণ কৰি ব্ৰহ্মসত্তা প্ৰতিপাদন কৰিবলৈ শ্ৰুতিয়ে স্বয়ং প্ৰশ্নৰ অৱতাৰণা কৰিছে—] এতিয়া ইয়াৰপৰা অনুপ্ৰশ্ন অৰ্থাৎ আচাৰ্যৰ উপদেশ অনুক্ৰমে সম্ভাব্য প্ৰশ্ন

আৰম্ভ কৰা হৈছে—। যদি ব্ৰহ্ম আছে, তেওঁক নজনা কোনোলোকে মৃত্যুৰ পাছত তেওঁক পাব নে নাপায? অথবা ব্ৰহ্মজ্ঞান লাভ কৰা কোনোবা জ্ঞানীজনে জানো মৃত্যুৰ পাছত তেওঁক পায?

[মূলত প্ৰশ্নৰূপে দুটা থাকিলেও অভিপ্ৰায় অনুৰূপে প্ৰশ্ন তিনিটা। (১) পূৰ্বমন্ত্ৰত উক্তিৰ অনুৰূপে 'ব্ৰহ্ম সৎ নে অসৎ'? (২) যদি ব্ৰহ্ম আছে আকাশৰ দৰে সৰ্বব্যাপী, পক্ষপাত শূন্য সকলোলৈ সমভাবাপন্ন ব্ৰহ্মক, তেওঁৰ বিষয়ে নজনা বা ঈশ্বৰ-বিশ্বাস নথকা লোকেও তেওঁক পাবনে নাপায়? ৩) যদি তেনে অজ্ঞানীয়ে নাপায়, তেনেহলেতো সৰ্বত্ৰ সমদৰ্শী তেওঁক জ্ঞানীজনেও পোৱা উচিত নহয়? লোকহিতৈষিণী শ্ৰুতিয়ে নিজেই এইবোৰ প্ৰশ্ন উত্থাপন কৰি ক্ৰমে তাৰ উত্তৰ দিব।] ২।৬।৩॥

সোঽকাময়ত। বহু স্যাং প্ৰজায়েয়েতি। স তপোঽতপ্যত। স তপস্তপ্ত্বা ইদꣳ সৰ্বমসৃজত যদিদং কিংচ। তৎ সৃষ্ট্বা তদেৱানুপ্ৰাৱিশৎ তদনু প্ৰৱিশ্য সচ্চ ত্যচ্চাভৱৎ। নিৰুক্তং চানিৰুক্তং চ। নিলয়নং চানিলয়নং চ। ৱিজ্ঞানং চাৱিজ্ঞানং চ। সত্যং চানৃতং চ সত্যমভৱৎ। য়দিদং কিংচ। তৎ সত্যমিত্যাচক্ষতে। তদপ্যেষ শ্লোকো ভৱতি ॥৪॥

সঃ (সেই পৰমেশ্বৰে) অকাময়ত (ইচ্ছা কৰিলে প্ৰজায়

(প্ৰকটিত হওঁ), বহু স্যাম্ ইতি (অনেক নাম-ৰূপ বিশিষ্ট হৈ বহুত যাওঁ হৈ এই প্ৰকাৰে)। সঃ (তেওঁ) তপঃ অতপ্যত (নিজৰ ইচ্ছাক ৰূপ দিবলৈ চিন্তা কৰিলে) সঃ তপঃ তপ্ত্বা (তেওঁ সৃষ্টিবিষয়ক চিন্তা-চৰ্চা কৰি) যৎ কিম্ চ (যি কোনো) ইদম্ (এই প্ৰত্যক্ষ আৰু পৰোক্ষ) ইদম্ সৰ্বম্ (এই সমুদায় জগৎ) অসৃজত (সৃষ্টি কৰিলে)। তৎ সৃষ্ট্বা (সেই জগৎ ৰচনা কৰি) তৎ এব (সেই সকলোতেই) অনুপ্ৰাবিশৎ (লগে লগে সোমাই পৰিল)। অনুপ্ৰৱিশ্য (সেই সেই সকলোতে অনুপ্ৰবিষ্ট হৈ) তৎ সৎ্যম্ (সেই সত্যস্বৰূপ ব্ৰহ্ম) সৎ চ (মূৰ্ত আৰু) ত্যৎ চ (অমূৰ্তও) অভৱৎ (হৈছিল)। চ নিৰুক্তম্ (তথা বৰ্ণনীয়) অনিৰুক্তম্ চ (অবৰ্ণনীয়ও), চ নিলয়নম (তথা আশ্ৰয়স্বৰূপ) চ অনিলয়নম্ (আৰু অনাশ্ৰয়স্বৰূপ) বিজ্ঞানম্ চ অবিজ্ঞানম্ চ (চেতন আৰু জড়ো) সত্যম্ চ অনৃতম্ চ (সঁচা আৰু মিছাও অভৱৎ (হৈছিল)। যৎ কিম্ চ ইদম্ (যি কিছু এই সমুদায়) তৎ (সেই সমস্তই) সত্যম ইতি (সত্যস্বৰূপ ব্ৰহ্ম বুলি) আচক্ষতে (ব্ৰহ্মবাদীসকলে কয়)। তৎ অপি-এবঃ শ্লোকঃ ভৱতি (সেই বিষয়তো এই এটা মন্ত্ৰ আছে) —।

পূৰ্বমন্ত্ৰত আশঙ্কা কৰা প্ৰশ্নৰ উত্তৰত শ্ৰুতিয়ে ব্ৰহ্মৰ স্বৰূপ আৰু শক্তিৰ বৰ্ণনা কৰিছে— সেই পৰমেশ্বৰে সৃষ্টি পাতনিত চিন্তা কৰিলে, 'মই নানা নাম-ৰূপত প্ৰকটিত হৈ বহুত হওঁ'। (একেশ্বৰ আছো আমি আদি নিৰঞ্জন। সৃষ্টি নাইকিয়া মোক নকৰে শোভন॥ ............... "একেশ্বৰ থাকি আমি কৰো কোন কায। শৰীৰস্তে সৰে জীৱ হৌক ৰাজ।" (অনাদি পাতন।) এনে-

দবে চিন্তা কৰি তেওঁ তপ কৰিলে অৰ্থাৎ জগৎ সৃষ্টিৰ নিমিত্তে সংকল্প কৰিলে । সংকল্প কৰি এই যিকোনো প্ৰত্যক্ষ আৰু পৰোক্ষ জড়-চেতনময় সমস্ত জগৎ সৃষ্টি কৰিলে সংকল্পৰ অনুৰূপে 'যত জীৱ জঙ্গম, কীট-পতঙ্গম, অগণন জগ-ৰূপে বিশ্বব্ৰহ্মাণ্ড ৰচনা কৰিলে আৰু সেই সৃষ্ট সকলোতে তেওঁ স্বয়ং প্ৰবিষ্ট (অন্তৰ্যামী) হ'ল । জগৎ তেওঁৰে স্বৰূপ যদিও, তেৱেঁই জগৎৰূপত নিজক প্ৰকাশিত কৰিলে যদিও জাগতিক যাৱতীয় প্ৰাণীত থকা অন্তৰ্যামী আত্মাৰূপ লক্ষ্য কৰাবলৈকে শ্ৰুতিয়ে বুজনি দিলে যে 'জগৎ সৃষ্টি কৰি তেওঁ স্বয়ং তাত অনুপ্ৰবিষ্ট হ'ল' । এই প্ৰকাৰে সেই সত্য-সংকল্প পৰমেশ্বৰ সৰ্বান্তৰ্ৱৰ্তী হৈ মূৰ্ত আৰু অমূৰ্তৰূপে অৰ্থাৎ প্ৰত্যক্ষ ক্ষিতি, অপ আৰু তেজৰূপে এই তিনিভূত আৰু অপ্ৰত্যক্ষ বায়ু আৰু আকাশৰূপত প্ৰকটিত হ'ল । আকৌ বৰ্ণনা দিব পৰা আৰু বৰ্ণনা দিব নোৱাৰা বস্তুবোৰ আশ্ৰয় কৰিব পৰা আৰু আশ্ৰয় কৰিব নোৱাৰা, বিভিন্ন চেতন আৰু জড়, সঁচা আৰু মিছা — এই যি কোনো সকলো ৰূপতে সেই সত্যস্বৰূপ পৰমেশ্বৰেই বহুত ৰূপত নাম আৰু ৰূপ ধাৰণ কৰি অভিব্যক্ত হৈ পৰিল । ব্ৰহ্মবাদীসকলে এই কাৰণেই কয় যে, এই যে আমি দেখি, শুনি আৰু অনুভৱ কৰি যি কোনো পদাৰ্থ জানিব পাৰোঁ। সেই সকলোবোৰেই একমাত্ৰ সত্যস্বৰূপ পৰ-

মাত্মা পৰমেশ্বৰ'। "তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ। সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ ॥ তুমি পশু পক্ষী সুৰ্বণৰ তক তৃণ। —কীৰ্ত্তন।"

এই বিষয়তে এটি শ্লোক আছে — ॥ ২।৬।৪।

॥ ষষ্ঠ অনুবাক সমাপ্ত ।৬

---

## সপ্তম অনুবাক

অসদ্বা ইদমগ্ৰ আসীৎ। ততো বৈ সদজায়ত। তদাত্মানꣳ স্বয়মকুৰুত। তস্মাত্তৎ সুকৃতমুচ্যত ইতি ॥ ১ ॥

অগ্ৰে (সৃষ্টিৰ পূৰ্বতে) ইদম্ (এই জগৎ) অসৎ বৈ (অব্যক্ত ঈশ্বৰতেই) আসীৎ (থাকিল) ততঃ বৈ (সেই অব্যক্ত স্বৰূপৰপৰাই) সৎ (নামৰূপময় প্ৰত্যক্ষ জগৎ) অজায়ত (উৎপন্ন হ'ল)। তৎ (সেই ব্ৰহ্মই) আত্মানম্ (নিজক) স্বয়ম্ (নিজে) অকুৰুত ('এই ৰূপত ব্যক্ত' কৰিলে); তস্মাৎ (সেই কাৰণে) তৎ (সেই ব্ৰহ্ম) সুকৃতম্ ইতি (স্বয়ংকৰ্ত্তা বুলি) উচ্যতে (কথিত হয়)।

পূৰ্বোক্ত শ্লোক বা মন্ত্ৰটো এই — "জড় চেতনাত্মক

এই সম্পূৰ্ণ জগৎ সৃষ্টিৰ পূৰ্বতে অসৎ অৰ্থাৎ অব্যক্ত ঈশ্বৰতেই আছিল। সেই* অব্যক্ত ঈশ্বৰৰ পৰাই এই সৎ অৰ্থাৎ অনেকানেক নাম-ৰূপত ব্যক্ত জগৎ উৎপন্ন হ'ল। সেই পৰমেশ্বৰে নিজেই নিজক এই জগৎৰূপত প্ৰকটিত কৰিলে ; সেইকাৰণে তেওঁক স্বয়ংকৰ্তা কোৱা হয়।" ॥২।৭।১॥

---

* অব্যক্ত ব্ৰহ্মৰপৰা সমস্ত ব্যক্ত জগৎ উৎপন্ন হোৱা আৰু তাতে বিলীন হৈ যোৱা কথা গীতাত কেবা ঠাইতো উক্ত হৈছে (৮।১৮ ; ৯।৭ ; ২।২৮)। কিন্তু ভগৱান যেতিয়া অৱতাৰ হৈ জগতত প্ৰকট হয়, সেই প্ৰকট হোৱা, অব্যক্তৰপৰা ব্যক্তহোৱা অৰ্থাৎ কাৰণৰ পৰা কাৰ্যস্বৰূপ যেন নহয়। সি অলৌকিক। সেইকাৰণেই ভগৱানে কৈছে যে, অবিবেকী লোকেহে মোক অব্যক্তৰপৰা ব্যক্তহোৱা বুলি ভাবে (৭।২৪) তাৎপৰ্য এই যে, যি অব্যক্ত, নিৰ্বিশেষ, তেৱেঁই সন্তৰ পালন, দুষ্টৰ দমন আৰু ধৰ্মৰ সংস্থাপনৰ অৰ্থে (৪।৮) সবিশেষ, সাকাৰ ৰূপ ধৰি ব্যক্ত হয়; এয়ে অৱতাৰ। গতিকেই তেওঁ নিৰ্গুণ, হৈয়ো সগুণ, নিৰাকাৰ হৈয়ো সাকাৰ ; ই তেওঁৰ অলৌকিক মায়া বা যোগ ('পশ্য মে যোগমৈশ্বৰম্' ৯।৫ ; ১১।৮)। ভাগৱততো অৱতাৰৰ স্বৰূপ বৰ্ণনা এনেকুৱা ই— "কৃষ্ণমেনমবেহি ত্বমাত্মানমখিলাত্মনাম্। জগদ্ধিতায় সোঽপ্যত্র দেহীবাভাতি মায়য়া" (১০।১৪।৫৫)। শুকদেৱে কৈছে 'হে মহাৰাজ! তুমি এই কৃষ্ণক নিখিল আত্মাৰ আত্মা বুলি জানিবা। জগতৰ হিতৰ কাৰণে তেওঁ এই পৃথিৱীত দেহধাৰী জীৱৰদৰে প্ৰকাশিত হয়।' সেইকাৰণেই ব্যক্ত বা অব্যক্ত উভয় ৰূপতে তেওঁ পূৰ্ণ, অৱতাৰৰূপে ব্যক্ত হলেও তেওঁৰ পূৰ্ণতাৰ হানি নহয়— "পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেৱাৱশিষ্যতে"।

য়দ্ বৈ তৎ সুকৃতম্ ৰসো বৈ সঃ। ৰসং হ্যেবায়ং লব্ধানন্দী ভৱতি। কো হ্যেবান্যাৎ কঃ প্ৰাণ্যাদ্ য়দেষ আকাশ আনন্দো ন স্যাৎ। এষ হ্যেৱানন্দয়াতি ॥২॥

যৎ বৈ (যিয়েই) তৎ সুকৃতম্ (সেই সুকৃত) (তেৱেঁই) ৰসঃ (আনন্দ স্বৰূপ)। অয়ম্ (এই জীৱাত্মাই) ৰসম্ হি (ৰসকেই) লব্ধা এৱ (লাভ কৰিয়েই) আনন্দী ভৱতি (আনন্দময় হয়)। যৎ (যদি) এষঃ আকাশঃ (এই আকাশবদৰে ব্যাপক) আনন্দঃ (আনন্দস্বৰূপ পৰমাত্মা) ন স্যাৎ (নাথাকে), হি (তেনেহলে) কঃ এৱ (কোনেই নো) অন্যাৎ (জীৱিত থাকিব পাৰে)? কঃ প্ৰাণ্যাৎ (কোনে নো প্ৰাণ-ক্ৰিয়া কৰিব)? হি (নিঃ সন্দেহে) এষঃ এৱ (পৰমাত্মাই হে) আনন্দয়াতি (সকলোকে আনন্দ দিয়ে)।

যাক সুকৃত বা স্বয়ং কৰ্তা বোলা হ'ল, নিশ্চয় সেই পৰব্ৰহ্ম ৰসস্বৰূপ আনন্দস্বৰূপ। অনাদিকালৰ পৰা জন্ম-মৃত্যুৰ প্ৰৱাহত উটি-বুৰি দুখ-যন্ত্ৰণা ভুগি থকা এই জীৱাত্মাই সেই ৰসময় ব্ৰহ্মক লাভ কৰিব পাৰিলেই আনন্দময় হব পা'ৰে। যেতিয়ালৈকে এই পৰম প্ৰাপ্য পূৰ্ণানন্দ পৰমেশ্বৰৰ সৈতে জীৱৰ সংযোগ নঘটে, সেই পৰ্য্যন্ত তাৰ অখণ্ডানন্দ বা চিৰসুখ লাভ নহয়। যদি আকাশবদৰে ব্যাপক (অথবা পৰমাকাশৰূপ হৃদয় গুহাত) আনন্দস্বৰূপ পৰমাত্মা নাথাকে, তেনেহলে কোন জীৱিত থাকিব পাৰে আৰু কোনেই বা প্ৰাণাদিৰ ক্ৰিয়া কৰিব? (অথবা কোনেই

বা জীয়াই ৰাখিব ! কোনেই বা প্ৰাণ আদিৰ ক্ৰিয়া কৰাব ? অৰ্থাৎ সমস্ত প্ৰাণীয়ে। আনন্দস্বৰূপ পৰমাত্মাৰ সহাঁৰি পায়েই জীয়াই থকাৰ আনন্দ আৰু ইন্দ্ৰিয়জ আনন্দ উপভোগ কৰে। গতিকে সুদৃঢ় বিশ্বাসে এই ধাৰণা লোৱা আৱশ্যক যে এই জগতৰ কৰ্তা আৰু নিয়ন্তা সৰ্বাত্মা পৰমপুৰুষ এজন নিশ্চয় আছে আৰু নিঃসন্দেহে তেওঁ সৰ্বজীৱৰে আনন্দ দাতা পৰম সুখবিধাতা ॥ ২।৭।২ ॥

**য়দা হ্যেবৈষ এতস্মিন্নদৃশ্যেঽনাত্ম্যেঽনিৰুক্তেঽনিলয়নেঽভয়ং প্ৰতিষ্ঠাং ৱিন্দতে। অথ সোঽভয়ং গতো ভৱতি ॥ ৩॥**

হি (যি হেতুক) যদা এব (যেতিয়াই) এতস্মিন অদৃশ্যে (এই অদৃশ্য) অনাত্ম্যে (অশৰীৰী) অনিৰুক্তে (অনিৰ্বচনীয়) অনিলয়নে (নিৰাধাৰ ব্ৰহ্মত) এষঃ (এই জীৱাত্মাই) অভয়ম (নিৰ্ভীকভাৱে) প্ৰতিষ্ঠাম (স্থিতি) ৱিন্দতে (লাভ কৰে), অথ (তেতিয়া) সঃ (সেই জীৱই) অভয়ম্ (অভয় পদ) গতঃ ভৱতি (প্ৰাপ্ত হয়)।

ব্ৰহ্ম নিশ্চয় আছে,— কাৰণ যেতিয়াই জীৱই চকুৰে নেদেখা, কথাৰে বুজাব নোৱাৰা, কোনো আধাৰ নথকা এই অশৰীৰ পৰম পুৰুষত নিৰ্ভয় হৈ প্ৰতিষ্ঠিত হয়, তেতিয়াই সেই জীৱই অভয়পদ প্ৰাপ্ত হয়—চিৰকাললৈ সংসাৰভয় নোহোৱা হৈ যায় ॥ ৩॥

**য়দা হ্যেবৈষ এতস্মিন্নুদৰমন্তৰং কুৰুতে। অথ তস্য ভয়ং ভৱতি। তত্ত্বেৱ ভয়ং ৱিদুষো মন্বানস্য। তদপ্যেষ শ্লোকো ভৱতি ॥ ৪॥**

**হি** (যি হেতুকে) **যদা এব** (যেতিয়াই) **এষঃ** (এই জীৱাত্মাই) **উৎ-অৰম্** (অলপমানো) **এতস্মিন্ অন্তৰম্** (এই ব্ৰহ্মৰ লগত বিযুক্ত) **কুৰুতে** (হৈ থাকে), **অথ** (তেতিয়া) **তস্য ভয়ম্ ভৱতি** (তাৰ সংসাৰভয় থাকে) **তু** (তথা) **তৎ এৱ** (সেই ভয়, **মন্বানস্য** (জ্ঞানাভিমানী) **বিদুষঃ** (পণ্ডিতৰো হয়)। **তৎ অপি এষঃ শ্লোকঃ ভৱতি**-(সেই বিষয়তো এই এটা মন্ত্ৰ আছে)।

ব্ৰহ্ম নিশ্চয় আছে, কাৰণ এই জীৱাত্মাই যেতিয়া পৰব্ৰহ্মৰপৰা অলপমান সময়ো — আঁতৰি থাকে ক্ষণ-কালৰ কাৰণেও যদি তেওঁক পাহৰি যায়, তেতিয়া তেওঁৰ—সেই জীৱৰ ভয় হয়—জন্ম-মৃত্যুৰূপ সংসাৰভয়ৰ সম্ভাৱনা থাকে; কাৰণ সেই পৰমাত্মাৰ পৰা আঁতৰি থকা সময়ত—পৰমেশ্বৰৰ স্মৰণ পাহৰি থকা সময়ত তেওঁৰ যদি মৃত্যু হয়, তেতিয়া অন্তিম সময়ৰ ভাৱ অনুযায়ী তেওঁৰ পুৰ্ণজন্ম অনিবাৰ্য্য হয়, কিয়নো শ্ৰীভগৱানে গীতাত কৈছে— 'মানুহে অন্তিম কালত যি যি ভাৱ স্মৰণ কৰি দেহ-ত্যাগ কৰে, সেই অনুসাৰে তেওঁ আকৌ জন্ম লংলগা হয় (৮।৬) আৰু প্ৰাৰব্ধ অনুসাৰে যি কোনো সময়তে মৃত্যু আহিব পাৰে; সেই কাৰণেই পৰমেশ্বৰৰ সৈতে সংযোগ ভ্ৰষ্টজনৰ পুনৰ্জন্ম হয় বুলি গীতাতে উক্ত হৈছে (৬।৪১।৪২)। যেতিয়ালৈকে গীতোক্ত ব্ৰাহ্মীস্থিতি হয়—নিত্য-নিৰন্তৰ ভগৱৎভাৱনাৰে অন্তৰ ভৰপূৰ নহয়, সেই পৰ্যন্ত কোনোৱেই পুনৰ্জন্ম ভয়ৰপৰা মুক্ত হব নোৱাৰে, লাগে

তেওঁ যিমানেই জ্ঞানী বোলাওক বা যিমানেই নিজক পণ্ডিত বুলি ভাৱক। এই বিষয়তে পাছৰ অনুবাকত কোৱা এটি মন্ত্ৰ আছে – ॥ ২।৭।৪ ॥

॥ সপ্তম অনুবাক সমাপ্ত ॥ ৭ ॥

---

## অষ্টম অবাক

ভীষাস্মাদ্ৱাতঃ পৱতে। ভিষোদেতি স য়ঃ।
ভীষাস্মাদগ্নিশ্চেন্দ্ৰশ্চ। মৃত্যুৰ্ধাৱতি পঞ্চম ইতি।১॥

অস্মাৎ (এই ব্ৰহ্মৰপৰা) ভীষা (ভয় থকা কাৰণে) ৱাতঃ (বায়ু) পৱতে (প্ৰবাহিত হয়), ভীষা (ভয়ৰ কাৰণে) সূৰ্যঃ উদেতি (সূৰ্য উদয় হয়), অস্মাৎ ভীষা (এওঁৰ ভয়ত) অগ্নিঃ চ ইন্দ্ৰঃ (অগ্নি আৰু ইন্দ্ৰ) চ পঞ্চমঃ মৃত্যুঃ (আৰু পঞ্চম যম) ধাৱতি (ধাৱিত হয়—স্ব স্বকাৰ্যত প্ৰবৃত্ত হয়) ইতি (এই সেই শ্লোক)।

“এই পৰব্ৰহ্মলৈ ভয় থকা কাৰণেই বতাহ বলে; ভয়তে সূৰ্য সময়মতে উদয় হয় আৰু সময় মতে অস্ত যায়, এওঁৰ ভয়তে অগ্নি, ইন্দ্ৰ আৰু পঞ্চম যম ব্যৱস্থিত

. .　........ ...........　.....　..　..... .....　...

নিয়মে নিজ নিজ কাৰ্যত ব্যাপৃত থাকে।" [ যদি এই-সকলৰ ব্যৱস্থাপক শাসকৰ পৰা ভয় নাথাকিলহেঁতেন, তেনেহলে জগতৰ যাৱতীয় কাম-কাজ নিয়ম শৃঙ্খলাৰে চলা জানো সম্ভৱ হ'ল'হতেন ? এইদৰেই জীৱমাত্ৰৰে অন্তৰত ভয় আছে ; ভয়াতেই সংসাৰ চলিছে। গতিকেই সমস্তৰে ভয়ৰ কাৰণ স্বয়ং ভয়াতীত আনন্দস্বৰূপ এক অদ্বিতীয় পৰমেশ্বৰ অৱশ্যেই আছে বুলি প্ৰমাণিত হয়। ] ॥ ২।৮।১ ॥

সৈষানন্দস্য মীমাꣳসা ভৱতি। যুৱা স্যাৎ সাধুযুৱাধ্যায়ক আশিষ্ঠো দ্ৰঢ়িষ্ঠো বলিষ্ঠস্তস্যেয়ং পৃথিৱী সৰ্বা ৱিত্তস্য পূৰ্ণা স্যাৎ। স একো মানুষ আনন্দঃ ॥২॥

সা এষা (সেই এই) আনন্দস্য মীমাংসা (ব্ৰহ্মানন্দৰ বিচাৰ) ভৱতি (আৰম্ভ হৈছে) —যুৱা স্যাৎ (কোনো এক ডেকা আছে)— সাধু যুৱা (তেওঁ চৰিত্ৰবান্ ডেকা), অধ্যায়কঃ (বেদ আদি শাস্ত্ৰ অধ্যয়নকাৰী), আশিষ্ঠঃ (সুশাসক), দ্ৰঢ়িষ্ঠঃ (সুদৃঢ় শৰীৰ), বলিষ্ঠঃ (বলশালী)। [আৰু যদি] তস্য (সেই ডেকাজনৰ বিত্তস্য পূৰ্ণ (ধনেৰে পৰিপূৰ্ণ ) ইয়ম্ (এই) সৰ্বা পৃথিৱী (সমস্ত ভূমণ্ডল) স্যাৎ (অধিকাৰলৈ আহে), সঃ (সি—সেই আনন্দ) মানুষঃ (মানুহৰ পক্ষে) একঃ (সৰ্বশ্ৰেষ্ঠ) আনন্দঃ (আনন্দ হয়)।

ব্ৰহ্মপ্ৰাপ্তিৰ আনন্দ কিমান আৰু কেনেকুৱা তাক বুজাবলৈ পৰমেশ্বৰৰ প্ৰাপ্তিত যি আনন্দ; তাৰ বিচাৰ

আৰম্ভ কৰা হৈছে,— মানুহৰ নো সৰ্বশ্ৰেষ্ঠ আনন্দ কি? প্ৰথমতে তাৰে বৰ্ণনা কৰিছে— ধৰা, এজন মানুহ, তেওঁ বয়সত ডেকা (মানুহে সদায় ডেকা যেন হৈ থাকিবলৈকে কামনা কৰে), সেই ডেকা চৰিত্ৰবান্, সৎকুলত জন্মা এজন সুপুৰুষ, তেওঁ বেদ আদি শাস্ত্ৰার্থত পাৰদৰ্শী, সকলোকে শিক্ষা দিবপৰা নিয়ন্ত্ৰণত ৰাখিব পৰা এজন ভাল শাসক, তেওঁৰ নিপোতল শৰীৰ সুদৃঢ় আৰু যথেষ্ট বলশালী। সেইজন ডেকা যদি এই ধন-ঐশ্বৰ্যেৰে পৰিপূৰ্ণ সসাগৰা পৃথিৱীৰ অধীশ্বৰ হৈ পৰে, তেতিয়াহলে তেওঁৰ মহাসুখ হয়। মনুষ্যলোকবাসীৰ পক্ষে সি এক অতি উত্তম আনন্দ হয় ॥২॥

**তে যে শতং মানুষা আনন্দাঃ। স একো মনুষ্যগন্ধৰ্বাণামানন্দঃ শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥৩॥**

তে যে (সেই যি) মানুষাঃ (মনুষ্যলোকসম্বন্ধী) শতম্ আনন্দাঃ (এশগুণ আনন্দ), সঃ (সি) মনুষ্যগন্ধৰ্বাণাম্ (যিবিলাক মানুহ কৰ্ম আৰু উপাসনাৰ সহায়ত গন্ধৰ্বভাৱ হ'ল, তেওঁলোকৰ) একঃ আনন্দঃ (এক আনন্দ হে হয়) ; চ (কিন্তু) অকামহতস্য শ্ৰোত্ৰিয়স্য (ভোগবাসনা নথকা শ্ৰুতিৰহস্য বুজা লোকৰ সেই আনন্দ স্বভাৱতে হয়)। ।৩।

এই যি মানুহৰ সম্বন্ধ শ্ৰেষ্ঠ আনন্দৰ কথা কোৱা হ'ল, তাৰ এশ-গুণ দ'মালে যি আনন্দৰ দেইল হব, সেয়া কৰ্ম আৰু উপাসনাৰ বলত গন্ধৰ্বভাৱপ্ৰাপ্ত মানুহৰ

তেনে সাংসাৰিক ভোগ-বিলাসত বিৰক্ত বেদজ্ঞানী লোকৰ সেই আনন্দ স্বাভাৱিক হয়।৩॥

তে য়ে শতং মনুষ্যগন্ধৰ্বাণামানন্দাঃ। স একো দেৱগন্ধৰ্বাণামানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥৪॥

তে য়ে মনুষ্যগন্ধৰ্বাণাম্ শতম্ আনন্দাঃ, সঃ দেৱগন্ধৰ্বাণাম (দেৱজাতীয় গন্ধৰ্বৰ) একঃ আনন্দঃ। চ (আৰু সেই আনন্দই) অকামহতস্য শ্ৰোত্ৰিয়স্য ॥৪॥

এই যি কৰ্মগুণত গন্ধৰ্বভাৱাপন্ন মানুহৰ আনন্দ বৰ্ণনা কৰা হ'ল, তেনে এশ গুণ আনন্দ একত্ৰিত যি আনন্দৰাশি, সি দেৱজাতীয় স্বভাৱ-গন্ধৰ্বসকলৰ এক আনন্দ হয় আৰু সেই আনন্দ ভোগ-বিলাসৰ কামনা নথকা, বিষয়ত বিৰক্ত, বেদধৰ্মজ্ঞলোকৰ স্বভাৱতে হয় ॥৪॥

তে য়ে শতং দেৱগন্ধৰ্বাণামানন্দাঃ। স একঃ পিতৃণাং চিৰলোকলোকানামানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥৫॥

তে য়ে দেৱগন্ধৰ্বাণাম্ শতম্ আনন্দাঃ সঃ চিৰলোকলোকানাম্ (চিৰস্থায়ীলোক প্ৰাপ্ত) পিতৃনাম্ (পিতৃসকলৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ॥৫॥

এই যি দেৱতাজাতীয় গন্ধৰ্বৰ আনন্দঃ বৰ্ণনা কৰা হ'ল, তেনে এশ গুণ আনন্দ একত্ৰিত যি আনন্দৰাশি,

সি চিৰস্থায়ী— পিতৃলোকপ্ৰাপ্ত দিব্য পিতৃসকলৰ এক আনন্দ হয় আৰু সেই আনন্দ বৈষয়িক ভোগ-সুখত বিৰক্ত বেদৰহস্য বুজাজনৰ স্বভাৱতে হয় ॥৫॥

তে য়ে শতং পিতৃণাং চিৰলোকলোকানামানন্দাঃ। স একআজানজানাং দেৱানামানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহতস্য ।৬।

তে যে চিৰলোকলোকানাম্ পিতৃনাম্ শতম্ আনন্দাঃ, সঃ আজানজানাম্ (আজান=দেৱলোকবিশেষ, তাত যাৰ জন্ম সেইসকল) দেৱানাম্ (দেৱতাৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ।৬।

এই যি চিৰস্থায়ী পিতৃলোকবাসী দিব্য-পিতৃসকলৰ আনন্দ বৰ্ণনা কৰা হ'ল, তেনে এশগুণ আনন্দ হলেহে সি, আজান, নামৰ দেৱলোকত জন্ম হোৱা— স্মৃতি-কৰ্মজনিত পুণ্যৰ ফলত 'আজান'ত জন্মা দেৱতসকলৰ এক আনন্দ হয় আৰু সেই আনন্দসুখৰ প্ৰতিও বিৰক্ত বেদৰহস্য জনা পুৰুষৰ তেনে আনন্দ স্বভাৱতে হয় ॥৬॥

তে য়ে শতমাজানজানাং দেৱানামানন্দাঃ। স একঃ কৰ্মদেৱানাং দেৱানামানন্দঃ। য়ে কৰ্মণা দেৱানাপয়ন্তি। শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥৭॥

তে যে আজানজানাম্ দেৱানাম শতম্ আনন্দাঃ, সঃ কৰ্মদেৱানাম্ দেৱানাম্ (কৰ্ম (কৰ্মদেৱ নামে দেৱতাৰ) একঃ আনন্দঃ। 'যে' (যিসকলে) কৰ্মণা (বেদোক্ত কৰ্মদ্বাৰা) দেৱান্ অপিয়ন্তি (দেৱতাৰ প্ৰাপ্ত হয়)। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ৭।

সেই যি অজানজাত 'দেৱতাসকলৰ আনন্দ বৰ্ণনা কৰা হ'ল, 'তেনে এশগুণ আনন্দ একত্ৰিত যি আনন্দ-ৰাশি, সি কৰ্মদেৱ নামে কথিত দেৱতাসকলৰ এক আনন্দ। যি বেদোক্ত কৰ্ম আচৰণৰ দ্বাৰা দেৱভাব প্ৰাপ্ত হ'ল, সেইসকলক কৰ্মদেৱ নামে কোৱা হয়। বেদৰ ৰহস্য জানি সেই ভোগ-সুখৰ প্ৰতিও বিৰক্ত পুৰুষৰ সেই আনন্দ স্বভাৱতে হয় ॥৭॥

তে য়ে শতং কৰ্মদেৱানাং দেৱানামানন্দাঃ। সঃ একো দেৱানামানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহৃ-তস্য ॥৮।

তে য়ে কৰ্মদেৱানাম্ দেৱানাম্ শতম্ আনন্দাঃ, সঃ দেৱানাম্ (স্বভাৱসিদ্ধ দেৱতাৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ॥৮॥

সেই যি কৰ্মদেৱ নামে খ্যাতি থকা দেৱতাসকলৰ আনন্দ বৰ্ণনা কৰা হ'ল, তেনে এশ গুন আনন্দ একত্ৰিত হলে সি স্বভাৱসিদ্ধ দেৱতাসকলৰ এক আনন্দ হয়। তেনে আনন্দভোগৰ প্ৰতিও বিৰক্ত বেদজ্ঞ পুৰুষৰ সেই আনন্দ স্বভাৱতে হয় ॥৮॥

তে য়ে শতং দেৱানামানন্দাঃ। স এক ইন্দ্ৰস্যানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহৃতস্য ॥৯॥

তে য়ে দেৱানাম্ শতম্ আনন্দাঃ। সঃ ইন্দ্ৰস্য (দেৱৰাজৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ॥৯॥

সেই যি স্বাভাৱিক দেৱতাসকলৰ আনন্দ বৰ্ণনা কৰা হ'ল, তেনে এশগুণ আনন্দ একত্ৰিত যি আনন্দৰাশি, সি

দেৱৰাজ ইন্দ্ৰৰ এক আনন্দ হয়। সেই ইন্দ্ৰভোগ্য আনন্দৰ কামনায়ো য'ক আহত কৰা নাই অৰ্থাৎ যাৰ ইন্দ্ৰত্বৰ সুখলৈকো আকাঙ্ক্ষা নাই, তেনে বেদৰ মৰ্মকথা বুজা নিষ্কামপুৰুষৰ সেই আনন্দ স্বভাৱতে হয় ॥৯॥

**তে যে শতমিন্দ্ৰস্যানন্দাঃ। স একো বৃহস্পতেৰানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥১০॥**

তে যে ইন্দ্ৰস্য শতম্ আনন্দাঃ, সঃ বৃহস্পতেঃ (দেৱগুৰু বৃহস্পতিৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ।

সেই যি দেৱৰাজ ইন্দ্ৰৰ আনন্দ বৰ্ণনা কৰা হ'ল, তেনে এশগুণ আনন্দ একত্ৰিত যি আনন্দৰাশি, সি ইন্দ্ৰাদি দেৱবৃন্দৰ গুৰু বৃহস্পতিৰ এক আনন্দ হয়। সেই বৃহস্পতিৰ ভোগ্য আনন্দকামনাৰ দ্বাৰাও যি আহত হোৱা নাই, তাকো অনিত্যবাবে তুচ্ছ বিবেচনা কৰি বিৰক্ত হোৱা সেই বেদমৰ্মজ্ঞ লোকৰ সেই আনন্দ স্বভাৱতে হয় ॥১০॥

**তে যে শতং বৃহস্পতেৰানন্দাঃ। স একঃ প্ৰজাপতেৰানন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥১১॥**

তে যে বৃহস্পতেঃ শতম্ আনন্দাঃ, সঃ প্ৰজাপতেঃ (বিৰাট পুৰুষৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ॥১১॥

সেই যি দেৱগুৰু বৃহস্পতিৰ আনন্দ বৰ্ণনা কৰা হ'ল, তেনে এশ গুণ আনন্দ একত্ৰিত যি আনন্দৰাশি, সি প্ৰজা-

পতিৰ বিৰাট পুৰুষৰ এক আনন্দ হয়। সেই প্ৰজাপতিৰ ভোগ্য আনন্দকামনাৰ দ্বাৰাও যি আহত হোৱা নাই, তেনে বাসনা-বিৰক্ত বেদমৰ্মজ্ঞ পুৰুষৰ সেই আনন্দ স্বভাৱতে হয় ॥১১॥

তে যে শতং প্ৰজাপতেৰানন্দাঃ। স একো ব্ৰহ্মণ আনন্দঃ। শ্ৰোত্ৰিয়স্য চাকামহতস্য ॥১২॥

তে যে প্ৰজাপতেঃ শতম্ আনন্দাঃ, সঃ ব্ৰহ্মণঃ (ব্ৰহ্মাৰ) একঃ আনন্দঃ। অকামহতস্য শ্ৰোত্ৰিয়স্য চ ॥১২।

সেই যি প্ৰজাপতি আনন্দৰ বৰ্ণনা কৰা হ'ল, তেনে এশ গুণ আনন্দ একত্ৰিত যি আনন্দৰাশি. সি সৃষ্টিৰ সৰ্বপ্ৰথম পুৰুষ হিৰণ্যগৰ্ভ ব্ৰহ্মাৰ এক আনন্দ হয়; কিন্তু ব্ৰহ্মাপদপ্ৰাপ্য আনন্দৰ কামনায়ো যাক আহত কৰা নাই, তাকো অনিত্য বুজি তাৰ প্ৰতিও যি বিৰক্ত, সেই বেদৰহস্য বুজা, পৰমানন্দ স্বৰূপ পৰমপুৰুষৰ প্ৰাপ্তিৰূপ আনন্দাভিলাষী পুৰুষৰ সেই আনন্দ স্বতঃপ্ৰাপ্য হয়।

[এইপ্ৰকাৰে শ্ৰুতিয়ে এক আনন্দৰ পৰা অন্য এক আনন্দৰ শ্ৰেষ্ঠতা বৰ্ণনা কৰি কৰি সকলো আনন্দতকৈ শ্ৰেষ্ঠতমৰূপে ব্ৰহ্মাৰ আনন্দ বুজাই এনে ভাবকে দেখুৱাইছে যে, বিশ্বব্ৰহ্মাণ্ডত যিমান প্ৰকাৰৰ আনন্দ দেখাত, শুনাত আৰু বুজি পোৱাত সম্ভৱ হব পাৰে, সি লাগে যিমানেই

........ ..... ................... .. .................... ...

উৎকৃষ্টতম নহওক, সি পূর্ণানন্দময় পৰমেশ্বৰৰ আনন্দৰ তুলনাত অতি তুচ্ছ অতি নগণ্য। এই কাৰণতে বর্ণিত প্রত্যেক আনন্দৰ লগতে 'শ্ৰোত্ৰিয়স্য চাকামহতস্য' বাৰে বাৰে উল্লেখ কৰি বুজাইছে যে, বিভিন্ন যোনিত বিভিন্ন দেহধাৰী জীৱৰ ভোগবাসনা যিমান হ্ৰাস হৈ যাব, আনন্দৰ আধিক্য সিমান বৃদ্ধি পাব। অধিক কি 'অকামহত' অর্থাৎ বাসনা-বিৰাগীজনে বাসনা ত্যাগৰ দ্বাৰায়েই যত প্ৰকাৰ আনন্দ আছে, সেই সর্বপ্ৰকাৰ আনন্দৰ অধিকাৰী হয়। যি শ্ৰোত্ৰিয় অর্থাৎ শ্রুতিৰ ৰহস্য বুজে, তেৱেঁই যদি অকামহত হয়, তেওঁৰ নিত্য আনন্দ হয়, আনন্দ বিচাৰি তেওঁলোক-লোকান্তৰ ভ্ৰমিব নালাগে। বৃহদাৰণ্যকত কৈছে যে "সমস্ত প্ৰাণীজগৎ এই পৰব্ৰহ্মৰ আনন্দৰ কোনো অংশমাত্রৰ দ্বাৰাই জীয়াই থাকে (৪।৩।৩২) ॥ ২।

**স যশ্চায়ং পুরুষে যশ্চাসাবাদিত্যে স একঃ স য এবংবিদস্মাৎ লোকাৎ প্রেত্য। এতমন্নময়মাত্মানমুপসংক্রামতি। এতং প্রাণময়মাত্মানমুপসংক্রামতি। এতং মনোময়মাত্মানমুপসংক্রামতি। এতং বিজ্ঞানময়মাত্মানমুপসংক্রামতি। এতমানন্দময়মাত্মানমুপসংক্রামতি। তদপ্যেষ শ্লোকো ভবতি॥১৩॥**

সঃ (সেই পৰমাত্মা) যঃ অয়ম্ পুরুষে (যি এই মনুষ্যত) চ (আৰু যঃ অসৌ আদিত্যে চ (যি সৌ সূৰ্যতো বিদ্যমান) সঃ একঃ (তেওঁ একে

অভিন্ন)। যঃ এবংবিৎ (যি এনেকৈ জানে), সঃ (তেওঁ) অস্মাৎ লোকাৎ (এই লোকৰ পৰা) প্ৰেত্য (বিদায় হৈ) এতম্ অন্নময়ম্ আত্মানম্ (এই অন্নময় আত্মাক) উপসংক্ৰামতি (প্ৰাপ্ত হয়)— এতম্ প্ৰাণময়ম্ উপসংক্ৰামতি— এতম্ মনোময়ম্ আত্মনম্ উপসংক্ৰামতি— এতম্ বিজ্ঞানময়ম্ আত্মানম্ উপসংক্ৰামতি— এতম্ আনন্দময়ম্ আত্মানম্ উপসংক্ৰামতি। (ব্যাখ্যা সকলোতে একে।) তৎ অপি (সেই বিষয়তে) এষঃ শ্লোকঃ ভৱতি (এই 'পাছত কোৱা' এটি মন্ত্ৰ আছে)— ।২।৮।১৩

পূৰ্বোক্ত মীমাংসাৰ ফলৰ উপসংহাৰ স্বৰূপে বুজাইছে যে, সমস্ত আনন্দৰ কেন্দ্ৰ এক অদ্বিতীয় পৰমানন্দস্বৰূপ পৰমাত্মা পুৰুষোত্তমেই সৱাৰো অন্তৰ্যামী আত্মা। যি পৰমাত্মা এই পঞ্চকোশাত্মক মনুষ্যহৃদয়ত, তেৱেঁই 'অকামহত শ্ৰোত্ৰিয়'ৰ প্ৰত্যক্ষ সৌ সূৰ্যতো বিদ্যমান অভিন্ন। যেনেকৈ ভিন ভিন ঠাইত থকা ঘটৰ মধ্যবৰ্তী আকাশ মহাকাশৰ সৈতে অভিন্ন, সেইদৰে সৱ'ৰো অন্তৰ্যামী সেই পৰম পুৰুষ এক—অভিন্ন। যি জন পুৰুষে এইদৰে জানে, তেওঁ এই সংসাৰ এৰি যোৱাৰ সময়ত অৰ্থাৎ মনুষ্যদেহ ত্যাগকৰা কালত পূৰ্বত কৈ অহা অন্নময়, প্ৰাণময়, মনোময়, বিজ্ঞানময় আৰু আনন্দময় আত্মাক যথাক্ৰমে লাভ কৰে। অৰ্থাৎ এই পাঁচো কোশৰ যি আত্মা, এই পাঁচ যাৰ স্বৰূপ, সেই পৰমাত্মা পুৰুষকে লাভ কৰে; (পূৰ্বতে পঞ্চকোশৰ বৰ্ণনাৰ সময়ত অন্নময় আদি সকলো শৰীৰৰ অন্তৰ্বৰ্তী আত্মাৰূপে পৰমাত্মাই বুলি বুজাই আহিছে।

ফলৰূপেও তেৱেঁই লভ্য হয় আৰু সেই তেওঁ এই ব্ৰহ্ম—ইয়াকে বুজাবলৈ এই মন্ত্ৰত পাচোঁকে যথাক্ৰমে প্ৰাপ্ত হোৱা বুলি ক'লে। বাস্তৱিক কিন্তু এই ক্ৰমমতে প্ৰাপ্তি হোৱাৰ কথা কোৱা অভীষ্ট নহয়, কিয়নো অন্নময় দেহতো তেওঁৰ আগতেই আছে, তাক এৰি পাবলগীয়া ফল পৰমাত্মাহে, শৰীৰ নহয়। এই কাৰণে অন্নময় আদিৰ যি অন্তৰ্যামী, সেই পৰমাত্মাৰ প্ৰাপ্তিকেই বুজোৱা হৈছে। গতিকে এই ফলশ্ৰুতিৰ তাৎপৰ্য্য হ'ল—সৰ্বজীৱত, সৰ্ববস্তুত এক পৰমাত্মা পুৰুষোত্তমেই বিৰাজমান বুলি যি জানে, যি দৰ্শন কৰে, তেওঁৰেই ব্ৰহ্মপ্ৰাপ্তি বা পৰমানন্দ লাভ হয়।।

এই বিষয়তে (পাছৰ অনুৱাকত উক্ত) এটি মন্ত্ৰ আছে—

।২।৮।১৩

॥ অষ্টম অনুৱাক সমাপ্ত ॥ ৮



## নৱম অনুৱাক

য়তো ৱাচো নিৱৰ্তন্তে অপ্ৰাপ্য মনসা সহ।
আনন্দং ব্ৰহ্মণো ৱিদ্বান্ ন ৱিভেতি কুতশ্চনেতি ॥১॥

মনসা সহ (মনেৰে সৈতে) ৱাচঃ (বাক্য আদি সমস্ত ইন্দ্ৰিয়) অপ্ৰাপ্য (তেওঁক নাপাই) য়তঃ (য'ৰ পৰা) নিৱৰ্ত্তন্তে (উলটি আহে), ব্ৰহ্মণঃ (সেই ব্ৰহ্মৰ) আনন্দম্ (আনন্দ স্বৰূপক) ৱিদ্বান্ (জানোঁতা জনে) কুতঃচন (কাৰো পৰা) ন বিভেতি (ভয়ত ভীত নহয়), ইতি (এই মন্ত্ৰ)।

[পৰব্ৰহ্মৰ পৰমানন্দ স্বৰূপ জানি অভয়ত প্ৰতিষ্ঠা লাভ কৰা সেই মন্ত্ৰটি উল্লিখিত হৈছে— ] মন আদি অন্তঃকৰণেৰে সৈতে বাগিন্দ্ৰিয় আদি ইন্দ্ৰিয়সমূহে যাক নাপাই – যাক বুজিব নোৱাৰি ঘূৰি আহে, অৰ্থাৎ মন আৰু ইন্দ্ৰিয়বোৰৰ শক্তিৰে যাৰ উপলব্ধি নহয়, সেই পৰব্ৰহ্মৰ আনন্দস্বৰূপক যদি কোনো জ্ঞানীপুৰুষে জানিব পাৰে, তেওঁ কেতিয়াও কাৰোপৰা কোনো ভয় নাপায়— তেওঁ সৰ্বপ্ৰকাৰে নিৰ্ভয় হৈ যায় ॥২।৯।১

এতং হ ৱাৱ ন তপতি। কিমহং সাধু নাকৰৱম্। কিমহং পাপমকৰৱমিতি। স য় এৱং ৱিদ্বানেতে আত্মানং স্পৃণুতে। উভে হ্যেৱৈষ এতে আত্মানং স্পৃণুতে। য় এৱং ৱেদ। ইত্যুপনিষৎ ॥২॥

অহম্ (মই) কিম্ (কিয়) সাধু (সৎ কৰ্ম) ন অকৰৱ (নকৰিলো), অহম্ (মই) কিম্ (কিয়) পাপম্ (নিষিদ্ধ কৰ্ম) অকৰৱম্ (কৰিলো) ইতি (এনে অনুতাপে) এতম্ হ ৱাব (এই জ্ঞানীকেই কেৱল ন তপতি (উদ্বিগ্ন নকৰে)। যঃ (যি জ্ঞানীজনে) এতে (এই পুণ্য-পাপ-কৰ্মক) এৱম্ (এনে 'সন্তাপৰ কাৰণ') বিদ্বান্ (জানে), সঃ (তেওঁ) আত্মানম্ স্পৃণুতে (আত্মাক ৰক্ষা কৰে)। হি (নিশ্চয়) যঃ (যি-জনে) এতে উভে এৱ (এই পুণ্য আৰু পাপ দুয়ো কৰ্মৰে) এৱম্ (এনে 'সন্তাপৰ কাৰণ) বেদ (জানে), এষঃ (সেই এইজনে) আত্মানম্ স্পৃণুতে আত্মাক ৰক্ষা কৰে) ইতি উপনিষৎ (এয়ে ব্ৰহ্মবিদ্যা)।

পূৰ্বমন্ত্ৰত উক্ত ব্ৰহ্মানন্দ পাই নিৰ্ভয় হোৱা পুৰুষৰ অনুভূতি প্ৰকাশিত হৈছে—সেই ব্ৰহ্মজ্ঞানী পুৰুষৰ চিত্তত এনে অনুতাপ কেতিয়াও নাহে যে, 'মই কিয় পুণ্যজনক সৎকৰ্ম নকৰিলো, অথবা কিয় মই পাপ কৰ্ম কৰিলোঁ'। তেওঁৰ মনত পুণ্যকৰ্মৰ ফলত উত্তম লোক-প্ৰাপ্তিৰ আকাঙ্ক্ষাও নাই আৰু পাপ আচৰণৰ ফলত নৰক আদিৰ ভয়ো নাই; অৰ্থাৎ পুণ্য-পাপ-এই উভয় কৰ্মই বন্ধনৰ কাৰণ জানি পৰমেশ্বৰৰ আজ্ঞাপালন বুলি আসক্তি শূণ্য হৈ উপস্থিত কৰ্তব্য -বিহিত কৰ্ম কৰি যায়। এইদৰে কৰা কৰ্ম-বন্ধনৰ কাৰণ নহয়, তেওঁৰ আত্মা শক্তিশালী হয়। যিজনৰ পৰমেশ্বৰৰ আনন্দস্বৰূপৰ উপলব্ধি হ'ল, তেওঁৰ পুণ্য-পাপৰ অনুভূতিও পৰমানন্দৰসত লীন হৈ প'ল। গতিকেই তেওঁৰ কোনো বন্ধনৰ কাৰণ নোহোৱা হোৱা বাবে তেওঁ চিৰবাঞ্ছিত অভয় অভয়-পদ প্ৰাপ্ত হয়। এয়ে পৰম ৰহস্য ব্ৰহ্মবিদ্যা। ॥২।৯।২॥

॥ নৱম অনুৱাক সমাপ্ত ॥৯॥

॥ব্ৰহ্মানন্দবল্লী সমাপ্ত ॥২॥

# ভৃগুবল্লী

ওঁ সহ নাববতু। সহ নৌ ভুনক্তু।
সহ বীর্য্যং করবাবহৈ।
তেজস্বি নাবধীতমস্তু। মা বিদ্বিষাবহৈ।
ওঁ শান্তিঃ শান্তিঃ!! শান্তি !!!



## প্রথম অনুবাক

ভৃগুর্বৈ বারুণিঃ বরুণং পিতরমুপসসার অধীহি ভগবো ব্রহ্মেতি। তস্মা এতৎ প্রোবাচ। অন্নং প্রাণং চক্ষুঃ শ্রোত্রং মনো বাচমিতি। তং হোবাচ। যতো বা ইমানি ভূতানি জায়ন্তে যেন জাতানি জীবন্তি। যৎ প্রয়ন্ত্যভিসংবিশন্তি। তদ্বিজিজ্ঞাসস্ব। তদ্ ব্রহ্মেতি। স তপোঽতপ্যত। স তপস্তপ্ত্বা ॥১॥

বারুণিঃ (বরুণের পুত্র) ভৃগুঃ বৈ (ভৃগু নামে প্রসিদ্ধ ঋষিরে) ভগবঃ (হে ভগবান!) ব্রহ্ম অধীহি (মোক ব্রহ্মর বিষয়ে উপদেশ দিয়ক) ইতি (এই বুলি) পিতরম্ বরুণম্ (পিতৃ বরুণর) উপসসার (ওচর চাপিল)। তস্মৈ (তেওঁক) এতৎ (পিতা বরুণে এই কথা)

প্ৰোবাচ (কলে) অন্নম্ ( অন্নময় শৰীৰ ) ; প্ৰাণম্ চক্ষুঃ শ্ৰোত্ৰম্ মনঃ বাচম্ ইতি (প্ৰাণ; চকু, কাণ মন আৰু বাক্য এইসকল 'ব্ৰহ্মৰ উপলব্ধিৰ দ্বাৰ ) । তম্( সেই ভৃগুক ) উবাচ হ ( আকৌ ক'লে ) বৈ (নিশ্চয়েই) ইমানি ভূতানি ( এই সমূদায় প্ৰাণী ) যতঃ (য'ৰপৰা ) জায়ন্তে ( জন্ম হয় ) জাতানি (জন্মবোৰ ) য়েন জীৱন্তি ( যাৰদ্বাৰা জীয়াই থাকে ) যৎ প্ৰয়ন্তি ( অন্তত য'লৈ গুচি যায় ) অভি-সংবিশন্তি ( 'আৰু' যত প্ৰবিষ্ট হয় ) । তৎ ( তেওঁক ) বিজিজ্ঞাসস্ব ( বিশেষৰূপে জানিবলৈ ইচ্ছা কৰা)' তৎ ব্ৰহ্ম ( সেই তেওঁ ব্ৰহ্ম ) ইতি ( এইদৰে ব্ৰহ্মৰ লক্ষণ 'পিতাকৰপৰা শুনি' ) সঃ ( সেই ভৃগুৱে) তপঃ অতপ্যত ( তপস্যা আচৰণ কৰিলে ) । সঃ তপঃ তপ্ত্বা ( তেওঁ তপস্যাচৰণ কৰি ) ।।১।।

[ ভৃগুৱে তেওঁৰ পিতৃ বৰুণৰপৰা পোৱা ব্ৰহ্মবিদ্যাৰ উপদেশ এই প্ৰকৰণত উপদিষ্ট হৈছে, সেইকাৰণে এই অধ্যায়ৰ নাম ভৃগুবল্লী কথিত হৈছে । ]

বৰুণৰ পুত্ৰ ভৃগু নামে এক প্ৰসিদ্ধ ঋষি আছিল । তেওঁৰ ব্ৰহ্মতত্ত্ব বুজিবলৈ উৎকট আগ্ৰহ হ'ল । তেওঁ ব্ৰহ্মজ্ঞানী পিতা বৰুণৰ ওচৰত উপস্থিত হৈ সবিনয়ে নিবেদন জনালে যে "হে পূজনীয় পিতা ! মই ব্ৰহ্মক জানিবলৈ একান্ত অভিলাষী, আপুনি কৃপাকৰি মোক ব্ৰহ্মৰ তত্ত্ব বুজাওক'। তেতিয়া বৰুণে ভৃগুক ক'লে—পুত্ৰ ! অন্ন ("অন্নময়শৰীৰ ) প্ৰাণ, চকু, কাণ, মন আৰু বাক্য —এই সকলোবোৰেই ব্ৰহ্ম উপলব্ধিৰ দ্বাৰ, অৰ্থাৎ এইবোৰ দ্বাৰাবেদি ব্ৰহ্মৰ বোধ হৃদঙ্গম হয় ব্ৰহ্মৰ সত্তা স্ফুৰিত হয়" । স্বৰূপ কি তাৰ এটা

ধাৰণা দিবলৈ লগতে এই কথাও কলে যে, এই যে আমি দেখি থকা সমুদায় প্ৰাণী যাৰপৰা জন্ম হ'ল, জন্ম হৈ যাৰ প্ৰভাৱত জীয়াই থাকে— জীৱনৰ উপযোগী কাম কাজ চলাই যাবলৈ প্ৰেৰণা পায়, আৰু অন্তিম কালত য'লৈ গুচি যায় আৰু য'ত প্ৰৱিষ্ট হৈ বিলীন হৈ যায়, সেইজন কোন—তাক জানিবলৈ বিশেষৰূপে চেষ্টা কৰা তেৱেঁই ব্ৰহ্ম। পিতাৰপৰা এই ব্ৰহ্মাৰ লক্ষণ জানিব পাৰি সেই ভৃগুৱে তপস্যাচৰণ কৰিলে অৰ্থাৎ প্ৰথমতে কোন্ দ্বাৰবোৰেদি ব্ৰহ্মতত্ত্বত প্ৰবেশৰ চেষ্টা কৰিলে * একাগ্ৰভাবে পিতাৰ উপদেশৰ আধাৰত পুনঃ পুনঃ বিচাৰ কৰিলে। এনেকৈ তপ কৰি [ কি পালে, তাক পাছৰ অনুবাকত কব ] ৩।১।১ ॥

॥ প্ৰথম অনুবাক সমাপ্ত ॥

---

* মনসশ্চেন্দ্ৰিয়াণাঞ্চৈকাগ্ৰ্যং পৰমং তপঃ।
তজ্জ্যায়ঃ সৰ্বধৰ্মেভ্যঃ স ধৰ্মঃ পৰ উচ্যতে ॥

মন আৰু ইন্দ্ৰিয়সমূহৰ সংযম কৰি অৰ্থাৎ সিহঁতক ভোগপ্ৰবৃত্তিৰ পৰা নিবৃত্ত কৰি একান্তভাবে লক্ষ্যবিষয়ত আবদ্ধ কৰি ৰাখিব পৰাই সৰ্বোৎকৃষ্ট তপস্যা আৰু এই তপস্যাই একাগ্ৰচিত্ততাই পৰমাৰ্থলাভৰ কাৰণে সৰ্বোত্তম উপায়।

## দ্বিতীয় অনুবাক

অন্নং ব্রহ্মেতি ব্যজানাৎ। অন্নাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে। অন্নেন জাতানি জীবন্তি। অন্নং প্রয়ন্ত্যভিসংবিশন্তীতি। তদ্বিজ্ঞায় পুনরেব বরুণং পিতরমুপসসার। অধীহি ভগবো ব্রহ্মেতি তং হোবাচ। তপসা ব্রহ্ম বিজিজ্ঞাসস্ব। তপো ব্রহ্মেতি। স তপোঽতপ্যত। স তপস্তপ্ত্বা।২।

অন্নম্ ব্রহ্ম ( অন্নই ব্রহ্ম ) ইতি ব্যজানাৎ ( এই কথা বুজিলে )। হি ( কাৰণ ) অন্নং এৱ ( অন্নৰ পৰাৰেই ) খলু (নিশ্চয় ) ইমানি ভূতানি জায়ন্তে, জাতানি অন্নেন ( অন্নৰদ্বাৰা ) জীৱন্তি, অন্নম্ প্ৰয়ন্তি অভিসংবিশন্তি। ইতি (এইদৰে ) তৎ ( অন্নৰূপে ব্ৰহ্মক ) বিজ্ঞায় ( জানি) পুনঃ এৱ ( আকৌ ) পিতৰম্ বৰুণম্ উপসসাৰ। ভগবঃ ! ব্ৰহ্ম অধীহি ইতি তম্ উবাচ হ,— তপসা ( তপস্যাৰ দ্বাৰা ) ব্ৰহ্ম বিজিজ্ঞাসস্ব ( ব্ৰহ্মক বিশেষৰূপে জানিবলৈ ইচ্ছা কৰা ) তপঃ ব্ৰহ্ম (তপস্যাই ব্ৰহ্ম)। ইতি ( এই আদেশ পাই ) সঃ তপঃ অতপ্যত। সঃ তপঃ তপ্ত্বা—।

পিতৃৰ উপদেশ মতে ভৃগুৱে তপস্যাচৰণ কৰি নিশ্চিত হ'ল যে, অন্নই ব্ৰহ্ম। কাৰণ পিতাকে ব্ৰহ্মাৰ স্বৰূপ যিৰূপে বুজালে, সেই সকলো লক্ষণ দেখোন অন্নতে আছে—সমুদায় প্ৰাণী অন্নৰপৰা অন্নৰ পৰিণাম শুক্ৰ–শোণিতৰপৰা জন্ম হয়, অন্নৰ দ্বাৰায়েই জীৱন ধাৰণ কৰে, আকৌ অন্তত মৰণৰ পাছত অন্নৰ উৎপত্তিস্থল পৃথিবীত প্ৰৱিষ্ট হৈ লয় পায়। এইদৰে নিশ্চয় কৰি আকৌ ভৃগু পিতাক বৰুণৰ ওচৰলৈ আহিল

আৰু নিজৰ অভিজ্ঞতাৰ কথা জনালে । কিন্তু পিতাকৰ কোনো সমৰ্থনসূচক সহঁাৰি নাপালে ; তেওঁ বুজিলে—মোৰ ধাৰণা সঠিক হোৱা নাই । তেতিয়া আকৌ তেওঁ প্ৰাৰ্থনা জনালে—'হে পূজনীয় পিতা ! মোৰ ধাৰণা সঠিক হোৱা নাই যদি আপুনি মোক ব্ৰহ্মৰ তত্ত্ব বুজাওক' । বৰুণে তেতিয়া সেই ভৃগুক কলে 'পুত্ৰ ! তুমি তপস্যাৰদ্বাৰা ব্ৰহ্মক জানিবলৈ বিশেষকৈ যত্ন কৰা । তপস্যাই অৰ্থাৎ পূৰ্ব-প্ৰকাৰে একাগ্ৰতাৰূপ তপস্যাচৰণৰ দ্বাৰাহে ব্ৰহ্মস্বৰূপ বোধগম্য হয় ।' পিতাৰপৰা এই আদেশ পাই ভৃগুযে আগৰ দৰে ঐকান্তিক তপস্যাচৰণ কৰি পিতাই কোৱা লক্ষণ অনুসাৰে ব্ৰহ্মস্বৰূপ নিৰ্ণয়ৰ নিমিত্তে পুনঃ পুনঃ বিচাৰত লাগি থাকিল । এনেকৈ তপশ্চৰ্যা কৰি কি নিৰ্ণয় কৰিলে সেই কথা পাছৰ অনুবাকত ।—॥৩।২।১॥

॥দ্বিতীয় অনুবাক সমাপ্ত ॥২॥

——

## তৃতীয় অনুবাক

প্রাণো ব্রহ্মেতি ব্যজানাৎ। প্রাণাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে। প্রাণেন জাতানি জীবন্তি প্রাণং প্রয়ন্ত্যভিসংবিশন্তীতি। তদ্বিজ্ঞায় পুনরেব বরুণং পিতরমুপসসার। অধীহি ভগবো ব্রহ্মেতি। তংহোবাচ তপসা ব্রহ্ম বিজিজ্ঞাসস্ব। তপো ব্রহ্মেতি। স তপোঽতপ্যত। স তপস্তপ্ত্বা ॥১॥

প্রাণঃ ব্রহ্ম (প্রাণেই ব্রহ্ম) ইতি ব্যজানাৎ। হি প্রাণাৎ এব খলু ইমানি ভূতানি জায়ন্তে। জাতানি প্রাণেন জীবন্তি; প্রাণম্ প্রয়ন্তি অভিসং বিশন্তি। ইতি তৎ বিজ্ঞায় পুনঃ এব পিতরম্ বরুনম্ উপসসার। ভগবঃ! ব্রহ্ম অধীহি, ইতি তম্ উবাচ হ। তপসা ব্রহ্ম বিজিজ্ঞাসস্ব, তপঃ ব্রহ্ম। ইতি সঃ তপঃ অতপ্যত। সঃ তপঃ তপ্ত্বা—[ব্যাখ্যা পূর্ব্ব দরে]।

একাগ্র ভাবে ব্রহ্মবিচারত নিযুক্ত থকা ভৃগুৱে বুজিলে যে অন্ন অন্নশ্রেষ্ঠই ব্রহ্ম নহয়, কাৰণ অন্নৰ তো উৎপত্তি বিনাশ আদি আছে, তেনেহলে প্রাণেই ব্রহ্ম; সমস্ত প্রাণী প্রাণৰ পৰাই তো জন্মে, অর্থাৎ এক জীবিত প্রাণীৰ পৰা তাৰ নিচিনা অন্য এক প্রাণী জন্ম ধৰা দেখি থকা কথা। আকৌ জন্ম ধৰা প্রাণী মাত্রেই প্রাণৰপৰা হে জীবিত থাকে। যদি প্রাণৰ ক্রিয়া-উশাহ-নিশাহ বন্ধ হৈ যায়, প্রাণৰদ্বাৰা খাদ্যগ্রহণ আৰু তাৰ পৰিপাক আদি নোহোৱা

হৈ যায় তেতিয়া- তো কোনো প্ৰাণী জীয়াই নাথাকে। আৰু মৰাৰ পাছত সবেই প্ৰাণত লয় হয়। — মৃতদেহত প্ৰাণ নথকা কথা প্ৰত্যক্ষ। এই প্ৰকাৰে প্ৰাণেই ব্ৰহ্ম নিশ্চিত হৈ পিতৃ বৰুণৰ ওচৰলৈ গ'ল আৰু তেওঁৰ অভিমত নিবেদন কৰিলে। কিন্তু এইবাৰো পিতৃৰ পৰা কোনো উত্তৰ নাপাই ভৃগুৰ সন্দেহ হ'ল। তেওঁ পিতাকক আকৌ জনালে — হে পূজ্য পিতা ; মোৰ ধাৰণা সঠিক হোৱা নাই যদি ব্ৰহ্মৰ স্বৰূপ আপুনি মোক বুজাওক'। তেতিয়া বৰুণে আকৌ আগৰদৰেই কলে — 'তুমি তপস্যাৰদ্বাৰা ব্ৰহ্মক জানিবলৈ চেষ্টা কৰা, তপস্যাই ব্ৰহ্ম, অৰ্থাৎ তপস্যাৰ দ্বাৰাহে ব্ৰহ্মক জানিব পাৰি। পিতাৰ আদেশ মানি আকৌ সেই ভৃগুৱে একাগ্ৰমনেৰে ব্ৰহ্মবিচাৰত লাগি গ'ল। এই তপস্যাচৰণ কৰি তেওঁ (কি পালে সেই কথা পাছৰ অনুবাকত) ॥ ৩।১।

॥তৃতীয় অনুবাক সমাপ্ত॥৩॥



## চতুৰ্থ অনুৱাক

মনো ব্ৰহ্মেতি ব্যজানাৎ। মনসো হ্যেৱ খল্বিমানি ভূতানি জায়ন্তে। মনসা জাতানি জীৱন্তি। মনঃ প্ৰয়ন্ত্যভিসংবিশন্তীতি। তদ্বিজ্ঞায় পুনৰেৱ বৰুণং পিতৰমুপসসাৰ। অধীহি ভগৱো ব্ৰহ্মেতি। তং্‌হোৱাচ। তপসা ব্ৰহ্ম বিজিজ্ঞাসস্ব। তপো ব্ৰহ্মেতি। স তপোঽতপ্যত। স তপস্তপ্‌ত্বা ॥১॥

মনঃ ব্ৰহ্ম (মনেই ব্ৰহ্ম) ইতি ব্যজানাৎ। হি মনসঃ এৱ খলু ইমানি ভূতানি জায়ন্তে, জাতানি মনসা জীৱন্তি, মনঃ প্ৰয়ন্তি অভিসংবিশন্তি। ইতি তৎ বিজ্ঞায় পুনঃ এৱ বৰুণম্ পিতৰম্ উপসসাৰ। ভগৱঃ (ব্ৰহ্ম অধীহি, ইতি তম্ উৱাচ হ; তপসা ব্ৰহ্ম বিজিজ্ঞাসস্ব তপঃ ব্ৰহ্ম। ইতি সঃ তপঃ অতপ্যত। সঃ তপঃ তপ্‌ত্বা — '। [ব্যাখ্যা পূৰ্ববৎ]

এইবাৰ ভৃগু নিশ্চিত হ'ল যে মন হে ব্ৰহ্ম, (প্ৰাণ ব্ৰহ্ম নহয়; কিয়নো প্ৰাণ ক্ৰিয়াশীল আৰু পৰিণামী।) পিতাৰ বৰ্ণিত ব্ৰহ্মৰ লক্ষণ মনতে সম্পূৰ্ণভাৱে আছে। মনৰ দ্বাৰাই সমুদায় প্ৰাণীয়ে জন্ম পায় — স্ত্ৰীপুৰুষৰ মানসিক প্ৰীতিপূৰ্ণ সম্বন্ধৰ দ্বাৰাই তো প্ৰাণীৰ জন্ম হয়, জন্ম গ্ৰহণ কৰা প্ৰাণীবোৰে মনেৰেই (ইন্দ্ৰিয়বোৰৰ দ্বাৰা জীৱন ধাৰণৰ উপযোগী বস্তুবোৰ উপভোগ কৰি) জীৱিত থাকে আৰু মৃত্যুৰ পাছত মনতে লীন হৈ যায় — মৃত-

দেহত মন নথকাৰ বাবে প্ৰাণ আৰু ইন্দ্ৰিয়বোৰো নাথাকে। গতিকে নিঃসন্দেহে মনেই ব্ৰহ্ম। এনেদৰে নিশ্চিত হৈ তেওঁ আকৌ পিতৃ বৰুণৰ ওচৰলৈ গ'ল আৰু নিজৰ অভিমত জনালে। এইবাৰো পিতাকৰ কোনো সমিধান নাপালে। ভৃগুৱে বুজিলে — তেওঁৰ ধাৰণা ঠিক হোৱা নাই; এই ভাবি পিতাকক আকৌ জনালে — 'হে মোৰ পূজ্য পিতা! মোৰ বুজা সঠিক হোৱা নাই যদি কৃপা কৰি আপুনিয়ে ব্ৰহ্মৰ তত্ত্ব বুজাওক।' তেতিয়া বৰুণে পূৰ্বৰ কোৱাকে কলে —'পুত্ৰ! তুমি তপস্যাৰদ্বাৰা—একাগ্ৰ সাধনাৰদ্বাৰা ব্ৰহ্মক জানিবলৈ চেষ্টা কৰা। তপস্যাই ব্ৰহ্ম অৰ্থাৎ একাগ্ৰ সাধনাৰদ্বাৰাই হে ব্ৰহ্মৰ যথাৰ্থ স্বৰূপ জানিব পাৰি।' পিতাকৰ আদেশ মান্য কৰি ভৃগুৱে আকৌ অধিকতৰ সংযমী হৈ কায়-বাক্য-মনে পিতৃৰ উপদিষ্ট ব্ৰহ্ম বিচাৰত লাগি গ'ল। এইদৰে তপস্যা-সাধনাত তেওঁ (কি পালে সেই কথা পাছৰ অনুবাকত) — ৩।৪।১॥

॥ চতুৰ্থ অনুবাক সমাপ্ত ॥৪॥

——

## পঞ্চম অনুবাক

বিজ্ঞানং ব্রহ্মেতি ব্যজানাৎ। বিজ্ঞানাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে। বিজ্ঞানেন জাতানি জীবন্তি। বিজ্ঞানং প্রয়ন্ত্যভিসংবিশন্তীতি। তদ্বিজ্ঞায় পুনরেব বরুণং পিতরমুপসসার। অধীহি ভগবো ব্রহ্মেতি। তং হোবাচ। তপসা ব্রহ্ম বিজিজ্ঞাসস্ব। তপো ব্রহ্মেতি। স তপোঽতপ্যত। স তপস্তপ্‌ত্বা ॥১॥

বিজ্ঞানম্ ব্রহ্ম ( বিজ্ঞানময়—চেতন জীবাত্মাই ব্রহ্ম )ইতি ব্যজানাৎ। হি বিজ্ঞানাৎ এব খলু ইমানি ভূতানি জায়ন্তে, জাতানি বিজ্ঞানেন জীবন্তি, প্রয়ন্তি বিজ্ঞানম্ অভিসংবিশন্তি। ইতি তৎ বিজ্ঞায় পুনঃ এব পিতরম্ বরুণম্ উপসসার—ভগবঃ! ব্রহ্ম অধীহি, ইতি তম্ উবাচ হ— তপসা ব্রহ্ম বিজিজ্ঞাসস্ব , তপঃ ব্রহ্ম। ইতি সঃ তপঃ অতপ্যত—স তপঃ তপ্‌ত্বা।

পিতাৰ উপদেশ অনুসাৰে ব্ৰহ্মবিচাৰৰ সাধনাত লাগি থকা ভৃগুৱে বুজিলে যে, মন ব্ৰহ্ম নহয়, কিয়নো মন নিশ্চয়াত্মক নহয় —সি নিশ্চিত ধাৰণা নিদিয়ে; গতিকে নিশ্চিত ধাৰণা দিব পৰা বিজ্ঞানস্বৰূপ চেতন জীৱাত্মাই ব্ৰহ্ম। পিতাই কোৱা ব্ৰহ্মলক্ষণ এই জীৱাত্মাতে পূৰাকৈ আছে। এই প্ৰত্যক্ষ সমস্ত প্ৰাণী জীৱাত্মাৰ পৰাই জন্ম পায় —সজীৱ চেতন প্ৰাণীৰ পৰাহে প্ৰাণীৰ জন্ম দেখা যায়। জন্মধৰা প্ৰাণী বিজ্ঞানস্বৰূপ জীৱাত্মাৰ দ্বাৰাই জাবিত থাকে—

জীৱাত্মাৰ অধ্যক্ষতাত প্ৰাণ, মন আদি সমস্ত ইন্দ্ৰিয়ই নিজ নিজ কাম নিয়াৰিকৈ চলাই থাকে বাবেই প্ৰাণী জীৱিত থাকে। আকৌ মৃত্যু হলে মন আদি সবেই জীৱাত্মাত প্ৰৱিষ্ট হৈ যায়—জীৱ বাহিৰ হৈ যোৱাৰ পাছত মৃতদেহত সেইবোৰক আৰু দেখা পোৱা নাযায়। গতিকে বিজ্ঞান অৰ্থাৎ জীৱাত্মাই ব্ৰহ্ম। ইয়াকে নিশ্চয় কৰি তেওঁ আকৌ পিতৃ বৰুণৰ ওচৰ পালেগৈ আৰু নিজ অনুভৱৰ কথা পিতাকক জনালে। বৰুণে বুজিলে—'পুত্ৰ বহুত আগবাঢ়িছে। আৰু আগুৱাব লাগিব, তেতিয়াহে ব্ৰহ্মৰ স্বৰূপ উপলব্ধি হব। তাৰ কাৰণে আৰু তপস্যাৰ প্ৰয়োজন।' এই ভাবি এইবাৰো তেওঁ এ.কা উত্তৰ নিদিলে। পিতৃৰ উত্তৰ নাপাই তেওঁৰ অনুভৱ সঠিক নহ'ল বুজি ভৃগুৱে আকৌ পিতাকক প্ৰাৰ্থনা জনালে— 'হে পূজনীয় পিতা! মোৰ সঠিক বুজা হোৱা নাই যদি আপুনিয়ে মোক ব্ৰহ্মৰ ৰহস্য বুজাওক। তেতিয়া বৰুণে আকৌ আগৰ উত্তৰকে দিলে—'তুমি আকৌ তপস্যা কৰা, তপস্যাৰ দ্বাৰা ব্ৰহ্মৰ ৰহস্য বুজিবলৈ চেষ্টা কৰা, তপস্যাৰ দ্বাৰা হে ব্ৰহ্ম বোধগম্য হয়।' পিতৃ-আজ্ঞা মান্য কৰি ভৃগুৱে দুগুণ উৎসাহেৰে আকৌ অধিকতৰ সংযমী হৈ একাগ্ৰচিত্তে ব্ৰহ্মবিচাৰত লাগি গ'ল। এইপ্ৰকাৰে তপস্যাৰ সাধনাৰ ফলত তেওঁ কি পালে, সেই কথা পাছৰ অনুৱাকত) ৩।৫।১

॥ পঞ্চম অনুবাক সমাপ্ত।৫॥

## ষষ্ঠ অনুবাক

আনন্দো ব্রহ্মেতি ব্যজানাৎ। আনন্দাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে। আনন্দেন জাতানি জীবন্তি। আনন্দং প্রয়ন্ত্যভিসংবিশন্তীতি। সৈষা ভার্গবী বারুণী বিদ্যা পরমে ব্যোমন্ প্রতিষ্ঠিতা স য় এবংবেদ প্রতিতিষ্ঠতি। অন্নবানন্নাদো ভবতি মহান্ ভবতি প্রজয়া পশুভি ব্রহ্মবর্চসেন। মহান মহান কীর্ত্যা ॥১॥

আনন্দঃ ব্রহ্ম (আনন্দস্বরূপ পরমাত্মাই ব্রহ্ম) ইতি ব্যজানাৎ। হি আনন্দাৎ এব খলু ইমানি ভূতানি জায়ন্তে, জাতানি আনন্দেন জীবন্তি, প্রয়ন্তি আনন্দম্ অভিসংবিশন্তি। ইতি (এইরূপে জানাতে তেওঁর ব্রহ্মের বোধ পূর্ণ হয় গ'ল)। সা এষ (সেই এই) ভার্গবী (ভৃগুর অনুভব হোৱা) বারুণী (বরুণে উপদেশ দিয়া) বিদ্যা (ব্রহ্মবিদ্যা) পরমে ব্যোমন (পরমাকাশ হৃদয় গুহাত থকা আনন্দস্বরূপ পরমাত্মাত) প্রতিষ্ঠিতা (পরিসমাপ্ত হ'ল)। যঃ (যি কোনো লোকে) এবম্ (এবংপ্রকার আনন্দময় ব্রহ্মক) বেদ (জানে), সঃ (তেওঁ) প্রতিতিষ্ঠতি (আনন্দস্বরূপ ব্রহ্মত স্থিতি লাভ করে), অন্নবান্ (প্রচুর অন্নাদি সম্পদশালী) অন্নাদ: (অন্নভোক্তা -দীপ্তাগ্নি) ভবতি (হয়); প্রজয়া (সন্তানেরে) পশুভিঃ (পশুরে) ব্রহ্মবর্চসেন (ব্রহ্মতেজেরে) মহান্ ভবতি (মহান্ হয়) কীর্ত্যা মহান্ (কীর্তিরেও মহান্ হয়) ॥১॥

পূর্বোক্ত প্রকারে একাগ্র সাধনাত নিমগ্ন ভৃগুৱে বুজিলে যে বিজ্ঞানময় জীবাত্মারো সুখ-দুখর অনুভূতি আছে,

কাজেই সি পূর্ণানন্দস্বৰূপ ব্ৰহ্ম নহয়; তেনেহলে যি নিত্য আনন্দস্বৰূপ, তেঁৱেই ব্ৰহ্ম। এই নিত্যানন্দস্বৰূপ পৰমাত্মাই অন্নময় আদি সবাৰো অন্তৰাত্মা, তেওঁৰেই সেইবোৰ স্থূলৰূপ; সেইবাবে সেইবোৰতো আংশিকভাৱে ব্ৰহ্মলক্ষণ থকা কাৰণে ব্ৰহ্মবোধ হয়। কিন্তু সৰ্বাংশে ব্ৰহ্মলক্ষণ আনন্দময়ত হে ঘটে। কাৰণ এই সমুদায় প্ৰাণী আনন্দস্বৰূপ পৰব্ৰহ্মৰ পৰাই প্ৰথমতে উৎপন্ন হ'ল — এই সমস্তৰে আদি কাৰণ তেওঁ আৰু সেই আনন্দময়ৰ আনন্দৰ কণিকা পায়েই সমস্ত প্ৰাণী জীয়াই থাকে। তাতোকৈ সেই সৰ্বান্তৰ্যামী আনন্দস্বৰূপৰ অচিন্ত্যশক্তিৰ প্ৰেৰণাতে বিশ্ব-ব্ৰহ্মাণ্ডৰ যাৱতীয় চেষ্টা চলি আছে। তেওঁৰ নিয়ন্ত্ৰণত নথকা হলে, সূৰ্য আদি গ্ৰহ-নক্ষত্ৰই নিজ নিজ কামৰপৰা বিৰত হলে কোনো প্ৰাণীৰেই জীৱন ধাৰণ সম্ভৱ হব নোৱাৰে। গতিকেই সমস্ত স্থাৱৰ জঙ্গম জীৱৰ জীৱনাধাৰ নিশ্চয় সেই আনন্দস্বৰূপ পৰমেশ্বৰ; আকৌ প্ৰলয়কালত এই সমগ্ৰ ব্ৰহ্মাণ্ড তেওঁৰ প্ৰতিয়েই ধাৱিত হৈ তেওঁতেই বিলীন হৈ যায়। "সবকছু মাৰি, পূৰত ওহি উদৰ, নাহি কৰত ভূতদয়া।" এই অনুভূতি হোৱাত ভৃগুৰ আৰু একো জিজ্ঞাস্য নাথাকিল। "ব্ৰহ্মবিদ্ ব্ৰহ্মৈব ভৱতি" ব্ৰহ্মস্বৰূপ বুজিলে ব্ৰহ্মই হয় — ব্ৰহ্মৰ আৰু ব্ৰহ্মজিজ্ঞাসা ক'ত থাকে? এতিয়া শ্ৰুতিয়ে এই বিদ্যাৰ মহিমা কীৰ্তন কৰি

কয়— এয়ে বৰুণৰ দ্বাৰা উপদিষ্ট আৰু ভৃগুৰ অনুভৱসিদ্ধ ব্ৰহ্মবিদ্যা — অন্নময় কোশৰ পৰা আৰম্ভ কৰি হৃদয়াকাশত থকা পৰমানন্দময় পৰমাত্মাত পৰিসমাপ্ত হ'ল। যেৰেঁ এই বিদ্যাৰ আধাৰ। যি কোনো লোকে ভৃগুৰ দৰে* তপস্যা-চৰণ কৰি ধৈৰ্যেৰে বিচাৰ কৰি আনন্দস্বৰূপ পৰমাত্মাৰ ৰহস্য উপলব্ধি কৰিবলৈ সক্ষম হয়, তেৰেঁ। সেই আনন্দস্বৰূপত প্ৰতিষ্ঠিত হয়। ব্ৰহ্মবিদ্যা উপলব্ধিৰ এই বাস্তৱিক ফল বৰ্ণাই এই সাধনাৰ প্ৰতি মানুহক আকৰ্ষণ কৰিবলৈ পূৰ্বকথিত অন্ন, প্ৰাণ আদি সমস্ত তত্ত্ববোৰৰ ৰহস্য, জ্ঞানৰ সৈতে ব্ৰহ্মৰ বোধ হোৱা জ্ঞানীজনৰ যি স্বাভাৱিক বিশিষ্ট-শক্তি জন্মে, তাকো শ্ৰুতিয়ে বৰ্ণাইছে যে, তেওঁ জীৱন-যাত্ৰাৰ উপযোগী প্ৰচুৰ অন্নাদি ভোগসামগ্ৰীৰে ঐশ্বৰ্যশালী আৰু সেই ঐশ্বৰ্যভোগৰ সামৰ্থ্যও লাভ কৰে। অৰ্থাৎ তেওঁৰ মন আৰু ইন্দ্ৰিয়সমন্বিত শৰীৰ কোনো আলৈ-আহুকাল নোহোৱা স্বাস্থ্যবান হয়। তদুপৰি তেওঁ সন্তান, পশু, ব্ৰহ্মতেজ আৰু বিশেষ সুখ্যাতিৰে সমৃদ্ধ হৈ জগতত এজন সুপ্ৰসিদ্ধলোক বুলি মহিমান্বিত হয়। ॥৩৬ ১॥

॥৬ষ্ঠ অনুবাক সমাপ্ত ॥৩॥

---

*পৰমাত্মা পৰমেশ্বৰৰ স্বৰূপ জিজ্ঞাসু লোক ভৃগুৰদৰে সংযমী, ধৈৰ্যশীল আৰু তপস্যাপৰায়ণ হব লাগিব,। তপস্যাই ব্ৰহ্মলাভৰ উপায় এয়ে এই আখ্যায়িকাৰ মৰ্মাৰ্থ।

## সপ্তম অনুবাক

অন্নং ন নিন্দ্যাৎ। তদ্ব্রতম্। প্রাণো বা অন্নম্। শৰীৰমন্নাদম্। প্রাণে শৰীৰং প্রতিষ্ঠিতম্। শৰীৰে প্রাণঃ প্রতিষ্ঠিতঃ। তদেতদন্নমন্নে প্রতিষ্ঠিতম্। স য় এতদন্নমন্নে প্রতিষ্ঠিতং বেদ প্রতিতিষ্ঠতি। অন্নবানন্নাদো ভৱতি। মহান্ ভৱতি প্রজয়া পশুভিৰ্ব্ৰহ্মবৰ্চসেন মহান্ কীৰ্ত্ত্যা ॥১॥

অন্নম্ ন নিন্দ্যাৎ (অন্নক নিন্দা কৰা উচিত নহয়,) তৎ ব্ৰতম্ (সি এক ব্ৰত)। প্ৰাণঃ বৈ অন্নম্ (প্ৰাণেই অন্ন), শৰীৰম্ অন্নাদম্ (আৰু শৰীৰ তাৰ ভোক্তা)। প্ৰাণে (প্ৰাণক অৱলম্বন কৰি) শৰীৰম্ প্ৰতিষ্ঠিতম্ (শৰীৰে স্থিতিলাভ কৰে); শৰীৰে প্ৰাণঃ প্ৰতিষ্ঠিতঃ (আৰু শৰীৰক অৱলম্বন কৰি প্ৰাণে স্থিতিলাভ কৰে)। তৎ (সেই কাৰণে) এতৎ (এই প্ৰকাৰে) অন্নে অন্নম্ প্ৰতিষ্ঠিতম্ (অন্নতে অন্ন প্ৰতিষ্ঠিত থাকে)। যঃ (যি লোকে) এতৎ অন্নম্ (শৰীৰ আৰু প্ৰাণ এই উভয়াত্মক অন্নক) অন্নে (শৰীৰ আৰু প্ৰাণ এই উভয়াত্মক অন্নত) প্ৰতিষ্ঠিতম্ বেদ (প্ৰতিষ্ঠিত বুলি জানে), সঃ প্ৰতিতিষ্ঠতি (তেওঁ অন্ন আৰু ভোক্তাৰূপে স্থিতি লাভ কৰে) অন্নৱান্ অন্নাদঃ ভৱতি। প্ৰজয়া পশুভিঃ ব্ৰহ্মবৰ্চসেন মহান্ ভৱতি কীৰ্ত্ত্যা মহান্ (ভৱতি)। (ব্যাখ্যা পূৰ্ব্বমন্ত্ৰৰ দৰে)। ১

ব্ৰহ্মজিজ্ঞাসুৰ তপস্যাচৰণৰ অঙ্গীভূত অৱশ্য পালনীয় এই এক ব্ৰত বা নিয়ম যে, তেওঁ অন্নক অৰ্থাৎ খাদ্য হিচাবে উপস্থিত আহাৰক কেতিয়াও নিন্দা কৰিব নালাগে।

সেওঁ বুজা উচিত যে অন্নই প্ৰাণ আৰু প্ৰাণেই অন্ন ; কাৰণ অন্নৰ পৰাই প্ৰাণে বল পায় আৰু প্ৰাণৰ বলৰপৰা অন্নময় শৰীৰলৈ জীৱনী-শক্তি আহে। প্ৰাণৰ আধাৰতে শৰীৰ বৰ্তি থাকে কাৰণে প্ৰাণৰূপ অন্নৰ শৰীৰ ভোক্তা। শৰীৰৰ স্থিতি প্ৰাণৰ অধীন আৰু প্ৰাণৰ স্থিতি শৰীৰত প্ৰাণৰ অৱলম্বন শৰীৰ। গতিকে এই শৰীৰো অন্ন। এইটো জনা কথা যে, প্ৰাণে যদি আহাৰ নাপায়, শৰীৰৰ ধাতুবোৰকে শুহি লয়। আকৌ শৰীৰৰ স্থিতি প্ৰাণৰ অধীন বাবে প্ৰাণো অন্ন; প্ৰাণৰ শক্তি নাপালে শৰীৰ নিটিকে। এই প্ৰকাৰে শৰীৰ আৰু প্ৰাণ অন্যোন্যাশ্ৰয়ী হোৱা কাৰণ কোৱা হৈছে অন্নতে অন্ন প্ৰতিষ্ঠিত থাকে। এই তত্ত্ব যিকোনো লোকে বুজে, তেওঁ শৰীৰ আৰু প্ৰাণ এই দুয়োৰে সঠিক প্ৰয়োগত পাৰদৰ্শী হয়। এই প্ৰয়োগবিজ্ঞানৰ ফলত তেওঁ অন্নাদি ভোগ্য সামগ্ৰীৰে ঐশ্বৰ্যশালী আৰু সেই ঐশ্বৰ্যভোগৰ সামৰ্থ্যও লাভ কৰে। তদুপৰি এইকাৰণতে তেওঁ সন্তান, পশু আৰু ব্ৰহ্মতেজেৰে মহীয়ান্ হয় আৰু জগতত খ্যাতিমান লোক বুলি গণ্য মান্য-হয়। ৫ ৭।১

॥ সপ্তম অনুবাক সমাপ্ত ॥

## অষ্টম অনুবাক

অন্নং ন পৰিচক্ষীত। তদ্‌ব্ৰতম্। আপো বা অন্নম্। জ্যোতিৰন্নাদম্। অপ্সু জ্যোতিঃ প্ৰতিষ্ঠিতম্। জ্যোতিষ্যাপঃ প্ৰতিষ্ঠিতাঃ। তদেতদন্নমন্নে প্ৰতিষ্ঠিতম্। স য এতদন্নমন্নে প্ৰতিষ্ঠিতং বেদ প্ৰতিতিষ্ঠতি। অন্নবানন্নাদো ভৱতি। মহান্ ভৱতি প্ৰজয়া পশুভিৰ্ব্ৰহ্মবৰ্চসেন। মহান্ কীৰ্ত্যা ॥১॥

অন্নম্ ন পৰিচক্ষীত (অন্নক অৱহেলা কৰা উচিত নহয়) তৎ ব্ৰতম্ (সি এক ব্ৰত) আপঃ বৈ অন্নম্ (জলেই অন্ন,) জ্যোতিঃ (তেজ) অন্নাদম্ অন্নৰ ভোক্তা) অপ্সু (পানীত) জ্যোতিঃ প্ৰতিষ্ঠিতম্ (তেজ-জুই থাকে,) জ্যোতিষি (তেজত) আপঃ প্ৰতিষ্ঠিতা (জল থাকে); তৎ (সেইকাৰণে) এতৎ (এই দৰে) অন্নে অন্নম্ প্ৰতিষ্ঠিতম্ (পৰস্পৰ সাপেক্ষ অন্নত অন্ন প্ৰতিষ্ঠিত থাকে)। যঃ এতৎ অন্নম্ অন্নে প্ৰতিষ্ঠিতম্ বেদ, সঃ প্ৰতিতিষ্ঠতি। অন্নবান্ অন্নাদঃ ভৱতি। প্ৰজয়া পশুভিঃ ব্ৰহ্ম বৰ্চসেন মহান্ ভৱতি, কীৰ্ত্যা মহান্ [ভৱতি] (ব্যাখ্যা পূৰ্বৰ দৰে।) ॥৮

ব্ৰহ্মজিজ্ঞাসুজনে কেতিয়াও অন্নক অৱহেলা, অনাদৰ বা উপহাস কৰিব নালাগে, তাক ব্ৰতহিচাবে লব লাগে। এইটো সাধাৰণতে জনা কথা যে, যি যি বস্তুক অনাদৰ বা উপেক্ষা কৰে, সেই বস্তু তেওঁৰ পৰা আঁতৰি যায়। অন্নক অনাদৰ কৰিলে ব্ৰহ্মকে উপেক্ষা কৰা হয় ( 'ব্ৰহ্মাৰ্পণং ব্ৰহ্মহবিঃ

গীতা ৪ ১৪ প বলৈ বাঞ্ছা কৰা বস্তুৰ প্ৰতি আদৰ-শ্ৰদ্ধা অতি প্ৰয়োজনীয় কথা। তেওঁ অন্নৰ এই তত্ত্বও জনা আৱশ্যক যে, জলেই অন্ন—সকলো খাদ্য-শস্যাদি পানী পায়েই জন্মে আৰু বৃদ্ধিপ্ৰাপ্ত হয়। আৰু তেজ—সূৰ্য্য অগ্নি আদিৰ তাপ এই জলৰূপ অন্নৰ ভোক্তা—শোষক, সূৰ্য আৰু অগ্নিৰ তাপে বাহিৰৰ পানী শুকি লোৱাৰ দৰে শৰীৰস্থ জঠৰাগ্নিয়ে শৰীৰলৈ যোৱা খাদ্যৰস শুকি লয়। পানীত্ত তেজ থাকে। স্বভাৱতে ঠাণ্ডা পানীত তেজ বা উষ্ণতা অসম্ভৱ যেন লাগিলেও কিন্তু সমুদ্ৰত বড়বানল আছে বুলি শাস্ত্ৰৰপৰা জনা যায় আৰু আজিৰ বৈজ্ঞানিকেও পানীৰ পৰা জলবিদ্যুৎ বাহিৰ কৰাটো সকলোৱে জানে। গতিকেই পানীত তেজ বা তাপ থকা কথা প্ৰমাণিত হয়। এইদৰেই তেজত পানী থাকে — সূৰ্যৰশ্মিৰ প্ৰখৰ তাপত থকা মেঘৰপৰা অহা বৰষুণৰ পানী আমি দেখিয়েই আছো। এইপ্ৰকাৰে এই পানী আৰু তেজ অন্যোন্যাশ্ৰয়ী হৈ যাবতীয় অন্নৰূপ খাদ্য পদাৰ্থৰ কাৰণ হয়, আৰু কাৰ্য্যৰূপে সেই দুয়েই অন্নৰ ৰূপত পৰিণত হয়; গতিকে দুয়ো অন্নই। সেই কাৰণেই কোৱা হৈছে—অন্নতে অন্ন প্ৰতিষ্ঠিত থাকে। যি লোকে এই তত্ত্ব বুজে, তেওঁ পানী আৰু তাপ দুয়োৰে অন্নৰূপতা জানি তাৰ সঠিক প্ৰয়োগ বিজ্ঞানত প্ৰতিষ্ঠিত হয়। তাৰ ফলত তেওঁ সৰ্বপ্ৰকাৰ ভোগ্য সামগ্ৰীৰে সমৃদ্ধিশালী আৰু তাক ভোগ কৰাৰ সামৰ্থ্যও লাভ কৰে। এই কাৰণতে তেওঁ সন্তান, পশু আৰু ব্ৰহ্মতেজেৰে

মহীয়ান হয় আৰু জগতত এজন খ্যাতিমান লোক ৰূপে মান্য হয়। ॥ ৩৮। ॥

॥ অষ্টম অনুবাক সমাপ্ত ॥ ৮ ॥



## নৱম অনুবাক

অন্নং বহু কুর্বীত। তদ্ ব্রতম্। পৃথিৱী বা অন্নম্। আকাশোঽন্নাদঃ। পৃথিব্যামাকাশঃ প্রতিষ্ঠিতঃ। আকাশে পৃথিৱী প্রতিষ্ঠিতা। তদেতদন্নমন্নে প্রতিষ্ঠিতম্। স য এতদন্নমন্নে প্রতিষ্ঠিতং বেদ প্রতিতিষ্ঠিতি। অন্নবানন্নাদো ভৱতি। মহান্ ভৱতি প্রজয়া পশুভির্ব্রহ্মবর্চসেন। মহান কীর্ত্যা ॥১॥

অন্নং বহু কুর্বীত (অন্ন বঢ়াব লাগে), তৎ ব্রতম (সি এক ব্রত)। পৃথিৱী বৈ অন্নম (পৃথিৱীয়েই অন্ন); আকাশঃ অন্নাদঃ (আকাশ ভোক্তা) পৃথিব্যাম আকাশঃ প্রতিষ্ঠিতঃ (পৃথিৱীত আকাশ থাকে), আকাশে পৃথিৱী প্রতিষ্ঠিতা (আকাশত পৃথিৱী থাকে)। তৎ (সেইকাৰণে) এতৎ (এইদৰে) অন্নে অন্নম প্রতিষ্ঠিতম (পৰস্পৰ সাপেক্ষ অন্নত অন্ন প্রতিষ্ঠিত থাকে)। যঃ এতৎ (যি এই প্রকাৰে) অন্নে অন্নম প্রতিষ্ঠিতং বেদ, সঃ প্রতিতিষ্ঠতি। অন্নবান অন্নদঃ ভৱতি। প্রজয়া

পশুভিঃ ব্রহ্মবর্চসেন মহান ভবতি, কীর্ত্ত্যা মহান্ [ভবতি]।
(ব্যাখ্যা পূর্ববৎ।)

ব্রহ্মজিজ্ঞাসু লোকে এই এক ব্রত পালন কৰিব যে, দৃঢ়সংকল্প হৈ অন্নৰ বৃদ্ধিৰ কাৰণে চেষ্টা কৰিব। তেওঁ বুজা উচিত—পৃথিবীয়েই অন্ন—যিমান বিলাক অন্ন (খাদ্য) আছে, সকলোবিলাক মাটিতে উৎপন্ন হয় আৰু পৃথিবীৰ আধাৰস্বৰূপ আকাশ পৃথিবীৰূপ অন্নৰ ভোক্তা। পৃথিবীত আকাশ থাকে, কাৰণ আকাশ সৰ্বব্যাপী; আৰু আকাশত পৃথিবী থাকে—এইটো তো দেখা কথা। এই দুই-এক অন্যৰ আধাৰ বাবে অন্নস্বৰূপ। পঞ্চভূতৰ আকাশ প্ৰথম আৰু পৃথিবী অন্তিম তত্ত্ব; মাজৰ তিনি তত্ত্ব এই দুইৰ অন্তৰ্ভুক্ত সমস্ত ভোগ্যপদাৰ্থৰূপ অন্ন এই পাঁচ মহাভূতৰ কাৰ্য; গতিকে সেই পাঁচো অন্নস্বৰূপ। এই কাৰণতে কোৱা হ'ল—অন্নতে অন্ন প্ৰতিষ্ঠিত থাকে যিজন লোকে এই কথা যথাৰ্থতে জানে যে, পৃথিবীৰূপ অন্নত আকাশৰূপ অন্ন আৰু আকাশৰূপ অন্নত পৃথিবীৰূপ অন্ন অন্যোন্যাশ্ৰয়ী হৈ অৱস্থিত আছে, তেওঁ আকাশ আদি পঞ্চ মহাভূতৰ যথাযোগ্য প্ৰয়োগ জানিব পাৰে আৰু সেইকাৰণে তেওঁ সেই বিষয়ত বিশেষজ্ঞ হয়। এই বিশিষ্ট জ্ঞানৰ ফলস্বৰূপে সকলো ভোগ্যেৰে সমৃদ্ধিশালী হয় আৰু তাক উপভোগ কৰিবলৈকো সমৰ্থ হয়। তদুপৰি

তেওঁ সন্তান, পশু আৰু ব্ৰহ্মতেজেৰে তেজোময়ান হয় আৰু সুপ্ৰসিদ্ধ লোকৰূপে খ্যাতিমন্ত * ॥৩।৯।১॥

॥ নৱম অনুবাক সমাপ্ত ॥৯॥

——

* 'প্ৰাণঃ বা অন্নম শৰীৰমন্নাদঃ" ইয়াৰ পৰ আৰম্ভ কৰি যি অন্ন স্তুতিৰ উপদেশ আৰু তাৰ ফল বুজোৱা হ'ল, সি যথাৰ্থতে গৃহস্থীৰ পক্ষে; কিয়নো সংসাৰত্যাগী সন্ন্যাসীৰ পক্ষে অন্নবৃদ্ধিৰ চেষ্টা প্ৰভৃতি ব্ৰতগ্ৰহণ সম্ভৱ যেন বোধ নহয়। গৃহী হৈয়ো—সংসাৰ ধৰ্ম পালন কৰিও উপনিষদ্ কথিত ব্ৰহ্মজ্ঞানী হ'ব পৰাৰ ইঙ্গিত এই অন্নোপাসনাই সূচাইছে বুলি অনুমান কৰিব পাৰি। দ্বিতীয়তে অন্নবিজ্ঞানৰ এই এক লক্ষ্য হব পাৰে যে, অন্নময় কোশৰ—অৰ্থাৎ শৰীৰৰ সুস্থতা আৰু সবলতাৰ ফলত হে প্ৰাণময়, মনোময় আৰু বিজ্ঞানময় কোশ পৰিপুষ্ট হয় আৰু তেতিয়া আনন্দময়ৰ উপলব্ধি সহজ হয়। অন্নৰ—আহাৰৰ গুণাগুণ অনুযায়ী শাৰীৰিক শক্তিৰ বৃদ্ধি-হ্ৰাস অৱশ্যম্ভাৱী। এই কাৰণে খাদ্য-খাদকৰ বৈজ্ঞানিক বোধ জন্মাই তাৰ যথাযোগ্য প্ৰয়োগৰ উপদেশ দিয়া হল আৰু তাত আগ্ৰহ জন্মাবলৈ ফলশ্ৰুতিও বৰ্ণালে। কিন্তু "ৰোচনাৰ্থা ফলশ্ৰুতিঃ" জানি বিশেষতঃ ভগৱদ্ভাৱাপন্ন মানি ফলাকাঙ্ক্ষী হোৱা বাঞ্ছনীয় নহয়।

# দশম অনুৱাক

ন কংচন ৰসতৌ প্ৰত্যাচক্ষীত। তদ্‌ব্ৰতম্। তস্মাদ্যয়া কয়া চ ৱিধয়া বহ্বন্নং প্ৰাপ্নুয়াৎ। আৰাধ্যস্মা অন্নমিত্যাচক্ষতে। এতদ্বৈ মুখতোঽন্ন৺ ৰাদ্ধম্। মুখতোঽস্মা অন্ন৺ ৰাধ্যতে। এতদ্বৈ মধ্যতোঽন্ন৺ ৰাদ্ধম্। মধ্যতোঽস্মা অন্ন৺ ৰাধ্যতে। এতদ্বা অন্ততোঽন্নং ৰাদ্ধম্। অন্ততোঽস্মা অন্নং ৰাধ্যতে। য এৱং ৱেদ। ১০।১

ৰসতৌ (নিজৰ থকা ঘৰলৈ অহা) কংচন (কোনো অতিথিক) ন প্ৰত্যাচক্ষীত (প্ৰত্যাখ্যান—বিমুখ কৰা উচিত নহয়); তৎ ব্ৰতম্ (সি এক ব্ৰত)। তস্মাৎ (সেই হেতুকে আলহী-অতিথি সেৱাৰ কাৰণে) যয়া কয়া চ ৱিধয়া (যিকোনো ন্যায্য উপায়েৰে) বহু অন্নম্ প্ৰাপ্নুয়াৎ (বহুত অন্ন সংগ্ৰহ কৰিব লাগে)। অস্মৈ অন্নম্ আৰাধি (এই অতিথিৰ কাৰণে অন্ন ৰন্ধা হৈছে) ইতি আচক্ষতে (এইদৰে কয়), [আৰু যদি] মুখতঃ (মুখ্য বৃত্তিৰে—অধিক শ্ৰদ্ধাৰে) এতৎ ৰাদ্ধম্ অন্নম্ (এই ৰন্ধা অন্ন দিয়া হয়), বৈ (নিশ্চয়) অস্মৈ (এই দাতাজনৈ) মুখতঃ (অধিক শ্ৰদ্ধাৰে সৈতে) অন্নম্ ৰাধ্যতে (অন্নাদি খাদ্যবস্তু আহে—যোগান হয়)। [আৰু যদি] মধ্যতঃ (মধ্যম শ্ৰদ্ধাৰে) এতৎ ৰাদ্ধম্ অন্নম্ (এই তৈয়াৰ কৰা অন্ন দিয়া হয়), বৈ (নিঃসন্দেহে) অস্মৈ (এই দাতাজনৈ মধ্যতঃ অন্নম্ ৰাধ্যতে (মধ্যম প্ৰকাৰে অন্ন আহে)। [আৰু যদি]

অন্ততঃ (নিকৃষ্ট শ্ৰদ্ধাৰে) এতৎ বাহুম্ অন্নম্ (এই তৈয়াৰ কৰা অন্ন দিয়া হয়), বৈ (অৱশ্যেই) অস্মৈ (এই দাতালৈ) অন্ততঃ অন্নম্ ৰাধ্যতে (নিকৃষ্ট শ্ৰদ্ধাৰে অন্নাদি প্ৰদত্ত আছে)। যঃ (যি লোকে) এৱম্ বেদ, (এই ৰহস্য জানে), [তেওঁ অতিথিৰ প্ৰতি যথাযোগ্য শ্ৰদ্ধাৰে ব্যৱহাৰ কৰে]।

ব্ৰহ্মজিজ্ঞাসু লোকে এই এক ব্ৰত পালন কৰিব যে, তেওঁ ঘৰলৈ অহা অতিথিক কেতিয়াও বিমুখ কৰি ঘূৰাই নপঠাব। 'অতিথিদেৱো ভৱ'— অতিথিক দেৱতা জ্ঞান কৰি সেৱা কৰিবা— এই বুলি স্নাতক শিষ্যক পূৰ্বেই উপদেশ দিয়া আছে। সেই কাৰণে নিজৰ পৰিয়াল-পোষণৰ উপৰিও অতিথি-সেৱাকো ভগৱানৰ সেৱা জ্ঞান কৰি তাক ব্ৰত বা নিয়ম হিচাবে লোৱা গৃহস্থীলোকৰ অৱশ্য কৰ্ত্তব্য। তৰ কাৰণে যি কোনো ন্যায়সঙ্গত উপায়েৰে প্ৰচুৰ পৰিমাণে খাদ্যাদি ভোগ্য-সামগ্ৰী সংগ্ৰহৰ চেষ্টা কৰিব লাগে কিয়নো অতিথি-সেৱা গৃহস্থোচিত সদাচাৰৰ এক অপৰিহাৰ্য অঙ্গ। অতিথি স্বৰূপে উপাসত 'নৰৰ' সেৱাৰ দ্বাৰা 'নাৰায়ণ'ৰে সেৱা কৰা হয় —এনে বিশ্বাস কৰি আন্তৰিক শ্ৰদ্ধাৰে অকপটভাৱে যি গৃহস্থই অতিথিক আদৰ-সৎকাৰ কৰি, খুৱাই-বুৱাই সেৱা-শুশ্ৰূষা কৰে, তেনে অকপট-শ্ৰদ্ধালু লোকৰো উত্তমভাৱেৰে অৰ্থাৎ সম্ভ্ৰমশীল বৃত্তি-ব্যৱহাৰেৰে অন্নাদি ধন-বস্তু সংগৃহীত হয় — ভোগ্যবস্তু সংগ্ৰহ কৰাত তেওঁ কোনো কষ্ট কৰিবলগীয়া নহয়, তেওঁৰ কোনো প্ৰয়োজনীয় অপূৰ্ণ হৈ নাথাকে। যদি অতিথিক মধ্যমভাৱে

'অৰ্থাৎ আহিছে অতিথি, থাকক আৰু, থাকিব লগা হ'ল যেতিয়া এসাজ খাওক, উপায়তো নাই'। এনেভাৱে কৃত্রিম সৎ-কাৰৰ ভাওঁ জুৰি যি অতিথিৰ সেৱা-শুশ্রূষা কৰে, তেনে কপ-টাচাৰী গৃহস্থৰ মধ্যম প্রকাৰে উপাৰ্জন হয় — তেওঁ ধন-বস্তু সংগ্রহ কৰিবলৈ শাৰীৰিক মানসিক দুখ-কষ্ট স্বীকাৰ কৰি যথেষ্ট উদ্বিগ্ন হবলগা হয়। আকৌ যদি অন্তিমভাৱত অৰ্থাৎ অতিথিক 'আহিল এই আপদটো' এনে অৱজ্ঞাৰ ভাৱত আদৰ-সাদৰৰ পৰিবৰ্তে তুচ্ছ-তাচ্ছল্য কৰি খুওৱা-বুওৱা কৰে, তেনে গৃহস্থৰ অন্নাদি আহৰণত অতি কষ্ট হয় — তেওঁ অত্যা-ধিক পৰিশ্রম আৰু লোকক খোচামোদ কৰা আদি নিকৃষ্ট উপায়েৰেহে খাদ্যবস্তু সংগ্রহ কৰিবলগা হয়। অৰ্থাৎ যি যেনেভাৱেৰে অতিথি অভ্যাগতৰ সেৱা-শুশ্রূষা কৰে, তেওঁৰ তেনেভাৱেই অন্ন-বস্ত্রাদি ভোগ্য সামগ্রীৰ সংস্থান হয় - এই কথা যি লোকে বুজে, তেওঁ অতিথিক দেৱতা ভাৱ কৰি আন্তৰিক শ্রদ্ধাৰে শুদ্ধ ব্যৱহাৰ কৰি সন্তুষ্ট কৰাত ব্রতী হয়। ।৩।১০।১।

ক্ষেম ইতি ৱাচি। যোগক্ষেম ইতি প্রাণাপা-নয়োঃ। কৰ্মেতি হস্তয়োঃ। গতিৰিতি পাদয়োঃ। ৱিমুক্তিৰিতি পায়ৌ। ইতি মানুষীঃ সমাজ্ঞাঃ। অথ দৈৱীঃ। তৃপ্তিৰিতি বৃষ্টৌ। বলমিতি ৱিদ্যুতি। য়শ ইতি পশুষু। জ্যোতিৰিতি নক্ষ-ত্রেষু। প্রজাতিৰমৃতমানন্দ ইত্যুপস্থে। সৰ্বমিত্যা-কাশে ॥২॥

[সেই সৰ্বাত্মা পৰমেশ্বৰ] বাচি (কথাত) ক্ষেম ইতি (মঙ্গলবিধায়ক ৰূপে), প্ৰাণ অপানয়োঃ (প্ৰাণ আৰু অপানত) যোগ-ক্ষেমঃ ইতি (প্ৰাপ্তি আৰু ৰক্ষাৰূপে), হস্তয়োঃ (হাত দুটাত) কৰ্ম ইতি (কাম কৰাৰ শক্তি ৰূপে), পাদয়ো (ভৰি দুটত) গতিঃ ইতি (চলনৰ শক্তিৰূপে), পায়ৌ (মলদ্বাৰত) বিমুক্তিঃ ইতি (মলত্যাগৰ শক্তিৰূপে) [বিদ্যমান থাকে]। ইতি (এইপ্ৰকাৰ) মানুষীঃ সমাজ্ঞাঃ (মনুষ্য সম্পৰ্কিত উপসনা)। অথ দৈৱীঃ (দেৱতা সম্পৰ্কিত উপাসনা কথিত হৈছে)। [সেই পৰমাত্মা] বৃষ্টৌ (বৃষ্টিত—বৰষুণত) তৃপ্তিঃ ইতি (তৃপ্তিৰ শক্তিৰূপে), বিদ্যুতি (বিজুলীত) বলম্ ইতি (শক্তিৰূপে), পশুষু (পশুসমূহত) যশঃ ইতি (যশস্য ৰূপে), নক্ষত্ৰেষু (তৰাবিলাকত) জ্যোতিঃ ইতি (জ্যোতি-ৰূপে), উপস্থে (জননেন্দ্ৰিয়ত) প্ৰজাতিঃ (সন্তানোৎপত্তি) অমৃতম (জীৱন) আনন্দঃ ইতি (আৰু আনন্দৰ শক্তিৰূপে) আকাশে (আকাশত) সৰ্বম ইতি (সৰ্বাধাৰ ৰূপে) [বিদ্যমান আছে] ॥ ১০।২ ॥

পৰমাত্মা পৰমেশ্বৰৰ সৰ্বমৎতাৰ আভাষ মাত্ৰ দেখু-ৱাই শ্ৰুতিয়ে কৈছে যে, কোৱা কথাত যি কল্যাণদায়ক শক্তি, সেই শক্তিৰূপে পৰমেশ্বৰ তাত থাকে। প্ৰাণ আৰু অপানবায়ুত থকা জীৱনোপযোগী বস্তুৰ আকৰ্ষণ কৰা আৰু জীৱন ৰক্ষা কৰা শক্তি পৰমেশ্বৰ। এই প্ৰকাৰ হাত-দুটত কামকৰাৰ শক্তিৰূপে ৰূপে ভৰি দুটাত চলা ফুৰা শক্তি, মলদ্বাৰত মলত্যাগৰ শক্তিৰূপে সেই পৰম পুৰুষ বিদ্যমান। এইদৰেই মনুষ্য শৰীৰত প্ৰতীতি হোৱা ভগৱৎ শক্তিৰ সংক্ষেপতে দিগদৰ্শন মাত্ৰ কৰোৱা হ'ল—ইয়াৰ দ্বাৰাই সমুদায় ইন্দ্ৰিয়বে যি যি বিশেষ শক্তি, সেই সেই শক্তিৰূপে

পৰমেশ্বৰেই বুলি বুজিব লাগিব। ইয়াকে আধ্যাত্মিক অর্থাৎ শৰীৰসম্বন্ধী উপাসনা বুলিও কব পাৰি। এতিয়া দেবী অর্থাৎ আধিদৈবিক পদার্থত অভিব্যক্ত হোৱা শক্তিৰ বর্ণনা কৰিছে—বৰষুণত তৃপ্তিৰূপে অর্থাৎ বৰষুণৰ পৰা উৎপন্ন হোৱা খাদ্য পানীয়ৰ যি তৃপ্তি দিওঁতা শক্তি, বিজুলীৰ যি শক্তি (পোহৰ) পশুবোৰত সিহঁতৰ গৰাকীৰ যি যশ-বঢ়োৱা শক্তি, নক্ষত্রসমূহৰ যি জ্যোতি জননেন্দ্রিয়ত সন্তান জন্ম দিয়া, জীৱনীশক্তি • আৰু যি আনন্দানুভূতি আৰু আকাশত যি সর্বধাৰত্ব সর্বব্যাপকত্ব আদি সকলোপ্রকাৰ শক্তি—এই সকলোৱেই সেই 'অচিন্ত্য অনন্তশকতিৰ পতি' পৰম পুৰুষৰ বিৰাট শক্তিৰ আংশিক অভিব্যক্তি মাত্র। গীতাতো কোৱা হৈছে যে "জগতত যিমান বিলাক যি কোনো ঐশ্বর্য, কান্তি বা শক্তিসম্পন্ন, সেই সকলো মোৰেই শক্তিৰ অংশ মাত্র" (গীতা ১০।৪১)। এইবিলাক দেখি পৰমেশ্বৰৰ সর্বত্র ব্যাপকতা বুজা আৱশ্যক ॥ ৩।১০।২ ॥

---

• 'প্রজাতি অমৃতম আনন্দঃ"—"প্রজাতি" = সন্তানৰ উৎপত্তি" "অমৃতম" = অমৰত্ব, আনন্দঃ=সুখ। সন্তান জন্মাই নিজে জীয়াই থকা (আত্মা বৈ জায়তে পুত্রঃ)—অমৃকৰ পুত্র বুলি নাম থৈ যোৱা, সেয়ে অমৰ (আংশিক) হোৱা, তাৰ কাৰণে হোৱা সুখৰ অনুভূতি। অথবা—অমৃতম = উপস্থ বীর্য, তাৰ ধাৰণৰ দ্বাৰা জীৱনীশক্তি বৃদ্ধি হয় (মৰণং বিন্দুপাতেন জীৱনং বিন্দুধাৰণাৎ)। গতিকে জীৱনী শক্তিৰ বাধা ধৰণৰ দ্বাৰা আনন্দৰ স্ফূর্তি হয়।

তৎ প্রতিষ্ঠেত্যুপাসীত প্রতিষ্ঠাবান্ ভবতি। তন্মহ ইত্যুপাসীত। মহান্ ভবতি। তন্মন ইত্যুপাসীত মানবান্ ভবতি। তন্নম ইত্যুপাসীত। নমন্তেঽস্মৈ কামাঃ। তদ্ব্রহ্মেত্যুপাসীত। ব্রহ্মবান্ ভবতি তদ্ব্রহ্মণঃ পরিমর ইত্যুপাসীত। পর্য়েণং ম্রিয়ন্তে দ্বিষন্তঃ সপত্নাঃ। পরি যেঽপ্রিয়া ভ্রাতৃব্যাঃ। ॥৩॥

তৎ (সেই পরমোপাস্য দেব) প্রতিষ্ঠা ইতি (সর্বাধাররূপে) উপাসীত (উপাসিত হয় যদি) প্রতিষ্ঠাবান ভবতি (সকলোবে আশ্রয়-স্বরূপ হয়)। তৎ মহঃ ইতি (তেওঁক মহানরূপে) উপাসীত (উপাসনা কৰিব); মহান্ ভবতি (তেতিয়া মহান্ হয়)। তৎ মনঃ ইতি উপাসীত (তেওঁক মনরূপে উপাসনা কৰে যদি) মানবান্ ভবতি (মনস্বী-চিন্তাশীল হয়)। তৎ নমঃ ইতি (তেওঁক সেৱাৰ যোগ্যরূপে) উপাসীত (উপাসনা কৰে যদি) অস্মৈ (সেই উপাসকৰ প্ৰতি) কামঃ (সমস্ত কাম্য-ভোগ) নমন্তে (অৱনত হয়, আত্মাধীন হয়) তৎ ব্ৰহ্ম ইতি (তেওঁক সৰ্ববৃহৎরূপে) উপাসীত (উপাসনা কৰে যদি) ব্ৰহ্মবান ভৱতি (ব্ৰহ্ম সাযুজ্য প্ৰাপ্তি হয়)। তৎ ব্ৰহ্মণঃ পৰিমৰঃ ইতি তেওঁক ব্ৰহ্মৰ সৰ্বসংহাৰক ৰূপত) উপাসীত (উপাসনা কৰে যদি) এনম্ পৰি (এই উপাসকৰ প্ৰতি) দ্বিষন্তঃ সপত্নাঃ (দ্বেষ কৰা শত্ৰু বৰ্গ) ম্ৰিয়ন্তে (মৰি যায়)। যে অপ্ৰিয়াঃ (যি সকল অপ্ৰিয়) ভ্ৰাতৃব্যাঃ (বন্ধু-বান্ধৱ, সেইসকলো)) পৰি [ম্ৰিয়ন্তে] (মৰি যায়)।৩।

সকাম উপাসনাৰদ্বাৰা সেই সেই কামনা পূৰণৰ কথা কোৱা হৈছে যে, প্ৰতিষ্ঠা-প্ৰতিপত্তি বিচৰা লোকে সেই

পৰম উপাস্য পৰমেশ্বৰক প্ৰতিষ্ঠা ৰূপে অৰ্থাৎ তেৰেঁই সৰ্বাধাৰ, সৰ্বাশ্ৰয় ভাৱনাৰে উপাসনা কৰে, আৰু তাৰ ফলত তেওঁ সংসাৰত সুপ্ৰতিষ্ঠ হয়। মহত্ত্ব প্ৰাপ্তিৰ কাৰণে সেই পৰমদেৱতাক সকলোতকৈ 'মহান' ভাৱ কৰি যি উপাসনা কৰে, তেওঁ মহৎলোক হয়। সেই উপাস্যদেৱক সৰ্বসমৰ্থ 'মন' বুলি যি উপাসনা কৰে তেওঁ মনস্বী অৰ্থাৎ বিশেষ চিন্তাশক্তিসম্পন্ন হয় এই প্ৰকাৰে যি ঈশ্বৰক সৰ্বশক্তিমন্ত সেৱাৰ যোগ্য মানি তেনে হবলৈ কামনা কৰি উপাসনা কৰে তেওঁ নমস্কাৰযোগ্য হয়—তেওঁ কামনা কৰা সকলো ভোগ তেওঁৰ ইচ্ছামতে আয়ত্তাধীন হয়। যি ঈশ্বৰক সৰ্ববৃহৎ পৰম্ ব্ৰহ্ম মানি নিজেও তদ্ৰূপ হবলৈ বাঞ্ছা কৰি তেওঁৰ উপাসনা কৰে, তেওঁ সৰ্বশক্তিমন্ত ব্ৰহ্মস্বৰূপ হৈ যায়। যি তেওঁক ভগৱন্তৰ সংহাৰ শক্তিৰূপে উপাসনা কৰে, তেওঁক হিংসাকৰা শত্ৰুবোৰ আপোনা আপুনি নষ্ট হৈ যায় আৰু তেওঁৰ অপ্ৰিয় অনিষ্টাচৰণ কৰা বন্ধু-বান্ধৱবোৰো নাশ হয়; "মোক যি যি ভাৱনাৰে উপাসনা কৰে, তেওঁক সেই অনুৰূপে ফল দিওঁ" বুলি গীতাত (৪।১১;৯।১২) শ্ৰীভগৱানে নিজেই কৈছে। আৰৌ যি কোনো ৰূপতে তেওঁৰ ভক্তই তেওঁক উপাসনা কৰিব পাৰে, সেই উপাসনালৈ তেওঁেই অবিচল শ্ৰদ্ধা দিয়ে, আৰু বাঞ্ছিত কামনাও তেৰেঁই পূৰ্ণ কৰে (গীতা ৭।২১-২২)। কিন্তু কাম্যফলবোৰ অচিৰস্থায়ী, সেইবাবে নিষ্কামভাৱে তেওঁৰ প্ৰীতিৰ কাৰণেই যাৱতীয়

কৰ্তব্য-কৰ্ম কৰি যোৱা বাঞ্ছনীয় (গীতা ৭।২৩-২৪)। তেওঁৰ প্ৰিয় হব পাৰিলে একোৱেই অপূৰ্ণ নাথাক (গীতা ১২।৬-৭-৮) ৩।১০।৩।।

স য়শ্চায়ং পুৰুষে য়শ্চাসাবাদিত্যে স একঃ। স য় এবং বিৎ। অস্মাল্লোকাৎ প্ৰেত্য। এতমন্নময়মাত্মানমুপসংক্ৰম্য। এতং প্ৰাণময়মাত্মানমুপসংক্ৰম্য। এতং মনোময়মাত্মানমুপসংক্ৰম্য। এতং বিজ্ঞানময়মাত্মানমুপসংক্ৰম্য। এতমানন্দময়মাত্মানমুপসংক্ৰম্য। ইমাঁল্লোকান্ কামান্নী কামৰূপ্যনুসংচৰণ। এতৎ সাম গায়ন্নাস্তে ।।৪।।

সঃ যঃ অয়ং (সেই যি এই পৰমাত্মা) পুৰুষে (মনুষ্যত বিদ্যমান), চ (তথা) যঃ অসৌ (যি সৌ) আদিত্যে চ (সূৰ্যতো বিদ্যমান), সঃ একঃ (দুয়োতে অন্তৰ্যামী একেজনেই)। যঃ (যি জনে) এবং বিৎ (এনেকৈ পৰমাত্মতত্ত্ব যথাৰ্থতে জানে) সঃ (তেওঁ) অস্মাৎ লোকাৎ (এই জেগত শৰীৰৰপৰা) প্ৰেত্য (উৎক্ৰমণ কৰি) এতম্ অন্নময়ম্ আত্মানম্ (এই অন্নময় আত্মাক) উপসংক্ৰম্য (প্ৰাপ্ত হৈ), এতম প্ৰাণময়ম্ আত্মানম্ উপসংক্ৰম্য, এতম্ মনোময়ম্ আত্মানম্ উপসংক্ৰম্য, এতম্ বিজ্ঞানময়ম্ আত্মানম্ উপসংক্ৰম্য, এতম্ আনন্দময়ম্ আত্মানম্ উপসংক্ৰম্য, কামান্নী (ইচ্ছানুৰূপ অন্নশালী) কামৰূপী (ইচ্ছানুৰূপ ৰূপশালী হৈ) ইমান্ লোকান্ (এই লোকসমূহ) অনুসংচৰন্ (বিচৰণ কৰি) এতৎ সাম (এই সমতা স্বৰূপ ব্ৰহ্মক) গায়ন্ (গান কৰি) আস্তে (থাকে)। ।৪।

সেই পৰামাত্মা, যাক পূৰ্বতে বিশ্বব্ৰহ্মাণ্ডৰ আধাৰ, আশ্ৰয় আৰু পৰমানন্দস্বৰূপ বুলি বৰ্ণনা কৰা হ'ল, তেওঁ এই মনুষ্যত আৰু সৌ সূৰ্যতো এক, অভিন্ন; ভাব এই যে, সৌ সূৰ্যমণ্ডলৰ মধ্যৱৰ্তী পৰমাত্মা পৰমপুৰুষেহ (গায়ত্ৰী মন্ত্ৰৰ অৰ্থ প্ৰকাশ পোৱা দৰে) সমস্ত প্ৰাণীৰ অন্তৰ্যামী আত্মাৰূপে বিৰাজমান; নানা নাম-ৰূপত তেৱেঁই অভিব্যক্ত হৈ আছে। যি লোকে এই তত্ত্ব যথাৰ্থৰূপে অনুভৱ কৰে, তেওঁ এই শৰীৰ এৰি পৰমানন্দস্বৰূপ পৰব্ৰহ্মক প্ৰাপ্ত হয় — যাক পূৰ্বতে অন্নময় আত্মা, প্ৰাণময় আত্মা, মনোময় আত্মা, বিজ্ঞানময় আত্মা আৰু আনন্দময় আত্মা নামেৰে বৰ্ণনা কৰা হ'ল। স্থূল আৰু সূক্ষ্মভেদে যি একৰ অপেক্ষাই একৰ অন্তৰাত্মাৰূপে অভিব্যক্ত, সবাৰো অন্তৰ্যামী পৰমানন্দস্বৰূপ; তেওঁক প্ৰাপ্ত হৈ সেইজন ইচ্ছানুৰূপে ভোগ্যসামগ্ৰীসম্পন্ন আৰু ইচ্ছাৰ অনুৰূপ ৰূপধাৰণ কৰিবপৰা হয়। তদুপৰি তেওঁ এই সমস্ত লোকতে বিচৰণ কৰি (নাৰদ মুনিৰ দৰে) ব্ৰহ্ম-সাম্যৰ (সকলোতে সমানভাৱে বিৰাজমান) এই (পাছৰ-মন্ত্ৰত উক্ত) গান গাই ফুৰে ॥৩.১০।৪॥

। ৩ৱু হা৩ৱু হা৩ৱু। অহমন্নমহমন্নমহমন্নম্। অহমন্নাদো৩হমন্নাদো৩হমন্নাদঃ। অহ৺শ্লোককৃদহ৺শ্লোককৃদহ৺শ্লোককৃৎ। অহমস্মি প্ৰথমজা ঋতা৩স্য। পূৰ্বং দেবেভ্যোঽমৃতস্য না৩ ভায়ি। যো মা দদাতি স ইদেৱ মা৩বাঃ। অহমন্নমন্নমদন্তমা৩দ্মি। অহং বিশ্বং ভুবনমভ্যভৱা৩ম্। সুবৰ্ণ জ্যোতীঃ। য় এবং বেদ। ইত্যুপনিষৎ ॥৫॥

হাবু, হাবু, হাবু (আশ্চর্য! আশ্চর্য!! আশ্চর্য!!!) অহম্ অন্নম (মই অন্ন), অহম্ অন্নম্ অহম অন্নম [বিস্ময় বুজাবলৈ তিনিবাৰ উক্তি]। অহম্ অন্নাদঃ মই অন্নৰ ভোক্তা, অহম্ অন্নাদঃ, অহম্ অন্নাদঃ। অহম্ শ্লোককৃৎ মই অন্ন আৰু অন্নাদৰ সংযোগসাধন কৰোঁতা অহম্ শ্লোককৃৎ, অহম শ্লোককৃৎ। অহম্ (মই) ঋতস্য (সত্যৰ অৰ্থাৎ প্ৰত্যক্ষ দৃশ্য জগতত্তকৈ) প্ৰথমজাঃ (প্ৰথমতে জন্মা 'হিৰণ্যগৰ্ভ')'[আৰু] দেবেভ্যঃ পূৰ্বম্ (দেৱতাসকলতকৈয়ো পূৰ্ববৰ্তী) অমৃতস্য অমৃতত্বৰ-মোক্ষৰ) নাভায়ি ('নাভি'-কেন্দ্ৰ) অস্মি (হওঁ)। যঃ (যি লোকে) মা (অন্ন-স্বৰূপ মোক) দদাতি (দিয়ে), সঃ (তেওঁ) ইৎ এব (এই কাৰ্যৰ দ্বাৰায়েই) মা আৱঃ(মোক ৰক্ষা কৰে)। অহম্ অন্নম্ (মই অন্নৰূপ হৈ) অন্নম্ অদন্তম্ (দান নকৰি অন্ন খাওঁতাক) অদ্মি (ভক্ষণ কৰোঁ) অহম্ (মই) বিশ্বম্ ভুবনম্ সমস্ত ব্ৰহ্মাণ্ডক অভ্যভবাম্ (উপসংহাৰ কৰোঁ)। সুবঃ ন জ্যোতীঃ (সূৰ্যৰ জ্যোতি মোৰেই অংশ মাত্ৰ)। যঃ এৱম্ বেদ (যি এই প্ৰকাৰ জানে — তেওঁ এনে হয়') ইতি উপনিষৎ (এয়ে ব্ৰহ্মবিদ্যা— পৰমাগুহ্য জ্ঞান)। ।৫। [মন্ত্ৰত থকা ৩ তিনি মাত্ৰাত উচ্চাৰিত হব লগা প্লুত স্বৰৰ সূচক]।

[পৰমানন্দস্বৰূপ ব্ৰহ্মপ্ৰাপ্ত পুৰুষৰ আনন্দমগ্ন মনত যি সমতা আৰু সৰ্বৰূপতাৰ ভাব উদ্বেলিত হয়, সাম-গানৰূপত সেই ভাব শ্ৰুতিয়ে বৰ্ণনা কৰিছে—] জীৱাত্মা-পৰমাত্মাৰ মিলনানন্দৰসত আপ্লুত হৈ সেই মহাপুৰুষৰ অলৌকিক আশ্চৰ্য-অনুভূতি প্ৰকাশ পাইছে যে 'হাবু'। (আশ্চৰ্যবোধক অব্যয়)। খুব তো আশ্চৰ্যৰ কথা! এই সংসাৰ অন্নাদি ভোগ্য-বস্তু, ইয়াক উপভোগ কৰোঁতা জীৱ আৰু দুয়োৰে সংযোগ ঘটা-

ওঁতঃ পৰমাত্মা দেখোন মযেই ! মযেই তো এই প্ৰত্যক্ষদৃশ্য মূৰ্তিমান্ জগতত দেৱত বৃন্দবো পূৰ্বতে সৰ্বপ্ৰথমেই প্ৰকটিত হোৱা হিৰণ্যগৰ্ভ ব্ৰহ্মা আৰু পৰমানন্দময় অমৃতত্বৰ মধ্যমণি পৰব্ৰহ্ম তো মোতকৈ ভিন্ন নহয় ! যিলোকে ভোগ্য বস্তুৰূপ মোক কাকো দান কৰে, সি মোকে দান দি মোকে ৰক্ষা কৰা হয়। অৰ্থাৎ যোগ্যপাত্ৰত ভোগ্যদান কৰাই তাৰ ৰক্ষাৰ সৰ্বশ্ৰেষ্ঠ ব্যৱস্থা। ইয়াৰ বিপৰীতে অন্নৰূপ ভোগ-সামগ্ৰীবোৰ যি নিজে হে উপভোগ কৰে, আনক দিব নোখাৱে, তেনে উপভোগকাৰীজনক অন্নৰূপী মই হে ভোজন কৰোঁ ; অৰ্থাৎ তাক ভোগেই ধ্বংসৰফালে লৈ যায় ; মযেই তো বিশ্ব-ব্ৰহ্মাণ্ডক নিয়ন্ত্ৰণত ৰাখিছোঁ ! সূৰ্যৰ প্ৰকাশ মোৰ প্ৰকাশৰ অংশমাত্ৰ ! অৰ্থাৎ জগতত যিমানবোৰ জ্যোতিষ্ক আছে, সেই আটাইবোৰৰ জ্যোতি মোৰ জ্যোতিৰেই হে অংশ ! এই মোৰ দৰে আন কোনোৱেও যদি ব্ৰহ্মতত্ত্ব স্বৰূপতঃ অনুভৱ কৰিব পাৰে, তেওঁৰো এই স্বৰূপবোধ হয়।

[পৰমাত্মাৰ সৈতে ঐক্যভাৱ হোৱা — গীতাত যাক 'ব্ৰাহ্মীস্থিতি' বুলিছে — তেনে স্থিতিপ্ৰাপ্ত হোৱা মহাপুৰুষে হে উপযুক্ত কথা পৰমাত্মাদৃষ্টিৰে কোৱা সম্ভৱ হয়।] এয়ে ব্ৰহ্মবিদ্যা– এয়ে-পৰমাত্মাৰ তত্ত্বজ্ঞান ।৩।১০।৫।

।।দশম অনুবাক সমাপ্ত ।।১০।।

।।ভৃগুবল্লী সমাপ্ত ।।৩।।

---

কৃষ্ণযজুৰ্বেদীয় তৈত্তিৰীয়োপনিষদ্ সমাপ্ত ।।

## শান্তিপাঠ

ওঁ শং নো মিত্রঃ শং বরুণঃ। শং নো ভবত্বর্যমা শং নো ইন্দ্রো বৃহস্পতিঃ। শং নো বিষ্ণুরুরুক্রমঃ। নমো ব্রহ্মণে। নমস্তে বায়ো। ত্বমেব প্রত্যক্ষং ব্রহ্মাসি। ত্বামেব প্রত্যক্ষং ব্রহ্মাবাদিষম্। ঋতমবাদিষম্। সত্যমবাদিষম্। তন্মামাবীৎ। তদ্বক্তারমাবীৎ। আবীন্মাম্। আবীদ্বক্তারম্।

ওঁ সহ নাববতু। সহ নৌ ভুনক্তু। সহ বীর্যং করবাবহৈ
তেজস্বিনাবধীতমস্তু। মা বিদ্বিষাবহৈ।
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!



উপনিষদ্ কথামৃত

কৃষ্ণযজুর্বেদীয়

# শ্বেতাশ্বতৰোপনিষদ্

'শ্বেতাশ্বতৰ' নামে ঋষিদৃষ্ট এই উপনিষদত
সাংখ্য আৰু বেদান্তমতৰ সমন্বয় সাধিত
হোৱা বাবে এই উপনিষদ্ অতিশয় প্ৰসিদ্ধ।

হৰি ওঁ শ্ৰীপৰমাত্মনে নমঃ

# শ্বেতাশ্বতৰোপনিষদ্

## শান্তিপাঠ

ওঁ সহ নাববতু। সহ নৌ ভুনক্তু। সহ বীৰ্য্যং কৰৱাবহৈ
তেজস্বি নাবধীতমস্তু। মা বিদ্বিষাবহৈ।
ওঁ শান্তিঃ! শান্তিঃ!! শান্তিঃ!!!

ওঁ (হে পৰমাত্মন্!) [আপুনি] নৌ (আমি গুৰু-শিষ্য উভয়কে) সহ (একেলগে) অৱতু (ৰক্ষা কৰক), নৌ (উভয়কে) সহ (একেলগে) ভুনক্তু (পালন কৰক), সহ (উভয়ে একেলগে) বীৰ্য্যম্ কৰৱাবহৈ (শক্তি লাভ কৰিব পাৰোঁ। 'যেন)' নৌ (উভয়ৰে) অধীতম্ (অধ্যয়ন কৰা বিদ্যা) তেজস্বী অস্তু (তেজীয়ান্ হওক), মা বিদ্বিষাবহৈ (দুয়ো যেন পৰস্পৰ বিদ্বেষী নহওঁ)।

হে পৰমাত্মা পুৰুষোত্তম! আপুনি আমি গুৰু-শিষ্য উভয়কে সমানে ৰক্ষা কৰক, উভয়কে সমানে পোষণ-পালন কৰক; আমি দুয়ো যেন সমানে ব্ৰহ্মবিদ্যালাভৰ সামৰ্থ্য লাভ কৰোঁ, আমাৰ অধ্যয়ন যেন তেজীয়ান হৈ তাৎপৰ্য্যাৰ্থ প্ৰকাশক হওক আৰু প্ৰমাদ বা অসাৱধানতাৰ কাৰণেও আমি গুৰু-শিষ্য দুয়ো পৰস্পৰৰ প্ৰতি বিদ্বেষ ভাৱ পোষণ কৰিবলগা যেন নহয়। হে পৰমেশ্বৰ। ত্ৰিবিধপ্ৰকাৰ সংসাৰতাপ যেন উপশান্ত হওক।

# প্ৰথম অধ্যায়

হৰিঃ ওঁ ব্ৰহ্মৱাদিনো ৱদন্তি—

কিং কাৰণং ব্ৰহ্ম কুতঃ স্ম জাতা, জীৱাম কেন ক্ব চ সম্প্ৰতিষ্ঠাঃ। অধিষ্ঠিতাঃ কেন সুখেতৰেষু ৱৰ্ত্তামহে ব্ৰহ্মবিদো ৱ্যৱস্থাম্। ১।

হৰিঃ ওম্ (এই পৰমেশ্বৰৰ নাম উচ্চাৰণ কৰি মঙ্গলাচৰণ পূৰ্বক উপনিষদৰ আৰম্ভ কৰা হ'ল)। ব্ৰহ্মৱাদিনঃ (ব্ৰহ্মবিষয়ক জিজ্ঞাসু ঋষিসকলে) ৱদন্তি (পৰস্পৰ কোৱা-মেলা কৰিছে) — ব্ৰহ্মবিদঃ। (হে বেদজ্ঞ মহৰ্ষিসকল।) কাৰণম্ (এই জগতৰ কাৰণ) ব্ৰহ্ম কিম্ (ব্ৰহ্ম কোন? তেওঁৰ স্বৰূপ কি?) কুতঃ (ক'ৰ পৰা) জাতাঃ স্ম (আমি জন্ম পালোঁ?) কেন জীৱামঃ (কাৰদ্বাৰা জীয়াই আছোঁ?) চ (আৰু) ক্ব (ক'ত) সম্প্ৰতিষ্ঠা আমাৰ স্থিতি — অৱস্থান হয়?) কেন (কাৰদ্বাৰা) অধিষ্ঠিতাঃ (নিয়ন্ত্ৰিত হৈ) সুখ-ইতৰেষু (সুখ আৰু দুখৰ ভোগবিষয়ত) ৱ্যৱস্থাম্ (যথোচিত নিয়মেৰে) ৱৰ্ত্তামহে (প্ৰবৃত্তি থাকোঁ)? ১।

[পুৰুষোত্তম পৰব্ৰহ্মৰ বিষয়ে জানিব খোজা ব্ৰহ্মবাদী ঋষিসকলে সম্মীলিত হৈ পৰস্পৰে আলোচনা কৰিলে— ] হে বেদজ্ঞানী মহৰ্ষিসকল! বেদৰ মৰ্মবাণী হ'ল — সমস্তজগতৰ ব্ৰহ্মই কাৰণ, সেই ব্ৰহ্ম কোন — তেওঁৰ স্বৰূপ কি? আমিনো কাৰপৰা জন্ম পালো — আমাৰনো মূল কাৰণ কি? কাৰ প্ৰভাৱেৰে আমি জীয়াই আছোঁ — আমাৰ জীৱনৰ আধাৰ কি? আমাৰ শেষ অৱস্থান নো ক'ত?

অৰ্থাৎ অতীতত জন্মৰ পূৰ্বত, বৰ্ত্তমান জীয়াই থকা কালত আৰু ভৱিষ্যতে প্ৰলয়কালত আমাৰ অৱস্থিতি — আমাৰ চৰম আশ্ৰয় কোন ? আকৌ কাৰ নিয়মাধীন হৈ কাৰ বিধি-ব্যৱস্থামতে আমিবোৰে সুখ-দুখ ভোগ কৰিবলগা হয় ? সুনিয়ন্ত্ৰিতভাৱে এই বিশ্বজগতৰ যাৱতীয় ব্যৱস্থাকাৰী পৰিচালক কোন ? * ॥১॥

কালঃ স্বভাৱো নিয়তিৰ্যদৃচ্ছা ভূতানি যোনিঃ পুৰুষ ইতি চিন্ত্যা । সংযোগ এষাং ন ত্বাত্মভাৱা—দাত্মাপ্যনী-শঃ সুখদুখঃ হেতোঃ ॥২।

কালঃ (সৱাবো পৰিণাম সাধক কাল), স্বভাৱঃ (নিজা শক্তি) নিয়তিঃ (কৰ্মফল) যদৃচ্ছা (আকস্মিক ঘটনা), ভূতানি (পঞ্চ মহাভূত) পুৰুষঃ (জীৱাত্মা), যোনিঃ (কাৰণ 'হয়নে নহয়') ইতি চিন্ত্যা (এই বিষয়ে বিচাৰ কৰা উচিত) । এষাম্ এই কাল আদিৰ) সংযোগঃ তু

* এই মন্ত্ৰত 'সৎসঙ্গ'ৰ অৱতাৰণা কৰা হৈছে। মন্ত্ৰত কোৱা পৰম-পুৰুষক জানিবলৈ, পাবলৈ উৎকট হেপাহেৰে উৎসাহী হৈ পৰস্পৰে আলোচনা কৰা, বিচাৰ কৰা, পৰমাত্মতত্ত্বজ্ঞানী পুৰুষক সবিনয়ে সোধা-পোচা কৰ, আৰু সেইসকলে বুজাই দিয়া কথাবোৰ একাগ্ৰ-চিত্তেৰে চিন্তা চৰ্চা কৰি ধৈৰ্য্যেৰে সৈতে কামত লগাবলৈ চেষ্টা কৰা — ইয়াৰে নাম 'সৎসঙ্গ' বা 'সাধুসঙ্গ'। এই মন্ত্ৰত সেই সৎ-সঙ্গৰে বৰ্ণনা কৰা হ'ল। 'সন্তৰ কৃপাত সুবাসনা, সুখে পুৰুষক পাৱে জানা, যোৱে দুৰ্বাসনা সন্তৰ মনকোপত।' এই বুলি আমাৰ মহাপুৰুষেও কৈছে। গতিকেই বুজিব পাৰি আনাদিকালৰে পৰা সৎসঙ্গ চলি আহিছে আৰু পুৰুষাৰ্থসাধনত ই অতি আৱশ্যকীয়।

(সংহতি কিন্তু) আত্মভাবাৎ (চেতন আত্মাৰ অধীন হোৱা কাৰণে) ন (জগৎ কাৰণ নহয়) । [আৰু সিহঁত জড়স্বৰূপ হৈ প্ৰমাণ-বিৰুদ্ধ বাবে পৃথকভাৱেও কাৰণ হব নোৱাৰে ।] সুখ দুঃখ হেতোঃ (সুখ আৰু দুঃখৰ হেতু প্ৰাৰব্ধৰ) অনীশঃ (অস্বতন্ত্ৰ) আত্মা অপি (জীৱাত্মাও) [জগৎ কাৰণ নহয়] ।।২।।

সেই ঋষিসকলে আলোচনা কৰিলে যে, বেদাদি শাস্ত্ৰত তো বিভিন্ন কাৰণ পোৱা যায় । কেতিয়াবা কালক কাৰণ-ৰূপে বুজোৱা হৈছে, কাৰণ যি কোনো পদাৰ্থ কোনো নিৰ্দিষ্ট সময়তহে জন্মে আৰু নিৰ্দিষ্ট সময়মতেই নাশ হয় । জগতৰ সৃষ্টি আৰু প্ৰলয়ো কালৰ অধীন বুলি শুনা যায় । কেতিয়াবা 'স্বভাৱ'ক কাৰণ বুজোৱা হৈছে ; কিয়নো যাৰ যি স্বাভাৱিক শক্তি, তাৰপৰা তদনুৰূপ কাৰ্য উৎপন্ন হোৱা দেখা যায় — গুটিৰ অনুৰূপেহে গছ জন্মে ; সেই-কাৰণে বস্তুৰ যি স্বভাৱ—নিজা শক্তি, সিও কাৰণ হব পাৰে । কেতিয়াবা 'কৰ্মফল'কো কাৰণৰূপে পোৱা যায় ; কাৰণ, কৰ্ম অনুসাৰেই জীৱই বেলেগ বেলেগ যোনিত জন্ম ধৰি সেই সেই যোনিৰ স্বভাৱ আদিৰে সংযুক্ত হৈ পৰে । কেতিয়াবা 'আকস্মিক ঘটনা' অৰ্থাৎ অৱশ্যম্ভাৱিতা, কেতিয়াবা পাঁচ মহাভূত আৰু কেতিয়াবা জীৱাত্মাক জগৎকাৰণৰূপে বৰ্ণনা কৰা পোৱা যায় । গতিকে আমাৰ বিচাৰ কৰা উচিত যে, বাস্তৱিক এইসকল জগতৰ কাৰণ হয়নে নহয় ।

বিচাৰ কৰি বুজা যায় যে, কালকে আদি কৰি পাঁচ মহাভূত পৰ্য্যন্ত কাৰণ বুলি অনুমান কৰা পূৰ্বকথিত পদাৰ্থবোৰ জগতৰ কাৰণ হব নোৱাৰে ; সেইবোৰ গাই-গুটীয়াভাৱে তো নহয়েই, আটাইবোৰ মিলিত হৈয়ো জগৎ-কাৰণ হব নোৱাৰে : কাৰণ সেই সমস্তই জড় হোৱা কাৰণে কোনোবা চেতনৰ অধীন, সেইবোৰৰ স্বাধীনভাৱে কাম কৰাৰ শক্তি নাই ; চেতন আত্মাৰ সঞ্চালনাৰ অধী-নত হে জড়পদাৰ্থৰ সম্মিলন ঘটাই কোনো নতুন বস্তুৰ সৃষ্টি হোৱা দেখা যায় আৰু সি চেতনৰ ভোগত প্ৰয়োগ হয়। তেনেহলেও চেতন পুৰুষ — জীৱাত্মাও জগৎকাৰণ হব নোৱাৰে, কিয়নো সিও সুখ-দুখৰ কাৰণস্বৰূপ প্ৰাৰব্ধৰ-ফলোন্মুখ কৰ্ম্মৰ অধীন ; সি স্বাধীনভাৱে একো কৰিব নোৱাৰে। সেইকাৰণে এইসকলৰ অতিৰিক্ত নিশ্চয় আন কোনো কাৰণ অৱশ্যে আছে। ॥২॥

তে ধ্যানয়োগানুগতা অপশ্যন্ দেৱাত্মশক্তিং স্বগুণৈৰ্নিগূঢ়াম্। যঃ কাৰণানি নিখিলানি তানি কালাত্ম-যুক্তান্যধিতিষ্ঠত্যেকঃ ॥৩॥

তে (তেওঁলোকে) ধ্যানয়োগ অনুগতাঃ (ধ্যানযোগত অৱ-স্থিত হৈ) স্বগুণৈঃ ( নিজ গুণসমূহৰ দ্বাৰা ) নিগূঢ়াম্ (ঢাক খাই থকা) দেৱাত্মশক্তিম্ (পৰমাত্মাৰ স্বৰূপভূত অচিন্ত্যশক্তিক) অপশ্যন্ (দেখিলে )। যঃ (যি পৰমাত্মা পুৰুষে) একঃ (অকলেই) তানি (সেই পূৰ্বোক্ত) কাল-আত্মযুক্তানি (কালৰে পৰা পুৰুষ [ জীৱাত্মা ] পৰ্য্যন্ত)

নিখিলানি কাৰণানি (সকলোবোৰ কাৰণক) অধিতিষ্ঠতি (নিয়ন্ত্ৰণ কৰে)। ॥৩॥

পূৰ্বপ্ৰকাৰে বিচাৰ কৰি যেতিয়া একো নিৰ্ণীত নহ'ল, তেতিয়া সেই ব্ৰহ্মবাদী ঋষিসকলে ধ্যানযোগৰ আশ্ৰয় ল'লে অৰ্থাৎ মন আৰু ইন্দ্ৰিয়বোৰক অন্তৰ্মুখী কৰি জগৎকাৰণক জনাৰ একান্ত আগ্ৰহত একাগ্ৰচিত্তেৰে তন্ময় হ'ল। এনে ঐকান্তিক তন্ময়তাৰ ফলত তেওঁলোকে পৰমদেৱ পুৰুষোত্তমৰ অচিন্ত্য অলৌকিক শক্তিৰ সন্ধান পালে, যি নিজৰে সত্ত্ব, ৰজঃ, আৰু তমঃ — এই তিনিগুণৰ দ্বাৰা ঢাক খাই আছে; অৰ্থাৎ যি শক্তি ত্ৰিগুণময়ী বুলি সাক্ষাৎ প্ৰতীতি হলেও যথাৰ্থতে কিন্তু ত্ৰিগুণবোৰ সিপাৰে এই পৰমাত্ম শক্তিয়েই — এই শক্তিৰ পৰিণামেই জগতৰ কাৰণ বুলি তেওঁলোকে বুজিলে। এই প্ৰকাৰে নিৰ্ণীত হ'বাত পূৰ্বতে কাৰণ বুলি অনুমান কৰা কালৰেপৰা জীৱাত্মা পৰ্যন্ত সমস্ত কাৰণৰ যি অধিষ্ঠাতা-নিয়ন্তা, যাৰ অচিন্ত্য শক্তিৰ সামান্যতম প্ৰভাৱ পাই সেই সকলোবোৰে নিজ নিজ কাৰ্য নিয়মানুৱৰ্তী হৈ চলাই যায়, সেই এক অদ্বিতীয় সৰ্বশক্তিমন্ত সৰ্বাত্মা সৰ্বৰূপ পুৰুষোত্তমেই হে এই জগতৰ বাস্তৱিক কাৰণ, আন কোনো নহয়, এই তত্ত্ব সেইসকলৰ অনুভৱ হল।।৩।।

তমেকনেমিং ত্ৰিবৃতং ষোড়শান্তং শতাৰ্ধাৰং বিংশতি প্ৰত্যৰাভিঃ। অষ্টকৈঃ ষড্‌ভিৰ্বিশ্বৰূপৈকপাশং, ত্ৰিমাৰ্গভেদং দ্বিনিমিত্তৈকমোহম্‌ ।।৪।।

একনেমিম ( এক নেমি ( ঘেৰ ) যুক্ত) ত্রিবৃতম্ ( তিনি চটা হাল যুক্ত ). ষোড়শ ন্তম্ ( ষোল জোড়া লগোৱ ) শতার্দ্ধ-অৰম্ ( পঞ্চাশ শলখা যুক্ত ) বিংশতি প্রত্যৰাভিঃ ( একুবি সহায়ক শলখাৰে) ষড়ভিঃ অষ্টকৈঃ ( ছটা আঠৌটাৰ দল যুক্ত ) বিশ্বৰূপ- একপাশম্ ( অনেকৰূপী একপাশত আবদ্ধ ) ত্রিমার্গভেদম্ ( তিনিটা পথেৰে ভেদযুক্ত, (দ্বিনি- মিত্ত-একমোহম ( দুই নিমিত্তবিশিষ্ট একমোহৰূপী মাদলিযুক্ত ) তম্. সেই বিশ্বচক্র 'তেওঁলোকে দেখিলে' ) ১'৪ ।।

( এই মন্ত্রত বিশ্বক এক গাড়ীৰ চকাৰ ৰূপত বৰ্ণনা কৰা হৈছে ) —পৰম পুৰুষৰ স্বৰূপভূতা অচিন্ত্যাশক্তি প্ৰত্যক্ষ- কৰা সেই ব্ৰহ্মবাদী ঋষিসকলে দেখিলে —এটা( ৰথৰ) চকৰি। অব্যাকৃত প্ৰকৃতি সেই চকাৰ ঘেৰটো। শলখা, মাদলি আদি চকাৰ সকলো অৱয়ৱ বেৰি-ধৰি আধাৰ হোৱা 'নেমি' বা ঘেৰটোৰ দৰে সেই পৰমেশ্বৰী শক্তিয়েই জগতৰ আধাৰ অথবা মূল। চকাটোৰ ৰক্ষাৰ কাৰণে যেনেকৈ এচটা লোহাৰ 'হাল'ঘেৰটোৰ ওপৰত মেৰি থাকে, সেইদৰে এই সংসাৰ- চকৰিৰ অব্যাকৃত প্ৰকৃতিৰূপ নেমিৰ ( ঘেৰটোৰ ) ওপৰত সত্ত্ব,ৰজ,তম এই তিনিগুণ ৰূপ তিনি হাল। ভগৱানৰ অচিন্ত্য মায়াশক্তি এই তিনিগুণৰ দ্বাৰা ঢাক খাই থকা কথা পূৰ্বমন্ত্ৰতো কোৱা হৈছে। চকাৰ নেমি যেনেকৈ বেলেগ বেলেগ (কাঠ আদিৰ) খণ্ড জোড়া লগাই বনোৱা হয়, সেইদৰে সংসাৰ চকৰিৰ প্ৰকৃতিৰূপ নেমিৰ মন, বুদ্ধি,অহঙ্কাৰ, আকাশ বায়ু, তেজ, জল আৰু ভূমি এই আঠ সূক্ষ্মতত্ত্ব আৰু এইসকলৰে

আঠ স্থূলৰূপ — এই বাল্লটা খণ্ড বা জোড়া। চকাৰ যেনেকৈ মাদলিটোৰপৰা ঘেৰটোলৈ শলখাবোৰ থাকে, সেইদৰে অন্তঃকৰণৰ বৃত্তিবোৰৰ পঞ্চাশপ্ৰকাৰ ভেদ ( পাঁচ বিপৰ্যয়, আঠাইশ অশক্তি, ন প্ৰকাৰ তুষ্টি আৰু আঠপ্ৰকাৰ সিদ্ধি—এই পঞ্চাশ ) সংসাৰ চক্ৰটোৰ পঞ্চাশ শলখা আৰু দহ ইন্দ্ৰিয়, পাঁচ বিষয় আৰু পাঁচ প্ৰাণ —এই বিশ সৰু শলখা অৰ্থাৎ শলখাবোৰ সমদূৰত্বত ৰখা কীলক খিলি । এই চক্ৰত ছটা অষ্টক * আঠোটীয়া একোটা দল যুক্ত অনেক-ৰূপত প্ৰকটিত আসক্তিৰূপ এডাল ফাঁস আছে— যাৰ দ্বাৰাই

* উপনিষদে ছয় অষ্টকৰ অভিপ্ৰায় আৰু সেই ছয় অষ্টক, চক্ৰৰ অঙ্গ হয়নে নহয়, তাৰ কোনো ইঙ্গিত দিয়া নাই, ভাষ্যকাৰ ভগৱৎপাদ শঙ্কৰাচাৰ্য্যে সেই বিষয়ে কোনো স্পষ্টীকৰণ দিয়া নাই। শাঙ্কৰ-ভাষ্য অনুসাৰে ছয় অষ্টক এনেদৰে— (১) আঠ প্ৰকৃতি— মাটি পানী জুই, বায়ু, আকাশ, মন,বুদ্ধি অহঙ্কাৰ। (২) অষ্টধাতু — ত্বক্ চৰ্ম, মাংস,ৰক্ত, মেদ, অস্থি, মজ্জা, শুক্ৰ। (৩) আঠঐশ্বৰ্য —অনিমা, মহিমা, গৰিমা, লঘিমা, প্ৰাপ্তি, প্ৰাকাম্য, ঈশিত্ব, বশিত্ব। (৪) আঠভাৱ — ধৰ্ম্ম, জ্ঞান, বৈৰাগ্য, ঐশ্বৰ্য, অধৰ্ম্ম, অজ্ঞান,অবৈ-ৰাগ্য অনৈশ্বৰ্য। (৫) আঠ দেৱযোনি — ব্ৰহ্মা, প্ৰজাপতি,দেৱ, গন্ধৰ্ব,যক্ষ, ৰাক্ষস, পিতৃ, পিশাচ। (৬) আঠ আত্মগুণ দয়া, ক্ষমা, অনসূয়া ( নিন্দা নকৰা ) শৌচ ( বাহিৰে ভিতৰে পৱিত্ৰতাৰ ভাৱ) অনায়াস ( এলাহ নকৰা, মঙ্গল, অকাৰ্পণ্য ( উদাৰতা) অস্পৃহা।

জীৱই বান্ধ খায় । এই চকা ধৰ্ম, অধৰ্ম আৰু জ্ঞান—এই তিনি পথেদি চলে । পুণ্যকৰ্ম আৰু পাপকৰ্ম —এই দুইৰ নিমিত্তে জীৱৰ যি মোহ অৰ্থাৎ দেহ আদিত আত্ম-বুদ্ধিৰূপ যি অজ্ঞানতা সিয়ে এই সংসাৰ চকৰিৰ নাভি—মাদলি । মাদলি-টোৱেই চকাৰ কেন্দ্ৰ হোৱাৰ নিচিনা অজ্ঞানতাই এই জগতৰ কেন্দ্ৰ ॥ ॥

পঞ্চস্রোতোঽম্বুং পঞ্চয়োন্যুগ্রবক্রাং,
পঞ্চপ্রাণোর্মিং পঞ্চবুদ্ধ্যাদিমূলাম্ । পঞ্চাবর্তাং পঞ্চদুঃখৌঘবেগাং পঞ্চাশদ্ভেদাং
পঞ্চপর্বামধীমঃ ॥৫॥

পঞ্চস্রোতঃ অম্বুম্ ( পাঁচটা সোঁতেদি বৈ অহা বিষয়ৰূপ পানী থকা ) পঞ্চয়োনি—উগ্ৰবক্ৰাম্ ( পাঁচ ঠাইৰপৰা উৎপন্ন হৈ ভয়ঙ্কৰ আৰু একা-বেকা গতিৰে চলি থকা ) পঞ্চপ্ৰাণ উৰ্মিম্ ( পাঁচ প্ৰাণ-ৰূপ ঢৌ কোবাই থকা ) পঞ্চবুদ্ধি—আদি মূলাম্ ( পাঁচপ্ৰকাৰ জ্ঞানৰ কাৰণ মনৰূপ উৎপত্তি চাকনৈয়া স্বৰূপযুক্ত ) পঞ্চ আৱৰ্তাম্ (পাঁচ চাকনৈয়া বিশিষ্ট ) পঞ্চদুঃখ ওঘবেগাম্ ( পাঁচ দুঃখৰূপ সোঁতৰ বেগ চলি থকা ) পঞ্চাপৰ্বাম্ ( পাঁচ খলপীয়া ) পঞ্চাশৎভেদাম (পঞ্চাশ ভেদ-বিশিষ্ট ( এনেকুৱা নদীক ) অধীমঃ ( আমি জানো” ) ॥৫॥

[ পূৰ্বমন্ত্ৰত চক্ৰৰূপে বৰ্ণিত সংসাৰক এই মন্ত্ৰত নদীৰূপে বৰ্ণনা কৰা হৈছে—] সেইসকল ব্ৰহ্মজ্ঞানী ঋষিয়ে কৈছে, আমি এনে এক নদী দেখিলোঁ, যাৰ পাঁচ জ্ঞানেন্দ্ৰিয়ই পাঁচ ধাৰা সোঁত । পাঁচ জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰাই আমাৰ সংসাৰৰ জ্ঞান

হয়, সিহঁতৰ পৰা হোৱা জ্ঞানৰপৰাই সংসাৰ প্ৰবাহ বৈ থাকে কাৰণে সেই ইন্দ্ৰিয়সমূহক 'সোঁত' কোৱা হ'ল । এই ইন্দ্ৰিয়-বোৰ পাঁচ সূক্ষ্মভূতৰ ( পঞ্চ তন্মাত্ৰৰ ) পৰা উৎপন্ন হয়, এই কাৰণে এই নদীৰ পাঁচ উদগম-স্থান কোৱা হ'ল। এই নদীৰ সোঁত বৰ উগ্ৰ—ভয়ঙ্কৰ আৰু একা-বেকা; চল-কপট কামনা-বাসনা অ দিবে ভৰপূৰ ইয়াত ঠিকমতে হাল ধৰিব নোৱাৰিলে পাৰ-পোৱা—জন্ম-মৃত্যু কষ্টৰ হাত-সৰা টান। জীৱৰ কৰ্মচেষ্টা পঞ্চপ্ৰাণৰ দ্বাৰা হয়, পঞ্চপ্ৰাণৰ প্ৰেৰণা পাই পাঁচ কৰ্মেন্দ্ৰিয় চালিত হয়, এইকাৰণে পঞ্চপ্ৰাণক সংসাৰ নদীৰ ঢৌ বোলা হ'ল। ঢৌৰ পৰাই তো নদীৰ গভীৰতা ধৰিব পাৰি। পাঁচ জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা হোৱা চাক্ষুষ আদি পাঁচপ্ৰকাৰ জ্ঞানৰ কাৰণ মন, জ্ঞান মনৰ বৃত্তি। ইন্দ্ৰিয়বোৰ সংেই হলেও মনৰ অবিহনে এবো জ্ঞানেই নহয়। এই মনেই সংসাৰ-নদীৰ মূল—ঘাই সোঁতা। জগৎ মনৰেই কল্পনা। ("মনৰে কল্পনা ইটো সমস্তে সংসাৰ।") মনৰপৰাই সংসাৰৰ সৃষ্টি ("মনতেসে আছে জানা চৈধ্যয় ভুবন।") মন নাশ হলে জগতৰ অস্তিত্বই নাথাকে; যেতিয়ালৈকে মন আছে, সেই পৰ্যন্তই এই সংসাৰ। পঞ্চেন্দ্ৰিয়ৰ শব্দ,স্পৰ্শ আদি পাঁচ বিষয় এই ভৱ-নদীৰ পাঁচ আবৰ্ত—চাকনৈয়া; ইয়াত সোমাই পৰিলে— বিষয়ৰ ঢাপাত মজি গলে জন্মমৃত্যুৰূপ পকনীয়াৰ পৰা সহজে উদ্ধাৰ পোৱা টান। গৰ্ভবাস, জন্ম, ব্যাধি, বাৰ্দ্ধক্য আৰু মৃত্যু—এই

পাঁচ প্ৰকাৰ দুখ সংসাৰ নদীৰ সোঁতৰ বেগ। এই দুঃখবোৰৰ থাপৰ খাই জীৱ হাঁয়ৰাণ হৈ পৰে—এই যোনিৰ পৰা সি যোনিলৈ ঘূৰি-পকি থাকে। অজ্ঞান, অহঙ্কাৰ, ভালপোৱা, বেয়াপোৱা আৰু মৰণলৈ ভয়—এই পাঁচবিধ ক্লেশ সংসাৰ-নদীৰ পাঁচটা খলপা। ইয়াতেই জগৎ বৰ্ত্তি থাকে, এই পাঁচৰ সমবায়েই সংসাৰৰ স্বৰূপ । আৰু অন্তঃকৰণৰ পঞ্চাশ প্ৰকাৰ বৃত্তি এই সংসাৰ-নদীৰ পঞ্চাশ ভেদ অৰ্থাৎ ভিন্ন ভিন্ন ৰূপ। অন্তঃকৰণৰ বৃত্তি লৈহে সংসাৰত ভিন্ন ভিন্ন বোধ জন্মে ॥৫॥

সৰ্বাজীবে সৰ্বসংস্থে বৃহন্তে, অস্মিন্ হংসো ভ্ৰাম্যতে ব্ৰহ্মচক্ৰে। পৃথগাত্মানং প্ৰেৰিতাৰং চ মত্বা জুষ্টস্ততস্তেনামৃতত্বমেতি ॥৬॥

সৰ্ব—আজীৱে ( সবাৰো জীৱিকাস্বৰূপ) সৰ্বসংস্থে (সবৰে আশ্ৰয়) অস্মিন্ বৃহন্তে ( এই সুবৃহৎ ) ব্ৰহ্ম চক্ৰে ( সংসাৰ চক্ৰত) হংসঃ (জীৱাত্মাক) ভ্ৰাম্যতে (পৰমাত্মাই ঘূৰাই থাকে)। আত্মানম্ ( 'সি' নিজক ) চ (আৰু) প্ৰেৰিতাৰম্ (প্ৰেৰক পৰমাত্মাক) পৃথক্ (বেলেগে—বেলেগে) মত্বা ( বুজি ) ততঃ ( তাৰপাছত ) তেন জুষ্টঃ ( সেই পৰমাত্মাৰ কৃপাপ্ৰাপ্ত হৈ ) অমৃতত্বম্ ( অমৃতস্বৰূপ ) এতি ( প্ৰাপ্ত হয় ) ॥৬॥

[জীৱৰ সংসাৰ আৰু মুক্তিৰ হেতু কথিত হৈছে— । এই ব্ৰহ্মচক্ৰ অতি বৃহৎ। ইয়াত সমস্ত চৰাচৰ প্ৰাণীৰ জীৱন-নিৰ্বাহৰ উপায় আছে আৰু ইয়েই সমস্ত প্ৰাণীৰ আশ্ৰয়

বা আধাৰ । এনে এই জগৎৰূপ ব্ৰহ্মচক্ৰত অৰ্থাৎ পৰমাত্মাৰেই বিৰাট শৰীৰৰূপ সংসাৰচক্ৰত জীৱাত্মাই নিজ নিজ কৰ্ম-ফল অনুসাৰে পৰমাত্মাৰ প্ৰেৰণাৰদ্বাৰা দেহৰ পৰা দেহান্তৰলৈ বিভিন্ন যোনিত ভ্ৰমি থাকিব লগা হয় । যেতিয়া তেওঁ নিজ স্বৰূপৰ আৰু সমস্তৰে প্ৰেৰয়িতা পৰমাত্মাৰ স্বৰূপৰ ভিন্নতা ভালকৈ বুজিব যে — 'সেইজনেহে মোক এই সংসাৰ-চকৰিত ঘূৰাই আছে আৰু তেওঁৰ কৃপা পালেই মই ইয়াৰ পৰা মুক্তি পাম' । (মুণ্ডক ৩।১।১-২) ; তেতিয়া তেওঁ পৰমাত্মাৰ কৃপাভিক্ষাৰী হৈ তেওঁৰ সেৱাত নিজক নিযুক্ত কৰে, নিজৰ সৰ্বকৰ্ম তেওঁতে সমৰ্পণ কৰে । তাৰ ফলত সেই জীৱই পৰম কাৰুণিক পৰমাত্মা পুৰুষৰ কৃপাৰ পাত্ৰ হৈ অমৃত-স্বৰূপ হয় — চিৰকাললৈ জন্ম-মৃত্যুৰূপ সংসাৰ-চকৰিৰপৰা মুক্ত হৈ যায় — নিত্যধামপ্ৰাপ্ত হ পৰমশান্তি লাভ কৰে (গীতা ১৮।৬১-৬২) ॥৬॥

উদ্গীতমেতৎ পৰমং তু ব্ৰহ্ম, তস্মিংস্ত্ৰয়ং সুপ্ৰতিষ্ঠাক্ষৰঞ্চ অত্ৰান্তৰং ব্ৰহ্মবিদো বিদিত্বা, লীনা ব্ৰহ্মণি তৎপৰা য়োনি-মুক্তাঃ ॥৭॥

এতৎ (এই) উদ্গীতম্ (বেদবৰ্ণিত) পৰমম্ (সৰ্বশ্ৰেষ্ঠ) ব্ৰহ্ম তু (ব্ৰহ্মই হে) সুপ্ৰতিষ্ঠা (উৎকৃষ্ট আশ্ৰয়), চ (আৰু) অক্ষৰম্ (অ ব ক্ষয়) ; তস্মিন্ (তেওঁত) ত্ৰয়ম্ (তিনিওলোক অৱস্থিত) । ব্ৰহ্মবিদঃ (বেদ ৰহস্য জনা মহাপুৰুষে) অত্ৰ (ইয়াত হৃদয়তে) অন্তৰম (অন্তৰ্যামী

ব্ৰহ্মক) বিদিত্বা (জানি) তৎপৰাঃ (তৎপৰ হৈ) ব্ৰহ্মণি লীনাঃ (সেই ব্ৰহ্মতে লীন হৈ) যোনিমুক্তাঃ (জন্ম মৃত্যুৰ পৰা মুক্ত হৈ যায়) ।৭।

যাৰ মহিমা প্ৰপঞ্চাতীতৰূপে বেদ-বেদান্তত ধ্বনিত হৈছে, যি সমগ্ৰ ব্ৰহ্মাণ্ডৰ সৰ্বোৎকৃষ্ট আশ্ৰয়, যি নিত্য নিৰ্বিকাৰ পৰব্ৰহ্ম পুৰুষোত্তমত তিনিওলোক অৰ্থাৎ সমস্ত স্থাৱৰ-জঙ্গম জগৎ অৱস্থান কৰে (অথবা ভোক্তা, ভোগ্য আৰু নিয়ন্তা এই তিনিৰূপে যি স্বয়ং ব্যৱস্থিত), সেই পৰমপুৰুষক বেদৰহস্য জানি দিব্যদৃষ্টি লাভকৰা মহাপুৰুষ-সকলে সমস্তৰে অন্তৰ্যামীৰূপে অন্তৰত থাকি প্ৰেৰণা যোগোৱা বুলি জানি তৎপৰায়ণ হৈ যায় অৰ্থাৎ সৰ্বতোভাৱে তেওঁৰ শৰণাপন্ন হৈ তেওঁতে লীন হৈ যায় আৰু চিৰদিনৰ কাৰণে জন্ম-মৰণৰূপ যোনি-যন্ত্ৰণাৰ পৰা মুক্ত হৈ পৰে। [ভাৱ এই যে, সেই সকল মহাপুৰুষৰ চানেকিৰে সংসাৰযন্ত্ৰণাৰ পাৰ পাবলৈ পৰমাত্মাপুৰুষৰ সাক্ষাৎকাৰ লভি জীৱন সাৰ্থক কৰিবলৈ কায়-বাক্যমনে আমিও সেই ভগৱন্ত পুৰুষোত্তমৰ শৰণাপন্ন হোৱা আৱশ্যক] ।৭॥

সংযুক্তমেতৎ ক্ষৰমক্ষৰং চ ব্যক্তাব্যক্তং ভৰতে
বিশ্বমীশঃ। অনীশশ্চাত্মা বধ্যতে ভোক্তৃভাবাজ্
জ্ঞাত্বাদেবং মুচ্যতে সৰ্বপাশৈঃ ॥৮॥

ক্ষৰম্ (বিনাশী জড়বৰ্গ) চ অক্ষৰম (আৰু অবিনাশী জীৱাত্মা) সংযুক্তম্ (দুয়োৰে সংযোগত হোৱা) ব্যক্ত অব্যক্তম্ (কাৰ্য আৰু কাৰণস্বৰূপ) এতৎ বিশ্বম (এই বিশ্বক) ঈশ. (ঈশ্বৰেই) ভৰতে (ধাৰণ

-পোষণ কৰে), 5 (তথা) আত্মা (জীৱ ত্ম) ভোক্তৃ-ভাৱাৎ (বিষয় ভোগী হোৱা কাৰণে) অনীশঃ (অসমৰ্থ হৈ) বধ্যতে (সংসাৰ মায়াত বান্ধ খায়), দেৱম্ (পৰমদেৱক) জ্ঞাত্বা (জানি) সৰ্বপাশৈঃ (সকলো বন্ধনৰ পৰা) মুচ্যতে (মুক্ত হয়) ॥৮॥

ভগৱন্তৰ অপৰা প্ৰকৃতি নামে কথিত বিনাশী জড়বৰ্গ তথা পৰা প্ৰকৃতিৰূপ জীৱসমুদায় এই দুই ক্ষৰ আৰু অক্ষৰৰ সংযোগত ৰচিত স্থূল আৰু সূক্ষ্ম (কাৰ্য আৰু কাৰণ) ৰূপ এই সমস্ত জগৎ পৰমপুৰুষ পুৰুষোত্তমেই ধাৰণ-পোষণ কৰে (গীতা ৭।৪-৫)। অৰ্থাৎ সেই পৰমেশ্বৰেই সমস্তৰে যথাযোগ্য সঞ্চালক, প্ৰেৰক আৰু নিয়ামক। কিন্তু জীৱাত্মা জাগতিক বিষয়বোৰৰ ভোগাসক্ত হৈ প্ৰকৃতিৰ অধীন হয় আৰু তাৰ মোহজালত বান্ধ খাই পৰমেশ্বৰলৈ পাহৰি যায়। যদি কেতিয়াবা পৰমবান্ধৱ ভগৱন্তৰ অহৈতুকী কৃপাৰ গুণত সাধুসঙ্গ লাভ কৰি তেওঁক জানিবলৈ উৎকট আগ্ৰহ হয়, আৰু তাৰ কাৰণে যৎপৰোনাস্তি যত্নশীল হয়, তেতিয়া তেওঁৰ কৃপাত পৰমদেৱ পৰমপুৰুষৰ স্বৰূপ জানিব পাৰি সকলো প্ৰাকৃতিক বন্ধনৰপৰা মুক্ত হৈ যায়। ।৮॥

**জ্ঞাজ্ঞৌ দ্বাৱজাবীশনীশাৱজা হ্যেকা ভোক্তৃভোগ্যাৰ্থযুক্তা। অনন্তশ্চাত্মা বিশ্বৰূপো হ্যকৰ্তা, ত্ৰয়ং যদা বিন্দতে ব্ৰহ্মমেতৎ ॥৯॥**

জ্ঞ অজ্ঞৌ (সৰ্বজ্ঞ আৰু অল্পজ্ঞ), ঈশনীশৌ (সৰ্বসমৰ্থ আৰু অসমৰ্থ) দ্বৌঅজৌ (এই দুয়ো অজন্মা) ; হি (ইয়াৰ বাহিৰে) ভোক্তৃ ভোগ্যাৰ্থযুক্তা (ভোক্তা জীৱৰ কাৰণে যোগ্য ভোগ্য সামগ্ৰী সমন্বিতা) অজা (অনাদি প্ৰকৃতি), একা (এক তৃতীয়শক্তি 'বিদ্যমান')। হি (যিহেতু 'এই তিনিৰ ভিতৰত বিলক্ষণ') আত্মা (পৰমাত্মা) অনন্তঃ (অন্তহীন) বিশ্বৰূপঃ (সৰ্বৰূপ) চ (আৰু) অকৰ্তা (কৰ্তৃত্বাভিমান-শূন্য) । যদা (যেতিয়া কোনো জ্ঞানীজনে) এতৎ ত্ৰয়ম্ (ঈশ্বৰ, জীৱ আৰু প্ৰকৃতি এই তিনিক) ব্ৰহ্মম্ বিন্দতে (ব্ৰহ্মৰূপত উপলব্ধি কৰে), [তেওঁ সৰ্বপ্ৰকাৰ বন্ধনৰপৰা মুক্ত হয় ] ।৯।।

ঈশ্বৰ সৰ্বজ্ঞ আৰু সৰ্বশক্তিমন্ত, জীৱ অল্পজ্ঞ আৰু অল্পশক্তিশীলা , এই দুয়ো অজন্মা। ইয়াৰ বাহিৰে এক তৃতীয়া শক্তিও অজন্মা-যাক প্ৰকৃতিয়ে প্ৰকৃতি বোলা হয় । ভোক্তা জীৱৰ কাৰণে যথোপযুক্ত ভোগ্যসামগ্ৰীৰ যোগান ধৰে। যদিও এই তিনিও অজন্মা অনাদি, তথাপি শেষ দুই তত্ত্বতকৈ ঈশ্বৰ বেলেগ (গীতা ১৫।১৬-১৭) ; কিয়নো সৰ্বাত্মা ঈশ্বৰ অনন্ত তেওঁৰ অন্ত ক'ত, তাৰ নিৰ্ণয় নাই, সমস্ত বিশ্বই তেওঁৰ ৰূপ —বিৰাটপুৰুষ। তেওঁ অকৰ্তা — বিশ্বৰ সৃষ্টি, স্থিতি, লয়ৰ কৰ্তা হৈয়ো তেওঁৰ কৰ্তৃত্বাভিমান নাই (গীতা ৪।১৩-১৪)। যেতিয়া কোনো জ্ঞানীজনে এই তিনিৰ-ঈশ্বৰ জীৱ আৰু প্ৰকৃতিৰ একত্ব, অৰ্থাৎ পৰম ঈশ্বৰ পৰব্ৰহ্মৰ বাহিৰে জীৱ আৰু ব্ৰহ্মপ্ৰকৃতিৰ কোনো বেলেগ অস্তিত্ব নাই—সমস্তই ব্ৰহ্মৰূপ বুলি উপলব্ধি কৰে, তেতিয়া তেওঁ বন্ধনৰপৰা সকলো মুক্ত হয় ।।৯।।

ক্ষৰং প্ৰধানমমৃতাক্ষৰং হৰঃ , ক্ষৰাত্মানাৱীশতে দেৱ একঃ। তস্যাভিধ্যানাদ্ যোজনাৎ তত্ত্বভাৱাদ্ ভূয়শ্চান্তে বিশ্বমায়ানিবৃত্তিঃ ॥ ১০ ॥

প্ৰধানম্ (প্ৰকৃতি) ক্ষৰম্ (বিনাশী) হৰঃ (তাৰ ভোগী জীৱাত্মা) অমৃত-অক্ষৰম (অমৰ-অবিনাশী)। ক্ষৰ-আত্মানৌ (বিনাশী জড়া প্ৰকৃতি আৰু চেতন জীৱ — এই দুয়োকে) একঃ দেৱঃ (এক ঈশ্বৰে) ঈশতে (তেওঁৰ শাসনত ৰাখে)। তস্য (তেওঁৰ) অভিধ্যানাৎ (নিৰন্তৰ ধ্যানৰ ফলত), যোজনাৎ (নিজ আত্মাক পৰমাত্মাৰ সৈতে সংযোগ ঘটালে) চ (তথ) তত্ত্বভাৱাৎ (তন্ময়তা হৈ গ'লে) অন্তে (শেষত) ভূয়ঃ (আকৌ) বিশ্বমায়ানিবৃত্তিঃ (সাংসাৰিক মায়াৰ নিবৃত্তি হয়) ॥১০॥

প্ৰকৃতি ক্ষৰ বিনাশশীল আৰু তাক ভোগ কৰোতা জীৱ অবিনাশী আৰু অবিক্ৰিয় (গীতা ১৫।১৬)' এই ক্ষৰ আৰু অক্ষৰ অৰ্থাৎ জড়প্ৰকৃতি আৰু চেতন জীৱ— এই দুয়োকে এক পৰম দেৱ পুৰুষোত্তমে নিজৰ নিয়ন্ত্ৰণত ৰাখে (গীতা ১৫।১৭)। প্ৰাকৃতিক ধন-সম্পদ তেওঁৰ অধীন বাবে আৰু তেওঁক পালে সেইবোৰ অনায়াসলভ্য বাবে সেই পৰমপুৰুষেই তত্ত্বতঃ জ্ঞাতব্য আৰু জীৱৰ একমাত্ৰ আশ্ৰয়ণীয় — এইকথা বুজি নিত্য-নিৰন্তৰ তেওঁৰ ধ্যান কৰিলে আৰু জীৱাত্মাক পৰমাত্মাৰ সৈতে সংযোগ ঘটাই তন্ময় হৈ গলে অন্তত প্ৰাৰব্ধ নাশ হৈ যোৱাৰ ফলত সেই পুৰুষৰ পৰমপুৰুষ প্ৰাপ্য হয়, আকৌ তেওঁক সাংসাৰিক মায়াই

আৰব্ধ কৰিব নোৱাৰে। তেওঁ সম্পূর্ণভাৱে মায়ামুক্ত হয়; অর্থাৎ জাগতিক মায়াময়ী প্ৰকৃতিৰ সৈতে তেওঁৰ সম্বন্ধ সর্ব-প্ৰকাৰেই নোহোৱা হয় ॥১০।

জ্ঞাত্বা দেৱং সর্ব পাশাপহানিঃ ক্ষীণৈঃ ক্লেশৈর্জন্মমৃত্যু প্ৰহাণিঃ। তস্যাভিধ্যানাৎ তৃতীয়ংদেহভেদে, বিশ্বৈশ্বর্যং কেৱল আপ্তকামঃ ॥১১॥

দেৱম (স্বয়ংপ্ৰকাশ পৰমদেৱক) জ্ঞাত্বা (জানিলে) সর্বপাশ-অপহানিঃ (সমস্ত বান্ধোনৰ অপমৃত্যু ঘটে), ক্লেশৈঃ ক্ষীণৈঃ (ক্লেশবোৰ ক্ষীণ হৈ যোৱা কাৰণে) জন্মমৃত্যুপ্ৰহানিঃ (জন্মমৃত্যুৰ অভাৱ হৈ যায়); তস্য (সেই পৰমেশ্বৰ) অভিধ্যানাৎ (একাগ্ৰ ধ্যানৰ ফলত) দেহভেদে (দেহ-পাত হলে, তৃতীয়ম (বন্ধননাশ আৰু জন্ম-মৃত্যুৰ অভাৱ অপেক্ষাই তৃতীয়) বিশ্ব-ঐশ্বৰ্যম (সমস্ত ঐশ্বর্যৰূপ ভগৱন্তক লাভ কাৰ) কেৱলঃ (ঐশ্বর্যাতীত হৈ) আপ্তকামঃ (পূর্ণকাম হৈ পৰে—তেওঁ সমস্ত কামনাৰ অৱসান ঘটে) ॥১১।

স্বপ্ৰকাশ সেই পৰমদেৱ পুৰুষোত্তমৰ স্বৰূপ যথার্থতে জানিব পাৰিলে সমস্ত সাংসাৰিক বান্ধ সমূলে নষ্ট হৈ যায়, কিয়নো তেতিয়া অবিদ্যা, অস্মিতা ( অহংকাৰ ) ৰাগ, দ্বেষ, অভিনিৱেশ ( মৃত্যুভয় ) এই পাঁচ ক্লেশ নাশ হৈ যোৱা কাৰণে চিৰকাললৈ জন্ম মৃত্যুৰ অভাৱ ঘটে। বন্ধনৰ কাৰণ বোৰ উচ্ছেদ হৈ যোৱাৰ বাবে সেইজন আৰু সংসাৰ-বান্ধোনত বান্ধ খাবলগা নহয়। সেই পৰমে-শ্বৰক একাগ্ৰচিত্তেৰে চিন্তা কৰাৰ ফলত তেওঁৰ এই দেহৰ

পতন হলে পূর্বোক্ত বন্ধনমুক্তি আৰু জন্ম-মৃত্যু হানি—এই দুই অপেক্ষাই তৃতীয়—সমস্ত ঐশ্বর্যস্বৰূপ পূৰ্ণব্ৰহ্ম ভগৱন্তক লাভ কৰি কেৱল হয়, অৰ্থাৎ সেই মহাপুৰুষ সমস্ত ঐশ্বর্যৰ অতীত হৈ পূৰ্ণকাম হৈ যায়—জাগতিক ভোগৰ বাসনা সমূলকে উৎখাত হয়। ( সোণৰ খনি পালে ৰূপ, তাম আদিৰ খনি বিচাৰি হাবাথুৰি খোৱাৰ প্ৰয়োজন ক'ত ? )॥১১॥

এতজ্জ্ঞেয়ং নিত্যমেবাত্মসংস্থং, নাতঃ পৰং বেদিতব্যং হি কিঞ্চিৎ। ভোক্তা ভোগ্যং প্ৰেৰিতাৰং চ মত্বা,

সৰ্বং প্ৰোক্তং ত্ৰিবিধং ব্ৰহ্মমেতৎ ॥১২॥

এতৎ (এই ব্ৰহ্মক) আত্মসংস্থম এৱ (নিজৰ আত্মাস্বৰূপেই) নিত্যম সৰ্বদা) জ্ঞেয়ম (জনা আৱশ্যক), অতঃ পৰম (ইয়াৰ বাহিৰে) বেদিতব্যম (জানিবলগীয়া) কিঞ্চিৎ (আন একো নাই)। ভোক্তা (ভোগী জীৱাত্মা) ভোগ্যম্ (ভোগ্য জড়জগৎ) চ (আৰু প্ৰেৰিতাৰম (প্ৰেৰক পৰমেশ্বৰক) মত্বা (জানি) সৰ্বম (সকলোকে জনা হয়) এতৎ ত্ৰিবিধম (এই তিনিপ্ৰকাৰ ভেদযুক্তৰূপে) ব্ৰহ্মম প্ৰোক্তম (ব্ৰহ্মবাদীসকলৰ দ্বাৰা ব্ৰহ্মকথিত হয়)। ॥১২॥

এই পৰমপুৰুষ পৰব্ৰহ্মক নিজৰ ভিতৰতে অন্তৰ্যামী আত্মাৰূপে সদা-সৰ্বদা বিৰাজমান আছে বুলি জনা আৱশ্যক। বাহিৰত বিচৰাৰ প্ৰয়োজন নাই সদায় তেওঁক জনাৰ চেষ্টাতে থাকিব লাগে। কাৰণ, তেওঁৰ বাহিৰে জানিব-লগীয়া আন একোৱেই নাই। সেই একক জানিলেই সৰ্বা

জনা হৈ যায়, তেৱেঁই সমস্তৰে কাৰণ আৰু পৰম আধাৰ। ভোক্তা জীৱ, ভোগ্য জগৎ আৰু এই উভয়ৰে নিয়ামক পৰমপুৰুষক জানিলেই সমস্তকে জনা হৈ যায় — আৰু একো জানিবলৈ বাকী নাথাকে। ব্ৰহ্মবাদী ঋষিসকলে এক ব্ৰহ্মই উক্ত তিনিপ্ৰকাৰ ভেদযুক্ত বুলি কয়। অৰ্থাৎ চেতন জীৱ, জড়প্ৰকৃতি আৰু এই দুয়োৰে নিয়ন্তা পৰমেশ্বৰ — এই তিনিও সেই এক সৰ্বাত্মা পূৰ্ণব্ৰহ্ম ভগৱন্ত ॥১২॥

বহ্নের্যথা যোনিগতস্য মূৰ্তিৰ্ন দৃশ্যতে নৈব চ লিঙ্গনাশঃ। স ভূয় এবেন্ধনযোনিগৃহ্যস্তদ্বোভয়ং বৈ প্ৰণৱেন দেহে ॥১৩॥

যথা (যেনেকৈ) যোনিগতস্য (কাৰণৰূপ কাঠত থকা) বহ্নেঃ (অগ্নিৰ) মূৰ্তিঃ (ৰূপ) ন দৃশ্যতে (দেখা নাযায়), চ (অথচ) লিঙ্গনাশঃ (সত্তাৰ নাশ) ন এব (অৱশ্যেই নহয়)-সঃ (সেই অগ্নিক) ভূয়ঃ এব (চেষ্টা কৰিলেই আকৌ) ইন্ধনযোনিগৃহ্যঃ (কাঠৰূপ নিজ কাৰণৰপৰা গ্ৰহণ কৰিব পাৰি), বা (সেইদৰে) তৎ উভয়ম্ (সেই দুই জীৱ আৰু ঈশ্বৰক) দেহে বৈ (দেহতেই) প্ৰণৱেন (ওঙ্কাৰৰ দ্বাৰা গ্ৰহণ—অনুভৱ কৰিব পাৰি) ॥১৩॥

কাঠত জুই থাকে কিন্তু তাক দেখা নাযায়, অথচ সেই কাৰণতে কাঠত জুই নথকা বুলি কব নোৱাৰি; কিয়নো কাঠত জুই থকা মানিয়েই চেষ্টা কৰি কাঠ মথা হয় আৰু তেতিয়া স্বকাৰণ কাঠৰপৰা জুই বাহিৰ হয় (পুৰণিকালত

কাঠৰ পৰা জুই বাহিৰ কৰিবলৈ দুটুকুৰা কাঠ মথিব লাগিছিল, তলৰ টুকুৰাক ‘ অধৰাৰণি’ আৰু ওপৰৰ টুকুৰাক ‘উত্তৰাৰণি’ বোলে। দুই টুকুৰা কাঠ ঘৰ্ষণ যোগ্যৰূপে তৈয়াৰ কৰি মথি মথি থাকোঁতে তাৰপৰা জুই ওলায় আৰু সেই জুইৰ দ্বাৰায়েই হোম আদি যাৱতীয় কাৰ্য চলায়। আজিকালিও যজ্ঞাদিত এইদৰে ‘ অৰণি-মন্থন’ কৰি জুই বাহিৰ কৰি সেই জুইৰে যজ্ঞৰ হোম কৰা আমি দেখা পাওঁ। জুই-শলাৰ ব্যৱহাৰ নৌ হওঁতে আমাৰ দেশত ইয়াক ‘টিভিৰি-মাৰ’ জুই উলিওৱা বুলিছিল। ) সেইদৰে জীৱাত্মা আৰু পৰমাত্মা হৃদয়গুহাৰূপ নিজা ঠাইত সংগোপনে থকাবাবে প্ৰত্যক্ষ নহয়; কিন্তু ওঙ্কাৰ-( বা তদনুৰূপ নাম )- জপাদি সাধনাৰ দ্বাৰা এই শৰীৰতে তেওঁৰ সাক্ষাৎকাৰ পাব পাৰি—ইয়াত কোনো সন্দেহ নাই। ॥১৩॥

স্বদেহমৰণিং কৃত্বা প্ৰণৱং চোত্তৰাৰণিম্ ।
ধ্যাননিৰ্মথনাভ্যাসাদ্ দেৱং পশ্যেন্নিগূঢ়ৱৎ ॥১৪॥

স্বদেহম্ ( নিজৰ দেহক) অৰণিম্ ( অধৰাৰণি— তলৰ কাঠটুকুৰা) চ ( আৰু) প্ৰণৱম্ (ওঙ্কাৰক) উত্তৰাৰণিম্ (ওপৰৰ কাঠটুকুৰা ) কৃত্বা (কৰি) ধ্যাননিৰ্মথন অভ্যাসাৎ (পুনঃ পুনঃ চিন্তাৰূপ মন্থন কৰোঁতে কৰোঁতে ) নিগূঢ়ৱৎ ( কাঠত লুকাইথকা অগ্নিৰদৰে ) দেৱম্ ( স্বপ্ৰকাশ পৰম দেৱতাক ) পশ্যেৎ ( দেখা পায় ) ॥১৪॥

[অৰনি-মন্থন কৰি অগ্নিক প্ৰত্যক্ষ কৰাৰ দৰে পৰম-

পুৰুষৰ দৰ্শন পাবলৈ কৰা অৰণি-মন্থন কেনেকুৱা—এই আকাজ্ক্ষাত কোৱা হৈছে ] —দেহৰ অভ্যন্তৰত থকা পৰমাত্মাক সাক্ষাৎ কৰিবলৈ নিজক অধৰাৰণি - তলৰ টুকুৰা কাঠ আৰু প্ৰণৱক ( ভগৱানৰ নামক ) উত্তৰাৰণি —ওপৰৰ টুকুৰা কাঠ কৰিব লাগিব, অৰ্থাৎ নিজদেহক অধৰাৰণিৰ দৰে সমানভাবে (সৰ্বত্ৰসমদৰ্শী হৈ, ) নিশ্চল ইন্দ্ৰিয়ৰ চাঞ্চল্য নোহোৱা, সংযমী ) অৱস্থাত ৰাখি ঘৰ্ষণকাৰী ওপৰৰ কাঠটুকুৰাৰ উত্তৰাৰণিৰ দৰে প্ৰণৱৰ ( অথবা ভগবানৰ নামৰ) মুখেৰে জপ আৰু মনেৰে তাৰ অৰ্থৰূপে পৰমাত্মাৰ নিৰন্তৰ চিন্তাৰূপ ঘৰ্ষণ আৱশ্যক। এইদৰে পৰমাত্ম চিন্তাৰূপ মন্থনৰ অভ্যাস হলে অৰণিত (কাঠত) গুপ্তভাবে থকা জুই ওলাই পৰাৰদৰে নিজৰ অন্তৰত গুপ্তভাবে থকা পৰমাত্মা পুৰুষৰ সাক্ষাৎ পোৱা যায় ॥১৪॥

তিলেষু তৈলং দধনীৱ সৰ্পি, ৰাপঃ স্ৰোতঃস্বৰণীষু চাগ্নিঃ । এৱমাত্মাত্মনি গৃহ্যতেঽসৌ, সত্যেনৈনং তপসা য়োঽনুপশ্যতি । ॥১৫॥

তিলেষু তৈলম্ ইৱ ( তিলত তেল থকাৰ দৰে ) দধনি সৰ্পিঃ ( দৈত—ঘিউ থকাৰ দৰে ) স্ৰোতঃসু আপঃ (সোঁতত পানী থকাৰ দৰে) চ ( আৰু ) অৰণীষু অগ্নিঃ ( কাঠত জুই থকাৰ দৰে ) এৱম্ ( এনেকৈ ) আত্মনি ( নিজ অন্তৰাত্মাত ) অসৌ আত্মা ( সেই পৰমাত্মা ) ( গুপ্ত হৈ থকে )। যঃ ( যিজনে ) সত্যেন ( সত্যৰ দ্বাৰা ) তপসা ( আৰু

স যম সাধনাৰ দ্বাৰ ) এনম্ (এই পৰমাত্মাক) অনুপশ্যতি ( নিৰন্তৰ চিন্তা কৰে), ( তেওঁৰ দ্বাৰা ) গৃহ্যতে ( গ্ৰহণ যোগ্যহয় ।১৫।

যেনেকৈ তিলৰ ভিতৰত তেল, দৈৰ ভিতৰত ঘিউ, নৈৰসোঁতৰ ভিতৰত পানী তথা অৰণিকাঠৰ ভিতৰত জুই লুকাই থাকে সেইদৰে আমাৰ অভ্যন্তৰত হৃদয়গুহাত পৰমাত্মা গুপ্তভাবে থাকে । যেনেকৈ তিল আদিৰ স্বকীয় স্থানত লুকাই থকা তেল আদিক যথাবিহিত উপায়েৰে বাহিৰ কৰিলে সেই সেই বস্তুৰ উপলব্ধি হয়, সেইদৰে যি কোনো লোকে সদাচাৰ, সত্যপালন আৰু ইন্দ্ৰিয়সংযমৰূপ তপস্যাৰ দ্বাৰা অনন্যচিত্তে নিৰন্তৰ পৰমাত্মাৰ ধ্যান কৰে, তেওঁৰ দ্বাৰা সেই পৰমাত্মাৰ উপলব্ধি সম্ভৱ হব পাৰে ॥১৫॥

সৰ্বব্যাপিনমাত্মানং ক্ষীৰে সৰ্পিৰিবাৰ্পিতম্ ।
আত্মবিদ্যাতপোমূলং তদ্ ব্ৰহ্মোপনিষৎ পৰম্ ।
তদ্ ব্ৰহ্মোপনিষৎ পৰম্ ॥১৬॥

ক্ষীৰে ( গাখীৰত ) অৰ্পিতম্ ( অৱস্থিত ) সৰ্পিঃ ইৱ (ঘিউৰদৰে) সৰ্বব্যাপিনম্ ( সৰ্বত্ৰ পৰিব্যাপ্ত) আত্মবিদ্যাতপোমূলম্ ( আধ্যাত্মবিদ্যা আৰু তপস্যাৰ দ্বাৰা লভ্য ) আত্মানম্ ( পৰমাত্মাক ) ( সাক্ষাৎকাৰ কৰিব পাৰি )। তৎ ( সেয়ে ) উপনিষৎ ( উপনিষৎ প্ৰতিপাদ্য ) পৰম্ ব্ৰহ্ম ( পৰমতত্ত্ব ব্ৰহ্ম )। তৎ উপনিষৎ পৰম্ ব্ৰহ্ম ( দ্বিৰুক্তি অধ্যায়ৰ সমাপ্তিসূচক ) ॥১৬।

গাখীৰৰ সৰ্বত্ৰয়ম্ ব্যাপি যেনেকৈ ঘিউ থাকে

সেই পৰমাত্মা পৰমপুৰুষ যো যেনেকৈ জাগতিক যাৱতীয় পদাৰ্থতে পৰিব্যাপ্ত হৈ আছে। বিশ্বই তেওঁৰ ৰূপ। সেই পুৰুষোত্তম ভগৱন্তক সাক্ষাৎকাৰ পাবলৈ সাধনা লাগে— সেই সাধনাৰ মূল হ'ল — আত্মবিদ্যাৰ অনুশীলন আৰু তাৰ কাৰণে মন আৰু ইন্দ্ৰিয়সমূহ তেওঁৰ চিন্তাত একাগ্ৰভাবে নিযুক্ত ৰখাৰূপ তপস্যা। এনে একাগ্ৰ হলে পৰম পুৰুষাৰ্থ উপনিষদ্ বৰ্ণিত — পৰম তত্ত্ব পৰব্ৰহ্ম পুৰুষোত্তম প্ৰাপ্তি হয়; তেওঁৰ প্ৰাপ্তি ঘটিলেই মনুষ্য জন্মধৰা সাৰ্থক হয়— সংসাৰভয় চিৰদিনৰ কাৰণে অন্তৰ্হিত হয়। ১৬।।

।। প্ৰথম অধ্যায় সমাপ্ত। ১।।

o—— o

## দ্বিতীয় অধ্যায়

যুঞ্জানঃ প্ৰথমং মনস্তত্ত্বায় সবিতা ধিয়ঃ।
অগ্নেৰ্জ্যোতিৰ্নিচায্য পৃথিব্যা অধ্যাভৰত।। ১।।

সবিতা (সৰ্বপ্ৰাণীৰ জন্মদাতাই) প্ৰথমম্ (প্ৰথমতে) মনঃ (আমাৰ মনক) ধিয়ঃ (বুদ্ধিবৃত্তিক) তত্ত্বায় (তত্ত্বজ্ঞানপ্ৰাপ্তিৰ নিমিত্তে) যুঞ্জানঃ (সংযোজিত কৰি) অগ্নেঃ (অগ্নি আদি ইন্দ্ৰি-

ধাৰিষ্ঠাতৃ দেৱবৃন্দৰ) জ্যোতিঃ (প্ৰকাশনৰ সামৰ্থ্য) নিচায্য (লক্ষ্য কৰি) পৃথিব্যাঃ অধি (পাৰ্থিৱ পদাৰ্থবোৰৰ ওপৰত) আভৰত (স্থাপিত কৰক)।

[প্ৰথম অধ্যায়ত পৰমাত্মা পৰমপুৰুষৰ সাক্ষাৎকাৰ প্ৰাপ্তিৰ কাৰণে প্ৰধান উপায় ধ্যান বুলি বুজালে। সেই ধ্যানৰ প্ৰক্ৰিয়া বুজাবলৈ দ্বিতীয় অধ্যায় আৰম্ভ কৰি প্ৰথম পাঁচমন্ত্ৰেৰে ধ্যানৰ সিদ্ধিৰ কাৰণে ভগৱন্তক প্ৰাৰ্থনা জনোৱা হৈছে—] সমস্ত প্ৰাণীৰে জন্মদাতা পৰমাত্মা পুৰুষে প্ৰথমেই আমাৰ মন আৰু বুদ্ধি বৃত্তিবোৰক তত্ত্বজ্ঞান লাভৰ কাৰণে নিজ দিব্য স্বৰূপত সংযোজিত কৰক আৰু আমাৰ ইন্দ্ৰিয়বোৰত অধিষ্ঠিত অগ্নি আদি দেৱবৃন্দক যাৰ যি বিষয় প্ৰকাশ কৰাৰ সামৰ্থ্য আছে তাক লক্ষ্য ৰাখি পাৰ্থিৱ বিষয়বোৰৰ পৰা প্ৰত্যাহৃত কৰক — যাতে আমাৰ ইন্দ্ৰিয়বোৰৰ প্ৰকাশিকা শক্তি বাহ্য-বিষয়বোৰৰ পৰা আকৰ্ষিত হৈ মন আৰু বুদ্ধিৰ স্থিৰতা সম্পাদনত সহায়ক হয়।।১।।

যুক্তেন মনসা বয়ং দেৱস্য সবিতুঃ সৱে। সুৱৰ্গেয়ায় শক্ত্যা ।।২।।

বয়ম্ (আমি) সবিতুঃ দেৱস্য (সৰ্বপ্ৰাণীৰ জন্মদাতা পৰম দেৱতা পৰমেশ্বৰৰ) সৱে (আৰাধনা যজ্ঞত) যুক্তেন মনসা (সংলগ্ন অন্তঃ কৰণেৰে) সুৱৰ্গেয়ায় (সুখস্বৰূপ পৰমাত্মাপ্ৰাপ্তিৰ নিমিত্তে) শক্ত্যা (পূৰ্ণশক্তিৰে) [প্ৰযত্নশীল হব পাৰো।২।

সমস্ত প্ৰাণীৰ জন্মদাতা সৰ্বাত্মা সৰ্বময়পুৰুষৰ আৰাধানা

ৰূপ যজ্ঞকাৰ্যত আমি মন সংযোগ নিত্যসুখস্বৰূপ পৰমেশ্বৰক লাভ কৰিবলৈ পূৰ্ণশক্তিৰে যাতে চেষ্টা চলাই থাকিব পাৰোঁ। অৰ্থাৎ আমাৰ মন যেন নিৰন্তৰ ভগৱৎসেৱাত লাগি থাকে, আমাৰ সকলো কৃতকৰ্মত কতৃত্বাভিমান নাৰাখি—তেওঁৰ নিযুক্তিত তেওঁৰ আদেশ-পালন কৰিহে কৰা হৈছে এনে ভাৱেৰে তওঁক নিৰন্তৰ মনত ৰাখি চিৰসুখময় পৰমপুৰুষক লাভ কৰাৰ নিমিত্তে আমি যেন আমাৰ সকলো শক্তি নিয়োগ কৰিব পাৰোঁ ॥২॥

যুক্ত্বায় মনসা দেৱান্ সুৱৰ্যতো ধিয়া দিৱম্ ।
বৃহজ্জ্যোতিঃ কৰিষ্যতঃ সৱিতা প্ৰসুৱাতি তান্ ॥৩॥

সুৱঃ ( সুখময় ব্ৰহ্মধামলৈ) যতঃ ( বিচৰণকাৰী). দিৱম্ (প্ৰকাশ স্বৰূপ) বৃহৎ জ্যোতিঃ (মহান্ ব্ৰহ্মজ্যোতিক ) কৰিষ্যতঃ (প্ৰকাশকাৰী) তান্ দেৱান্ ( সেইসকল দেৱতাধিষ্ঠ ইন্দ্ৰিয়বৰ্গক ) মনসা ধিয়া ( আমাৰ মন আৰু বুদ্ধিৰ সৈতে ) যুক্ত্বায় (সংযোজিত কৰিবলৈ ) সৱিতা (জগৎ স্ৰষ্টা পৰমেশ্বৰে ) প্ৰসুৱাতি ( প্ৰেৰণ কৰক )। ৩।

ইন্দ্ৰিয়সমূহ বস্তুৰ প্ৰকাশক, প্ৰত্যেক ইন্দ্ৰিয়ৰ একোজন অধিষ্ঠাতা দেৱতা আছে ; সেই অধিষ্ঠাতৃ দেৱতাৰ যোগেদি ইন্দ্ৰিয়ই বিষয়-বস্তু প্ৰকাশ কৰে। সেইসকল দেৱতা (ইন্দ্ৰিয়) যথেষ্ট শক্তিশালী, তেওঁলোকে চিৰসুখময় ব্ৰহ্মধাম পৰ্যন্ত বিচৰণ কৰে তথা অখণ্ড জ্যোতিস্বৰূপ ( চৈতন্যৈকৰস) ব্ৰহ্মজ্যোতিকো উদ্ভাসিত কৰে। আমি বাঞ্ছা কৰোঁ - সৰ্বস্ৰষ্টা

পৰমপুৰুষে সেইসকল দেৱতাক ( আমাৰ ইন্দ্ৰিয় সমূহক আমাৰ মন আৰু বুদ্ধিৰ সৈতে সংযুক্ত হবলৈ প্ৰেৰণা দিয়ক। অৰ্থাৎ পৰমাৰ্থধ্যানত লাগি থকা আমাৰ মন আৰু বুদ্ধিৰ সৈতে সহযোগ কৰি ইন্দ্ৰিয়সমূহে যেন পৰমাৰ্থ বস্তুহে প্ৰকাশ কৰে ॥৩।

যুঞ্জতে মন উত যুঞ্জতে ধিয়ো, বিপ্ৰা বিপ্ৰস্য
বৃহতো বিপশ্চিতঃ। বি হোত্ৰা দধে বয়ুনাবিদেক,
ইন্মহী দেৱস্য সৱিতুঃ পৰিষ্টুতিঃ ॥৪॥

বিপ্ৰঃ (বেদজ্ঞসকলে) মন· (মনক) যুঞ্জতে ('যাত' সংযোগ কৰে), উত (আৰু) ধিয়ঃ (বুদ্ধিৰ বৃত্তিবোৰকো) যুঞ্জতে (সংযোগ কৰে) হোত্ৰাঃ (হোম আদি শুভকৰ্মবিলাক) বিদধে (যাৰ কাৰণে বিধান কৰা হৈছে,) বয়ুনাবিৎ (যি সৰ্বসাক্ষী, সৰ্বজ্ঞ'ন), একঃ (আৰু অদ্বিতীয়) বৃহতঃ (সেই সৰ্ববৃহৎ বিপ্ৰস্য (সৰ্বব্যাপক) বিপশ্চিতঃ (সৰ্বজ্ঞ) সৱিতুঃ (সৰ্বোৎপাদক) দেৱস্য (পৰমদেৱ ভগৱন্তৰ) ইৎ (নিশ্চয়েই) মহী (মহতী) পৰিষ্টুতিঃ (সৰ্বতোভাৱে স্তুতি কৰা আৱশ্যক) ॥৪॥

যি পৰম পুৰুষত বেদজ্ঞ বিপ্ৰসকলে নিজৰ মন লগাই দিয়ে, আৰু বুদ্ধিৰ বৃত্তিবোৰকো নিয়োগ কৰে, যাৰ প্ৰীতিৰ কাৰণে হোম-যজ্ঞ আদি কৰ্মকাণ্ডৰ বিধান কৰা হৈছে, যি সমস্ত জগতত ক'ত কি হৈছে, সকলো দেখি থাকে আৰু জানে সেই এক —অদ্বিতীয়, সৰ্ববৃহৎ বিশ্বব্যাপক, সৰ্বজ্ঞান, সমস্তৰে উৎপাদক আৰু সমস্তৰে প্ৰকাশক পৰমপুৰুষৰ সৰ্বতোভাৱেৰে স্তুতি কৰা নিশ্চয়েই আৱশ্যক। ।৪।

যুজে বাং ব্ৰহ্ম পূৰ্ব্যং নমোভিৰ্বি শ্লোক এতু পথ্যেৱ সূৰেঃ। শৃণ্বন্তু বিশ্বে অমৃতস্য পুত্ৰা আ যে ধামানি দিব্যা নি তস্থুঃ ॥৫॥

[হে মন আৰু বুদ্ধি] বাম ( তোমালোকৰ দ্বাৰা প্ৰকাশ্য পূৰ্ব্যম্ সনাতন)ব্ৰহ্ম [পৰমব্ৰহ্মক] নমোভিঃ(বাৰে বাৰে নমস্কাৰ কৰি) যুজে (তেওঁৰে সৈতে সংযুক্ত হব খুজিছো). শ্লোকঃ (মোৰ এই স্তুতি) সূৰেঃ (বিদ্বান পুৰুষৰ) পথ্যা ইৱ ( কীৰ্তিৰ নিচিনাকৈ )বি এতু- (সৰ্বত্ৰ বিস্তৃত হওক]। অমৃতস্য (অবিনাশী পৰমাত্মাৰ (বিশ্বে পুত্ৰাঃ) (সমস্ত সন্তান) যে (যি সকল) দিব্যানি ধামানি (দিব্য লোকসমূহত) আ তস্থুঃ (বাস কৰে) শৃণ্বন্তু (সেইসকলে শুনক) ।৫॥

হে মন আৰু হে বুদ্ধি ! তোমালোক দুয়োৰ দ্বাৰা প্ৰকাশ্য সকলোৰে আদি কাৰণ, পৰমব্ৰহ্ম পুৰুষোত্তমক বাৰম্বাৰ নমস্কাৰ কৰি মই শৰণাপন্ন হৈ তেওঁৰে সৈতে মিলিত হব খুজিছোঁ। মোৰ এই যি পুৰুষোত্তমৰ মহিমা কীৰ্ত্তন অৰ্থাৎ প্ৰাৰ্থনা, সি বিদ্বান্ পুৰুষৰ কীৰ্তিৰ নিচিনাকৈ সৰ্বত্ৰ বিস্তাৰিত হওক। সমস্ত অমৃতৰ সন্তানে যি সকল বিবিধ দিব্য লোকসমূহত নিবাস কৰে, সেইসকলেও মোৰ প্ৰাৰ্থনা শুনক ॥৫॥

অগ্নিৰ্যত্ৰাভিমথ্যতে বায়ুৰ্যত্ৰাধিৰুধ্যতে ।
সোমো যত্ৰাতিৰিচ্যতে তত্ৰ সংজায়তে মনঃ ॥৬॥

যত্ৰ(যি অৱস্থান) অগ্নিঃ (সৰ্বৰ দৰে অবিদ্যাদিৰ দাহক পৰমাত্মা

অগ্নিৰ্যত্ৰাভিমথ্যতে ওঙ্কাৰ জপৰদ্বাৰা মথিত হয় যত্ৰ (যেতিয়া) বায়ুঃ অধিৰুধ্যতে (প্ৰাণয়ামৰ দ্বাৰা প্ৰাণবায়ু নিৰোধ কৰা হয়), যত্ৰ (যেতিয়া) সোমঃ (মনৰ অধিষ্ঠাতা চন্দ্ৰদেৱ) অতিৰিচ্যতে (অধিকৰূপে প্ৰকাশিত হয়) তত্ৰ (সেই অৱস্থাত) মনঃ সংজায়তে (মন বিশুদ্ধ হৈ ব্ৰহ্মতৎপৰ হয়) ॥৬॥

[ব্ৰহ্মধাৰণাৰ উপযোগী মনৰ স্থিতি কেনেকুৱা, তাক বুজাইছে]-- যজ্ঞীয় অগ্নি প্ৰকট কৰিবলৈ অৰনি-মন্থন কৰাৰ দৰে অবিদ্যা আদিৰ দাহক অগ্নিৰূপ পৰমাত্মাৰ সাক্ষাৎ পাবলৈ (প্ৰথম অধ্যায়ৰ ১৩ আৰু ১৪ মন্ত্ৰত কোৱাদৰে) ওঙ্কাৰ আদি নামৰ জপ আৰু তাৰ অৰ্থৰূপ পৰমাত্মাপুৰুষৰ অবিৰাম চিন্তনৰূপ মন্থন ক্ৰিয়া যেতিয়া চলে, যেতিয়া প্ৰাণায়ামৰ দ্বাৰা প্ৰাণ-বায়ুক অবৰোধ-আয়ত্তাধীন কৰা হয় আৰু যেতিয়া অন্তঃকৰণৰ অধিষ্ঠাতা চন্দ্ৰদেৱ অধিক প্ৰকাশিত অৰ্থাৎ বিষয়-কামনা বিমুক্ত হৈ স্বচ্চ অন্তঃকৰণ হয়, তেতিয়া সেই অৱস্থাত মন বিশুদ্ধ হয় ব্ৰহ্ম ভাৱনাৰ উপযোগী হয় ॥৬॥

সবিত্ৰা প্ৰসৱেন জুষেত ব্ৰহ্ম পূৰ্ব্যম্ ।
তত্ৰ যোনিং কৃনৱসে ন হি তে পূৰ্ত্যমক্ষিপৎ ॥৭॥

সবিত্ৰা (জগতৰ জন্মদাতা পৰমাত্মাৰ দ্বাৰা) প্ৰসৱেন (প্ৰাপ্ত প্ৰেৰণাৰে) পূৰ্ব্যম্ (আদিকাৰণ) ব্ৰহ্ম (পৰমাত্মা পুৰুষোত্তমক) জুষেত (সেৱা — আৰাধনা কৰা আৱশ্যক) । তত্ৰ (সেই পৰমাত্মাতে) যোনিম্ কৃণৱসে (তুমি আশ্ৰয় কৰা — শৰণ লোৱা) হি (কাৰণ

হাকে কৰিলেই ') তে (তোমাৰ) পূৰ্ব্বম্ (পূৰ্বসঞ্চিত -কৰ্ম্ম ই) ন অক্ষিপৎ (ক্ষেপণ নকৰে - বন্ধন কৰিব নোৱাৰে ।৭।।

হে মানৱ ! জগতৰ জন্মদাতা পৰমেশ্বৰ প্ৰেৰণাৰো জনক। পূৰ্বত কোৱা দৰে স্তুতি কৰি সেই ভগৱন্তক জানিবলৈ তোমাৰ আগ্ৰহ জন্মিব, সেই আগ্ৰহৰ ফলত তেওঁৰপৰা পোৱা প্ৰেৰণাৰেই তুমি সেই সমস্তৰে আদি পৰমাত্মা পুৰুষোত্তমক আৰাধনা কৰা আৱশ্যক আৰাধনাৰে তেওঁতেই আশ্ৰয় লোৱা — 'হৃদি স্থিত হয়া তুমি যেন কৰাইবহো স্বামী হৃষীকেশ কৰিবো তেনয়' বুলি তেওঁতে শৰণ লোৱা। তেতিয়া হলেই তোমাৰ পূৰ্বকৃত কৰ্মবোৰে বিঘিনি নজন্মায় —কৰ্মজনিত বন্ধন নোহোৱা হৈ যায়। ।।৭।।

ত্ৰিৰুন্নতং স্থাপ্য সমং শৰীৰং, হৃদীন্দ্ৰিয়াণি মনসা
সংনিবেশ্য। ব্ৰহ্মোড়ুপেন প্ৰতৰেত বিদ্বান্,
স্ৰোতাংসি সৰ্বাণি ভয়াৱহানি ।।৮।।

বিদ্বান্ (বুদ্ধিমানজনে) ত্ৰিঃ উন্নতম্ (মুৰ, ডিঙি আৰু বুকু — এই তিনি অঙ্গ উচ্চ ৰাখি) শৰীৰম্ সমম্ (শৰীৰক পোন — চিধ) স্থাপ্য (আৰু স্থিৰ ৰাখি) হৃদি (হৃদয়ত) ইন্দ্ৰিয়াণি (সমস্ত ইন্দ্ৰিয়ক) মনসা (মনৰ দ্বাৰা) সংনিবেশ্য (আৱদ্ধ ৰাখি) ব্ৰহ্ম উড়ুপেন (প্ৰণৱৰূপ ভূৰৰ সহায়ত) সৰ্বানি ভয়াৱহানি স্ৰোতাংসি (সকলোবোৰ ভয়লগা সোঁত) প্ৰতৰেত (পাৰ হৈ যায়) ।।৮।।

ধ্যানযোগ অৱলম্বনকাৰী বুদ্ধিমান লোকে পৰমে-

শ্বৰক ধ্যানকৰা সময়ত মূৰ, ডিঙি আৰু বুকু উন্নত আৰু দেহ সৰল (চিধা) আৰু স্থিৰ ৰাখিব। এইদৰে ৰ'হলে এলাহ, টোপনি আৰু আনমনা হোৱা আদি বিঘিনি অহা সম্ভৱ নহয়। এইপ্ৰকাৰে বহি সমুদায় ইন্দ্ৰিয়ক বাহ্যবিষয়ৰ পৰা মনেৰে অন্তৰ্মুখী কৰি হৃদয়ত অৱৰুদ্ধ ৰাখিব — যাতে সেইবোৰ নিজ নিজ বিষয়ৰ দ্বাৰা প্ৰভাৱিত নহয়। তেতিয়া ওঙ্কাৰ (ঈশ্বৰৰ নাম) ৰূপ ভুৰথনক আশ্ৰয় কৰি অৰ্থাৎ ওঙ্কাৰ (বা ভগৱন্তৰ নাম) ৰূপ আৰু তাৰ বাচ্য পৰমাত্মাৰ চিন্তা কৰি কৰি ভয়লগা সংসাৰসোঁত আটাইবোৰ পাৰহৈ যাব পাৰিব (গীতা ৬।১২-১৫) [ভাব এই যে বাসনাৰ বাহুল্যতা অনুসাৰে বিভিন্ন যোনিত জনন-মৰণ চলিথকাই হ'ল ভয়লগা সংসাৰ সোঁত; সেই বাসনাবোৰৰ মোৰ-ঘূৰাই পৰমেশ্বৰপ্ৰাপ্তিৰ বাসনাৰে সংযত চিত্তেৰে ওঙ্কাৰ আদি তেওঁৰ নাম-ধ্যান কৰি অভয়পদ লাভ কৰিব পাৰি] ॥৮॥

প্ৰাণান্ প্ৰপীড্যেহ সংযুক্তচেষ্টঃ, ক্ষীণে
প্ৰাণে নাসিকয়োচ্ছ্বসীত। দুষ্টাশ্বযুক্তমিব বাহ-
মেনং, বিদ্বান্ মনো ধাৰয়েতাপ্ৰমত্তঃ ॥৯॥

বিদ্বান্ (অভিজ্ঞ সাধকে) ইহ (এই যোগ-সাধনাত) সংযুক্তচেষ্টঃ (আহাৰ আদি বিষয়ত সংযমিত হৈ) প্ৰাণান্ প্ৰপীড্য (বিধিমতে প্ৰাণায়াম কৰি) প্ৰাণে ক্ষীণে (প্ৰাণ বায়ু ক্ষীণ হলে) নাসিকয়া (নাকেৰে) উচ্ছ্বসীত (শ্বাস ত্যাগ কৰিব) দুষ্ট অশ্বযুক্তম্ (দুষ্ট-ঘোৰা লগোৱা ৰথত) বাহম্ ইৱ (সাৰথিৰ দৰে) এনম্ মনম্ (এই মনক) অপ্ৰমত্তঃ (সাৱধানী হৈ) ধাৰয়েত (বশীভূত কৰিব) ॥৯

অভিজ্ঞ সাধকে আহাৰ, বিহাৰ নিদ্ৰা, চেষ্টা আদি সকলো বিষয়ত নিয়মীয়া হৈ সংযমী হোৱা আৱশ্যক (গীতা ৬।১৭)। তেওঁ যোগশাস্ত্ৰত বিধিমতে প্ৰাণায়ামৰ অভ্যাস কৰিব ; পূৰক আৰু কুম্ভক কৰোঁতে যেতিয়া প্ৰাণবায়ু ক্ষীণ হৈ নিশ্চল হব, তেতিয়া নাকেদি নিঃশ্বাস ত্যাগ কৰি ৰেচক কৰিব। তাৰ পাছত দুষ্টঘোঁৰাই টনা ৰথখনক নিপুণ চালকে খুব সাৱধানে চলাই যেনেকৈ গন্তব্য স্থানলৈ লৈ যায়, সেইদৰে বুদ্ধিমান সাধকে খুব সাৱধান হৈ মনক বশীভূত ৰাখি ধ্যেয় পৰমাত্মালৈ একাগ্ৰ কৰিব (গীতা ৬ ১৮-২৪-২৫-২৬ ; কঠ ১।৩।৫-৬। , যোগসূত্ৰ ২।৫২-৫৫ ; ৩।১২) ॥৯॥

সমে শুচৌ শৰ্কৰাবহ্নিবালুকা—বিবৰ্জিতে শব্দজ-
লাশ্ৰয়াদিভিঃ। মনোঽনুকূলে ন তু চক্ষুপীড়নে,
গুহানিবাতাশ্ৰয়ণে প্ৰয়োজয়েৎ ॥১০॥

সমে (সমতল) (শুচৌ) (শুচি) শৰ্কৰাবহ্নিবালুকাবিবৰ্জিতে (কেঁকুৰী, জুই আৰু বালি নথকা) [তথা] শব্দজল-আশ্ৰয় আদিভিঃ (শব্দ, পানী আশ্ৰয় আদিৰে) মনঃ অনুকূলে (মন ভাললগা) তু ন চক্ষুপীড়নে (কিন্তু চকুৰ পীড়াদায়ক নোহোৱা) গুহানিবাতাশ্ৰয়ণে (প্ৰবল বতাহ নবলা গুহা প্ৰভৃতি ঠাইত) প্ৰয়োজয়েৎ (ধ্যানযোগৰ অভ্যাস কৰা উচিত) ॥ ১০ ॥

[ধ্যানযোগীৰ পক্ষে সাধনাৰ কাৰণে স্থানৰ বাচনি এনে হব লাগে যে], যি ঠাই সমতল ওখ-চাপৰ, খলা-বমা নহয়,

য'ত ভগ্নশিলৰ টুকুৰা, ছাঁই, বালি আদি বেয়া বস্তু নাই, জুইৰ তাপ বা ৰ'দৰ তাপত যি ঠাই গৰম নহয়, য'ত জনকোলাহল নহয়, য'ত পানী পোৱা যায়. (কিন্তু যি জলাশয়ৰ পানী নিবলৈ বহুতৰ যাতায়ত হয়, তেনে জলাশয় থকা ঠাই নহয়) য'ত ৰ'দ-বৰষুণ আদিৰ বাবে উপযুক্ত আশ্রয় পোৱা হয় (সিও যাতে বহুলোকৰ সমাগম হৈ থকা মণ্ডপ আদি নহয়,) য'ত বেয়া দৃশ্য আদি দেখি চকুৰ পীড়া নহয়, এনে মনত ভাল-লগা, সাৰি-মচি শুচি কৰা আৰু স্বাভাৱিক পবিত্র, বতাহ-ধুমুহা আদিৰ উম-ঘাম নোপোৱা, গুহা আদি নির্জন স্থানত পৰমাত্মা পুৰুষৰ ধ্যান কৰা উচিত (গীতা ৬। ০-১২) ॥ ১০ ॥

নীহাৰধূমার্কানিলানলানাং খদ্যোতবিদ্যুৎস্ফটিকশশীনাম্। এতানি ৰূপাণি পুৰঃসৰাণি, ব্রহ্মণ্যভিব্যক্তিকৰাণি যোগে ॥ ১১ ॥

যোগে (যোগাভ্যাসকালত) ব্রহ্মণি (ব্রহ্মৰ বিষয়ে) অভিব্যক্তিকৰাণি (জ্ঞানৰ প্রকাশসূচক) নীহাৰ ধূম-অর্ক-অনিল-অনলানাম্ (কুঁৱলী, ধোঁৱা, সূৰ্য, বায়ু আৰু অগ্নিৰ নিচিনা) খদ্যোতবিদ্যুৎস্ফটিকশশীনাম্ (জোনাকী, বিজুলী, স্ফটিক আৰু চন্দ্ৰৰ নিচিনা) এতানি ৰূপানি (এনে দৃশ্যবোৰ) পুৰঃসৰাণি (পূৰ্বতে প্রকাশ পায়) ॥ ১১ ॥

ব্রহ্মপ্রাপ্তিৰ কাৰণে যোগাভ্যাস কৰা সাধকৰ সম্মুখত পৰব্রহ্মৰ অভিব্যক্তিসূচক কিছুমান চিহ্ন পূৰ্বতে প্রকাশিত

হয়। সেই সাধকে কেতিয়াবা কুৱঁলী, কেতিয়াবা ধোঁৱা, কেতিয়াবা বেলিৰ পোহৰ, কেতিয়াবা বায়ুৰ পৰশ, কেতিয়াবা জুইৰ দৰে তেজঃপুঞ্জ, কেতিয়াবা জোনাকী পৰুৱাৰ চিক্-মিকনি, কেতিয়াবা বিজুলীৰ তিৰ-বিৰনি, কেতিয়াবা স্ফটিকমণিৰ দীপ্তি আৰু কেতিয়াবা চন্দ্ৰমাৰ শাঁতলপা পোহৰ এই এনেবোৰ ৰূপ তেওঁ দেখিবলৈ পায়। ইষ্ট-সাধনা পূৰ্ববৰ্তী লক্ষণৰূপে এইবোৰ আৰু অনেক দৃশ্য সাধকৰ আগত ভাঁহি থাকে। এনেবোৰ দৃশ্যৰ দৰ্শন হলে সাধনাৰ সিদ্ধি চমু চাপিছে বুলি বুজিব পৰা হয়॥১১॥

পৃথ্ব্যপ্‌তেজোঽনিলখে সমুত্থিতে, পঞ্চাত্মকে যোগগুণে প্ৰবৃত্তে। ন তস্য ৰোগো ন জৰা মৃত্যুঃ,প্ৰাপ্তস্য যোগাগ্নিময়ং শৰীৰম্ ॥১২।

পৃথ্বী-অপ্‌ তেজঃ অনিলখে (মাটি, পানী, জুই, বায়ু আৰু আকাশ) সমুত্থিতে (সম্যক্ উত্থান হলে) (তথা) পঞ্চাত্মকে যোগগুণে প্ৰবৃত্তে (পঞ্চভূতৰ সৈতে সম্বন্ধযুক্ত পাঁচপ্ৰকাৰ যোগসম্বন্ধী গুণৰ সিদ্ধি হৈ গলে) যোগ-অগ্নিময়ম (যোগৰূপ অগ্নিৰদ্বাৰা শোধিত) শৰীৰম্ প্ৰাপ্তস্য (শৰীৰ প্ৰাপ্ত) তস্য (সেই সাধকৰ) ৰোগঃ ন (ৰোগ নহয়,) জৰা ন (বাৰ্দ্ধক্য নাহে,) মৃত্যুঃ ন (মৰণো নাহে) ॥১২॥

ধ্যানযোগী সাধকৰ সাধনা কৰোঁতে-কৰোঁতে যেতিয়া মাটি, পানী, জুই, বায়ু আৰু আকাশ এই পঞ্চ মহাভূত অধিকৃত হব, আৰু এই পঞ্চমহাভূতৰ জগত সম্বন্ধ থকা পাঁচ-প্ৰকাৰ সিদ্ধি প্ৰকাশ পাব, তেতিয়া সেই সাধকৰ দেহ যোগ

ৰূপ অগ্নিৰদ্বাৰা পৰিশোধিত হয়। সেই নিৰ্মল দেহত ৰোগ নহয়, বাৰ্দ্ধক্য অৱস্থা নহয় আৰু তেওঁ ইচ্ছা নকৰিলে মৃত্যুও তেওঁৰ ওচৰলৈ আহিব নোৱাৰে (যোগসূত্ৰ ৩.৪৫-৪৭) ॥১২॥

লঘুত্বমাৰোগ্যমলোলুপত্বং বৰ্ণপ্ৰসাদং স্বৰসৌষ্ঠৱং
চ। গন্ধঃ শুভো মূত্ৰপুৰীষমল্পং যোগপ্ৰবৃত্তিং
প্ৰথমাং বদন্তি ॥১৩॥

লঘুত্বম্ (শৰীৰৰ লঘুতাৰ) আৰোগ্যম্ (ৰোগশূন্যতা,) অলোলুপত্বম্ (লোভহীনতা), বৰ্ণপ্ৰসাদম্ (শৰীৰৰ বৰ্ণৰ উজ্জ্বলতা) স্বৰসৌষ্ঠৱম্ (স্বৰৰ মধুৰতা), শুভঃ গন্ধঃ (দেহত ভাল গোন্ধ) চ (আৰু) মূত্ৰপুৰীষম্ অল্পম্ (মল-মূত্ৰ কমকৈ হোৱা) (এইবিলাক) প্ৰথমাম্ যোগপ্ৰবৃত্তিম্ (যোগ সিদ্ধিৰ প্ৰথম অনুকূল চিহ্ন) বদন্তি (কথিত হয়) ॥১৩॥

ধ্যানযোগীৰ পূৰ্বোক্ত সামৰ্থ্যৰ উৎপত্তিত শৰীৰ পাতল হয়—শৰীৰত ভাৰ-বোধ বা এলাহৰ ভাব নোহোৱা হয়, শাৰীৰিক আৰু মানসিক ব্যাধি একো নাথাকে, কোনো পাৰ্থিৱ বিষয়লৈ লোভ নোহোৱা হয়। তেওঁৰ মন আৰু ইন্দ্ৰিয়ক কোনো লোভ লগা বস্তুৱেই আকৰ্ষণ কৰিব নোৱাৰে, গাৰ বৰণ উজ্জ্বল হয়, মাত-কথা অতি মিঠা আৰু স্পষ্ট হয়, গাৰপৰা ভালোৱা সুগন্ধ চৌপাশে বিয়পি পৰে আৰু মল-মূত্ৰৰ মাত্ৰা কম হৈ যায়। এইবিলাক যোগ-সিদ্ধিৰ প্ৰাৰম্ভিক লক্ষণ বুলি যোগীসকলে কয় [যোগসূত্ৰ ৩.৪৮-৫১ ] ॥১৩॥

যথৈব বিম্বং মৃদয়োপলিপ্তং তেজোময়ং ভ্রাজতে তৎ সুধান্তম্। তদ্বাত্মতত্ত্বং প্রসমীক্ষ্য দেহী একঃ কৃতার্থো ভবতে বীতশোকঃ ॥১৪॥

যথা (যেনেকৈ) (মৃদয়া (মাটিৰে) উপলিপ্তম্ (লিপ্ত হৈ মলিয়ন হোৱা) (যৎ) তেজোময়ম্ (যি স্বাভাৱিক তেজোময়) বিম্বম্ (সোণ আদি,) তৎ এৱ (সিয়েই) সুধান্তম্ (ভালকৈ ধোৱা হলে) ভ্রাজতে (উজ্জল হৈ পৰে), তৎ বা (সেইদৰে) দেহী (দেহধাৰী জীৱই) আত্মতত্ত্বম্ (পৰম আত্ম যথাৰ্থ তত্ত্ব) প্রসমীক্ষ্য (ধ্যানৰদ্বাৰা তালকৈ প্রত্যক্ষ কৰি) একঃ (পৰমাত্মাৰ সৈতে ঐক্য অনুভৱ কৰি) বীতশোকঃ (সৰ্বপ্ৰকাৰ দুখৰপৰা মুক্ত হৈ) কৃতাৰ্থঃ ভৱতে (কৃতকৃত্য হয়) ।১৪॥

যেনেকৈ সোণ আদি কোনো উজ্জ্বল বস্তু মাটি-বালি লাগি মলিয়ন হৈ থকা বাবে তাৰ আচলৰূপ প্ৰকাশ নাপায়, কিন্তু তাকেই যদি মাটি-বালি গুচাই ধুই-পখালি ভালকৈ চফা কৰা হয়, তেতিয়া সি নিজৰ আচলৰূপত জিলিকি চকুত চমক লগায়। সেইদৰে দেহধাৰী জীৱাত্মাও জন্ম-জন্মান্তৰৰ কৰ্ম-সংসাৰৰ দ্বাৰা মলিন হৈ পৰা বাবে নিজৰ প্ৰকৃত স্বচ্ছতা-স্বৰূপ অপ্ৰকাশ থাকে ; কিন্তু ধ্যানযোগৰ অভ্যাসৰ দ্বাৰা সকলো কৰ্মসংস্কাৰৰূপ মলি প্ৰক্ষালিত হয়, তেতিয়া জীৱৰ যথাৰ্থস্বৰূপ প্ৰত্যক্ষ হয়। অৰ্থাৎ পাৰ্থিৱ বিষয়ত আসক্তিশূন্য হৈ তেওঁ পৰমাত্মাৰ সৈতে ঐক্য অনুভৱ কৰি কৈৱল্যাৱস্থা পায় আৰু সমস্ত দুখ-দুৰ্গতিৰ পাৰ পায়। তেওঁ কৃতকৃত্য অৰ্থাৎ মানৱী-জীৱন লাভৰ সাৰ্থক হয় (যোগসূত্ৰ ৪।২৯ ৩৪)। ॥১৪॥

যদাত্মতত্ত্বেন তু ব্রহ্মতত্ত্বং দীপোপমেনেহ যুক্ত: প্রপশ্যেৎ। অজং ধ্রুবং সর্বতত্ত্বৈর্বিশুদ্ধং জ্ঞাত্বা দেবংমুচ্যতে সর্বপাশৈ: ॥ ১৫ ॥

যদা (যেতিয়া) যুক্ত: (সেই যোগীয়ে) ইহ (এইদেহত- হৃদয়-গুহাত) দীপ–উপমেন (প্ৰদীপগছিব নিচিনা) আত্মতত্ত্বেন (নিজ আত্মাব সৈতে অভিন্নৰূপে ব্ৰহ্মতত্ত্বম্ তু (ব্ৰহ্মস্বৰূপকেই) প্ৰপশ্যেৎ (দেখিবলৈ পায়), [তেতিয়া তেওঁ] অজম্ (জন্মৰহিত) ধ্ৰুৱম্ (অবিচল) সর্বতত্ত্বৈঃ বিশুদ্ধম্ (অবিদ্যা আদিব সৈতে সম্বন্ধশূন্য, বিশুদ্ধ) দেবম্ (পৰমাত্মাক) জ্ঞাত্বা (প্ৰত্যক্ষ কৰি) সর্বপাশৈঃ (সকলো বন্ধনৰ পৰা) মুচ্যতে (মুক্ত হয়)।। ১৫ ।।

ধ্যানযোগযুক্ত যোগীয়ে স্বদেহত-হৃদয়গুহাত যেতিয়া প্ৰদীপগছিব দৰে নিজৰ আত্মাতেই ব্ৰহ্মস্বৰূপক—পৰমাত্মা পুৰুষক প্ৰত্যক্ষ কৰে, তেতিয়া তেওঁ জন্মাদি বিকাৰ ৰহিত অবিচল-সদায় একৰূপ, অবিদ্যা আদি দোষলেশহীন অৰ্থাৎ সর্বপ্ৰকাৰে বিশুদ্ধ পৰমদেৱ পৰমাত্মাক স্বৰূপতঃ জানিব পাৰে আৰু তাৰ ফলত অবিদ্যা আদি জনিত সমস্ত বন্ধনৰপৰা মুক্ত হয়। নিজ আত্মাতে পৰমাত্মাৰ সাক্ষাৎকাৰ কৰিবলৈ উপদেশ দিয়া এই শ্ৰুতিৰদ্বাৰা "জীবো ব্ৰহ্মৈব নাপাৰঃ" (জীৱ ব্ৰহ্মভিন্ন আন একো নহয়) এই প্ৰবচনৰ উৎপত্তি বুজা যায় ॥ ১৫ ॥

এষ হ দেৱঃ প্ৰদিশোঽনু সৰ্বাঃ, পূৰ্বো হ জাতঃ স উ গৰ্ভে অন্তঃ। স এৱ জাতঃ স জনিষ্যমাণঃ, প্ৰত্যঙ্ জনাংস্তিষ্ঠতি সৰ্বতোমুখঃ ॥ ১৬॥

সৰ্বাঃ প্ৰদিশঃ অনু (সকলো দিক-বিদিক ব্যাপি থকা) এষঃ হ দেৱঃ (এই পৰমদেৱ পৰমাত্মা) পূৰ্বঃ হ (সৰ্বপ্ৰথমেই) জাতঃ (হিৰণ্যগৰ্ভৰূপে অভিব্যক্ত হ'ল), সঃ উ (তেৱেঁই) গৰ্ভে (ব্ৰহ্মাণ্ড-ৰূপ গৰ্ভত) অন্তঃ (অন্তৰ্যামীৰূপে বিৰাজমান); সঃ এৱ জাতঃ (তেৱেঁই জগৎৰূপত বৰ্ত্তমান) সঃ জনিষ্যমাণঃ (তেৱেঁই ভবিষ্যতেও) প্ৰত্যঙ্ (সৰ্বজীৱৰ অন্তাস্তৰত) তিষ্ঠতি (প্ৰকটিত হব); জনান্ (তেঁৱেই আত্মাৰূপে থাকে) সৰ্বতোমুখঃ (আৰু তেওঁৰ সকলোফালেই মুখ) ।১৬।

পূৰ্ববৰ্ণিত এই পৰমাত্মা পৰমপুৰুষেই নিশ্চয় সকলো দিক্‌বিদিক ব্যাপি সৰ্বত্ৰ পৰিপূৰ্ণ হৈ আছে। এনে কোনো ঠাই এই জগতত নাই, য'ত তেওঁ নাই। সেই সুপ্ৰসিদ্ধ পৰমদেৱেই সৃষ্টিৰ আদিতে হিৰণ্যগৰ্ভৰূপে অভিব্যক্ত হল। তেওঁৱেই ব্ৰহ্মাণ্ডৰূপ গৰ্ভত অন্তৰ্যামীৰূপে বিৰাজমান। তেওঁৱেই বৰ্ত্তমান জগৎৰূপত বিদ্যমান আৰু ভবিষ্যতেও অৰ্থাৎ প্ৰলয়ৰ পাছৰ সৃষ্টিকালতো পুনঃ তেওঁৱেই প্ৰকাশিত হব। এই সমস্ত জীৱৰ অন্তৰত তেওঁৱেই প্ৰত্যেকৰে অন্তৰ্যামী আত্মাৰূপে অৱস্থান কৰে, আৰো তেওঁৰ সকলোফালেই মুখ অৰ্থাত সকলোকে সকলোফালৰপৰা দেখি থকা সৰ্ব-সাক্ষী-; তেওঁক ফাঁকি দিবলৈ কাৰো সাধ্য নাই ॥১৬॥

যো দেবো অগ্নৌ যো অপ্সু যো বিশ্বং ভুবনমাবিবেশ।
য ওষধীষু যো বনস্পতিষু তস্মৈ দেবায় নমো নমঃ ॥১৭॥

যঃ দেবঃ (যি স্বয়ং প্রকাশ পৰমাত্মা) অগ্নৌ (অগ্নিত অৱস্থিত) য অপ্সু (যি পানীত বিদ্যমান). যঃ (যি) বিশ্বম্‌ ভুবনম (নিখিল জগতিত) আবিবেশ (প্ৰবিষ্ট হৈ আছে), যঃ ওষধীষু (যি সমস্ত ওষধিত). যঃ বনস্পতিষু (আৰু যি বনস্পতিসমূহত বিৰাজমান আছে) তস্মৈ দেবায় (সেই পৰমদেৱলৈ) নমঃ নমঃ নমস্কাৰ, নমস্কাৰ) ॥১৭॥

যি স্বয়ংপ্ৰকাশ পৰমদেৱ পৰমাত্মা অগ্নিত, তেজত অৱস্থিত যি পানীত অধিষ্ঠিত, যি ওষধিসমূহ প্ৰতিষ্ঠিত যি বনস্পতিবাজিত, বিৰাজিত এৱমাদি নিখিল জগতত প্ৰবিষ্ট হৈ যি সবাৰো অন্তৰ্যামীৰূপে সৰ্বত্ৰ পৰিপূৰ্ণভাৱে বিৰাজমান, সেই বিশ্বজ্যোতি পৰম দেৱতালৈ নমস্কাৰ, নমস্কাৰ [নমঃ পদৰ দ্বিৰুক্তি অধ্যায়ৰ সমাপ্তিসূচক—।] ॥১৭॥

দ্বিতীয় অধ্যায় সমাপ্ত ॥২॥

## তৃতীয় অধ্যায়

য একো জালবানীশত ঈশনীভিঃ সৰ্বাল্লোঁ-
কানীশত ঈশনীভিঃ । য এবৈক উদ্ভবে সম্ভবে
চ য এতদ্বিদুৰমৃতাস্তে ভৱন্তি ॥১॥

যঃ একঃ (যি অদ্বিতীয় পুৰুষে) জালবান্ (জগৎৰূপ জাল ৰচোঁতাই) ঈশনীভিঃ (শাসন শক্তিৰ দ্বাৰা) ঈশতে (শাসন কৰে) যঃ একঃ এব (যি এক হৈয়ো) সম্ভবে চ উদ্ভবে (সৃষ্টি আৰু তাৰ বিস্তাৰত) সৰ্বান্ লোকান্ (সমুদায় লোকসমূহক) ঈশনীভি ঈশতে (বিবিধ শাসনশক্তিৰে শাসন কৰে), এতৎ (এই পৰমব্ৰহ্মক) যে বিদুঃ (যিসকলে জানে), তে (সেইসকল) অমৃতাঃ ভৱন্তি (অমৰ হয়) ॥১॥

যি অদ্বিতীয় পৰমপুৰুষে এই জগৎ-জালখন ৰচনা কৰি নিজস্বৰূপভূত শক্তিসমূহৰদ্বাৰা তাক শাসন কৰে, যি এক হৈয়ো দ্বিতীয় কাৰো সহায় নোলোৱাকৈয়ে সমগ্ৰ বিশ্বৰ সৃষ্টি আৰু তাৰ বিস্তাৰত সমুদায় লোক আৰু লোকপালসমূহক নিজা অচিন্ত্য অনন্তশক্তিৰ প্ৰভাৱেৰে নিয়ন্ত্ৰণ কৰে, যাৰ শাসনাধীনত সবেই নিজৰ নিজৰ কৰ্ত্তব্যবোৰ বিহিত-বিধানমতে শৃঙ্খলাৰে পালন কৰে. এই সৰ্ব্বশক্তিমন্ত পৰমপুৰুষক তেওঁৰ যথাৰ্থস্বৰূপক যি সকল মহাপুৰুষে জানিব পাৰে, সেইসকল অমৰ অৰ্থাৎ জন্ম মৃত্যুৰূপ সংসাৰ জালৰপৰা মুক্ত হৈ যায় ।২॥

একো হি রুদ্রো ন দ্বিতীয়ায় তস্থু, র্য ইমাঁল্লোকা-
নীশত ঈশনীভিঃ। প্রত্যঙ্‌ জনাংস্তিষ্ঠতি সং-
চুকোচান্তকালে, সংসৃজ্য বিশ্বা ভুবনানি গোপাঃ
॥২॥

যঃ (যি) ইমান্‌ লোকান্‌ (এই সমস্তলোকক) ঈশনীভিঃ (বিবিধ শক্তিৰে) ঈশতে (নিয়ন্ত্ৰণ কৰে), রুদ্রঃ (সেই সৰ্বশাসক) হি একঃ (একমাত্র পৰমেশ্বৰেই)। [এই কাৰণে ব্ৰহ্মজ্ঞানীলোকে] দ্বিতীয়ায় ন তস্থুঃ (দ্বিতীয় কোনো আশ্ৰয় নললে)। জনান্‌ প্রত্যেক্‌ (সমস্ত জীৱৰ অন্তৰত) তিষ্ঠতি [তেওঁ অন্তৰ্যামীৰূপে] (থাকে)। বিশ্ব ভুবনানি (নিখিল ব্ৰহ্মাণ্ড) সংসৃজ্য (সৃজন কৰি) গোপাঃ (তাক ৰক্ষা কৰোঁতা পৰমেশ্বৰে) অন্তকালে(প্ৰলয়কালত) সংচুকোচ (নিজত সামাৰ লয়) ।২।

যি নিজ স্বৰূপৰ নিচিনা বিবিধ শক্তিৰে এই সমস্তলোক শাসন কৰে — নিয়মানুবৰ্তিতাৰে পৰিচালনা কৰে, সেই ৰুদ্র অৰ্থাৎ সৰ্বশাসক এজন মাত্র, দ্বিতীয় নাই। বিশ্বনিয়ন্ত্ৰণকাৰী শক্তি অনেক হলেও সেই সকলো শক্তি এক পৰমপুৰুষৰ আৰু সেইবোৰ তেওঁৰে সৈতে অভিন্ন। এই কাৰণতে ব্ৰহ্মজ্ঞানীলোকে জগৎকাৰণৰূপে আন কোনো দ্বিতীয় তত্ত্বৰ আশ্ৰয় লোৱা নাই; সেই সকলোৱেই একবাক্যে এক পূৰ্ণব্ৰহ্ম পৰমেশ্বৰেই জগৎকাৰণ বুলি নিশ্চিত হ'ল। সমস্ত জীৱৰ অন্তঃস্থলীত অন্তৰ্যামীৰূপে সেই পৰমাত্মাই বিদ্যমান। নিখিল ব্ৰহ্মাণ্ড তেওঁৱেই সৃজন কৰি ৰক্ষা কৰে।

আৰু তেৰেঁই প্ৰলয়কালত সমস্তকে সামৰি নিজতে বিলীন কৰি লয় ॥২॥

বিশ্বতশ্চক্ষুৰুত বিশ্বতোমুখো, বিশ্বতোবাহুৰুত বিশ্বস্পাৎ। সং বাহুভ্যাং ধমতি সং পতত্ৰৈ,
দ্যাবাভূমী জনয়ন্ দেব একঃ ।৩॥

বিশ্বতঃ চক্ষুঃ (সকলোফালে দৃষ্টি থকা) উত (আৰু) বিশ্বতঃ মুখঃ (সকলোফালে মুখ থকা) বিশ্বতঃ বাহুঃ (সকলোফালে হাত-থকা) উতঃ (তথা) বিশ্বতঃপাৎ (সকলোফালে ভৰি চলোৱা) একঃ দেবঃ (সেই একমাত্ৰ পৰমদেৱ পৰমাত্মাই) দ্যাবাভূমী (আকাশ আৰু পৃথিবী) জনয়ন্ (সৃষ্টি কৰি) বাহুভ্যাম্ (মনুষ্য) আদিক বাহুদুটাৰে) সংধমতি (সংযুক্ত কৰে), পতত্ৰৈঃ ('পক্ষী-পতঙ্গ আদিক' পাখীৰে) সং ধমতি] (সংযুক্ত কৰে)।

সেই সৰ্বশক্তিমন্ত সৰ্বাত্মা পুৰুষ একজনেই , কিন্তু তেওঁৰ সকলোফালেই চক্ষু ; সকলোফালে মুখ, সকলোফালে হাত আৰু সকলোফালে ভৰি। অৰ্থাৎ সমগ্ৰ জগতত থকা জীৱসমূহৰ কাম-কাজ, ভাব-ঘটনা আদি তেওঁৰ দিব্যচক্ষুৰে অহৰ্নিশে দেখি আছে, কোনো কথা, কোনো কাম তেওঁৰ অগোচৰ নাথাকে। তেওঁৰ ভক্তই য'তে যি ভোগ্যবস্তু তেওঁক শ্ৰদ্ধা-ভক্তিৰে অৰ্পণ কৰে, তাক তেওঁ ভোজন কৰে (গীতা ৯।২৬)। সমস্ত জগতৰ প্ৰত্যেক বস্তু একে সময়তে গ্ৰহণ কৰিবলৈ আৰু শৰণাগতক সংকটৰ পৰা ৰক্ষা কৰিবলৈ — বৰ আৰু অভয়দানলৈ উদ্যত তেওঁৰ

হাত দশোদিসে প্ৰসাৰিত তথা যি কোনো লোকে য'তে যেতিয়াই তেওঁক প্ৰাণৰ কাতৰে আহ্বান জনায়, তেতিয়াই তালৈ গৈ তেওঁ ভক্তৰ মনৰ বাঞ্ছা পৰিপূৰ্ণ কৰে। ব্ৰহ্মাণ্ডৰ চুকে-কোনেও এনে কোনো ঠাই নাই, য'ত তেওঁৰ এনে মহা-মহিমা বিদ্যমান নাই আকাশত থকা স্বৰ্গাদি-লোকৰপৰা পৃথিবী পৰ্যন্ত সমস্তলোক একাকী তেৱেঁই সৃজন কৰি মানুহ আদিক হাত দুখনেৰে আৰু পক্ষী-পতঙ্গবোৰক পাখীদুখনেৰে সংযোগ ঘটায়। অৰ্থাৎ সমস্ত প্ৰাণীৰ আৱশ্যকতাৰ অনুৰূপে বেলেগ বেলেগ শক্তি অঙ্গ সমলেৰে সংযুক্ত কৰে। ইয়াত হাত আৰু পাখীৰ উল্লেখ উপলক্ষণ মাত্ৰ; বুজিব লাগিব—সমুদায় প্ৰাণীত যিবোৰ অঙ্গ-প্ৰত্যঙ্গ আৰু সেইবোৰৰ যাৰ যি শক্তি সেই সকলোৱেই পৰমেশ্বৰৰ দান ॥৩॥

যো দেৱানাং প্ৰভৱশ্চোদ্ভৱশ্চ, বিশ্বাধিপো ৰুদ্ৰো মহৰ্ষিঃ। হিৰণ্যগৰ্ভং জনয়ামাস পূৰ্বং সনো বুদ্ধ্যা শুভয়া সংযুনক্তু ॥৪॥

যঃ ৰুদ্ৰঃ (যি বিশ্ব নিয়ন্তা) দেৱানাম্ (দেৱবৃন্দৰ) প্ৰভৱঃ (উৎপত্তিৰ হেতু) চ উদ্ভৱঃ (আৰু ঐশ্বৰ্যাদি-উন্নতিৰ হেতু) চ (তথা) বিশ্ব-অধিপঃ (বিশ্বৰ-অধিপতি) মহা—ঋষিঃ (আৰু সৰ্বজ্ঞানী;) পূৰ্বম্ (প্ৰথমতে যি) হিৰণ্যগৰ্ভম্ (হিতকৰ আৰু ৰম্য অৰ্থাৎ অতিউজ্জ্বল জ্ঞানেই গৰ্ভ বা সাৰ যাৰ, সেই পদ্মযোনি ব্ৰহ্মাক) জনয়ামাস (জন্ম

দিছিল,) সঃ (সেই পৰম দেৱে) নঃ (আমাক) শুভয়া বুদ্ধ্যা (শুভবুদ্ধিৰে সৈতে) সংযুনক্তু (সংযুক্ত কৰক) ॥৪॥

সমগ্ৰ জগতক নিয়ন্ত্ৰণকাৰী যি ৰুদ্ৰৰূপ পৰমেশ্বৰে ইন্দ্ৰাদি দেববৃন্দক সৃষ্টি কৰিলে আৰু ঐশ্বৰ্য-বিভূতিৰে সমৃদ্ধ কৰিলে, যি বিশ্বৰ পৰিপালক, সৰ্বজ্ঞানী, যি সৃষ্টিৰ আদিতে সৰ্বজ্ঞানেৰে সমৃদ্ধ কৰি পদ্মযোনি ব্ৰহ্মাক জন্ম দিলে, সেই পুৰুষোত্তম পৰমদেৱে আমাক সকলোকে শুভ—মঙ্গলময় বুদ্ধিৰে সংযুক্ত কৰক ॥৪॥

যা তে ৰুদ্ৰ শিৱা তনূৰঘোৰাপাপকাশিনী।
তয়া নস্তনুৱা শন্তময়া গিৰিশন্তাভিচাকশীহি ॥৫॥

ৰুদ্ৰ (হে ৰুদ্ৰদেৱ!) তে (তোমাৰ) যা অঘোৰা (যি ভয়ানক নোহোৱা,) অপাপকাশিনী (পুণ্য প্ৰকাশক,) শিৱ (মঙ্গলময়) তনূঃ (মূৰ্তি), গিৰিশন্ত (হে গিৰিত অৰ্থাৎ দেহত থাকি সুখ বিস্তাৰক।) তয়া শন্তময়া (সেই শান্তময়) তনুৱা (মূৰ্তিৰে) নঃ (আমাক) অভিচাকশীহি (চোৱা)।৫॥

হে বিশ্বনিয়ন্তা! হে দেহৰূপ পৰ্বতত বাস কৰি সুখবৰ্দ্ধক পৰমেশ্বৰ! তোমাৰ যি মূৰ্তি ভয়ঙ্কৰ নহয় আনন্দদায়ক, যি সৌম্যমূৰ্তি পুণ্যপ্ৰকাশক পৰম মঙ্গলময়, সেই পৰম শান্ত মূৰ্তিৰে তুমি কৃপা কৰি আমালৈ চোৱা; তোমাৰ কৃপাদৃষ্টি হলেহে আমি শুদ্ধ সত্ত্ব হৈ তোমাৰ স্বৰূপ বুজিব পৰাৰ যোগ্য হ'ম ॥৫।

যামিষুং গিৰিশন্ত হস্তে বিভৰ্ষ্যস্তৱে । শিৱাং গিৰিত্ৰ তাং কুৰু মা হিꣳসী পুৰুষং জগৎ ॥৬॥

গিৰিশন্ত ( হে পৰ্বতবাসী সুখবিধাতা ! ) যাং ইষুম্ ( যি পাত্ত শৰ ) অস্তৱে ( নিক্ষেপ কৰিবলৈ ) হস্তে বিভৰ্ষি ( তুমি হাতত লৈছা), গিৰিত্ৰ ( দেহত অৱস্থান কৰি ভক্তৰ পৰিত্ৰাতা ! ) তাম্ শিৱাম্ কুৰু ( তাক যেন মঙ্গল বিধায়ক কৰা ) । পুৰুষম্ ( জীৱসমুদায়ৰূপ ) জগৎ ( এই বিশ্বক ) মা হিংসীঃ ( হিংসা নকৰিবা ) ॥৬॥

হে গিৰিশন্ত — শাৰীৰিক সুখবিধাতা পৰমেশ্বৰ ! হে গিৰিত্ৰ — দেহগিৰিত বাস কৰি নিজ ভক্তজনৰ পৰিত্ৰাণকাৰী ! তুমি নিক্ষেপ কৰিবলৈ যি পাত্ত শৰ হাতত তুলি লৈছা সেই শৰপাতৰ ক্ৰূৰতাক নষ্ট কৰি যেন শান্তিদায়ক কৰা । জীৱ জগতক যেন তুমি হিংসা নকৰা । [ভাব এই যে তোমাৰ প্ৰেৰণাতেই জীৱ শান্ত বা ক্ৰূৰ হয় । জীৱসমুদায়ৰ প্ৰতি তোমাৰ প্ৰেৰণাত যাতে কোনেও দুৰাচাৰত ৰত হৈ দুখ পাবলগা নহয়, তোমাৰ প্ৰেৰণাতেই, তোমাৰ কৃপাতেই যাতে জীৱলোক সত্ আচৰণত নিৰত থাকি শান্তিলাভ কৰিব পাৰে ।] ॥ ৬ ॥

ততঃ পৰং ব্ৰহ্মপৰং বৃহন্তং, যথানিকায়ং সৰ্বভূতেষু গূঢ়ম্ বিশ্বস্যৈকং পৰিৱেষ্টিতাৰম্, ঈশং তং জ্ঞাত্বামৃতা ভৱন্তি ॥ ৭ ॥

ততঃ (জগততকৈ) পৰম্ (শ্ৰেষ্ঠ) সৰ্বভূতেষু (সকলো প্ৰাণীত) যথানিকায়ম্ (বিভিন্ন শৰীৰৰ অনুৰূপে) গূঢ়ম (গোপনভাৱে অন-

স্থান কৰ) বিশ্বস্য (জগতৰ) একম্ (একমাত্ৰ) পৰিবেষ্টিতাৰম্ (সকলোকালে ঘেৰি থকা) বৃহত্তমম্ (সৰ্ববৃহৎ) তং ঈশম্ (সেই সৰ্বেশ্বৰক) জ্ঞাত্বা (জানিব পাৰিলে) অমৃতাঃ ভৱন্তি ('লোকসমুদায়' অমৰ হয়)॥ ৭ ॥

যি সমুদায় জীৱজগৎ আৰু হিৰণ্যগৰ্ভ ব্ৰহ্মাতকৈয়ো শ্ৰেষ্ঠ, যি সমস্ত প্ৰাণীতে সেইসকলৰ বিভিন্ন শৰীৰৰ অনুৰূপে অন্তঃপ্ৰবিষ্ট হৈ গুপ্তভাৱে থাকে, যি অকলেই সমস্ত জগতক সকলোকালে আবৰি আছে, যি অতি মহান — সৰ্বব্যাপ্ত, সেই সৰ্বৈশ্বৰ্যসমন্বিত পৰম ঈশ্বৰক যি সকলে জানিবলৈ সমৰ্থ হয়, সেইসকল অমৰ হয় আৰু বাৰ কোনোকালে মৰিব লগা নহয়, অৰ্থাৎ পুনৰ্জন্মৰূপ যোনি-যন্ত্ৰণা আৰু ভোগ কৰিব লগা নহয়॥ ৭ ॥

বেদাহমেতং পুৰুষং মহান্তং আদিত্যবৰ্ণং তমসঃ
পৰস্তাৎ। তমেব বিদিত্বাতি মৃত্যুমেতি, নান্যঃ
পন্থা বিদ্যতেহয়নায়। ৮ ॥

তমসঃ পৰস্তাৎ (অবিদ্যাৰূপ অন্ধকাৰৰ অতীত) আদিত্যবৰ্ণম্ (সূৰ্যৰদৰে স্বপ্ৰকাশস্বৰূপ) এতম্ (এই) মহান্তম্ (সৰ্বব্যাপক) পুৰুষম্ (পৰিপূৰ্ণস্বৰূপ পৰমেশ্বৰক) অহম্ বেদ (মই জানো) তম্ (তেওঁক) বিদিত্বা এৱ (জানিয়েই) মৃত্যুম (মৰণক) অতি-এতি (অতিক্ৰম কৰি যায়)—অয়নায় (পৰমপদ প্ৰাপ্তিৰ কাৰণে)অন্যঃ পন্থাঃ (আন পথ—উপায় ন বিদ্যতে (নাই) ।৮।।

পৰমাৰ্থ— জ্ঞানসম্পন্ন মহাপুৰুষে কৈছে যে— মই পৰিপূৰ্ণস্বৰূপ ভগৱন্ত পুৰুষোত্তমক জানোঁ। তেওঁ অবিদ্যা ৰূপ অন্ধকাৰৰ সিপাৰে সূৰ্যৰদৰে দেদীপ্যমান হৈ বিশ্ব-ব্যাপি বিৰাজমান। তেওঁক জানিয়েই মানুহ মৰণক অতিক্ৰম কৰিবলৈ —জন্ম মৃত্যুৰূপ এই সংসাৰ-বন্ধনৰ পৰা মুক্ত হবলৈ সমৰ্থ হয়। পৰম-পদ প্ৰাপ্তিৰ কাৰণে তাৰ বাহিৰে আন কোনো পথ — কোনো উপায় নাই ॥ ৮ ॥

যস্মাৎপৰং নাপৰমস্তি কিংচিদ্ যস্মান্নাণীয়ো ন
জ্যায়োঽস্তি কশ্চিৎ। বৃক্ষ ইব স্তব্ধো দিবি
তিষ্ঠত্যেক- স্তেনেদং পূৰ্ণং পুৰুষেণ সৰ্বম্ ॥ ৯ ॥

যস্মাৎ পৰম্ (যাতকৈ শ্ৰেষ্ঠ) অপৰম্ কিংচিৎ (অন্য একোৱেই) ন অস্তি (নাই), যস্মাৎ অনীয়ঃ (যাতকৈ অধিক সূক্ষ্ম) কঃ-চিৎ (কোনোৱেই ন (নাই), জ্যায়ঃ (মহত্তৰ) ন অস্তি (নাই), একঃ (অদ্বিতীয় পুৰুষ) বৃক্ষঃ ইব (গছ একোপাৰ নিচিনা) স্তব্ধঃ (নিশ্চলভাবে) দিবি (প্ৰকাশময় নিজ-মহিমাত) তিষ্ঠতি (বিৰাজ কৰে), তেন পুৰুষেণ (সেই পৰম-পুৰুষৰ দ্বাৰা) ইদম্ সৰ্বম্ (এই সমস্ত জগৎ) পূৰ্ণম (পৰিপূৰ্ণ হৈ আছে ।৯।

সেই পৰমপুৰুষ পুৰুষোত্তমতকৈ আন একোৱেই উৎকৃষ্ট নাই, তেৱেঁই সৰ্বশ্ৰেষ্ঠ। তেওঁ সূক্ষ্মতকৈয়ো সূক্ষ্ম — তেওঁতকৈ সূক্ষ্মতৰ একো নাই; সেই কাৰণে ক্ষুদ্ৰাতি-ক্ষুদ্ৰ জীৱৰ দেহাতো তেওঁ প্ৰৱিষ্ট থাকি সেইবোৰক নিয়ন্ত্ৰণ কৰে। একেদৰেই তেওঁ মহত্তকৈয়ো মহৎ

তেওঁতকৈ অধিক মহৎ, অধিক ব্যাপক আন কোনো নাই ; সেইকাৰণেই তেওঁ প্ৰলয়কালত এই বিশাল ব্ৰহ্মাণ্ড নিজতে লীণ নিয়ায় ('সবকহু মাৰি পুৰত ওহি উদৰ'— শঙ্কৰদেৱ ।) নিশ্চলভাৱে থকা এজোপা গছৰদৰে যি পুৰুষ প্ৰকাশময় নিজ মহিমাৰঞ্জিত অবিচলৰূপে বিৰাজমান, সেই বিশ্বাত্মা পুৰুষোত্তমৰ দ্বাৰা এই সমস্ত জগৎ পৰিপূৰ্ণ — সেই পুৰুষোত্তমেই বিশ্বৰূপে বিশ্ব-ব্ৰহ্মাণ্ডত পৰিব্যাপ্ত হৈ আছে ॥৯॥

ততো যদুত্তৰতৰং তদৰূপমনাময়ম্ । য এতদ্বি-
দুৰমৃতাস্তে ভৱন্ত্যথেতৰে দুঃখমেৱাপিয়ন্তি ॥১০॥

ততঃ (জগতুতকৈ) যৎ (যি) উত্তৰতম্ (অধিক উত্তৰবৰ্তী— কাৰণৰো কাৰণ) তৎ (সেই পৰব্ৰহ্ম পুৰুষোত্তম) অৰূপম (আকাৰহীন), অনাময়ম্ (বিকাৰ বৰ্জিত)। যে (যি সকলে) এতৎ (এই পৰমপুৰুষক) বিদুঃ (জানে) তে অমৃতাঃ ভৱন্তি (সেইসকল অমৰ হয়) ; অথ (কিন্তু) ইতৰে (এইৰহস্য নজনা আনলোকে) দুঃখম্ এৱ আপিয়ন্তি (দুখকেই পায়)। ১০

জগৎসৃষ্টিৰ যি কাৰণ হিৰণ্যগৰ্ভ ব্ৰহ্মা, তেওঁৰো যি কাৰণ — তেওঁৰো উৰ্দ্ধত যি, সেই পৰব্ৰহ্ম পুৰুষোত্তম নিৰাকাৰ আৰু নিৰ্বিকাৰ। যিসকল মহাপুৰুষে এই পৰমপুৰুষক তত্ত্বতঃ জানে, সেইসকল অমৰ হয়, চিৰকাললৈ জনম-মৰণৰ দুখ দূৰ হৈ যায়। আনহাতে যিসকল লোক সংসাৰ-মায়াজালত বান্ধ খাই তেওঁক জানিব নোৱাৰে, সেইসকলে জন্ম-মৃত্যুৰূপ দুখকেই বাৰে বাৰে বৰণ কৰে, দুখময় সংসাৰৰ পৰা উদ্ধাৰ নাপায়। ॥১০॥

সর্বাননশিরোগ্রীবঃ সর্বভূতগুহাশয়ঃ ।
সর্বব্যাপী স ভগবাংস্তস্মাৎ সর্বগতঃ শিবঃ ॥১১॥

সঃ ভগবান (সেই পৰমপুৰুষ) সৰ্ব-আনন শিৰঃ গ্ৰীৱঃ (সকলো-ফালে মুখ, মুৰ আৰু ডিঙিযুক্ত) সৰ্বভূতগুহাশয়ঃ (সকলো প্ৰাণীৰ হৃদয়-ৰূপ গুহাত শয়নকাৰী) সৰ্বব্যাপি (আৰু সৰ্বব্যাপি) । তস্মাৎ (সেই-কাৰণে) শিৱঃ (সেই মঙ্গলময় পৰমেশ্বৰ) সৰ্বগতঃ (সৰ্বত্ৰ বিদ্যমান) ॥১১॥

সেই সৰ্বস্বৰূপ ভগৱন্তৰ সকলোফালে মুখ, সকলো-ফালে মুৰ আৰু সকলোফালে ডিঙি । অৰ্থাৎ প্ৰতি ঠাইতে প্ৰতি অঙ্গদ্বাৰা খোৱা-কৰা সকলো কাম তেওঁৰ দ্বাৰাই চলি থাকে । তেওঁ জগতৰ যাৱতীয় জীৱৰ হৃদয়ৰূপ গুহাত অন্তৰ্যামী আত্মাৰূপে নিষ্ক্ৰিয় দৰ্শক হৈ বিৰাজিত আছে আৰু এইৰূপে তেওঁ চৰাচৰ জগৎব্যাপি বিদ্যমান । সেইকাৰণে সেই ভগৱান *পৰম মঙ্গলময় ৰূপত সৰ্বত্ৰ বিৰাজমান ; অৰ্থাৎ যেতিয়া, য'ত আৰু যি ৰূপত ঐকান্তিক আগ্ৰহেৰে যি তেওঁক প্ৰত্যক্ষ কৰিব খোজে, তেতিয়া তাত আৰু বাঞ্ছিতৰূপত তেওঁ প্ৰত্যক্ষ হৈ সেই অনন্যশৰণ ভক্তক চৰি-তাৰ্থ কৰে (গীতা ১৩।১৩-১৭ ; ৭।২১-২২) ॥ ১১ ॥

---

* বদন্তি তত্তত্ত্ববিদস্তত্ত্বং যজ্‌জ্ঞানমদ্বয়ম্‌ । ব্ৰহ্মেতি পৰমাত্মেতি ভগবানিতি শব্দ্যতে" ।।ভাগৱত ১।২।১১।।
"উৎপত্তিং প্ৰলয়ং চৈব ভূতানামাগতিং গতিম্‌ । বেত্তি বিদ্যামবিদ্যাং চ স বাচ্যো ভগবানিতি ।।
জ্ঞানশক্তিবলৈশ্বৰ্যবীৰ্যতেজাংস্যশেষতঃ । ভগবৎশব্দবাচ্যানি বিনা হেয়ৈৰ্গুণাদিভিঃ" । বিষ্ণুপুৰাণ ৬।৫।৭৮, ৭৯
"অদ্বয় জ্ঞানতত্ত্ব কৃষ্ণৰ স্বৰূপ । ব্ৰহ্ম আত্মা ভগৱানৃতিনি তাৰ ৰূপ ।

মহান্ প্ৰভুৰ্বৈ পুৰুষঃ সত্ত্বস্যৈষ প্ৰৱৰ্তকঃ।
সুনিৰ্মলামিমাং প্ৰাপ্তিমীশানো জ্যোতিৰব্যয়ঃ
॥ ১২ ॥

মহান্ প্ৰভুঃ (সৰ্বশ্ৰেষ্ঠ শাসক) ঈশানঃ (সৰ্বৈশ্বৰ্যশালী), অব্যয়ঃ ক্ষয়বৃদ্ধি শূন্য) [এৱং] জ্যোতিঃ (প্ৰকাশস্বৰূপ) এষঃ পুৰুষঃ বৈ এই পৰমপুৰুষেই নিশ্চয়) ইমাম্ সুনিৰ্মলাম্ (এই বিশুদ্ধ পৰমপদ) প্ৰাপ্তিম্ (লাভৰ প্ৰতি) সত্ত্বস্য (অন্তঃকৰণৰ) প্ৰৱৰ্তকঃ (প্ৰেৰয়িতা) ॥ ১২ ॥

সকলোতকৈ শ্ৰেষ্ঠ শাসক, সমস্ত ঐশ্বৰ্যৰ গৰাকী, ক্ষয়-বৃদ্ধি শূন্য — একৰস, আৰু প্ৰকাশস্বৰূপ এই হৃদয়-পুৰশায়ী পুৰুষোত্তমেই নিশ্চয় পৰমপদ-প্ৰাপ্তিৰ প্ৰতি অৰ্থাৎ তেওঁৰ আনন্দময় স্বৰূপজ্ঞানৰ প্ৰতি মানুহৰ বুদ্ধি-বৃত্তিক প্ৰেৰণা দিয়ে।

[প্ৰিয় পাঠক! চাওক আমাৰ মূৰ্খামি! কত তপস্যাই নৰতনু পোৱা আমাক সেই পৰম কৃপালু প্ৰভুৱে নিজৰ ফালে আকৰ্ষিত কৰি প্ৰেৰণা যোগাই থকা স্বত্বেও আমাৰ সেইফালে কাণ-মন নাই! গতিকে মৰি-উপজি, উপজি-মৰি সংসাৰ চাকনৈয়াত ঘূৰিথকাৰ বাহিৰে নিশ্চয় আমাৰ গত্যন্তৰ নাই — কি বোলে?] ॥ ১২ ।

অঙ্গুষ্ঠমাত্ৰ পুৰুষোঽন্তৰাত্মা সদা জনানাং হৃদয়ে
সংনিৱিষ্টঃ। হৃদা মন্বীশো মনসাভিক্লৃপ্তো য
এতদ্বিদুৰমৃতাস্তে ভৱন্তি। ১৩ ॥

অঙ্গুষ্ঠমাত্রঃ (অঙ্গুষ্ঠ পৰিমিত) অন্তৰাত্মা (অন্তৰ্যামী) পুৰুষঃ (পৰিপূৰ্ণস্বৰূপ- পৰমাত্মা পুৰুষ) জনানাম্ হৃদয়ে (লোকসমূহৰ হৃদয়ত) সদা (সৰ্বদাই) সংনিবিষ্টঃ (সন্নিহিত থাকে) ; মন্বীশঃ (সেই জ্ঞানৰ অধীশ্বৰ) মনসা (মননৰ দ্বাৰা অভিক্লৃপ্তঃ (প্ৰকাশিত হয়)। যে (যি সকলে) হৃদা (ব্ৰহ্মাকাৰা বুদ্ধি-বৃত্তিৰদ্বাৰা) এতৎ (এই ৰহস্য) বিদুঃ (জানিব পাৰে), তে অমৃতাঃ ভৱন্তি (সেইসকল অমৰ হয়)।১৩॥

সেই পৰিপূৰ্ণস্বৰূপ পৰমাত্মা পুৰুষোত্তম অঙ্গুষ্ঠপ্ৰমাণ অন্তৰ্যামীৰূপে সদায়েই জনসমূহৰ হৃদয়ত সন্নিহিত হৈ আছে। সৰ্বজ্ঞানৰ পৰাকৌ তেওঁ মননৰ দ্বাৰা, নিৰন্তৰ ধ্যানৰদ্বাৰা প্ৰকাশিত হয়। যি সকল পুৰুষে ব্ৰহ্মাকাৰা বুদ্ধি-বৃত্তিৰদ্বাৰা অৰ্থাৎ পৰমব্ৰহ্মত একাগ্ৰচিত্ত-নিবেশৰ দ্বাৰা এই ৰহস্য জানিব পাৰে, সেইসকল অমৰ হয়, মৃত্যুযন্ত্ৰণাৰপৰা সাৰি যায়।

(এই মন্ত্ৰত অন্তৰাত্মাক অৰ্থাৎ অন্তৰ্যামী পৰমপুৰুষক অঙ্গুষ্ঠপ্ৰমাণ এইকাৰণেই কোৱা হৈছে যে, মনুষ্যহৃদয় অঙ্গুষ্ঠ-পৰিমিত আৰু এই মনুষ্যহৃদয়েই পৰমাত্মাৰ উপলব্ধিৰ স্থান। ব্ৰহ্মসূত্ৰতো এইবিষয়ত এনে সিদ্ধান্তকে দিছে (ব্ৰ:সূ: ১।৩।২৪-২৫)] ॥১৩॥

সহস্ৰশীৰ্ষা পুৰুষঃসহস্ৰাক্ষঃ সহস্ৰপাৎ। স
ভূমিং বিশ্বতো বৃত্বাত্যতিষ্ঠদ্ দশাঙ্গুলম্ ॥১৪॥

পুৰুষঃ(সেই পৰমপুৰুষ) সহস্ৰশীৰ্ষা (অসংখ্য মস্তকবিশিষ্ট),সহস্ৰাক্ষঃ (অসংখ্য চক্ষুযুক্ত,) সহস্ৰপাৎ (অসংখ্য-চৰণসমন্বিত); সঃ (তেওঁ)

ভূমিম্ (সমস্ত ভুৱনক) বিশ্বতঃ (সকলো ফালৰপৰা) বৃত্বা (আৱৰি থাকি) দশাঙ্গুলম্ অতি (জগতক অতিক্ৰম কৰি 'অসীম হৈ') (অথবা ভূমিম্ প্ৰাণীদেহত) বিশ্বতঃ বৃত্বা (সকলোতে থাকি) দশাঙ্গুলম্ অতি (নাভিৰপৰা দহ আঙুলি অতিক্ৰম কৰি 'হৃৎপদ্মত') অতিষ্ঠৎ (অৱস্থান কৰে)।১৪।

সেই পূৰ্ণস্বৰূপ পৰমপুৰুষৰ অসংখ্য মুখ, অসংখ্য চকু, অসংখ্য চৰণ; অৰ্থাৎ সকলো অঙ্গ ৰহিত হৈয়ো তেওঁৰ মুখ, ভৰি আদি অঙ্গ—অৱয়ৱবোৰ অনন্ত আৰু অসংখ্য। সেই পুৰুষোত্তম ভগৱন্তই সমগ্ৰ ভুৱনক সকলো দিশে আৱৰি সৰ্বব্যাপী হৈয়ো তাৰ (ভুৱনৰ) বাহিৰতো অসীম, অনন্তৰূপত বিদ্যমান আছে (ছান্দোগ্য ৩।১২।৬; গীতা ১০।৪২)। [অথবা নাভিৰপৰা দহ আঙুল ওপৰ'ল হৃদয় আকাশত বিৰাজিত থাকি প্ৰাণীৰ দেহ সৰ্বপ্ৰকাৰে নিয়ন্ত্ৰণত ৰাখে (গীতা ১৮।৬১)] ॥১৪॥

পুৰুষ এৱেদꣳ সৰ্বং যদ্ ভূতং যচ্চ ভব্যম্
উতামৃতত্বস্যেশানো যদন্নেনাতিৰোহতি ॥ ১৫॥

যৎ ভূতম্ (যি অতীত হৈ গল,) যৎ ভব্যম্ (যি হ'বলগীয়া হ'ব), চ (আৰু) অন্নেন (খাদ্য বস্তুৰ দ্বাৰা) যৎ অতিৰোহতি (যি বৰ্তমানকালত বৰ্দ্ধিত হৈছে), ইদম্ সৰ্বম্ (এই জাগতিক সমস্তই) পুৰুষঃ এৱ (পৰমপুৰুষেই) উত (আৰু তেৱেঁই) অমৃতত্বস্য (অমৰত্বৰ—মুক্তিৰ) ঈশানঃ (বিধাতা)।১৫॥

যি এতিয়াৰ পূৰ্বতে হৈ গ'ল, যি পাছলৈ হ'ব আৰু যি বৰ্ত্তমান খাদ্য-বস্তুৰ দ্বাৰা ভৰণ-পোষণ পাই তাওৰ দীঘল

হৈছে — ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমানকালত হবপৰা সমস্ত কাৰ্যকাৰণ সেই পুৰুষোত্তম পৰমাত্মাৰেই স্বৰূপ, আৰো সেই সৰ্ব্বনিয়ন্তা প্ৰভুৰেই অমৃতস্বৰূপ মোক্ষৰো বিধায়ক, অৰ্থাৎ সংসাৰবান্ধোনত বান্ধ খাই জলা-কলা হোৱা জীৱই 'ত্ৰাহি মধুসূদন' সুৰঁৰ তেওঁৰ শৰণাপন্ন হলে—"ত্ৰাহি হৰি পাৰলো পায়, উপায় পৰমানন্দ দিয়া" বুলি মনে-চিতে প্ৰাৰ্থনা জনালে তেওঁৰ পৰমানন্দধামলৈ লৈ যায় ॥১৫॥

সৰ্ব্বতঃ পাণিপাদং তৎ সৰ্ব্বতোঽক্ষিশিৰোমুখম্ ।
সৰ্ব্বতঃ শ্ৰুতিমল্লোকে সৰ্ব্বমাবৃত্য তিষ্ঠতি ॥১৬॥

তৎ (সেই পৰমপুৰুষে ) সৰ্ব্বতঃ পানিপাদম্ ( সকলোফালে হাত-ভৰি থকা ) সৰ্ব্বতঃ অক্ষি শিৰাঃমুখম্ (সকলোফালে চকু,মূৰ আৰু মুখ থকা) সৰ্ব্বতঃ শ্ৰুতিমৎ ( সকলোফালে কাণ থকা ) [তেৱেঁই] লোকে (ব্ৰহ্মাণ্ডত) সৰ্ব্বম আবৃত্য (সকলো আবৰি) তিষ্ঠতি (বিদ্যমান আছে) ॥১৬॥

সেই পৰমপুৰুষৰ সকলোফালে হাত, ভৰি, চকু, কান, মুখ, মূৰ আদি অঙ্গবোৰ বিদ্যমান। তেওঁৰ সকলোফালে সকলো অঙ্গৰ কাৰ্য সকলো সময়তে হৈ থাকে — সকলো অঙ্গৰ শক্তি-সামৰ্থ্যৰে তেওঁ সকলোৰে ওচৰে-ওচৰে ঘূৰিফুৰে, তেওঁৰ প্ৰিয় সন্তানসমূহৰ আহ্বানত সহাঁৰি দি চৰণ- চলাই ওচৰ চাপে, হাত পাতি দিয়া বস্তু লয়। চকুৰ ঠাৱেৰে অভয় দিয়ে-কাণ পাতি আন্তৰিক আবেদন শুনে, ভক্তিৰে অৰ্পন কৰা নৈবেদ্য-অন্নাদি মুখেৰে উপ

ভোগ কৰে আৰু নিবেদন কৰা গন্ধ-মাল্যাদি শিৰপাতি গ্ৰহণ কৰে। এইপ্ৰকাৰেই তেওঁ পৰমপিতাই ব্ৰহ্মাণ্ডৰ সমস্তকে সকলোফালৰপৰা আবৰি সৰ্বত্ৰ সমানভাবে বিৰাজমান আছে (গীতা ১৩। ১৩ )। কৃতজ্ঞতাৰ খাতিৰতে অন্ততঃ সন্তি-সন্তানবোৰৰ অকণমান শ্ৰদ্ধা পোৱাৰ আশা কৰি সেই পৰম-পিতাই তেওঁৰ সকলো অঙ্গ সকলোফালে বিস্তাৰ কৰি সকলোৰে ওচৰে-পাজৰে ঘূৰিব লাগিছে। এইকথা বিশ্বাস কৰি আপোনপাহৰা নহৈ তেওঁৰ সেৱাত লাগিযোৱা একান্ত আৱশ্যক ॥ ৬॥

সৰ্বেন্দ্ৰিয়গুণাভাসং সৰ্বেন্দ্ৰিয়বিবৰ্জিতম্
সৰ্বস্যপ্ৰভুমীশানং সৰ্বস্য শৰণং বৃহৎ ॥১৭॥

সেই পৰমপুৰুষ] সৰ্ব-ইন্দ্ৰিয়বিবৰ্জিতম্ (সকলোবোৰ ইন্দ্ৰিয় ৰহিত হৈয়ো) সৰ্ব-ইন্দ্ৰিয় গুণ-আভাসম্ (সকলোবোৰ ইন্দ্ৰিয়ৰ গুণ বিশিষ্টৰূপে প্ৰতিভাত হয়); সৰ্বস্য প্ৰভুম্ (তেওঁ সকলোৰে নিয়ন্তা) ঈশানম্ (সকলোৰে স্বামী), সৰ্বস্য (সৰ্বজগতৰ) বৃহৎ শৰণম্ (আৰু (মহৎ আশ্ৰয়) ॥১৭॥

সেই সৰ্বান্তৰ্যামী পৰমপুৰুষ সমুদায় ইন্দ্ৰিয়ৰ গুণ-বিশিষ্টৰূপে — ইন্দ্ৰিয়সমূহৰ বিষয়বোধক জ্ঞানৰূপে প্ৰতিভাত হয়, অথচ তেওঁ সৰ্বেন্দ্ৰিয়বৰ্জিত তেওঁৰ কোনো ইন্দ্ৰিয়েই নাই (গীতা ১৩।১৪) তেওঁ সকলোৰে নিয়ামক, সৰ্ব-সমৰ্থ স্বামী আৰু সমুদায় জীৱৰ সৰ্বপ্ৰধান নিৰাপদ আশ্ৰয়;

তেওঁৰ চৰণাশ্ৰিত হব পা ৰলে সংসাৰ-আপদ অনন্তকাললৈ আঁতৰি পলায়॥ ১৭ ॥

নৱদ্বাৰে পুৰে দেহী হংসো লেলায়তে বহিঃ।
ৱশী সৰ্বস্য লোকস্য স্থাবৰস্য চৰস্য চ ॥ ১৮ ॥

সৰ্বস্য (সমস্ত) স্থাবৰস্য (স্থিতিশীল) চ (আৰু) চৰস্য (গতিশীল) লোকস্য (জগতৰ) ৱশী (বশবৰ্তী ৰাখোঁতা) হংসঃ (অবিদ্যাৰ হননকাৰী প্ৰকাশময় পৰমাত্মাই) নৱদ্বাৰে (নখন দুৱাৰ থকা) পুৰে (দেহপুৰত) দেহী (দেহাভিমানী অন্তৰাত্মাৰূপে) বহিঃ (বাহ্যজাগতিক বিষয় গ্ৰহণৰ নিমিত্তে) ললায়তে (চেষ্টা কৰে) ॥১৮॥

সমস্ত স্থাবৰ আৰু জঙ্গম জীৱসমুদায়ৰূপ এই জগৎ যি নিজৰ বশবৰ্তী ৰাখে, কৃপা কৰি যি অবিদ্যাৰ অন্ধকাৰ বিনাশপূৰ্বক স্বকীয় প্ৰকাশময় স্বৰূপ উপাসকৰ অন্তঃকৰণত উদ্ভাসিত কৰে, সেই সৰ্বান্তৰ্যামী পৰমাত্মা পুৰুষেই নখন দুৱাৰ (দুই চকু, দুই কাণ, দুই নাক, এক মুখ, এক লিঙ্গ, এক গুহ্য — এই নখন দুৱাৰ) থকা এই দেহ-ৰূপ নগৰখনৰ অন্তৰ্যামীৰূপে নিয়ামক হয় আৰু জাগতিক গ্ৰহণত সচেষ্ট হয় — এয়ে জগন্ময় জগন্নাথৰ লীলা ॥১৮॥

অপাণিপাদো জৱনো গ্ৰহীতা পশ্যত্যচক্ষুঃ স
শৃণোত্যকৰ্ণঃ। স বেত্তি বেদ্যং ন চ তস্যাস্তি-
বেত্তা, তমাহুৰগ্ৰ্যং পুৰুষং মহান্তম্ ॥১৯॥

সঃ (জগদাত্মা) অপাণিপাদঃ (হাত-ভৰি নথকা হৈয়ো) গ্রহীতা (সকলো গ্রহণকাৰী), জবনঃ (শীঘ্রগামী), অচক্ষুঃ (চক্ষুহীন হৈয়ো) পশ্যতি (সৰ্বদৰ্শী,) অকৰ্ণঃ (কান নথকা হৈয়ো) শৃণোতি (সকলো শুনে); সঃ (তেওঁ) বেদ্যম্ (জানিবলগীয়া সমুদায় বিষয়) বেত্তি জানে) চ (অথচ) তস্য বেত্তা (তেওঁক জানোঁতা 'ন অস্তি' (কোনো নাই)। তম্ (তেওঁক) অগ্র্যম্ (সকলোৰে আদি) মহান্তম্ (সৰ্বশ্রেষ্ঠ) পুৰুষম্ (পৰিপূৰ্ণস্বৰূপ) আহুঃ (ব্রহ্মবাদীসকলে কয়) ॥১৯।

('সমুদায় ইন্দ্রিয় বৰ্জিত হৈয়ো সেই পুৰুষত সমস্ত ইন্দ্রিয়ৰ ব্যাপাৰসমূহ প্রতিভাত হয়' বুলি কোৱা কথাৰ স্পষ্টীকৰণ পূৰ্বক ভগৱন্তৰ সৰ্বশক্তিমত্ত্ব প্রতিপাদন কৰি কোৱা হৈছে — ) পৰমপুৰুষৰ হাত নাই, অথচ সকলোতে সকলো বস্তু গ্রহণ কৰে, সেইদৰে ভৰি নাই, কিন্তু সকলো ফালেই শীঘ্রগমন কৰে, চক্ষুহীন হৈয়ো জগতৰ যাবতীয় যি কোনো দৃশ্য দৰ্শন কৰে, কাণ নথকা হলেও ক'ত কোনে কি কৈছে, সকলো শুনে। জড়, চেতন যাবতীয় পদাৰ্থৰ বিষয় আৰু জানিবলগীয়া অন্যান্য সমস্ত বিষয় তেওঁ জানে, কিন্তু তেওঁক জানোঁতা কোনো নাই। সৰ্বজ্ঞানী—ক্ষুদ্রজ্ঞানীয়ে তেওঁক জানিব কেনেকৈ ?) ব্রহ্মবাদীসকলে কয় যে, তেওঁ সকলোৰে আদি-কাৰণ, সৰ্বোত্তম, পৰিপূৰ্ণ পুৰুষ ॥১৯॥

অণোৰণীয়ান্ মহতো মহীয়ান্, আত্মা গুহায়াং
নিহিতোহস্য জন্তোঃ। তমক্রতুং পশ্যতি বীতশোকো,
ধাতুঃ প্রসাদান্মহিমানমীশম্ ॥২০॥

অনোঃ অনীয়ান্ (সূক্ষ্মতকৈয়ো অতিসূক্ষ্ম) মহতঃ মহীয়ান্ (মহত্তকৈয়ো অতি মহৎ) আত্মা (পৰমাত্মা পুৰুষ) অস্য জন্তোঃ (এই জাগতিক জীৱৰ) গুহায়াম্ (হৃদয় গুহাত) নিহিতঃ (অদৃশ্য হৈ থাকে), ধাতুঃ প্ৰসাদাৎ। (পৰমেশ্বৰৰ অনুগ্ৰহত) অক্ৰতুম্ (সংকল্পশূন্য) তম্ ঈশম্ (সেই পৰমেশ্বৰক) মহিমানম্ (আৰু তেওঁৰ মহিমাক) পশ্যতি ('যি জ্ঞানী জনে' দেখে) বীতঃ শোক (তেওঁ দুখৰ অতীত হয়) ॥২০॥

সূক্ষ্মতকৈয়ো অতিসূক্ষ্ম আৰু বৃহত্তকৈয়ো অতি বৃহৎ পৰমাত্মা পুৰুষ এই জগতৰ যাৱতীয় প্ৰাণীৰ হৃদয়ৰূপ গুহাত অদৃশ্য হৈ থাকে। সমস্তৰে বিধান কৰে তা পৰমেশ্বৰৰ অনুগ্ৰহ যদি হয় তেতিয়াহে নিজৰ কাৰণে কোনো সংকল্প নথকা, অহেতুক কৰুণাশীল পৰমসুহৃদ ভগৱন্তক আৰু তেওঁৰ অনন্ত মহিমাৰাজিক জানিবলৈ সক্ষম হয়, সেই জ্ঞান লাভ কৰি যি জন তৎপৰায়ণলোকে সেই মহামহিমান্বিত—পৰমপুৰুষৰ সাক্ষাৎকাৰ পায় তেওঁ সকলো দুখ অতিক্ৰম কৰি আনন্দময়ৰ আনন্দস্বৰূপত নিত্যানন্দ ভোগ কৰে ॥২০॥

বেদাহমেতমজৰং পুৰাণং সৰ্ব্বাত্মানং সৰ্ব্বগতং বিভু-
ত্বাৎ। জন্মনিৰোধং প্ৰবদন্তি যস্য, ব্ৰহ্মবাদিনো
হি প্ৰবদন্তি নিত্যম্ ॥২১॥

ব্ৰহ্মবাদিনঃ (বেদৰহস্যৰ ব্যাখ্যাতা ঋষিসকলে) যস্য (যাৰ জন্মনিৰোধম্ (জন্মৰ অভাৱ) প্ৰবদন্তি (বোলে), হি নিত্যম্ প্ৰবদন্তি (আৰু যাক নিত্যস্বৰূপ বোলে) বিভুত্বাৎ সৰ্ব্বগতম্ (ব্যাপক কাৰণে সৰ্ব্বত্ৰ বিদ্যমান), অজৰম্ (পৰিণাম শূন্য), পুৰাণম্

(পুৰাতন), সৰ্বাত্মানম (সকলোৰে আত্মাস্বৰূপ) এতম্ (এই পৰমেশ্বৰক) অহম্ বেদ (মই জানো) ॥২১॥

[ব্ৰহ্মক সাক্ষাৎকাৰ কৰা কোনোবা মহাপুৰুষে এইদৰে কয় যে, 'ব্ৰহ্মবাদী ঋষিসাৰ যাৰ জন্ম নাই বুলি কয়আৰু যাক নিত্য বুলি কয়, সেই পৰমব্ৰহ্ম জৰা-মৰণ আদি পৰিণাম শূণ্য, পুৰাতন অৰ্থাৎ সৰ্বত্তিকাল একৰূপ আৰু ব্যাপক হোৱা কাৰণে সৰ্বত্ৰ বিৰাজিত সমস্তৰে আত্মাস্বৰূপ ; এই চিৰসুন্দৰ পৰমাত্মা পৰমপুৰুষক মই তেওঁৰ কৃপাত জানিব পাৰিলোঁ ॥ ২১ ॥

তৃতীয় অধ্যায় সমাপ্ত

## চতুৰ্থ অধ্যায়

য একোঽবৰ্ণো বহুধা শক্তিয়োগাদ্, বৰ্ণাননেকান্ নিহিতাৰ্থো দধাতি। বি চৈতি চান্তে বিশ্বমাদৌ স দেৱঃ স নো বুদ্ধ্যা শুভয়া সংযুনক্তু ॥১॥

যঃ (যি জন) অবৰ্ণঃ (ৰূপ ৰঙ আদি ৰহিত নিৰ্বিশেষ হৈয়ো) নিহিতাৰ্থঃ (অজ্ঞাত প্ৰয়োজন বশতঃ) বহুধা শক্তিযোগাৎ (অবিধ বিচিত্ৰ শক্তিৰ সহায়ত) আদৌ (সৃষ্টিৰ আদিতে) অনেকান বৰ্ণান

(অনেক বৰ্ণৰূপাদি) দধাতি (ধাৰণ কৰে) চ (আকৌ অন্তে (অন্তত) বিশ্বম (সম্পূৰ্ণ বিশ্ব) বি-এতি ('যাত' বিলীন হয়) সঃ দেৱ (সেই স্বয়ং জ্যোতি পৰমদেৱ) একঃ (অদ্বিতীয়—এক) সঃ (তেওঁ) ন (আমাক) শুভয়া বুদ্ধ্যা (শুভ বুদ্ধিৰে) সংযুনক্তু (সংযুক্ত কৰক) ॥১।

যি পুৰুষোত্তম পৰমাত্মা বৰ্ণৰূপ আদি বিশেষৰ বৰ্জিত নিৰ্বিকাৰ নিৰাকাৰ, সেই তেৱেঁই কিবা অজ্ঞাত ৰহস্য প্ৰয়োজন অনুসাৰে সৃষ্টিৰ আদিতে নিজস্বৰূপ তুল্য — বিবিধ বিচিত্ৰশক্তিৰ সহযোগত নানা ৰঙ ৰূপাদি সমন্বিত বিবিধ বিচিত্ৰ পদাৰ্থৰ আকাৰ ধাৰণ কৰে, আকৌ শেষত সেই বিচিত্ৰ বিশ্ব বিলীন হৈ যায়, অৰ্থাৎ এই বিনন্দীয়া জগৎ তাৰ নানা ৰঙৰূপ নাম আদি ধাৰণ, তাৰ পৰিবৰ্দ্ধন আৰু শেষত সেই সবাৰে সামৰণি যাৰ লীলা, যাৰ বিলাস, সেই নিজেই নিজৰ প্ৰকাশক দেৱাদিদেৱ পৰমেশ্বৰ এক অদ্বিতীয়। এক তেৱেঁই বিভিন্ন শক্তিৰ প্ৰকাশক হিচাবে বিভিন্ন নাম-ৰূপত বিভিন্ন দেৱতাৰূপে প্ৰতিভাত হয়। সেই পৰম দেৱতাই আমাক শুভবুদ্ধিৰে তেওঁৰ লগত সংযুক্ত কৰক ॥ ১০ ॥

তদেৱাগ্নিস্তদাদিত্যস্তদ্বায়ুস্তদু চন্দ্ৰমাঃ। তদেৱ শুক্ৰং
তদ্ব্ৰহ্ম তদাপস্তৎ প্ৰজাপতিঃ ॥ ২ ॥

তৎ এৱ (সেই পৰব্ৰহ্মই) অগ্নিঃ (অগ্নিদেৱ) তৎ আদিত্যঃ (তেৱেঁই সূৰ্য্য), তৎ বায়ুঃ তেৱেঁই বায়ু) তৎ উ চন্দ্ৰমাঃ

(আৰু তেৱেঁই চন্দ্ৰ ; তৎ শুক্ৰম্ (তেৱেঁই প্ৰকাশযুক্ত নক্ষত্ৰ আদি), তৎ আপঃ (তেৱেঁই জল) তৎ প্ৰজাপতিঃ (তেৱেঁই প্ৰজাবৰ্গৰ পালক) তৎ এৱ ব্ৰহ্ম (তেৱেঁই সকলোতকৈ বৃহৎ) ॥২॥

[পৰমেশ্বৰক সৰ্বৰূপে চিন্তা কৰিবপৰা শুভবুদ্ধিৰ প্ৰাৰ্থনা কৰি তেওঁৰ সৰ্বৰূপত্বৰ উপদেশ দিয়া হৈছে যে] — সেই পৰমাত্মা পুৰুষেই সূৰ্য অগ্নি, বায়ু, বৰুণ, চন্দ্ৰমা আৰু অন্যান্য প্ৰকাশময় নক্ষত্ৰ আদি ; তেৱেঁই প্ৰজাপতি আৰু আদিপুৰুষ ব্ৰহ্মাও। এই সকলোবোৰেই সেই অদ্বিতীয় পূৰ্ণব্ৰহ্ম পৰমেশ্বৰৰেই বিভূতি, তেওঁৰেই বিভিন্ন শক্তিৰ প্ৰতীক। সেই পৰমাত্মাই এই সমস্তৰেই অন্তৰ্যামী আত্মা, গতিকে এই সকলোবোৰেই তেওঁৰে স্বৰূপ। এইপ্ৰকাৰে জগতৰ যাৱতীয় ৰূপত পৰমেশ্বৰৰ ভাৱনা একান্ত আৱশ্যক ।২।

ত্বং স্ত্ৰী ত্বংপুমানসি কুমাৰ উত বা কুমাৰী।
ত্বং জীৰ্ণো দণ্ডেন বঞ্চসি ত্বং জাতো ভৱসি
বিশ্বতোমুখঃ ॥৩॥

ত্বম্ স্ত্ৰী (তুমি নাৰী), ত্বম্ পুমান (তুমি পুৰুষ), ত্বম্ কুমাৰঃ (তুমি বালক) উত বা (অথবা) কুমাৰী অসি (বা লৰাও ছোৱালী), ত্বম্ জীৰ্ণঃ (তুমি বুঢ়া হৈ) দণ্ডেন (লাঠিৰ সহায়ত) বঞ্চসি (লেঙুৰিয়াই চলা) ; ত্বম্ জাতঃ (তুমিয়েই নানাৰূপত জন্ম লৈ) বিশ্বতোমুখঃ ভৱসি (সকলোফালে মুখ হৈ আছা) ।৩।

হে সৰ্বৰূপ ! ভগৱান তুমি নাৰী, পুৰুষ, কুমাৰ, কুমাৰী-সব। তুমিয়েই লাঠিৰ সহায় লৈ লেঙুৰিয়াই খোজ-কঢ়া বুঢ়া। ল ৰা, ডেকা, বুঢ়া, মতা, তিৰোতা ইত্যাদি সকলোৰূপতে তুমি অভিব্যক্ত। হে জগদাত্মা পৰমেশ্বৰ! বিৰাট স্বৰূপ তুমি বিধে বিধে নানাৰূপত জন্মংবি নানা প্ৰাণী হৈ বিশ্বত ব্যাপ্ত আছা ; যেনি-তেনি যিমান মুখ দেখিবলৈ পোৱা হয়, সেই সকলোবোৰ তোমাৰেই মুখ ॥৩।

নীলঃ পতঙ্গো হৰিতো লোহিতাক্ষ-স্তড়িদ্‌গৰ্ভ
ঋতবঃ সমুদ্ৰাঃ। অনাদিমত্ত্বং বিভুত্বেন বৰ্ত্তসে,
যতো জাতানি ভুবনানি বিশ্বা ।৪

[ত্বম্‌ এব (তুমিয়েই)] নীলঃ পতঙ্গঃ (নীল বৰণীয়া ভোমোৰা আদি পতঙ্গ), হৰিতঃ (সেউজীয়া) লোহিতাক্ষঃ (ৰঙা চকুৰ্‌বা ভাটৌ আদি পখী), তড়িৎ-গৰ্ভঃ (বিজুলীযুক্ত মেঘ), ঋতবঃ (ঋতু-সমূহ), সমূদ্ৰাঃ (সাত-সাগৰ) ; যতঃ (যি তোমাৰপৰা) বিশ্ব (সমুদায়) ভুবনানি (লোকসমূহ) জাতানি (উৎপন্ন হ'ল), ত্বম্‌ (সেই তুমি) অনাদিমৎ (অনাদি প্ৰকৃতি সমন্বিত) বিভুত্বেন (সৰ্বব্যাপকৰূপে) বৰ্ত্তসে (বিদ্যমানআছা) । ৪॥

হে বিশ্বৰূপ ! তুমিয়েই নিলবৰণীয়া ভোমোৰা আদি পতঙ্গ, তুমি সেউজবৰণীয়া আৰু ৰঙা-চকুৰা ভাটৌ আদি পখী, তুমি বিজুলীযুক্ত মেঘ, বসন্ত আদি ছয় ঋতু

আৰু সাত-সাগৰো তোমাৰেই ৰূপ। অৰ্থাৎ এই নানাৰঙ—নানাৰূপেৰে সমস্ত জড়-চেতন পদাৰ্থবোৰৰ ৰূপত তুমি-য়েই অভিব্যক্ত। কিয়নো তোমাৰপৰাই তো সমুদায় লোকসমূহ আৰু তাৰ অধিবাসী হবেকপ্ৰকাৰ জীববৃন্দৰ প্ৰাদুৰ্ভাৱ হ'ল। অব্যক্তা আৰু জীৱৰূপা যি তোমাৰ অনাদি প্ৰকৃতি (যাক গীতাই অপৰা আৰু পৰা প্ৰকৃতি বুলি বৰ্ণনা কৰিছে — গীতা ৭।৪।৫), তাৰে সৈতে তুমিয়েই বিশ্বব্যাপকৰূপে জলে, স্থলে, অন্তৰীক্ষে সমস্ত-ব্ৰহ্মাণ্ডত বিৰাজ কৰিছা ॥৪॥

অজামেকাং লোহিতশুক্লকৃষ্ণাং বহ্বীঃ প্ৰজাঃ-
সৃজমানাং সৰূপাঃ। অজো'হ্যেকো জুষমাণোঽনু-
শেতে, জহাত্যেনাং ভুক্তভোগামজোঽন্যঃ ॥৫॥

সৰূপাঃ (নিজৰ অনুৰূপ) বহ্বীঃ প্ৰজাঃ (বহুত সন্তান) সৃজমা-নাম্ (সৃষ্টিকাৰিণী) লোহিত শুক্লকৃষ্ণাম্ (ৰঙা,বগা আৰু ক'লা বৰণীয়া, ত্ৰিগুণময়ী) একাম্ অজাম্ (এক ছাগীক—অজন্মা অনাদি প্ৰকৃতিক) একঃ হি অজঃ (কোনো এক ছাগে—অজন্মা অজ্ঞানী জীৱই) জুষমানঃ (আসক্ত হৈ) অনুশেতে (ভোগ কৰে); অন্যঃ অজঃ (অন্য এক ছাগে—অজন্মা জ্ঞানী জীৱই) এনাং (এই) ভুক্তভোগাম (ভোগ কৰা ছাগীক উপভুক্ত প্ৰকৃতিক) জহাতি (ত্যাগ কৰে) ॥৫॥

(পূৰ্বমন্ত্ৰত সূচোৱা' অনাদি প্ৰকৃতিক বিশ্লেষণৰ ছলেৰে এই মন্ত্ৰৰ প্ৰকৃতি পুৰুষৰ সমন্ধ, অজ্ঞানী আৰু জ্ঞানী জীৱৰ প্ৰভেদ এক ৰূপকৰ সহায়ত বৰ্ণন কৰা হৈছে, সুন্দৰ কাব্যময়ী

ভাষাৰে — । ) ৰঙা, বগা, আৰু ক'লা, এই তিনি বৰণীয়া এজনী ছাগলীয়ে নিজ ৰঙৰ অনুৰূপ বহুত পোৱালীৰ জন্ম দিলে; সেইজনী ছাগলীৰ সঙ্গী হোৱা এটা ছাগলী তাইত আসক্ত হৈ ভোগত মত্ত থাকে। কিন্তু অন্য এটা ছাগলীয়ে ছাগলীজনী উপভোগ কৰি তাইক এৰি গুচি যায়। ( এই শ্ৰুতিৰ ভাব এই যে- পৰম-পুৰুষৰ অধ্যক্ষতাত প্ৰকৃতিয়ে নিজৰ অনুৰূপ-ত্ৰিগুণময় অসংখ্য জীৱদেহ উৎপাদন কৰে। (গীতা ৯ •;১৪।৩-৪)। প্ৰকৃতি 'অজা'-জন্ম ৰহিতা, অনাদি। ত্ৰিগুণাত্মিকা বাবে প্ৰকৃতিক তিনিবৰণীয়া বুলি কোৱা হৈছে। সত্ত্ব,ৰজ আৰু তম এই তিনিগুণ তিনি ৰঙ্-সত্ত্বগুণ নিৰ্মল আৰু প্ৰকাশস্বৰূপ বাবে তাক বগা, ৰজগুণ ৰাগ (বিষয় ৰাগত ৰঞ্জিত) স্বৰূপ বাবে তাক ৰঙা আৰু তমগুণ আবৰক অজ্ঞানময় বাবে তাক ক'লা বৰণীয়া বোলা হৈছে। (গীতা-১৪ ৬-৮। এই তিনি ৰঙ্ৰূপা ত্ৰিগুণময়ী প্ৰকৃতি গীতাত উক্ত আঠপ্ৰকাৰ ভেদযুক্ত অপৰাপ্ৰকৃতি(৭ ৪)। দ্বিতীয় 'অজ' - পুৰুষ; গীতাত যাক পৰাপ্ৰকৃতি নামে ৭।৫) ক্ষেত্ৰজ্ঞ নামে (১৩।১) তথা অক্ষৰ পুৰুষ নামে (১৫।১৬) বৰ্ণনা কৰা হৈছে, সেই জীৱও 'অজ' জন্ম ৰহিত। এই জীৱৰ দুই ভেদ। এক—অবিদ্যাৰ কাৰণে অপৰা প্ৰকৃতিত আসক্ত হৈ—তাৰে সৈতে একাকাৰ হৈ তাৰ ভোগৰ বৈচিত্ৰ্যত মজি থাকে। দুই—যি প্ৰকৃতিৰ পৰা পোৱা ভোগ ভুঞ্জি বিদ্যাৰ

বিশিষ্ট ( জ্ঞানৰ) বলত সেইবোৰৰ সাঁৰশূন্যতা আৰু ক্ষণিকতা উপলব্ধি কৰি তাক একেবাৰেই পৰিত্যাগ কৰে। এই দুয়োপ্ৰকাৰৰ জীৱ আৰু প্ৰকৃতিও অজন্মা তথা অনাদি বুলি গীতাতো উক্ত হৈছে (১৩।১৯-২১)। * ]

{ সংস্কৃত ভাষাত 'অজা' (স্ত্ৰীং) 'অজ' (পুং) ছাগলিৰ নাম। ইয়াত প্ৰকৃতিক তিনিৰঙীয়া ছাগীৰূপে চিত্ৰিত কৰি বদ্ধজীৱৰূপ ছাগৰ সংযোগত প্ৰকৃতিয়ে নিজৰ অনুৰূপে ত্ৰিগুণময় সন্তানসমূহ জন্ম দিয়াৰ কথা কাব্যিক ৰঙৰঞ্জিতভাবে বৰ্ণিত হৈছে। } ।৫।

দ্বা সুপৰ্ণা সযুজা সখায়া, সমানং বৃক্ষং পৰিষস্বজাতে। তয়োৰন্যঃ পিপ্পলং স্বাদ্বত্ত্য নশ্নন্নন্যো অভিচাকশীতি ॥ ৬ ॥

সযুজা (সদায় লগ হৈ থকা), সখায়া (পৰস্পৰে সম্যভাৱ ৰখা) দ্বা সুপৰ্ণা (জীৱাত্মা আৰু পৰমাত্মাৰূপ দুটি পক্ষী) সমানম্ বৃক্ষম্ (একে জোপা দেহৰূপ বৃক্ষক) পৰিষস্বজাতে (আশ্ৰয় কৰি থাকে)। তয়োঃ (সেই দুইটিৰ) অন্যঃ (এটি জীৱাত্মাৰূপ পক্ষীয়ে)

---

* এই মন্ত্ৰটিয়েই সাংখ্যবাদীসকলৰ বীজমন্ত্ৰ স্বৰূপ আৰু এই মন্ত্ৰৰ আধাৰতে সাংখ্যদৰ্শনক শ্ৰুতিসম্মত বুলি সিদ্ধান্ত কৰে। দৰ্শন শাস্ত্ৰৰ ব্যাখ্যাতা সুপ্ৰসিদ্ধ দাৰ্শনিক স্বনামধন্য আচাৰ্য শ্ৰীবাচস্পতি মিশ্ৰপাদে 'সাংখ্যকাৰিকাৰ স্বৰচিত 'সাংখ্যতত্ত্বকৌমুদী' টীকাৰ আৰম্ভতে এই মন্ত্ৰকে সামান্য পৰিবৰ্তন কৰি মঙ্গলাচৰণৰূপে উদ্ধৃত কৰি মন্ত্ৰত বৰ্ণিত প্ৰকৃতিক বন্দনা কৰিছে।

পিপ্পলম্ (সেই বৃক্ষৰ ফল, কৰ্মফল) স্বাদু (সোৱাদ লৈ-লৈ) অত্তি (খায়), অন্যঃ (দ্বিতীয় পৰমাত্মাৰূপ পখীয়ে কিন্তু) অনশ্নন্ (নোখোৱাকৈ) অভিচাকশীতি (কেৱল চাই থাকে) ॥ ৬ ॥

মনুষ্য দেহৰূপ গছ-জোপাত এবেটা হৃদয়-গুহাৰূপ বাঁহত দুটি পক্ষী পৰস্পৰে মিত্ৰভাৱে একেলগে বাস কৰে। জীৱাত্মা আৰু পৰমাত্মা (চমুকৈ জীৱ আৰু ঈশ্বৰ) সেই পখীদুটিৰ নাম। দুয়ো চিৰসঙ্গী, পৰম সুহৃদ। জীৱৰ প্ৰাৰব্ধ অনুযায়ী যি সুখ-দুখ, হৰ্ষ-বিষাদৰূপ কৰ্ম-ফল, সেয়ে গছজোপাত লাগি থকা ফল। সেই পখী দুটাৰ এটি জীৱাত্মা পখীয়ে সেই ফলবোৰ সোৱাদ লৈ লৈ খায় অৰ্থাৎ হৰ্ষ বিষাদ অনুভৱ কৰি কৰি কৰ্মফল ভোগ কৰে। আনটি ঈশ্বৰৰূপ পখীয়ে সেইবোৰ ফল নাখায়, কেৱল চাইহে থাকে অৰ্থাৎ শৰীৰত প্ৰাপ্ত সুখ-দুখ, হৰ্ষ-বিষাদ তেওঁ ভোগ নকৰে, মাত্ৰ তাৰ সাক্ষী হৈহে থাকে। [জীৱাত্মায়ো যদি পৰমাত্মাৰ দৰে ভোগৰ লুভীয়া নহৈ দ্ৰষ্টা মাত্ৰ হব পাৰে, তেতিয়া হলে তাৰ দৃষ্কৃত কৰ্মফলৰ সৈতে কোনো সম্বন্ধ নোহোৱা হব আৰু পৰমসুহৃদ পৰমাত্মাৰ সৈতে আনন্দত নিমগ্ন হৈ থাকিব। মুণ্ডকৰ ৩।১।১ মন্ত্ৰ এই মন্ত্ৰৰে সৈতে একে। এই মন্ত্ৰৰে সৈতে প্ৰায় একে ভাৱকে প্ৰকাশ হৈছে কঠোপনিষদৰ ১।৩।১ মন্ত্ৰত। তাত জীৱাত্মা আৰু পৰমাত্মাক একেটা গুহাত প্ৰবিষ্ট ছাঁ আৰু পোহৰৰূপে বৰ্ণনা কৰা হৈছে। ভাৱ একে।] ॥ ৬ ॥

সমানে বৃক্ষে পুৰুষো নিমগ্নোঽনীশয়া শোচতি
মুহ্যমানঃ। জুষ্টং যদা পশ্যত্যন্যমীশমস্য মহিমান-
মিতি বীতশোকঃ॥ ৭॥

সমানে বৃক্ষে (দেহৰূপ) একেজোপা গছতে থকা পুৰুষঃ (জীৱাত্মা) নিমগ্নঃ (আসক্তিত ডুবি থাকে), [এই কাৰণে] অনীশয়া (অসমৰ্থ হেতুকে) মুহ্যমান (মোহগ্ৰস্ত হৈ দীনভাৱে) শোচতি (শোক কৰে)। যদা (যেতিয়া) জুষ্টম্ (ধাৰ্মিকলোকৰ দ্বাৰা সেৱিত) অন্যম্ (আপোনজন সঙ্গী) ঈশম্ (পৰমাত্মাক) অস্য মহিমানম্ (আৰু তেওঁৰ মহিমাক) পশ্যতি (দেখে, অনুভৱ কৰে), ইতি (তেতিয়া) বীতশোকঃ (সকলো শোকৰপৰা মুক্ত হয়)। ৭॥

পূৰ্বক্ত কোৱা দেহৰূপ একেজোপা গছতে হৃদয়গুহা ৰূপ একেটা ঠাইতে পৰমাত্মাৰ সৈতে একেলগে থকা জীৱাত্মাই যেতিয়ালৈকে পৰমসুহৃদ সঙ্গী পৰমেশ্বৰ ফালে নাচায়, দেহটোৰ প্ৰতি অত্যাসক্তিৰূপ মোহ-মদিৰাত ভোল হৈ থাকে অৰ্থাৎ শৰীৰক ভোগ ভোগোৱাৰ চেষ্টাতে অহৰ্নিশে ব্যতিব্যস্ত থাকে, তেতিয়ালৈকে নিজৰ অসমৰ্থতা আৰু দীনহীনতাৰ বাবে মোহগ্ৰস্ত হৈ শোক কৰিবলগীয়া হয়। কিন্তু কেতিয়াবা যদি ভগৱন্তৰ অহৈতুকী দয়া হয়, আৰু সেই কৃপাময়ৰ কৃপা পাই সদায় লগে লগে থকা পৰম হিতৈষী আপোনজন সঙ্গী পৰমাত্মাৰ ফালে মন কৰে, সন্ত-মহন্তসকলে যাক নিত্য-নিৰন্তৰ উপাসনা কৰে, সেই পৰম বান্ধৱৰ প্ৰতি যদি দৃষ্টি পাত কৰে আৰু বিশ্বব্যাপি থকা

ঐশ্বৰ্যৰ গৰাকী তেওঁৰ নিৰ্বিকাৰত্বাদি মহিমা বুজি-বাজি চায়, তেতিয়া তৎকালেই সেই জীৱৰ সকলো দুঃখ-শোক শেষ হৈ যায় ॥৭॥ (মুণ্ডক ৩।১।২)

ঋচো অক্ষৰে পৰমে ব্যোমন্ য়স্মিন্ দেৱা অধি বিশ্বে নিষেদুঃ। য়স্তং ন বেদ কিমৃচা কৰিষ্যতি য় ইত্ তদ্বিদুস্ত ইমে সমাসতে ॥৮॥

য়স্মিন্ (য'ত) বিশ্বে দেৱাঃ (সমস্ত দেৱগণ) অধি (অধিকাৰ অনুৰূপে) নিষেদুঃ (অৱস্থিত থাকে), অক্ষৰে (অবিনাশী) পৰমে ব্যোমন্ ('সেই' পৰম আকাশৰূপ ব্ৰহ্মধামত) ঋচঃ (ঋক্ আদি বেদসমূহো 'অৱস্থিত থাকে'); য়ঃ (যি লোকে) তম্ (তাদৃশ পৰব্ৰহ্মক) ন বেদ (নাজানে), [তেওঁ] ঋচা (বেদেৰে) কিম্ কৰিষ্যতি (কি নো সাধিব ? ) ইত্ (কিন্তু) য়ে (যিসকলে) তৎ (সেই ব্ৰহ্মক) বিদুঃ (জানে), তে ইমে (সেই সকলে) সমাসতে (ব্ৰহ্মতে প্ৰতিষ্ঠিত হয়) ॥৮॥

পৰব্ৰহ্ম পৰমেশ্বৰৰ পৰম আকাশৰূপ (ছান্দোগ্য ৮।১৪।১ আৰু ৪।১০।৪) অবিনাশী পৰমধামত সমস্ত দেৱতা-বৃন্দ অধিকাৰ অনুৰূপে আশ্ৰিত আছে; সেই ব্ৰহ্মধামতে ঋক্ আদি বেদসমূহো মূৰ্তিমন্ত হৈ ভগৱন্তৰ সেৱাত নিৰত থাকে। অৰ্থাৎ যেনেকৈ কোনো ৰজা বা সন্ত-মহন্তৰ সাক্ষাৎ লাভ কৰিবলৈ আশ্ৰিত-অনুচৰসকলৰ সহায় লাগে, সেইদৰে সমস্ত দেৱতা আৰু সমস্ত বেদৰ আশ্ৰয়ণীয় পৰ-মেশ্বৰ পুৰুষোত্তমৰ সাক্ষাৎ পাবলৈ তেওঁৰ পাৰ্ষদ বা অনু-চৰৰূপী বেদ-প্ৰতিপাদ্য দেৱবৃন্দৰ সহায় আৱশ্যক। যি লোকে

সেই সর্বাধাৰ, সর্বাশ্রয়স্বৰূপ পুৰুষোত্তমক জানিবলৈ সমৰ্থ নহয় অর্থাৎ 'সমস্ত দেৱতাৰ সৈতে সমস্ত বেদ তেওঁৰেই পাৰ্যদ, তেওঁৰেই সেৱাইত' এই ৰহস্য নুবুজে, তেওঁ বেদেৰে কি সাধিব ? অর্থাৎ বেদাদি শাস্ত্রজ্ঞানী বুলি তেওঁৰ অভিমান-আস্ফালন নিৰৰ্থক। কিন্তু যি সকল জ্ঞানীপুৰুষে সেই পৰব্ৰহ্ম পৰমেশ্বৰক তত্ত্বতঃ জানিব পাৰে, সেইসকলহে সেই পৰমধামত ভগৱন্তৰ সৈতে সুপ্রতিষ্ঠিত হয় তেওঁলোক আৰু সংসাৰলৈ ঘূৰি নাহে ॥৮॥

ছন্দা৺সি য়জ্ঞাঃ ক্রতবো ব্রতানি, ভূতং ভৱ্যং
য়চ্চ ৱেদা ৱদন্তি। অস্মান্মায়ী সৃজতে ৱিশ্বমেতৎ,
তস্মিংশ্চান্যো মায়য়া সংনিৰুদ্ধঃ ॥৯॥

ছন্দাংসি (ছন্দসমূহ) য়জ্ঞাঃ (যজ্ঞসমূহ) ক্রতৱঃ (জ্যোতিষ্টোম আদি ক্রতু সমূহ) ব্রতানি (ব্রতসমূহ) চ (তথা) য়ৎ (যি কোনো) ভূতম্ (অতীত) ভৱ্যম্ (ভবিষ্যৎ আৰু বৰ্তমানো) ৱেদাঃ (বেদসমূহে) ৱদন্তি (প্রতিপাদন কৰিছে). সেই সমস্তই] অস্মাৎ (এই পৰব্ৰহ্মৰপৰা উৎপন্ন হ'ল) এতৎ ৱিশ্বম্ (এই সমগ্র জগৎ) মায়ী (স্ব শক্তি মায়াক আশ্ৰয় কৰি পৰম পুৰুষে) সৃজতে (সৃজন কৰিলে) চ (আৰু) তস্মিন্ (সেই সৃষ্ট জগতত) অন্যঃ (ব্ৰহ্মতত্বনজনা জীৱই) মায়য়া (অৱিদ্যাৰ দ্বাৰা) সংনিৰুদ্ধঃ (দৃঢ়ভাবে বান্ধ খায়) ।৯।

বেদমন্ত্ৰৰূপ ছন্দ, যজ্ঞ, ক্রতু অর্থাৎ জ্যোতিষ্টোম আদি বিশেষ যজ্ঞ, ব্রত অর্থাৎ সদাচাৰ আৰু তাৰ নিয়মবিধি সমন্বিত কিছুমান শুভকর্ম আৰু যি কোনো অতীত বর্তমান

আৰু ভবিষ্যৎ বিষয় বেদবদ্বাৰা প্ৰতিপাদিত হৈছে, সেই সকলো পৰব্ৰহ্ম পুৰুষোত্তমৰ পৰাই উদ্ভৱ হ'ল। সেই পৰমপুৰুষে নিজৰে সৈতে অভিন্না মায়া-শক্তিৰ সহযোগত কাৰণ কাৰ্যৰূপ এই সমস্ত জগৎ স্ৰজন কৰিলে আৰু স্বৰচিত এই জগৎৰূপ জালখনত অবিদ্যাৰ দ্বাৰা আচ্ছাদিত হৈ জীৱভাৱত—ব্ৰহ্মতকৈ নিজৰ ভিন্নভাব কৰি বান্ধ খায়। অৰ্থাৎ সাংসাৰিক বিষয়-বাসনাত অত্যাসক্তিৰ কাৰণেই জীৱই আপোন-স্বৰূপ পৰমাত্মা-পৰমেশ্বৰক উপলব্ধি কৰিব নোৱাৰে, এই বিষয়েই এটি প্ৰবচন আছে যে,"মায়াবদ্ধো ভবেজ্জীৱো মায়ামুক্তঃ সদাশিবঃ।" যেতিয়ালৈ মায়াত আবদ্ধ সেই পৰ্যন্তই জীৱ, মায়াৰপৰা মুক্ত হব পাৰিলে চিৰকাললৈ জীৱ শিৱ হয় ।।৯।।

মায়াং তু প্ৰকৃতিং বিদ্যান্মায়িনং তু মহেশ্বৰম্ ।
তস্য হৱয়বভূতৈস্তু ব্যাপ্তং সৰ্বমিদং জগৎ ॥১০॥

মায়াম্ তু (পূৰ্বোক্ত মায়াকেই) প্ৰকৃতম্ বিদ্যাৎ (প্ৰকৃতি বুলি জানিব লাগে) তু মায়িনম (আৰু মায়াপতিৰূপে) মহা-ঈশ্বৰম (পৰমেশ্বৰক জনা উচিত), তস্য তু (তেওঁৰেই) অৱয়ৱভূতৈঃ (অঙ্গীভূত কাৰণ কাৰ্যসমূহৰ দ্বাৰা) ইদম্ সৰ্বম্ জগৎ (এই সমস্ত জগৎ) ব্যাপ্তম্ (পৰিপূৰ্ণ হৈ আছে)। ।।১০।।

যাক মায়া বুলি পূৰ্বতে কোৱা হল, সি ভগৱানৰ শক্তি-ৰূপা প্ৰকৃতি আৰু মায়ী- অৰ্থাৎ মায়াৰ অধিপতিৰূপে পৰমে-শ্বৰৰ শক্তিৰূপা প্ৰকৃতিৰ অঙ্গস্বৰূপ কাৰ্যকাৰণ সংঘাত হিচা-

কৰ দ্বাৰা এই চৰাচৰ জগৎ পৰিপূৰ্ণ হৈ আছে ( গীতা ১৩-১৯—২১)। ॥১০॥ *

যো যোনিং যোনিমধিতিষ্ঠত্যেকো, যস্মিন্নিদং স°চ
বি চৈতি সৰ্বম্। তমীশানং বৰদং দেবমীড্যং,
নিচায্যেমাং শান্তিমত্যন্তমেতি ॥১১॥

একঃ যঃ (অ'দ্বিতীয় যি একজনেই ) যোনিম্ যোনিম ( প্ৰত্যেক প্ৰকৃতিত ) অধিতিষ্ঠতি (অন্তৰ্যামীৰূপে অধিষ্ঠিত থাকে ), যস্মিন্ (যাত) ইদম সৰ্বম্ (এই সমস্ত) সম্-এতি ( লয়প্ৰাপ্ত হয় )। চ (আৰু) বি- এতি চ (সৃষ্টি কালত বিবিধ ৰূপত প্ৰকাটা হয় ), তম্ ঈশানম্ (সেই সৰ্বনিয়ন্তা ) বৰদম্ (বৰদাতা ) ঈড্যম (স্তুতিযোগ্য ) দেৱম (পৰমদেৱক) নিচায্য (নিশ্চিতভাৱে সাক্ষাৎ কৰি ) (সাধকে) অতি-অন্তম (নিৰৱচ্ছিন্নভাৱে, পুনৰ্জন্মৰহিতৰূপে ) ইমাম শান্তিম (এই মুক্তিৰূপ পৰমশান্তি) এতি (লাভ কৰে )।১১।

---

*এই মন্ত্ৰত কোৱা হল যে মায়া পৰমেশ্বৰী শক্তি—যি শক্তিৰ দ্বাৰা জাগতিক সৃষ্টি, স্থিতি, প্ৰলয় আদি সমুদায় ৰূপে পৰিপূৰ্ণ আছে। মায়া যাৰ, তেওঁ মায়ী , মায়া প্ৰকৃতি, মায়ী পৰমেশ্বৰ, শক্তি আৰু শক্তিমান পৰস্পৰৰ অভিন্ন। শক্তি নাথা কলে শক্তিমান্ বোলা নাযায় আৰু আধাৰ অবিহনে শক্তিৰো স্থান নাই। দুই আৰু তাৰ দাহিকা শক্তিক পৃথক্ ৰূপে ভাবিব নোৱাৰাৰ দৰে শক্তি—'মায়াৰ' পৰা 'মায়ী' মহেশ্বৰক বেলেগ ভাবিব নোৱাৰি গতিকে এই শ্ৰুতি শাক্তসিদ্ধান্তৰ এক মূল। এই 'মায়া' শক্তিয়েই শক্তিবাদীসকলৰ 'মহামায়া'— যি দুৰ্গা কালী আদি নামেৰে পৰমেশ্বৰী ভাৱনাৰে উপাসিতা হৈ আছে।

পৰমাত্মা পুৰুষোত্তম এক — অদ্বিতীয় ; সেই এক পৰমপুৰুষেই প্ৰত্যেক প্ৰকৃতিৰ অন্তৰ্যামী প্ৰত্যেক যোনিত অধিষ্ঠিত — প্ৰাকৃতিক জগতৰ যাৱতীয় কাৰ্যৰ কাৰণ-ৰূপত সেই পৰমাত্মা পুৰুষেই বিৰাজিত ; তেওঁৰ অধ্যক্ষতাতে চৰাচৰ জগতৰ সমস্ত কাৰ্য যথানিয়মেৰে -শৃঙ্খলাৰে পৰিচালিত হৈ আছে। এই সুশৃঙ্খল সমস্তই প্ৰলয়কালত তেওঁতে বিলীন হৈ যায়। আকৌ সৃষ্টিৰ সময়ত তেওঁৰপৰাই বিবিধ আকাৰ-প্ৰকাৰে অনেকৰূপত উৎপন্ন হয়। তেওঁ সৰ্বনিয়ন্তা, শৰণাগতৰ মুক্তিদাতা আৰু সমস্তৰে আৰাধ্য ; সেই স্বয়ং জ্যোতি পৰমদেৱ ভগৱন্তক নিশ্চিতভাৱে সাক্ষাৎ কৰিলে জীৱই চৰম শান্তি পায়, যি শান্তি অনন্তকাললৈ অব্যাহত থাকে। গীতাত ইয়াকে শাশ্বতী শান্তি (৯৷৩১), পৰা শান্তি (১৮৷৬২) ইত্যাদি নামেৰে বৰ্ণিত হৈছে ॥১১॥

যো দেৱানাং প্ৰভৱশ্চোদ্ভৱশ্চ, বিশ্বাধিপো
ৰুদ্ৰো মহৰ্ষিঃ। হিৰণ্যগৰ্ভং পশ্যত জায়মানং,
স নো বুদ্ধ্যা শুভয়া সংযুনক্তু ॥১২॥

যঃ ৰুদ্ৰ (যি ৰুদ্ৰ) দেৱানাম্ প্ৰভৱঃ (দেৱবৃন্দৰ উৎপাদক) চ (আৰু) উদ্ভৱঃ (ঐশ্বৰ্যবৰ্দ্ধক) চ (তথা) বিশ্ব অধীপঃ (জগতৰ অধীশ্বৰ), মহা-ঋষিঃ (সৰ্বজ্ঞ); জায়মানম্ (সৰ্বপ্ৰথম উৎপন্ন) হিৰণ্যগৰ্ভম (ব্ৰহ্মাক) পশ্যত (যি দেখিছিল), সঃ (সেই জগদীশ্বৰে) নঃ (আমাক) শুভয়া বুদ্ধ্যা (শুভ বুদ্ধিৰে সৈতে) সংযুনক্ত, (সংযুক্ত কৰক) ।১২

সমস্তৰে শাসনকৰ্তা যি ৰুদ্ৰৰূপ পৰমেশ্বৰ ইন্দ্ৰাদি-দেৱবৃন্দৰ জন্মদাতা আৰু ঐশ্বৰ্য-বিভূতিৰে সেই সবৰ-সমৃদ্ধি বঢ়াওঁতা, যি সৰ্বজ্ঞান পুৰুষ বিশ্ববাসীৰ পালক আৰু নিয়ামক, যি সৃষ্টিৰ প্ৰথম উৎপন্ন হোৱা পদ্মযোনি প্ৰজা-পতি ব্ৰহ্মাক দেখিছিল, সেই ব্ৰহ্মাদি স্তম্বপৰ্যন্ত সমস্ত জগতৰ ঈশ্বৰ পুৰুষোত্তমে আমাক শুভ-বুদ্ধিৰে সংযুক্ত কৰক, যাৰ দ্বাৰা আমি আমাৰ পৰম সুহৃদ পৰমেশ্বৰক প্ৰাপ্তিৰ পথেদি আগুৱান হব পাৰোঁ। [ গায়ত্ৰী মন্ত্ৰতো এই বুদ্ধিৰেই প্ৰাৰ্থনা জনোৱা হয় ] ॥১২॥

যো দেৱনামধিপো য়স্মিঁল্লোকা অধিশ্ৰিতাঃ।
য় ঈশে অস্য দ্বিপদশ্চতুষ্পদঃ কস্মৈ দেবায়
হবিষা বিধেম।১৩॥।

য় (যি পৰমেশ্বৰ) দেৱানাম্ (দেৱতাসমূহৰ) অধিপঃ (স্বামী), য়স্মিন (যাত) লোকাঃ (সমস্তলোক) অধিশ্ৰিতাঃ ( আশ্ৰিত আছে), য়ঃ (যি) অস্য (এই) দ্বিপদঃ (দ্বিপদ প্ৰাণী) চতুষ্পদঃ (আৰু চতুষ্পদ প্ৰাণীৰ) ঈশে (শাসন কৰে), কস্মৈ (সেই আনন্দস্বৰূপ দেৱায় (প্ৰকাশস্বৰূপক) হবিষা (শ্ৰদ্ধাৰে অৰ্পিত দ্ৰব্যাদিৰে) বিধেম (অৰ্চনা কৰোঁ) ॥১৩॥

যি ভগৱন্ত পৰমেশ্বৰ ব্ৰহ্মাদি পূজ্য দেৱবৃন্দৰ স্বামী, ভূলোক আদি সমস্তলোক যাক আশ্ৰয় কৰি প্ৰৱৰ্তিত অৰ্থাৎ স্থূল, সূক্ষ্ম, ব্যক্ত, অব্যক্ত আদি বিভিন্ন অৱস্থানেৰে সদায় সৰ্বপ্ৰকাৰে সৰ্বপ্ৰাণীৰ যি আশ্ৰয়,

যি অচিন্ত্য অনন্ত শক্তিৰে তুটৈভীয়া, চাৰিঠৈভীয়া আদি সমুদায় জীৱক শাসনৰ অধীনত ৰাখে, সেই আনন্দস্বৰূপ, বিশ্বৰ জ্যোতি-পৰমাত্মা পুৰুষোত্তমক আমি শ্ৰদ্ধা-ভক্তি-যুক্ত চিত্তে হবিঃস্বৰূপ শুদ্ধ-অন্তঃকৰণ (পূৰ্বকথিত শুভ-বুদ্ধি) অৰ্পণ কৰি অৰ্চনা কৰোঁ। ভগৱৎপ্ৰাপ্তিৰ এয়ে সহজ উপায় ॥১৩॥

সূক্ষ্মাতিসূক্ষ্মং কলিলস্য মধ্যে, বিশ্বস্য স্ৰষ্টাৰমনেকৰূপম্। বিশ্বস্যৈকং পৰিৱেষ্টিতাৰং জ্ঞাত্বা শিৱং শান্তিমত্যন্তমেতি ॥১৪॥

সূক্ষ্ম-অতিসূক্ষ্মম্ (সূক্ষ্মতকৈয়ো অতিসূক্ষ্ম) কলিলস্য মধ্যে (হৃদয়-গুহা-গহনত বাস কৰোঁতা), বিশ্বস্য (জগতৰ) স্ৰষ্টাৰম্ (স্ৰজোঁতা) অনেকৰূপম্ (নানা ৰূপত প্ৰতিভাত,) বিশ্বস্য পৰিৱেষ্টিতাৰম্ (জগতক সৰ্বপ্ৰকাৰে আৱৰি ৰাখোঁতা, একম্ (অদ্বিতীয়) শিৱম্ (মঙ্গলময়ক) জ্ঞাত্বা (জানি) অত্যন্তম্ শান্তিম্ (চিৰকলীয়া শান্তি) এতি (লাভ কৰে) ১৪।

যি পুৰুষোত্তম পৰব্ৰহ্ম সূক্ষ্মতকৈয়ো অতিসূক্ষ্ম অৰ্থাৎ তেওঁৰ কৃপাপ্ৰাপ্ত নহলে যাক জানিব নোৱাৰি, যি হৃদয়-গুহা ৰূপ গহন-বনত আমাৰ অতি ওচৰতে থাকে, এই নিখিল জগতক যি সৃষ্টি কৰিলে, যি নিজেই বিশ্বৰূপ হৈ 'জীৱ, জন্তু, কীট, পতঙ্গ, অগ, নগ জগ'ৰূপ ধাৰণ কৰিলে আৰু যি বিশ্বক বাহিৰে-ভিতৰে আৱৰি আছে, সেই এক—অদ্বিতীয় পৰম মঙ্গলময় পৰমেশ্বৰক জানিব পাৰিলে সেই মহাপুৰুষে অশান্তিময় সংসাৰ-প্ৰবাহৰপৰা মুক্ত হৈ চিৰশান্তি

লাভ কৰে — জন্ম-মৃত্যুৰূপ সংসাৰ-গতিৰ পাৰ পায় ॥১৪॥

স এব কালে ভুবনস্য গোপ্তা, বিশ্বাধিপঃ সৰ্বভূ-
তেষু গূঢ়ঃ। যস্মিন্ যুক্তা ব্ৰহ্মৰ্ষয়ো দেৱতাশ্চ,
তমেৱং জ্ঞাত্বা মৃত্যুপাশাংশ্ছিনত্তি ॥১৫॥

সঃ এব (তেৱেঁই) কালে (সময়ত) ভুৱনস্য (ব্ৰহ্মাণ্ডৰ) গোপ্তা (ৰক্ষক), বিশ্ব-অধিপঃ (বিশ্বৰ অধিপতি) সৰ্বভূতেষু (সকলো প্ৰাণীতে) গূঢ়ঃ (গুপ্তভাবে থাকে), যস্মিন (যাত) ব্ৰহ্ম-ঋষয়ঃ (ব্ৰহ্মজ্ঞ মহৰ্ষিসকল) চ[আৰু] দেৱতাঃ [দেৱতা সকলো] যুক্তাঃ [সংলগ্ন থাকে,] তম্ [সেই পৰমেশ্বৰক)। এৱম্ জ্ঞাত্বা (এনেকৈ জানি) [মনুষ্যই] মৃত্যুপাশান্ (মৃত্যুৰ বান্ধোৰ) ছিনত্তি (কাটি পেলায়) ॥১৫॥

সেই বৰণীয় পৰমদেৱেই সময়ত, স্থিতিকালত বিশ্ব-ব্ৰহ্মাণ্ডৰ ৰক্ষক, তেৱেঁই বিশ্বৰ অধিপতি আৰু তেৱেঁই সমস্ত প্ৰাণীতে অন্তৰ্যামী আত্মাৰূপে গুপ্তভাৱে অৱস্থান কৰে বেদাৰ্থতত্ত্বজ্ঞ মহৰ্ষিসকল আৰু সমস্ত দেৱতাসকলো ধ্যান-যোগৰ দ্বাৰা যি পৰমপুৰুষত সংলগ্ন থাকে, সেই জগদীশ্বৰৰ স্বৰূপ যি লোকে এইপ্ৰকাৰে বুজে আৰু বুজি সেই সৰ্বশৰণ্য প্ৰভুৰ শৰণাপন্ন হয়, তেওঁ মৃত্যুপতি যমৰ সমস্ত বান্ধোন কাটি পেলায় অৰ্থাৎ সংসাৰ-বন্ধনৰ হেতুস্বৰূপ কাম, কৰ্ম আদি যাৱতীয় বাসনাৰপৰা মুক্ত হয় — সাংসাৰিক মায়া-মোহে তেওঁক বান্ধি ৰাখিব নোৱাৰে—ভৱ-দুখহাৰী হৰিয়ে তেওঁৰ সৰ্বদুখ হৰণ কৰে ॥১৫॥

ঘৃতাৎপরং মণ্ডমিবাতিসূক্ষ্মাং, জ্ঞাত্বা শিবং সর্বভূ-
তেষু গূঢ়ম্ । বিশ্বস্যৈকং পরিবেষ্টিতারং জ্ঞাত্বা
দেবং মুচ্যতে সর্বপাশৈঃ ॥১৬॥

ঘৃতাৎ পরম ( ঘৃতর উপরিভাগত উঠা) মণ্ডম ইব(সরর নিচিনা) অতি সূক্ষ্মম (অত্যন্ত সূক্ষ্ম), শিবম (মঙ্গলময়), সর্বভূতেষু গূঢ়ম (সমস্ত প্ৰাণীত গুপ্তভাবে থকা ) জ্ঞাত্বা (জানি) [তথা] বিশ্বস্য পরিবেষ্টিতারম (বিশ্বক আবরি থকা) একম্ দেবম (একমাত্র পরমদেৱতাক) জ্ঞাত্বা (জানি) সর্বপাশৈঃ (সকলো বন্ধনৰপৰা) মুচ্যতে (মুক্ত হয়) ॥১৬॥

ঘিউৰ ওপৰত উঠা সৰথিনিৰ দৰে সমস্তবে সাৰ আৰু অতিসূক্ষ্ম যি মঙ্গলময় পৰমপুৰুষ সমস্ত প্ৰাণীৰ অন্তৰ্যামীৰূপে আত্ম-গোপন কৰি আছে, যি একমাত্ৰ পৰমপুৰুষ সমগ্ৰবিশ্বত ওতঃ-প্ৰোতভাৱে পৰিব্যাপ্ত, সেই স্বপ্ৰকাশ ভগৱন্ত পুৰুষোত্তমেই একমাত্ৰ জ্ঞাতব্য। তেওঁক জানিলে মনুষ্যই সমস্ত সংসাৰ বন্ধনৰপৰা মুক্ত হৈ যায় ॥ ১৬ ॥

এষঃ দেবো বিশ্বকর্মা মহাত্মা, সদা জনানাং হৃদয়ে
সংনিবিষ্টঃ। হৃদা মনীষা মনসাভিক্লৃপ্তো, য
এতদ্বিদুরমৃতাস্তে ভবন্তি ॥ ১৭ ॥

বিশ্বকর্মা (জগতৰ কর্তা) মহাত্মা (সমস্তৰে আত্মা) এষঃ দেবঃ (এই সর্বপ্ৰকাশক পৰমদেৱতা) জনানাম্ হৃদয়ে (জীৱসমূহৰ হৃদয়ত) সদা (সর্বদাই) সংনিবিষ্টঃ (সন্নিবিষ্ট আছে), [তথা] হৃদা (হৃদয়েৰে) মনীষা (বিবেক-বুদ্ধিৰে) মনসা ('আৰু' মনেৰে) আভ

ক্ষঃ (অভিব্যক্ত হয়)। যে (যি সকলে) এতৎ (এই ৰহস্য) বিদুঃ (জানে), তে (তেওঁলোক) অমৃতাঃ ভৱন্তি (অমৃতস্বৰূপ হয়) ॥১৭॥

বিশ্বৰ ৰচনাকাৰী যি সৰ্বশক্তিমন্ত পৰমাত্মা, সেই সৰ্বপ্ৰকাশক পৰমদেৱতা সমস্ত জীৱৰ হৃদয়-মন্দিৰত সদা-সৰ্বদা সন্নিহিত থাকে ; তেওঁৰ মহিমাৰাজি শ্ৰৱণত দ্ৰৱীভূত বিশুদ্ধ হৃদয়ৰদ্বাৰা, নিশ্চয়াত্মক বুদ্ধিৰদ্বাৰা আৰু একাগ্ৰমনেৰে নিৰন্তৰ ভাৱনাৰ দ্বাৰা সেই পৰমাত্মাপুৰুষৰ সাক্ষাৎকাৰ পোৱা যায়। যি সকল মহাপুৰুষে এই ৰহস্য জানে, তেওঁলোকে তেওঁক লাভ কৰি অমৃতস্বৰূপ হয়, অনন্তকাললৈ মৃত্যুৰ হাত সাৰি যায় ॥১৭॥

যদাতমস্তন্ন দিৱা ন ৰাত্ৰি - ৰ্ন সন্ন চাসচ্ছিৱ এৱ
কেৱলঃ। তদক্ষৰং তৎসৱিতুৰ্বৰেণ্যং, প্ৰজ্ঞা চ
তস্মাৎ প্ৰসৃতা পুৰাণী ॥ ১৮ ॥

যদা (যেতিয়া) অতমঃ (অজ্ঞানৰূপ আন্ধাৰ নাথাকে), তৎ (সেই সময়ত 'অনুভৱ হোৱা তত্ত্ব) দিৱা ন (দিন নহয়), ৰাত্ৰিঃ ন (ৰাতি নহয়), ন সন্ (সৎ নহয়) চ ন অসন্ (আৰু অসতো নহয়), কেৱলঃ (একমাত্ৰ, বিশুদ্ধ) শিৱঃ এৱ (মঙ্গলময় মাত্ৰ)। তৎ (সেই তত্ত্ব) অক্ষৰম্ (অবিক্ৰিয়, চিৰন্তন)। তৎ (আৰু সেই তত্ত্ব) সৱিতুঃ ৱৰেণ্যম্ (সূৰ্যমণ্ডলান্তৰ্বৰ্তীৰূপে উপাস্য) তস্মাৎ চ (তাৰপৰাই) পুৰাণী (পুৰণা—গুৰুপৰম্পৰা ক্ৰমে চলি অহা) প্ৰজ্ঞা (ব্ৰহ্মবিষয়ক জ্ঞান) প্ৰসৃতা (প্ৰচাৰিত হয়) ॥ ১৮॥

যেতিয়া অজ্ঞানৰূপ আন্ধাৰ সমূলকে নোহোৱা হয়,

তেতিয়া যি তত্ত্ব প্ৰত্যক্ষ হয়, সি দিনো নহয়, ৰাতিও নহয়। অৰ্থাৎ তাক দিনৰদৰে পোহৰযুক্ত অথবা ৰাতিৰ দৰে আন্ধাৰ-যুক্তও বুলিব নোৱাৰি; কিয়নো এই দুয়োতকৈ সি সম্পূৰ্ণ বেলেগ — তাত জ্ঞান-অজ্ঞানৰ ভেদ-কল্পনা নাই। সি সতো নহয় অসতো নহয়— 'সৎ' আৰু 'অসৎ' নামে বুজা আৰু কোনো পদাৰ্থতকৈ সি সম্পূৰ্ণ বেলেগ বস্তু। সেই তত্ত্ব একমাত্ৰ বিশুদ্ধ পৰমমঙ্গলময়। নিত্য, নিৰ্বি-কাৰ সেই শুদ্ধ তত্ত্ব 'মাসি' বাক্যৰ 'তৎ' পদৰ লক্ষ্য কেবল চৈতন্যময় পূৰ্ণব্ৰহ্ম। সূৰ্যমণ্ডলৰ মধ্যবৰ্তীৰূপে সেই পৰাৎপৰ পুৰুষ উপাস্য; কিয়নো তেওঁৰ কৃপাৰ কাৰণেই গুৰু-পৰম্পৰাই চলি অহা ব্ৰহ্ম-বিদ্যা প্ৰচাৰিত হৈ আছে। অৰ্থাৎ পৰমাত্মাপ্ৰাপ্তিৰ জ্ঞানৰ অধিকাৰী পৰম্পৰাক্ৰমে জ্ঞান লাভ হোৱা চলি আহিছে ॥১৮॥

নৈনমূৰ্ধ্বং ন তিৰ্য়ঞ্চং ন মধ্যে পৰিজগ্ৰভৎ।
ন তস্য প্ৰতিমা অস্তি য়স্য নাম মহদ্যশঃ ॥১৯॥

এনম্ (এই পৰমাত্মাক) ঊৰ্ধ্বম্ (ওপৰফালৰপৰা ন পৰিজগ্ৰ-ভৎ ('কোনেও' ধৰিব নোৱাৰে) তিৰ্য়ঞ্চম্ ন (ইফাল-সিফালৰপৰাও নোৱাৰে), মধ্যে ন (মাজৰ ফালৰপৰাও নোৱাৰে)। য়স্য (যাৰ) মহৎ য়শঃ নাম (সৰ্বব্যাপ্ত যশস্যাই নাম। তস্য (তেওঁৰ) প্ৰতিমা (উপমা) ন অস্তি (নাই) ॥১৯॥

এই পূৰ্ববৰ্ণিত পৰমাত্মা পৰমপুৰুষক কোনোলোকেই কি ওপৰফালৰ পৰা কি ইফাল-সিফালৰপৰা, কি মাজফালৰ-পৰা কেতিয়াও ধৰিব নোৱাৰে নোৱাৰে। তেওঁ অগ

তেওঁক ধৰিবপৰা সাধ্য কাৰো নাই । শাস্ত্ৰসমূহত যে তেওঁ প্ৰাপ্য বোলা কথা আছে তাৰ ৰহস্য সেইজনেই বুজে, যি তেওঁক লাভ কৰিলে। সেইজনেও আকৌ তাক ভাষাৰে ব্যক্ত কৰিব নোৱাৰে ; কিয়নো সেই ৰহস্য প্ৰকাশ কৰিবলৈ মন আৰু বাক্য সিমানলৈ যাবই নোৱাৰে ; বুজা আৰু বুজনি দিবপৰা সকলো পদাৰ্থতকৈ তেওঁ বেলেগ । যাৰ সুমহৎ যশস্যা বিশ্বব্যাপি থকা কাৰণে 'মহৎযশে'ই নাম, সেই তেওঁৰ কোনো উপমা নাই -- যাৰদ্বাৰা তেওঁক বুজিব পাৰিব ; সমকক্ষ কোনোবা থাকিলেতো তাৰ সৈতে বিজনি দিব পাৰি । [কিন্তু 'তেওঁ যেতিয়া মানুহৰ প্ৰাপ্য, আমি নো 'কয় সেই সৰ্বাত্মা পুৰুষোত্তমক পাব নোৱাৰিম, -- এনে দৃঢ়প্ৰতিজ্ঞ হৈ পৰমাত্মা-প্ৰাপ্তিৰ কাৰণে চেষ্টা-শীল হোৱা একান্ত আৱশ্যক] ১৯॥

ন সংদৃশে তিষ্ঠতি ৰূপমস্য, ন চক্ষুষা
পশ্যতি কশ্চনৈনম্ । হৃদা হৃদিস্থং মনসা য়
এন, -- মেৱং ৰিদুৰমৃতাস্তে ভৱন্তি ॥২০।

অস্য (এই পৰমপুৰুষৰ) ৰূপম্, (স্ব ৰূপ) সংদৃশে(চক্ষু আদিৰ গ্ৰহণ-যোগ্য ঠাইত) ন তিষ্ঠতি (নাথকে'), কঃচন (কোনোৱেই)এনম্ (এই পৰমাত্মাক) চক্ষুষা(চকুৰে)ন পশ্যতি(নেদেখে), যে (যি সকলে) এনম্ হৃদিস্থম (এই হৃদয়ত থকা অন্তৰ্যামী পুৰুষক ) হৃদা (শুদ্ধ বুদ্ধিৰে) মনসা (মননৰ দ্বাৰা) এৱম্ (এই প্ৰকাৰে) বিদুঃ (জানে ), তে অমৃতাঃ ভৱন্তি (তেওঁলোক অমৰ হয় ।২০॥

এই পৰমাত্মাপুৰুষৰ স্বৰূপ চকু আদি ইন্দ্ৰিয়-গ্ৰাহ্য স্থানত নাথাকে। কোনো সাধকে হয়তো সাধনাৰ বলত কেতিয়াবা অলপ সময়ৰ কাৰণে আনন্দময় পৰমাত্মাৰ ৰূপৰ চিক-মিকনিয়ে তেওঁৰ শুদ্ধান্তঃকৰণ জিলিকাব পাৰে, কিন্তু সি নিশ্চল হৈ নাথাকে। কোনে'ৱাই তেওঁক চৰ্মচকুৰে দেখিবলৈ নাপায়, কিন্তু পৰমাত্মাৰ কৃপা-প্ৰাপ্ত অৰ্জুনৰ নিচিনা লোকে দিব্যদৃষ্টি লাভ কৰি তেওঁৰ স্ব-ৰূপ দৰ্শন কৰি কৃতকৃত্য হয় (গীতা ১১।৮)। যি মহা-পুৰুষে এই প্ৰকাৰে এই ৰহস্য জানি নিজ হৃদয়ত থকা অন্তৰ্যামী ভগৱন্তক ভক্তিদ্ৰৱিত হৃদয়েৰে আৰু একাগ্ৰমনেৰে নিত্য-নিৰন্তৰ চিন্তাৰদ্বাৰা জানিবলৈ সক্ষম হয়, তেওঁ অমৃতত্ব লাভ কৰে—পুনৰ মৰিবলগা চিৰকাললৈ নহয় ॥২০॥

**অজাত ইত্যেবং কশ্চিদ্ ভীৰুঃ প্ৰপদ্যতে।**

**ৰুদ্ৰ যত্তে দক্ষিণং মুখং তেন মাং পাহি নিত্যম্ ॥২১॥**

**ৰুদ্ৰ** (হে সৰ্বশাসক!) **অজাতঃ ইতি এবম্** ('তুমি' জন্মৰহিত—এই বুলি জানি) **কঃচিৎ ভীৰুঃ** (কোনো জন্মাদি ভয়ভীতলোকে) **প্ৰপদ্যতে** (তোমাৰ শৰণ লৈছে) (ময়ো সেয়েই—সেইকাৰণে) **তে** (তোমাৰ) **যৎ দক্ষিণম্ মুখম্** (যি সৌম্য—কল্যাণময় স্বৰূপ) **তেন** (তাৰ দ্বাৰা) **মাম্** (মোক) **নিত্যম্ পাহি** (সৰ্বদাই ৰক্ষা কৰা) ॥২১॥

[পূৰ্বপ্ৰকাৰে ভগৱন্তৰ স্বৰূপ, তেওঁক প্ৰাপ্তিৰ উপায় আৰু প্ৰাপ্তিৰ ফল বৰ্ণনা কৰি এতিয়া সংসাৰ-ভয়ৰপৰা ৰক্ষা পাবলৈ প্ৰাৰ্থনা জনাই কৈছে—] হে বিশ্বৰ শাসক ৰুদ্ৰদেৱ! তুমিতো

অজন্মা, গতিকে তুমি আনকো জন্ম-মৃত্যু ৰহিত কৰিব পৰা তোমাৰ স্বভাৱ। এই বুলি জানি জন্ম-মৃত্যুৰ ভয়ত ভীতজনে তোমাৰ শৰণ লয়। মায়া এই জন্ম-মৃত্যুৰূপ সংসাৰ ভয়ৰপৰা মুক্তি পাবলৈ তোমাত শৰণ লৈছো। তোমাৰ যি সৌম্য মুখ অৰ্থাৎ যি পৰমকল্যাণময় স্বৰূপ, তাৰ দ্বাৰা তুমি মোক জন্ম-মৃত্যু ভয়ৰপৰা সৰ্বতিকাল ৰক্ষা কৰা—যই যেন চিৰকাল লৈ এই ভয়ৰপৰা মুক্ত হওঁ ॥২১॥

মা নস্তোকে তনয়ে মা ন আয়ুষি মা নো গোষু
মা নো অশ্বেষু ৰীৰিষঃ। ৱীৰান মা নো ৰুদ্ৰ ভামিতো
ৱধীৰ্হবিষ্মন্তঃ সদমিত্ত্বা হৱামহে ॥ ২২ ॥

ৰুদ্ৰ (হে সৰ্বসংহাৰক) হবিষ্মন্তঃ) (আমি হৱণীয় দ্ৰব্যসম্ভাৰ লৈ) সদম্ ইত (সদায়েই) ত্বা নঃ (আমাৰ) (তোমাক) হৱামহে (আমাৰ ৰক্ষাৰ কাৰণে আহবান জনাইছো; [এই নিমিত্তে তুমি] ভামিতঃ (কুপিত হৈ) তোকে(পুত্ৰত) তনয়ে (আৰু পৌত্ৰত) মা ৰীৰিষ (মৃত্যুৰ বিধান নকৰিবা,) নঃ (আমাৰ) আয়ুষি মা (জীৱনতো নকৰিবা,) নঃ গোষু মা (আমাৰ গৰুতো নকৰিবা) নঃ অশ্বেষু মা আমাৰ ঘোৰাতো নকৰিবা, নঃ ৱীৰান (আমাৰ ভৃত্য আদি বিক্ৰমী সেৱক) মা ৱধীঃ (নাশ নকৰিবা) ॥২২॥

হে সমস্তৰে সংহাৰকাৰী পৰমেশ্বৰ। 'সবকছু মাৰি পূৰত ওহি উদৰ নাহি কৰত ভূতদয়া'-ৰৱগীত ) আমি সদায়েই পূজাৰ সামগ্ৰীসম্ভাৰেৰে অৰ্চনা কৰি তোমাক আহবান জনাই আছোঁ, আমাক সৰ্বপ্ৰকাৰে ৰক্ষা কৰিবলৈ তুমি যই

সমর্থ। তুমি যেন আমাৰ প্ৰতি কুপিত নোহোৱা; ধং কৰি আমাৰ পো-নাতিক বিনাশ নকৰিবা, আমাৰ জীৱনলৈকো কোনো ক্ষতি নানিবা আৰু আমাৰ গৰু, ঘোঁৰা আদি পোহনীয়া জন্তুবোৰকো কোনো প্ৰকাৰেই হিংসা নকৰিবা। বিপদ-আপদত আমাক সহায় কৰা—সাহসী যি সকল বন্ধু-বান্ধৱ আৰু ভৃত্য আদি বীৰ পুৰুষ, সেইসকলকো বিনাশ নকৰিবা; অৰ্থাৎ ধন-জন সমন্বিত আমাক সৰ্বতোভাবে ৰক্ষাৰ ব্যৱস্থা কৰা ।২২॥

চতুৰ্থ অধ্যায় সমাপ্ত ৪॥

## পঞ্চম অধ্যায়

দ্বে অক্ষৰে ব্ৰহ্মপৰে ত্বনন্তে, বিদ্যাবিদ্যে
নিহিতে যত্ৰ গূঢ়ে। ক্ষৰং ত্ববিদ্যা হ্যমৃতং তু
বিদ্যা, বিদ্যে ঈশতে যস্তু সোহন্যঃ ॥১॥

যত্ৰ ব্ৰহ্মপৰে (যি ব্ৰহ্মাৰো পূৰ্ববৰ্তী), অনন্তে (অসীম), তু অক্ষৰে (আৰু ক্ষয়-বৃদ্ধি বৰ্জিত পৰমাত্মাত) বিদ্যাবিদ্যে (বিদ্যা আৰু অবিদ্যা) দ্বে (দুয়ো) গূঢ়ে (অভিব্যক্তৰূপত) নিহিতে (স্থাপিত আছে), (সেয়ে ব্ৰহ্ম) ক্ষৰম্ তু (বিনাশী জড় সমূহেই) অবিদ্যা নামে

কথিত) তু (আন পক্ষে) অমৃতম্ হি (অবিনাশী জীৱসমুদায়েই) বিদ্যা (বিদ্যা নামে কথিত হয়)। তু (কিন্তু) যঃ (যি) বিদ্যা অবিদ্যে (বিদ্যা আৰু অবিদ্যাক) ঈশতে (নিয়মিত কৰে) সঃ (তেওঁ) অন্যঃ (এই দুইতকৈ ভিন্ন)॥ ১ ।

যি পৰমেশ্বৰ সৃষ্টিৰ প্ৰথমপুৰুষ ব্ৰহ্মাতকৈয়ো জ্যেষ্ঠতৰ, যাৰ কোনো সীমা নাই, কোনো কেতিয়াও ক্ষতি-বৃদ্ধি নাই, অৰ্থাৎ যি সৰ্বপ্ৰকাৰে দেশ-কালৰ অতীত আৰু সদা-সৰ্বদা অবিকৃত থাকে, সেই পৰমাত্মাতে বিদ্যা আৰু অবিদ্যা এই দুয়ো মায়াৰ ঢাকনিৰে আবৰিত হৈ অনাভিব্যক্তৰূপত স্থাপিত আছে। অৰ্থাৎ বিদ্যা আৰু অবিদ্যা যি আধাৰত টিকী আছে, তেৱেঁই পূৰ্ণব্ৰহ্ম পুৰুষোত্তম হয়। ক্ষৰতত্ত্বকে অৰ্থাৎ যি পৰিবৰ্তিত হয়, ক্ষয়-বৃদ্ধি হয়, আৰু জন্ম-মৃত্যু হয় এনে বিদ্যাসমন্ধশূন্য বিনাশশীল জড়বৰ্গকে অবিদ্যা নামে কোৱা হৈছে এই অবিদ্যাৰদ্বাৰা সকলোৰ গতি অব্যাহত থাকে। ইয়াৰ বিপৰীতে ক্ষয় বৃদ্ধি, জন্ম মৃত্যু আদি বিকাৰৰহিত জীৱৰূপ যি কূটস্থ তত্ত্ব তাক বিদ্যা নামে কোৱা হৈছে; এই তত্ত্ব বিজ্ঞানময়, চৈতন্যময়। ইয়াত শ্ৰুতিৰদ্বাৰায়েই বিদ্যা আৰু অবিদ্যা পৰিভাষা নিৰ্নীত হ'ল, গতিকে অৰ্থান্তৰ কল্পনাৰ প্ৰয়োজন নাই। এই বিদ্যা আৰু অবিদ্যা নামে কথিত ক্ষৰ আৰু অক্ষৰ দুয়োকে যি নিয়মিত কৰে, শাসন কৰে, অথবা এই দুই যাৰ শক্তি বা প্ৰকৃতি, সেই পৰমাত্মা পুৰুষোত্তম এই দুইতকৈ ভিন্ন সৰ্বোপৰি জ্যেষ্ঠতম। (গীতা ১৫।১৬,১৭)।১॥

যো য়োনিং য়োনিমধিতিষ্ঠত্যেকো বিশ্বানি
ৰূপানি যোনীশ্চ সর্ব্বাঃ। ঋষি প্রসূতং কপিলং
য়স্তমগ্রে জ্ঞানৈর্বিভর্তি জায়মানঞ্চ পশ্যেৎ ॥ ২ ॥

যঃ একঃ (যি একাকীই) য়োনিম্ য়োনিম্ (প্রত্যেক যোনিত) বিশ্বানি ৰূপানি (সমুদয় ৰূপত) চ (আৰু) সৰ্ব্বাঃ য়োনীঃ (সকলোবোৰ কাৰণত) অধিতিষ্ঠতি (আধিপত্য কৰে), যঃ (যি) অগ্রে প্রসূতম্ (আদিতে উৎপাদিত) কপিলম্ ঋষিম্ (সুবৰ্ণৰ নিচিনা কপিলবৰ্ণ হিৰণ্যগৰ্ভ ৰূপ সৰ্বজ্ঞক) জ্ঞানৈঃ (সৰ্বজ্ঞানেৰে) বিভৰ্তি (পৰিপুষ্ট কৰিছিল) চ (তথা) তম্ (সেই ব্ৰহ্মাক) জায়মানম্ (জন্মকালতো) পশ্যেৎ (দেখিছিল), (তেৱেঁই সেই পৰম আত্মা) ॥ ২ ॥

এই বিশ্ব ব্ৰহ্মাণ্ডত দেৱ, তিৰ্যক মনুষ্যাদি, কীট-পতঙ্গ প্ৰভৃতি যিমানবোৰ প্ৰাণী আছে আৰু সেই সেই প্ৰত্যেক জাতি প্ৰাণীৰ যি যি বেলেগ বেলেগ ৰূপ — আকৃতি প্ৰকৃতি আছে সেই সকলোবোৰৰ, আৰু সেই সমস্তৰে কাৰণস্বৰূপ পাঁচ সূক্ষ্ম মহাভূত আদি সমুদয় তত্ত্বৰে যি একমাত্ৰ অধিপতি—এই সববোৰকে যি অকলেই নিয়ন্ত্ৰণ কৰে যি সৰ্বপ্ৰথম উৎপন্ন সৰ্বদৰ্শী কপিলক * অৰ্থাৎ তপ্তসুবৰ্ণ-বৰ্ণ হিৰণ্যগৰ্ভ ব্ৰহ্মাক সৰ্বপ্ৰকাৰ জ্ঞানেৰে পৰিপুষ্ট কৰিছিল আৰু জন্মকালতো দৰ্শন কৰিছিল, তেৱেঁই অক্ষৰ- অক্ষৰৰ অতীত সৰ্বাধাৰ সৰ্বশক্তিমন্ত পৰব্ৰহ্ম পুৰুষোত্তম ॥ ২ ॥

*মন্ত্ৰত উল্লেখিত 'কপিল' সাংখ্যদৰ্শনকাৰ কপিলমুনি নহয়। কিন্তু কোনোৱে এই কপিলক সাংখ্যবক্তা কপিল মানি সেই মতৰ প্ৰামাণিকতা আৰু প্ৰাচীনতা প্ৰতিপন্ন কৰিব খোজে। কিন্তু সেই কপিল যে এই মন্ত্ৰত উক্ত হোৱা নাই, তাক এই উপনিষদৰ ৬।১৮ আৰু ৪।১২ মন্ত্ৰৰ দ্বাৰা বুজা যায়।

একৈকং জালং বহুধা ৰিকুৰ্ব্বন্, অস্মিন্ ক্ষেত্রে
সংহৰত্যেষ দেৱঃ। ভূয়ঃ সৃষ্ট্বা পতয়স্তথেশঃ,
সৰ্বাধিপত্যং কুৰুতে মহাত্মা ॥৩॥

এষঃ দেৱঃ (এই পৰমদেৱে) অস্মিন্ ক্ষেত্রে (এই জগৎৰূপ ক্ষেত্ৰত) এক একম্ জালম্ (প্রত্যেক কৰণসমষ্টি আৰু কার্যসমষ্টিৰূপ জালখনক) বহুধা (বহু প্রকাৰে) ৰিকুৰ্ব্বণ (বিভক্ত কৰি) সংহৰতি ('প্ৰলয়কালত' উপসংহাৰ কৰে)। মহাত্মা (সেই সৰ্বব্যাপী) ঈশঃ (পৰমেশ্বৰে) ভূয়ঃ (আকৌ) তথা (পূৰ্বকল্পানুযায়ী) পতয়ঃ (লোক-পালসমূহক) সৃষ্টা (সৃষ্টি কৰি) সৰ্ব-আধিপত্যম্ কুৰুতে (স্বয়ং সকলোৰে ওপৰত (প্ৰভুত্ব কৰে) ॥৩॥

এই স্বপ্রকাশ পৰমদেৱে এই মায়াময়-জগৎৰূপ পথাৰ-খনত সৃষ্টিকালত এক এক জাল অর্থাৎ বুদ্ধি আদি কৰণ সমষ্টি আৰু আকাশ আদি ভূতসমবায় ঘটিত কার্যসমষ্টিৰূপ আপোন প্রকৃতিক বহুপ্রকাৰে ভাগ-ভাগ কৰি —প্রত্যেক প্রকৃতিক ভিন্ন ভিন্ন নাম ৰূপ আৰু শক্তিৰে সংযুক্ত কৰি জগৎ জাল বিস্তাৰিত কৰে আৰু প্ৰলয়কালত সবাকো সংহৰি নিজেই সামৰি থয়। আকৌ সৰ্বব্যাপ্ত সেই পৰমেশ্বৰেই পূর্ব্বকল্পৰ অনুৰূপে সেই সমস্ত সংঘাতৰ লোক আৰু লোকপাল সমূহক সৃষ্টি কৰে আৰু স্বয়ং সকলোতে অধিষ্ঠাতা হৈ শাসনাধীনত ৰাখে। এনেই তেওঁৰ অচিন্ত্য-অতর্ক্য মহিমা। তেওঁৰ এই লীলা চিন্তা কৰি বা তর্ক কৰি পাৰ পোৱা নাযায় শাস্ত্ৰ গুৰুৰ উপদেশত বিশ্বাস কৰি তেওঁৰ

শৰণাগত হলে হয়তো কিঞ্চিৎ বোধগম্য হব পাৰে ।৩।

সর্বা দিশ উর্ধ্বমধশ্চ তির্যক প্রকাশয়ন্ ভ্রাজতে
যদ্বনড্বান। এবং স দেবো ভগবান বরেণ্যো
যোনিস্বভাবানধিতিষ্ঠত্যেকঃ ।৪॥

য়ৎ উ (যি প্রকাৰে) অনড্বান্ (সূৰ্যই) উৰ্ধ্বম্ (ওপৰলৈ) অধঃ (তললৈ) চ তিৰ্যক (আৰু ইফালে সিফালে সৰ্বাঃ দিশঃ (সকলো দিশ) প্ৰকাশয়ন্ প্ৰকাশিত কৰি) ভ্ৰাজতে (দেদীপ্যমান হয়) এবং (এই প্ৰকাৰেই সঃ একঃ (সেই এক) ভগবান্ (সৰ্বৈশ্বৰ্যশালী) বৰেণ্যঃ (আশ্ৰয়ণীয়) দেবঃ (স্বপ্ৰকাশ পৰমদেৱে) য়োনিস্বভাবান সমস্ত কাৰণৰূপ নিজপ্ৰকৃতিসমূহত) অধিতিষ্ঠতি (আধিপত্য কৰে) ।।।

যি প্ৰকাৰে এক সূৰ্য্যই ওপৰে-তলে, ইফালে-সিফালে-সকলো দিশ পোহৰাই নিজেও অতিশয় দীপ্তিমন্ত হয়, এই প্ৰকাৰেই সেই সৰ্বৈশ্বৰ্যসম্পন্ন সৰ্বাশ্ৰয়ৰূপে উপাস্য, স্ব প্ৰকাশ এবং—অদ্বিতীয় পৰমদেৱ পৰমেশ্বৰে সমুদায় কাৰণৰূপ প্ৰকৃতি সমূহত অধিষ্ঠিত থাকি সেইবিলাকক পৰিচালনা কৰে, সকলোকে নিজ নিজ কাৰ্যসম্পাদনৰ সামৰ্থ্য যোগাই যথাযোগ্য কামবোৰত প্ৰবৃত্ত কৰায় ॥৪॥

য়চ্চ স্বভাবং পচতি বিশ্বযোনিঃ পাচ্যাংশ্চ সর্বান
পরিণাময়েদ্ য়ঃ সর্বমেতদ বিশ্বমাধিতিষ্ঠত্যেকো,
গুণাংশ্চ সর্বান্ বিনি য়োজয়েদ য়ঃ ॥৫।

য়ৎ বিশ্বযোনি (যি জগতকাৰণ) চ (আৰু) স্বভাৱম্ (তত্ত্বসমূহৰ শক্তিৰূপ প্ৰকৃতিক) পচতি সংকল্পৰদ্বাৰা পৰিপাক কৰে চ তথা)

সৰ্ব্বান পাচ্য'ন (সকলো পৰিণামযোগ্য পদাৰ্থবোৰক) য় পৰিণাযেৎ (যি ৰূপান্তৰিত কৰে) সৰ্বান গুণান্ (সমস্ত গুণসমূহক) য়ঃ বিনিয়োজয়েৎ (যি জীৱৰ সৈতে যোগ্যাস্বৰূপে সংযোগ ঘটায়), চ (তথা) এতৎ (এই প্ৰকাৰে) একঃ (একাকীই) সৰ্ব্ব বিশ্বম (সমগ্ৰ জগৎ) অধিতিষ্ঠতি (নিয়ন্ত্ৰণ কৰে) ।৫ ।

অধিতিষ্ঠতি (নিয়ন্ত্ৰণ কৰে) ৫

যি সমগ্ৰ জগতৰ পৰম কাৰণ, বুলি কথিত আকাশ আদি তত্ত্বসমূহৰ শক্তিৰূপ স্বভাৱক নিজ সংকল্পৰূপ তপস্যাৰে পৰিপাক কৰে— অৰ্থাৎ প্ৰলযকালত আকাশ আদি তত্ত্ববোৰৰ লুপ্ত হৈ যোৱা ভিন্ন-ভিন্ন শক্তিবিলাক যি নিজ সংকল্পৰূপ ইচ্ছাৰে পুনঃ উদ্দীপিত কৰে আৰু পুনঃ প্ৰকটিত সেই শক্তিবোৰক নানাৰূপে ৰূপান্তৰ কৰি এই বিচিত্ৰ জগৎ ৰচনা কৰে তথা সত্ত্ব আদি তিনিগুণক আৰু সেই-সেই গুণৰ কাৰ্যবোৰক যি জীৱ-জগতৰ সৈতে কৰ্মানুৰূপে যথাযোগ্য সম্বন্ধ ঘটাই— এই প্ৰকাৰে এক অদ্বিতীয় পৰমাত্মা পুৰুষেই এই সমগ্ৰ বিশ্বত—অধিষ্ঠিত হৈ জাগতিক সমুদায় ব্যৱস্থা নিয়ন্ত্ৰণ কৰে । ৫ ॥

তদ্ বেদগুহ্যোপনিষৎসু গূঢ়ং, তদ্ ব্ৰহ্মা বেদতে ব্ৰহ্মযোনিম্ । য়ে পূৰ্বদেৱা ঋষয়শ্চ তদ্বিদু-স্তে তন্ময়া অমৃতা বৈ বভুবুঃ ।। ৬ ।।

তৎ (সেই পৰব্ৰহ্ম) বেদগুহ্য-উপনিষৎসু (বেদসমূহৰ ৰহস্যভূত উপনিষদ্বিলাকত) গূঢ়ম্ (গোপনীয় ভাবে আছে); ব্ৰহ্মযোনিম্ (বেদপ্ৰমাণৰদ্বাৰা লভ্য) তৎ (সেই পৰব্ৰহ্ম) ব্ৰহ্মা বেদতে (ব্ৰহ্মাই জানে); যে (যি সকল) পূৰ্বদেৱাঃ (প্ৰাচীন দেৱতাই) চ (আৰু) ঋষয়ঃ (ঋষিসকলে) তৎ (তেওঁক) বিদুঃ (জানিছিল) তে (তেওঁলোক) বৈ (অৱশ্যই) তন্ময়াঃ (তৎস্বৰূপ হৈ) অমৃতাঃ বভূবুঃ (অমৰ হৈছিল) ॥৬॥

উপনিষদ্সমূহ বেদৰ ৰহস্য বা সাৰাংশ। সেই উপনিষদ্সমূহতে পৰব্ৰহ্ম পৰমেশ্বৰ গুপ্তভাৱে আছে অৰ্থাৎ উপনিষদৰ মৰ্মাৰ্থবোধৰ সহায়ত ভগৱন্তপুৰুষৰ স্বৰূপজ্ঞান জন্মে। বেদ তো তেওঁৰ পৰাই বাহিৰ হোৱা — তেওঁৰেই নিশ্বাসস্বৰূপ— "যস্য নিশ্বসিতং বেদাঃ" "বাজভেলা চাৰিবেদ নিঃশ্বাস কাঢ়ন্তে।" এইপ্ৰকাৰে বেদত ৰহস্যময়ভাৱে থকা আৰু বেদৰ পৰম অৰ্থৰূপ সেই পৰব্ৰহ্মক আদিকবি ব্ৰহ্মাই জানে। তাত বাজেও যি সকল প্ৰাচীন দেৱতাই আৰু ঋষিসকলে সেই পৰমাত্মা পুৰুষক জানিছিল সেই সকলোৱেই তৎস্বৰূপ হৈ অমৃতময় নিত্যানন্দ স্বৰূপ হৈছিল। গতিকে সেই সৰ্বাধাৰ, সৰ্বশক্তিমন্ত, পৰমাত্মা পুৰুষোত্তম জানিবলৈ আৰু পাবলৈ বেদৰ সাৰ উপনিষদবিদ্যাৰ আশ্ৰয়-গ্ৰহণ একান্ত আৱশ্যক ॥ ৬ ॥

গুণান্বয়ো য় ফলকৰ্মকৰ্তা কৃতস্য তস্যৈৱ স চোপভোক্তা। স বিশ্বৰূপস্ত্ৰিগুণস্ত্ৰিবৰ্ত্মা প্ৰাণাধিপঃ সংচৰতি স্বকৰ্মভিঃ ॥

সঃ গুণান্বয়ঃ (যি কৰ্মজনিত সংস্কাৰৰ গুণযুক্ত হৈ) ফল-কৰ্মকৰ্তা (ফলপ্ৰাপ্তিৰ উদ্দেশ্যে কৰ্ম কৰে) সঃ এৱ (সেই জীৱাত্মাই) তস্য কৃতস্য (সেই কৃতকৰ্মৰ) উপভোক্তা (উপভোগকাৰী হয়) । বিশ্বৰূপঃ বিভিন্ন ৰূপত প্ৰকট হোৱা,) ত্ৰিগুণঃ (তিনি গুণযুক্ত) চ (আৰু) ত্ৰিৱৰ্ত্মা (তিনি পথেৰে গমনকাৰী) প্ৰাণাধিপঃ (পঞ্চপ্ৰাণৰ অধীশ্বৰ) সঃ (সেই জীৱাত্মাই) স্বকৰ্মভিঃ (নিজকৰ্মৰ ফল অনুসৰে) সংচৰতি (পৰিভ্ৰমণ কৰে) ।৭।।

[পূৰ্বোক্ত পৰমাত্মা নিৰ্ণয় কৰোতে পঞ্চম মন্ত্ৰত কোৱা হ'ল যে, পৰমেশ্বৰে জীৱক কৰ্মানুসাৰে গুণত্ৰয়ৰ সৈতে সমন্ধ-যুক্ত কৰায়, সেইকাৰণে এতিয়া জীৱাত্মাৰ স্বৰূপ আৰু নানা যোনিত বিচৰণ আদি প্ৰস্তাৱলৈ আৰম্ভ কৰা হৈছে ]— জীৱা-ত্মা সত্ত্ব,ৰজ আৰু তম এই তিনি গুণবদ্ধাৰা বান্ধ খায় (গীতা ১৪।৫ ) সি নানা প্ৰকাৰৰ ভোগ প্ৰাপ্তিৰ উদ্দেশ্যে উপাসনা আদি নানাপ্ৰকাৰ কৰ্মত ব্যাপৃত হয় আৰু নিজে কৰা সেই সেই কৰ্মৰ ফল ভোগ কৰিবলৈ বিবিধ ৰূপত বিবিধ যোনিত জন্ম লয়; যতেই জন্ম লওক, তিনিও গুণৰে সৈতে কম বেছি যুক্ত থাকে আৰু মৃত্যুৰ পাছত তাৰ কৰ্ম অনুসাৰে তিনি প্ৰকাৰ পথেদি গতি হয় সেই তিনিপথ—দেৱযান, পিতৃযান, আৰু নিৰন্তৰ জন্ম-মৃত্যু চক্ৰত ঘূৰণ (ছান্দোগ্য [৫।১০ ২-৮ ] আৰু বৃহদাৰণ্যক (৬ ২।১৫-১৬) উপনিষদত এই তিনি মাৰ্গৰ বৰ্ণনা আছে ) । পঞ্চপ্ৰাণৰ অধীশ্বৰ জীৱাত্মাৰ যেতিয়ালৈকে পৰমাত্মা-বোধ নহয়, তেতিয়ালৈকে নিজকৃত কৰ্মফলৰদ্বাৰ

প্ৰেৰিত হৈ বিভিন্ন লোকত বিভিন্ন যোনি আশ্ৰয় কৰি সংসাৰ চকৰিত ঘূৰি থাকে (গীতা ১৩।২১)। ॥৭॥

অঙ্গুষ্ঠমাত্ৰো ৰৱিতুল্যৰূপঃ, সংকল্পাহংকাৰসমন্বিতো য়ঃ। বুদ্ধেৰ্গুণেনাত্মগুণেন চৈৱ, আৰাগ্ৰমাত্ৰো হ্যপৰোঽপি দৃষ্টঃ ॥৮॥

**যঃ** (যি) **অঙ্গুষ্ঠমাত্ৰঃ** (অঙ্গুষ্ঠপৰিমাণ) **ৰৱিতুল্যৰূপঃ** (সূৰ্যৰ দৰে জ্যোতি-স্বৰূপ) **সংকল্প-অহংকাৰসমন্বিতঃ** (সংকল্প আৰু অহঙ্কাৰ যুক্ত), (সেই জীৱ) **বুদ্ধেঃ গুণেন** (বুদ্ধিৰ গুণৰ কাৰণে) **চ** (আৰু) **আত্মগুণেন এৱ** (নিজগুণৰ কাৰণেও) **আৰাগ্ৰমাত্ৰঃ** (বেজীৰ আগটোৰ সমান সূক্ষ্ম-পৰিমাণ) **অপৰঃ অপি** (পৰমাত্মা ভিন্ন জীৱাত্মাক) **হি** (নিঃসন্দেহে) **দৃষ্টঃ** (আত্মদৰ্শীলোকে দেখা পায়) ॥৮॥

**জীৱাত্মাৰ স্বৰূপ** বুজাবলৈ কৈছে যে, জীৱ অঙ্গুষ্ঠ-প্ৰমাণ, কিয়নো মানুহৰ হৃদয় অঙ্গুষ্ঠপৰিমাণ বুলি কোৱা হয় আৰু সেই হৃদয়তে জীৱাত্মাৰ বাস; সেইকাৰণে জীৱকো অঙ্গুষ্ঠপ্ৰমাণ বোলা হৈছে। জীৱ বাস্তৱিক সূৰ্যৰ নিচিনা জ্যোতিৰ্ময়—বিশুদ্ধ জ্ঞানস্বৰূপ। সি সংকল্প আৰু অহঙ্কাৰযুক্ত এই কাৰণে সংকল্পৰূপ বুদ্ধিৰ সৈতে অৰ্থাৎ অন্তঃকৰণ আৰু ইন্দ্ৰিয়বোৰৰ ধৰ্মৰ সৈতে তথা অহঙ্কাৰৰূপ আপোন গুণৰ সৈতে অৰ্থাৎ 'মই' — 'মোৰ' আদি ভাবৰ সৈতে সম্বন্ধযুক্ত হোৱা কাৰণে বেজী এটাৰ আগটোৰ সমান সূক্ষ্ম আকাৰবিশিষ্ট আৰু পৰমাত্মাতকৈ ভিন্নৰূপে আত্মদৰ্শীসকলে নিঃসন্দেহে প্ৰত্যক্ষ কৰে (গীতা ১৫।১০)। গুণাতীত

পৰমাত্মা আৰু গুণযুক্ত জীৱাত্মা এই প্ৰকাৰেই বেলেগ। [তাৎপৰ্য এই যে আত্মাৰ স্বৰূপ যথাৰ্থতে অতি সূক্ষ্ম। অতি সূক্ষ্মতম জড়পদাৰ্থও আত্মাৰ তুলনাত স্থূল বুলি বিবেচিত হয় — তাৰ সূক্ষ্মতাৰ অনুৰূপ কোনো জড় পদাৰ্থ নাই। পাছৰ মন্ত্ৰতে এই কথা সুস্পষ্ট হব। ইযাত কেৱল তাৰ স্বৰূপ লক্ষ্য কৰাবলৈ তাৰে সৈতে সম্বন্ধিত বস্তুৰ আকাৰৰ ৰূপত বুজোৱা হৈছে। হৃদয়ৰ পৰিমাণৰ অনুৰূপে জীৱক 'অঙ্গুষ্ঠ-প্ৰমাণ' বোলা হয়। আকৌ বুদ্ধি-গুণ আৰু আত্মগুণৰ অনুৰূপে তাক বেজীৰ অগ্ৰভাগৰ সমান আকাৰ দিয়া হ'ল। বুদ্ধি আদি বেজীৰ আগৰ সমান পৰিমাণ বুলি— 'সূচ্যগ্ৰ বুদ্ধি' ইত্যাদি ৰূপে কথিত হয়। গতিকে তৎসম্বন্ধিত জীৱও 'আৰাগ্ৰমাত্ৰ'— বেজীৰ আগটোৰ সমান বুলি বুজোৱা হ'ল। ) ॥ ৮ ॥

বালাগ্ৰশতভাগস্য শতধা কল্পিতস্য চ ভাগো
জীৱঃ স বিজ্ঞেয়ঃ স চানন্ত্যায় কল্পতে ॥ ৯ ॥

বাল-অগ্ৰশতভাগস্য (এডাল চুলিৰ আগ এশ ভাগ কৰি প্ৰতি ভাগৰ) চ (আকৌ) শতধা কল্পিতস্য (এশভাগত বিভক্ত কল্পনা কৰিলে) ভাগঃ (যি একভাগ হয়, সঃ জীৱঃ (সেই পৰিমাণ বুলি জীৱক) বিজ্ঞেয়ঃ (জনা উচিত), সঃ চ সেই জীৱই কিন্তু) আনন্ত্যায় কল্পতে (অনন্ত ভাৱবিশিষ্টৰূপে সমৰ্থশালী হয়) ॥৯॥

[উপাধিবশতঃ জীৱৰ অণুত্ব কিন্তু স্বৰূপতে বিভুত্ব

প্ৰদৰ্শাই এই মন্ত্ৰত কোৱা হৈছে—মানিলোৱা, আমি এডাল, চুলিৰ আগ এশ ভাগ কৰিলোঁ, আকৌ তাৰ প্ৰত্যেক ভাগকে আকৌ এশ খণ্ড কৰিলো, সেইবোৰৰ একো খণ্ড যিমান সূক্ষ্ম হব পাৰে, অৰ্থাৎ চুলিডালৰ আগৰকণ দহ হেজাৰ ভাগত ভগালে যিমান সূক্ষ্ম হৈ পৰিব, সেই পৰিমাণ বিশিষ্ট জীৱ বুলি আমি জনা উচিত। (এই যে জীৱৰ পৰিমাণ কোৱা হ'ল, সি কেৱল জীৱৰ সূক্ষ্মতা লক্ষ্য কৰাবলৈ। বাস্তৱিকতে জড় আৰু স্থূল বস্তুৰ সৈতে চেতন আৰু সূক্ষ্মৰ স্বৰূপৰ তুলনা নহয়, কিয়নো চুলিৰ আগ-একণৰ দহ-হেজাৰ ভাগৰ একভাগে আকাশত যি কণ ঠাই আগুৰিব, সিমানকণো জীৱাত্মাই নাগুৰে। চেতন আৰু সূক্ষ্ম বস্তুৰ জড় আৰু স্থূল দেশৰে সৈতে সম্বন্ধ হব নোৱাৰে; জীৱ কাৰণে কিন্তু স্থূল বস্তুৰ সৰ্বত্ৰ ব্যাপ্ত হৈ থাকিব পাৰে।—এই কাৰণেই কলে যে, জীৱ ইমান সূক্ষ্ম হলেও অনন্ত ভাৰধাৰী হবলৈ অসীম হবলৈ সমৰ্থশালী কেৱল সংকল্পৰূপ বুদ্ধিৰ গুণযুক্ত আৰু অহংকাৰযুক্ত হোৱা কাৰণেহে এক-দেশীয় হয় (ব্ৰঃ সূঃ ২।৩।২৯)।৯॥

নৈৱ স্ত্ৰী ন পুমানেষ ন চৈৱায়ং নপুংসকঃ। যদ্
যচ্ছৰীৰমাদত্তে তেন তেন স যুজ্যতে॥ ১০॥

এষঃ (এই জীৱাত্মা) ন এৱ স্ত্ৰী (স্ত্ৰী তো নহয়), ন পুমান্ (পুৰুষো নহয়), চ (আৰু) অয়ম্ (ই) নপুংসকঃ এৱ ন (নপুংসকো তো নহয়); সঃ (সি) যৎ যৎ শৰীৰম্ (যি যি দেহ) আদত্তে (গ্ৰহণ

কৰে), তেন তেন (সেই সেই দেহবদ্বাৰা) যুজ্যতে (সম্বন্ধযুক্ত হয়)। ১০।

আচলতে এই জীৱ নিশ্চয়েই স্ত্ৰী বা নহয়, পুৰুষো নহয় আৰু নপুংসকো নহয়। সি যেতিয়া যি দেহ গ্ৰহণ কৰে, তেতিয়া তাৰে সৈতে সংযুক্ত হৈ তেনে ৰূপতা প্ৰাপ্ত হয়। [ভাব এই যে, জীৱাত্মাৰ কোনো লিঙ্গভেদ নাই; স্ত্ৰী পুৰুষ আৰু নপুংসক — এইবোৰ শৰীৰৰ হে ভেদ, জীৱৰ নহয়। জীৱাত্মাৰ কোনো উপাধি নাই — কোনো ভেদ নাই। (॥ ১০ )

সংকল্পনস্পৰ্শনদৃষ্টিমোহৈ- গ্ৰাসাম্বুবৃষ্ট্যা চাত্মবিবৃদ্ধিজন্ম। কৰ্মানুগান্যনুক্ৰমেণ দেহী স্থানেষু ৰূপাণ্যভিসম্প্ৰপদ্যতে। ১১ ॥

সংকল্পন-স্পৰ্শন-দৃষ্টি মোহৈঃ (সংকল্প, স্পৰ্শ, দৃষ্টি আৰু মোহৰ দ্বাৰা) চ (তথা) গ্ৰাস অম্বুবৃষ্ট্যা (আহাৰ খোৱা পানীপিয়া আৰু বৃষ্টিৰ দ্বাৰা) আত্মবিবৃদ্ধি জন্ম ('প্ৰাণীৰ' সজীৱ শৰীৰৰ বৃদ্ধি আৰু জন্ম হয়) — দেহী (এই জীৱাত্মাই) স্থানেষু (বিভিন্ন লোকত) কৰ্মানুগানি ৰূপাণি (কৰ্ম্ম অনুসাৰে প্ৰাপ্য বিভিন্ন দেহ) অনুক্ৰমেণ (ইটোৰ পাছত সিটোকৈ) অভিসংপ্ৰপদ্যতে (বাৰে বাৰে প্ৰাপ্ত হয়)। ১১।

সংকল্প, স্পৰ্শ, দৃষ্টি, মোহ, খোৱা, পানীপিয়া আৰু বৃষ্টি — এই এটাইবোৰৰ দ্বাৰা শৰীৰৰ বৃদ্ধি আৰু জন্ম হয়। ইয়াত এক ভাব এনে হব পাৰে যে, স্ত্ৰী-পুৰুষৰ পৰস্পৰ মোহবশতঃ সংকল্প, স্পৰ্শ, আৰু দৃষ্টিপাতপূৰ্বক সহবাস হোৱাৰ পাছত জাৰ গৰ্ভলৈ আহে; তাৰ পাছত

মাকৰ আহাৰ-খোৱা আৰু পানী-পিয়াৰপৰা উৎপন্ন হোৱা ৰসৰদ্বাৰা বৰ্দ্ধিত হৈ জন্ম পায় আন এটা এনে ভাবো হব পাৰে যে, জীৱৰ উৎপত্তি বেলেগ বেলেগ যোনিত বেলেগ বেলেগ প্ৰকাৰে হয়। যেনে—কিছুমান যোনিত সংকল্প মাত্ৰৰপৰাই জীৱৰ জন্ম হয়,—যেনে—কাঁচৰ কণি-বিলাকৰপৰা; কোনো যোনিত আসক্তিৰে স্পৰ্শৰদ্বাৰা, যেনে চৰাইৰ কণি; কোনো যোনিত আসক্তিৰে দৃষ্টিৰবাৰ দ্বাৰা, যেনে মাছ আদি; কোনোবোৰ যোনিত আহাৰ খোৱা আৰু পানী-পিয়াৰ দ্বাৰা, যেনে মানুহ, পশু আদি; কিছুমান যোনিত ৰসযুক্ত দ্বাৰা, যেনে - গছ-লতা আদি এই ৰকমে নানা প্ৰকাৰে সজীৱ শৰীৰৰ পোষণ-পালন, তুষ্টি পুষ্টিৰূপ বৃদ্ধি আৰু জন্ম হয়। জীৱই নিজৰ কৰ্ম অনুসাৰে সেই কৰ্মৰ ফলভোগ কৰিবলৈ বিভিন্নলোকলৈ যায় আৰু ইটোৰ পাছত সিটোকৈ অনুক্ৰমে বিভিন্ন দেহ বাৰে বাৰে ধাৰণ কৰে ॥১১॥

স্থূলানি সূক্ষ্মাণি বহূনি চৈব, ৰূপাণি দেহী
স্বগুণৈৰ্বৃণোতি। ক্ৰিয়াগুণৈৰাত্মগুণৈশ্চ তেষাং,
সংযোগহেতুৰপৰোঽপি দৃষ্টঃ ॥১২॥

দেহী (জীৱাত্মাই) ক্ৰিয়াগুণৈঃ (নিজ কৰ্মসংস্কাৰৰ দ্বাৰা) চ আত্মগুণৈঃ (আৰু শৰীৰস্থ অন্তঃকৰণাদিৰ গুণৰ দ্বাৰা) [যুক্ত হোৱা কাৰণে] স্বগুণৈঃ ('মই' 'মোৰ' ইত্যাদি স্বগুণৰ বশীভূত হৈ) স্থূলানি চসূক্ষ্মাণি (স্থূল আৰু সূক্ষ্ম) বহূনি এৱ ৰূপাণি (বহুতো ৰূপ,

আকাৰ) বৃণোতি (স্বীকাৰ কৰে)। তেষাম্ (সেইবোৰৰ) সংযোগ-হেতুঃ (সংযোগৰ কাৰণ) অপৰঃ অপি (অন্যও, দৃষ্টঃ (দেখা যায়) ১২।

জীৱাত্মাই নিজে কৰা বিহিত আৰু নিষিদ্ধ কর্মানুষ্ঠানৰ পৰা জন্মা ধৰ্ম আৰু অধৰ্মৰ ফলত আৰু মন, বুদ্ধি, ইন্দ্ৰিয়, পঞ্চভূত এই সবাবো সমষ্টিৰূপ শৰীৰত গুণৰ ফলত সংযুক্ত হৈ প্ৰকাৰ কৰি 'মই' 'মোৰ' ইত্যাদি আত্মভুৱি গুণৰ বশৱৰ্তী হৈ অনেক প্ৰকাৰ ৰূপ-যুক্ত দেহ ধাৰণ কৰে। অৰ্থাৎ দেহৰ প্ৰাকৃতিক ধৰ্মবোৰত 'মই-মোৰ' কৰি অভ্যাবাপন্ন যি মোবা পাৰে নানা প্ৰকাৰ স্থূল আৰু সূক্ষ্ম ৰূপ স্বীকাৰ কৰে—ভাবনাৰ অনুৰূপ বেলেগ-বেলেগ যোনিত জন্ম লয় (গীতা ৮।২৭.৮৬)। কিন্তু এইপ্ৰকাৰে জন্ম-ধৰা বিষয়তো জীব স্বাধীন নহয়, তাৰ বাসনা আৰু কৰ্ম অনুসাৰে সেই সেই যোনিত সম্বন্ধ ঘটা ওঁতা আন এক শক্তিশালী পুৰুষ আছে — সেই অঘটন-ঘটনপটীয়সী মায়াশক্তিৰ অধীশ্বৰ পৰমেশ্বৰ ভগবান, যাক তত্ত্বজ্ঞানী মহাপুৰুষসকলে সাক্ষাৎকাৰ কৰে ।।১২।।

অনাদ্যনন্তং কলিলস্য মধ্যে, বিশ্বস্য স্রষ্টাৰমনেকৰূপম
বিশ্বস্যৈকং পৰিবেষ্টিতাৰং, জ্ঞাত্বা দেৱং মুচ্যতে সৰ্ব-
পাশৈঃ ।।১৩।।

কলিলস্য মধ্যে (দুৰ্গম সংসাৰত পৰিব্যাপ্ত), অনাদি অনন্তম্ (আদি অন্ত হীন), বিশ্বস্য স্ৰষ্টাৰম্ (জগতৰ স্ৰষ্টা), অনেকৰূপম্

(অনেকৰূপধাৰী), বিশ্বস্য পৰিবেষ্টিতাৰম্ (সমগ্ৰ বিশ্বক আবৰি ধৰোঁতা), একম্ দেৱম্ (অদ্বিতীয় পৰমদেৱতাক জ্ঞাত্বা জানি) সৰ্বপাশৈঃ (সকলো বন্ধনৰপৰা) মুচ্যতে (মুক্ত হয়) ।।১৩।।

'এই চলি থকা জন্ম-জন্মান্তৰৰূপ সংসাৰ-বন্ধনৰপৰা মুক্তিপোৱাৰ উপায় কি, এই আশঙ্কাৰ উত্তৰত কোৱা হৈছে —যি অন্তৰ্যামী পুৰুষ মনুষ্যৰ হৃদয় গুহাত থকাৰ দৰেই এই দুৰ্গম সংসাৰত পৰিব্যাপ্ত হৈ থাকে, যাৰ আদিও নাই অন্তও নাই, অৰ্থাৎ যাৰ কোনো কালে জন্ম-মৃত্যু, ক্ষয়-বৃদ্ধি আদি কোনো বিকাৰ নঘটে—চিৰন্তন একৰস, তথাপি যি সমগ্ৰ জগৎ সৃষ্টি কৰি অনেকানেক ৰূপত প্ৰকটিত হয় আৰু ৰচিত বিশ্বক বাহিৰে-ভিতৰে সৰ্বপ্ৰকাৰে আবৰি ৰাখে, সেই এক অদ্বিতীয় বিশ্বজ্যোতি পৰমাত্মা পুৰুষোত্তমক যদি এই জীৱাত্মাই পৰমাশ্ৰয় বুলি জানে তেন্তে তেওঁ সমস্ত সংসাৰ-বন্ধনৰপৰা অচিৰেই মুক্তি পায়।১৩।

ভাৱগ্ৰাহ্যমনীড়াখ্যং ভাৱাভাৱকৰং শিৱম্ ।
কলাসৰ্গকৰং দেৱং যে বিদুস্তে জহুস্তনুম্ ॥১৪॥

ভাৱগ্ৰাহ্যম্ (শ্ৰদ্ধা ভক্তি ভাৱৰদ্বাৰা প্ৰাপ্য), অনীডাখ্যম্ (অশৰীৰী বুলি খ্যাত), ভাৱ-অভাৱকৰম্ (উৎপত্তি আৰু প্ৰলয়ৰ কাৰক), শিৱম্ (মঙ্গলময়) কলাসৰ্গকৰম্ (ষোৰশকলাৰ সৃষ্টিকাৰক দেৱম্ (দিব্যজ্যোতি পৰমদেৱক) যে বিদুঃ (যি সকলে জানিলে), তে (তেওঁলোকে) তনুম্ জহুঃ (দেহক ত্যাগ কৰে— পুনৰ শৰীৰ গ্ৰহণ নকৰে) ।।১৪।।

পূর্ব্বৰ কথাকে আকৌ স্পষ্ট কৰি কোৱা হৈছে যে, অশৰীৰী অৰ্থাৎ নিৰাকাৰ বুলি প্ৰসিদ্ধ যি পৰমাত্মা পুৰুষোত্তম, তেৱেঁই জগতৰ সৃষ্টি আৰু প্ৰলয় কৰোঁতা, প্ৰশ্নোপনিষদত (৬।৪) কথিত ষোড়শ কলাৰ সৃষ্টিকাৰক আৰু তেৱেঁই জীৱৰ মঙ্গলবিধায়ক পৰম সুহৃদ সেই সচ্চিদানন্দঘন স্বয়ং জ্যোতি পৰমপুৰুষক শ্ৰদ্ধা আৰু ভক্তিযুক্ত ভাৱনাৰে আয়ত্ত কৰিব পাৰি। যি সকল মহানুভৱ লোকে সেই স্বৰূপ ভগৱন্তক জানিলে, সেইসকলে এই নশ্বৰী-দেহ চিৰকাললৈ ত্যাগ কৰে অৰ্থাৎ ভোগৰ বাসনা নোহোৱা হোৱাত ভোগোপযোগী দেহৰ প্ৰয়োজন নাইকীয়া হয়, গতিকে পুনৰ্জন্ম লৈ সংসাৰ-চক্ৰত ঘূৰিব লগাৰ যৰণিকা পৰে। এই কাৰণে জনম-মৰণ ৰূপ সংসাৰ-দুখৰ পাৰ পাবলৈ সেই পৰমাশ্ৰয় ভগৱন্তক আশ্ৰয় কৰাই মনুষ্যৰ কৰ্ত্তব্য- এয়ে শ্ৰুতিৰ মৰ্মবাণী ॥১৪॥

॥ পঞ্চম অধ্যায় সমাপ্ত ॥ ॥

——

# ষষ্ঠ অধ্যায়

স্বভাৱমেকে কৱয়ো বদন্তি কালং তথান্যে
পৰিমুহ্যমানাঃ। দেৱস্যৈষ মহিমা তু লোকে,
যেনেদং ভ্ৰাম্যতে ব্ৰহ্মচক্ৰম্ ॥ ১ ॥

পৰিমুহ্যমানা (মোহগ্ৰস্ত) একে কৱয়ঃ (কোনো কোনো পণ্ডিতে) স্বভাৱম্ (পদাৰ্থৰ নিজা শক্তিক) বদন্তি (জগতৰ কাৰণ বোলে), তথা (তেনেকৈ) অন্যে (আন কিছুমানে) কালম্ (কালক জগতৰ কাৰণ বোলে)। তু (যথাৰ্থতে) লোকে (জগতত পৰিদৃষ্ট) এষ মহিমা (এই মহিমা) দেৱস্য (পৰমেশ্বৰৰে) যেন (যাৰ দ্বাৰা) ইদম্ ব্ৰহ্মচক্ৰম্ (এই জগৎচক্ৰ) ভ্ৰাম্যতে (ঘূৰি আছে)। ১॥

কিছুমান পণ্ডিতে এই অভিমত প্ৰকাশ কৰে যে, স্বভাৱ অৰ্থাৎ পদাৰ্থৰ যি স্বাভাৱিক শক্তি সেয়ে জগতৰ কাৰণ, যেনে-ভূমিৰ উৰ্ব্বৰা শক্তি, সূৰ্যৰ তাপদিয়া শক্তি ইত্যাদি প্ৰবৃত্তিয়েই জগতৰ জনক। তেনেকৈ আন কিছুমানে কালক জগৎকাৰণ বোলে। কাৰণ, বস্তুৰ শক্তি সময় অনুযায়ীহে প্ৰকাশিত হয়। যেনে-সময়মতে হে গছৰ গুটি দিব পৰা শক্তি জন্মে, অথবা ঋতুকালত হে স্ত্ৰীলোকৰ গৰ্ভাধান হব পাৰে, অসময়ত নহয়। কিন্তু পাণ্ডিত্যাভিমানী এইসকল বৈজ্ঞানিক মোহগ্ৰস্ত হৈয়ে আছে, এওঁলোক জগৎ কাৰণ নিৰ্ণয় কৰিবলৈ সমৰ্থ হোৱা নাই।

যথাৰ্থতে এই বিচিত্ৰ জগৎ অচিন্ত্য অনন্ত শক্তিৰ গৰাকী স্বপ্ৰকাশ পৰমেশ্বৰৰেই মহিমা  স্বভাৱ আৰু কাল আদি কাৰণ বুলি কথিত সমস্ত কাৰণৰ তেৱেঁই পৰম কাৰণ আৰু তেওঁৰ মহিমাতে এই সংসাৰ এই ব্ৰহ্মাণ্ড চক্ৰবৎ ঘূৰিব লাগিছে। [সংসাৰ চক্ৰৰ ব্যাখ্যা ১৪ মন্ত্ৰত দ্ৰষ্টব্য।] ॥১।

যেনাবৃতং নিত্যমিদং হি সৰ্বং, জ্ঞঃ কালকালো
গুণী সৰ্ববিদ্ যঃ   তেনেশিতং কৰ্ম বিবৰ্ত্ততে
হ   পৃথ্ব্যপ্তেজোহনিলখানি   চিন্ত্যম্ ॥২॥

যেন (যি পৰমেশ্বৰৰ দ্বাৰা ইদম সৰ্বম্ এই সমস্ত জগৎ) নিত্যম (সদায়েই) আবৃতম (পৰিব্যাপ্ত আছে) যঃ জ্ঞঃ হি যি জ্ঞানস্বৰূপ নিশ্চয়) কালিকালঃ (কালৰো কাল) গুণী (সৰ্বগুণ সম্পন্ন), সৰ্ববিৎ (সৰ্বজ্ঞ) তেন হ [তেওঁৰ দ্বাৰায়েই] ঈশিতম [শাসিত হৈ] কৰ্ম [জগৎৰূপ কৰ্ম] বিবৰ্ততে বিবিধ নিয়মে চলি আছে) পৃথ্বী অপ্ তেজঃঅনিল খানি (ক্ষিতি, অপ, তেজ মৰুৎ আৰু ব্যোম এই পাচোঁ) (তেওঁৰ দ্বাৰা শাসিত হয়) চিন্ত্যম (এই প্ৰকাৰে চিন্তা কৰা উচিত।।

যি বিশ্বনিয়ন্তা পৰমেশ্বৰদ্বাৰা এই সমগ্ৰ জগৎ সম্পূৰ্ণৰূপে সৰ্বপ্ৰকাৰে সৰ্বতিকাল আবৃত আছে, যি কালৰো কাল—মহাকাল অৰ্থাৎ কালাতীত হৈ কালৰো নিয়ামক, যি জ্ঞানস্বৰূপ চিন্ময় জগদাত্মা বাৎসল্য প্ৰভৃতি স্বৰ্গীয় গুণ-গৰিমাৰাজিৰে মানৱৰ চিৰসুহৃদ, যি বিশ্ব-

ব্ৰহ্মাণ্ডৰ অন্তৰ্যামীৰূপে সৰ্বজ্ঞান, তেওঁৰ দ্বাৰায়েই চালিত হৈ এই জগৎ-চক্ৰ যথা-নিয়মে চলি আছে। মাটি, পানী, জুই বায়ু আৰু আকাশ এই পাঁচ মহাভূতেও তেওঁৰেই বিহিত-বিধান মতে তেওঁৰে দিয়া শক্তিৰে নিজ নিজ কাৰ্যত চালিত হয়। তেওঁৰ শক্তি নাপালে এইবোৰ যে একো কৰিব নোৱাৰে। সেই কথা কেনোপনিষদৰ তৃতীয় খণ্ডত যক্ষৰ আখ্যানৰ ছলেৰে শ্ৰুতিয়ে বুজাই দিলে। এইবোৰ পৰমাৰ্থ চিন্তা কৰি, বিচাৰ কৰি চাই সেই সৰ্বাধাৰ পুৰুষোত্তমেই একমাত্ৰ শৰণ বুলি জনা উচিত ॥২॥

তৎ কৰ্ম কৃত্বা বিনিবৰ্ত্য ভূয়স্তত্ত্বস্য তত্ত্বেন সমেত্য
যোগম্ একেন দ্বাভ্যাং ত্ৰিভিৰষ্টভিৰ্বা, কালেন
চৈবাত্মগুণৈশ্চ সূক্ষ্মৈঃ ॥৩।

(পৰমেশ্বৰে) তৎ কৰ্ম (সেই জড়তত্ত্বসমূহৰ সৃষ্টিৰূপ কৰ্ম) কৃত্বা (কৰি) বিনিবৰ্ত্য (তাক নিৰীক্ষণ কৰি) ভূয়ঃ (আকৌ তত্ত্বস্য চেতন তত্ত্বৰ) তত্ত্বেন (জড় তত্ত্বৰ সৈতে) যোগম্ সমেত্য (সংযোগ ঘটাই), বা (অথবা) একেন এক—অবিদ্যাৰে সৈতে) দ্বাভ্যাম (দুই—পাপ আৰু পুণ্য কৰ্মৰ সৈতে) ত্ৰিভি (তিনি গুণৰে সৈতে) চ অষ্টভিঃ (আৰু আঠ প্ৰকৃতিৰে সৈতে, কালেন (কালৰ সৈতে) চ (তথা) সূক্ষ্মৈঃ আত্মগুণৈঃ এব (আত্মসম্বন্ধী সূক্ষ্ম গুণবোৰৰ সৈতেও) [জীৱৰ সম্বন্ধ ঘটাই এই জগৎ ৰচনা কৰিলে) ।৩।

**পৰমেশ্বৰেই নিজৰ শক্তিৰূপা মূল-প্ৰকৃতিৰপৰা পঞ্চ মহাভূত আদিৰ সৃষ্টি কৰ্ম কৰি তাক নিৰীক্ষণ কৰিলে,**

..... ... ..... ....... ...... .....　......... ... ..　.... .

আৰৌ সেই জড়তত্ত্ববোৰৰ লৈতে চেতন-তত্ত্বৰ সংযোগ ঘটাই নানা ৰূপে চিত্রিত এই বিচিত্র জগৎ ৰচনা কৰিলে।

অথবা এইপ্রকাৰেও বুজা আৱশ্যক যে, এক অনাদি, পাপ আৰু পুণ্যৰূপ ; দুই সঞ্চিত কৰ্মসংস্কাৰ, সত্ত্ব, ৰজ আৰু তম —এই তিনিগুণ, মাটি, পানী, জুই, বায়ু, আকাশ, মন, বুদ্ধি আৰু অহঙ্কাৰ —এই আঠ প্রকৃতি আৰু কাল এই সকলোৰে সৈতে তথা আসক্তি, মমতা, ... আদি সূক্ষ্ম আত্মগুণবোৰৰ সৈতে জীৱৰ সমন্ধ ঘটাই এই জগৎ ৰচনা কৰিলে। এই উক্ত দুয়ো প্রকাৰ বৰ্ণনাৰ তাৎপৰ্য একেই ॥৩

আৰভ্য কৰ্মাণি গুণান্বিতানি ভাবাংশ্চ সৰ্বান্
বিনিয়োজয়েদ যঃ। তেষামভাবে কৃতকৰ্মনাশঃ,
কৰ্মক্ষয়ে যাতি স তত্ত্বতোঽন্যঃ ॥৪॥

যঃ (যি লোকে) গুণান্বিতানি (সত্ত্বাদি গুণ যুক্ত) কৰ্মাণি (কৰ্তব্য কৰ্মসমূহ) আৰভ্য (অনুষ্ঠান কৰি) সৰ্বান্ ভাবান্ (আৰু সমস্ত ভাৱবোৰ) বিনিয়োজয়েৎ (পৰমাত্মাত সমৰ্পণ কৰি দিয়ে), (তাৰ ফলত) তেষাম্ (সেই কৰ্মবিলাকৰ) অভাৱে (সমৰ্পণ হৈ যাওঁতে) কৃতকৰ্মনাশঃ (তেওঁৰ সংচিত কৰ্ম নষ্ট হৈ যায়) কৰ্মক্ষয়ে (এইদৰে কৃতকৰ্মবোৰ ক্ষয়প্রাপ্ত হলে) তত্ত্বতঃ (যথাৰ্থতে) অন্যঃ (জড় বৰ্গতকৈ ভিন্ন) সঃ (সেই জীৱাত্মা) যাতি (ব্রহ্মপৰ্যন্ত লৈ যায়) ॥৪।

---

* এই জগৎ সৃষ্টিৰ বৰ্ণনা তৈত্তিৰীয় উপনিষদত (ব্রহ্মানন্দবল্লী ১ আৰু ৬ অনুবাক), ঐতৰেয়োপনিষদত (১ অধ্যায়ৰ তিনিও খণ্ডত) ছান্দোগ্যোপনিষদত (অধ্যায় ৬, খণ্ড ২, ৩) আৰু বৃহদাৰণ্যকোপনিষদত (অধ্যায় ১, ব্রাহ্মণ ২) বাহুল্যভাৱে আছে।

[কৰ্মবন্ধনৰপৰা মুক্ত হোৱাৰ উপায়ৰ উপদেশ দিছে যে—নিজ নিজ বৰ্ণ আশ্ৰয় আৰু পৰিস্থিতিৰ অনুৰূপে অৱশ্য আচৰণীয় কৰ্ত্তব্য কৰ্মসমূহ— যিবোৰ সত্ত্ব, ৰজ আৰু তম গুণযুক্ত, সেই সকলোবোৰ ভগৱন্তৰ বিধান মানি কৰি অনুষ্ঠানত প্ৰবৃত্ত হব আৰু নিজৰ সকলো প্ৰকাৰৰ মই মোৰ আসক্তি আদি ভাৱনাবোৰ পৰমেশ্বৰত লগাই দিব লাগে, তেওঁক সমৰ্পণ কৰিব লাগে ; সেই সমৰ্পণৰ ফলত কৃতকৰ্মবোৰৰ সৈতে তেওঁৰ সম্বন্ধ নাহোৱা হৈ যোৱাত তেওঁৰ কৰ্মফল নষ্ট হৈ যায়। এই প্ৰকাৰে কৰ্ম আৰু তাৰ ফলৰ অভাৱ ঘটিল পূৰ্বসঞ্চিত কৰ্মজনিত সংস্কাৰো সমূলঞ্চে নাশ পায়, তেতিয়া তেওঁ কৰ্মফলভোগ কৰিবলৈ পুনৰ জন্ম লবলগা নহয়—শাস্ত্ৰই কয়—"নাভুক্তং ক্ষীয়তে কৰ্ম কল্প কোটিশতৈৰপি। অৱশ্যমেৱ ভোক্তব্যং কৃতং কৰ্ম শুভাশুভম্"। (কোটি কোটি জনমতো ভোগ নকৰাকৈ কৰ্ম ক্ষয় নহয়। শুভ কৰ্মই হওক বা অশুভ কৰ্মই হওক তাৰ আচৰণৰ ফল নিশ্চয় ভুগিব লাগিব।) কিন্তু সৰ্বপ্ৰকাৰে কৃত কৰ্ম ভগৱন্তত অৰ্পিত হলে, তেওঁৰ কৰ্ম ক্ষয় হ'ল, কৰ্ম মলিৰে মলিন জীৱ বিশুদ্ধ স্বৰূপ হ'ল আৰু তেওঁ যে দেহ আদি জড়বৰ্গতকৈ ভিন্ন এই উপলব্ধি হ'ল। তাৰ ফলত সেই জীৱাত্মাৰ ব্ৰহ্মসাযুজ্য লাভ হৈ যায় ॥৪॥

আদিঃ স সংযোগনিমিত্তহেতুঃ পৰস্ত্ৰিকালাদকলোঽপি দৃষ্টঃ। তং বিশ্বৰূপং ভৱভূতমীড্যং, দেৱং স্বচিত্তস্থমুপাস্য পূৰ্বম্ ॥৫॥

.......... ... .... .......... .......... ....... .....

সঃ আদিঃ (সেই আদিকাৰণ পৰমেশ্বৰ) ত্ৰিকালাৎ পৰঃ (তিনিও কালতকৈ অতীত) অকলঃ অপি (ষোড়শকলাহীন হলেও) সংযোগনিমিত্তহেতুঃ (প্ৰকৃতিৰে সৈতে জীৱৰ সংযোগ ঘটোৱা কাৰণসমূহৰো কাৰণৰূপে) দৃষ্টঃ (জ্ঞানীজনে অনুভৱ কৰে), তম্ বিশ্বৰূপম্ (সেই নিখিলৰূপধাৰী), ভৱভূতম্ (জগৎৰূপে অভিব্যক্ত) ঈড্যম্ (স্তৱনীয়), দেৱম্, (পৰমদেৱক) পূৰ্বম্ (প্ৰথমতে) স্বচিত্তস্থম্ (নিজৰ চিত্তত অৱস্থিত ভাৱনাৰে) উপাস্য (উপাসনা কৰি) তেওঁক দৰ্শন পাবলৈ যত্নশীল হ'ব] ৫।

সমস্ত জগতৰ আদি কাৰণ সেই সৰ্বশক্তিমন্ত ভগৱন্ত তিনিও কালৰ অতীত তেওঁত কোনো কলান্তৰ নাই; তেওঁত সদা-সৰ্বদা বৰ্তমান কালহে, ভূত আৰু ভৱিষ্যৎ নাই। প্ৰশ্নোপনিষদত উপদিষ্ট ষোড়শকলা তেওঁত নাই, অৰ্থাৎ তেওঁৰ সংসাৰৰ সৈতে কোনো প্ৰকাৰৰ সম্বন্ধ নাই, তথাপি প্ৰকৃতিৰ সৈতে জীৱক যি কাৰণে সংযোগ কৰায়, সেই কাৰণৰো তেঁৱেই কাৰণ। এই কথা তত্ত্বজ্ঞানী পুৰুষৰ অনুভৱ-সিদ্ধ। সেই পৰম পুৰুষ নিখিল ৰূপতে বিদ্যমান, জগৎৰূপত তেঁৱেই প্ৰকাশিত, সবাৰে পূজনীয় তেওঁ এক-মাত্ৰ স্তুতিৰ যোগ্য। সেই পৰমদেৱ পুৰুষোত্তমৰ এই বিৰাট বিশ্বৰূপ দৰ্শন কৰিবলৈ প্ৰথমতে নিজৰ হৃদয়তে (বিশ্বব্যাপি আছে যেতিয়া মোৰ হৃদয়তো অৱশ্যে আছে) বিৰাজমান ভাৱনাৰে তেওঁক উপাসনা কৰি সাক্ষাৎকাৰ পাবলৈ যত্ন কৰিব লাগে ॥৫॥

স বৃক্ষকালাকৃতিভিঃ পৰোহন্যো, যস্মাৎ প্ৰপঞ্চঃ
পৰিবৰ্ততেহয়ম্। ধৰ্মাৱহং পাপনুদং ভগেশং,
জ্ঞাত্বাত্মস্থমমৃতং বিশ্বধাম ॥৬॥

যস্মাৎ (যাৰ পৰা) অয়ং প্ৰপঞ্চঃ (এই সংসাৰ) পৰিৱৰ্ত্ততে

(আবৃত্তিত হয় সঃ (তেওঁ) বৃক্ষ কাল-আকৃতিভিঃ (এই সংসাৰবৃক্ষ, কাল আৰু আকৃতি আদিতকৈ) পৰ (উৰ্ধ্বত), অন্যঃ (ভিন্ন, বিলক্ষণ)। ধৰ্মাৱহম্ (ধৰ্মৰ আকৰ), পাপনুদম্ (পাপহাৰী ভগ-ঈশম্ (ঐশ্বৰ্যৰ অধিপতি) বিশ্বধাম (বিশ্বৰ আধাৰ) আত্মস্থম্ (নিজতে অৱস্থিত পৰমাত্মা পুৰুষক) জ্ঞাত্বা (জানি) অমৃতম্ ('সাধনাশীল জনে' অমৃতত্ব লাভ কৰে) ৬।

যাৰ অচিন্ত্য-শক্তিৰ প্ৰভাৱত এই বিশ্ব সংসাৰ অবিৰাম ঘূৰিব লাগিছে নৈৰ সোঁতৰদৰে নিত্য-নিৰন্তৰ চলি আছে, সেই পৰমাত্মা এই সংসাৰ-বৃক্ষ, কাল আৰু কালৰ বিভিন্ন পৰিণামৰূপ আকাৰ-প্ৰকাৰৰ পৰা অতি উৰ্ধ্বত— সংসাৰ কাল আৰু ৰূপ আদিৰ সৈতে কোনো প্ৰকাৰৰ সম্বন্ধ নথকাকৈ সম্পূৰ্ণ স্বতন্ত্ৰভাৱে বিৰাজমান। তথাপিও সৰ্বধৰ্মৰ আকৰ তেওঁ সংসাৰীৰ ধৰ্মবৃদ্ধি কৰি পাপ হৰণ কৰে। তেওঁ সমস্ত ঐশ্বৰ্য্যৰ গৰাকী—তেওঁৰ কৃপাৰ পাত্ৰ হলে ঐহিক, পাৰত্ৰিক কোনো সম্পদেই অপ্ৰাপ্য নাথাকে। সমগ্ৰ বিশ্বৰ তেঁৱেই আধাৰ-চৰাচৰ জগৎ তেওঁতে বৰ্তি আছে। সেই পৰমাশ্ৰয় পৰমাত্মা অন্তৰ্যামীৰূপে আমাৰ হৃদয়তে আছে। এইদৰে পৰমাত্মাৰ স্বৰূপজ্ঞান হলে সেইজন জ্ঞানীপুৰুষে অমৃতময় পৰমপুৰুষক লাভ কৰে ॥৬॥

তমীশ্বৰাণাং পৰমং মহেশ্বৰং, তং দেৱতানাং পৰমং চ দৈৱতম্। পতিং পতীনাং পৰমং পৰস্তাদ্ বিদাম দেৱং ভুৱনেশমীড্যম্ ॥৭॥

তম্ (সেই) ঈশ্বৰাণাম্ (লোকপাল সমূহৰ) পৰমম্ মহেশ্বৰম্ (শ্ৰেষ্ঠ মহাধিপতি), দেৱতানাম্ চ (দেৱতাবৰ্গৰো) পৰমম্ দৈৱতম্ (সৰ্ব শ্ৰেষ্ঠ দেৱতা), পতীনাম্ (প্ৰজাপতি সমূহৰ) পতিম্ (নেতা) পৰস্তাৎ পৰমম্ (ক্ষৰ আৰু অক্ষৰতকৈ উত্তম) ভুৱন-ঈশম্ (ব্ৰহ্মাণ্ডৰ স্বামী) ঈড্যম্ (স্তৱনীয়) তম্ দেৱম্ (সেই স্বপ্ৰকাশ পৰমেশ্বৰক) বিদাম (আমি জানিলোঁ) ॥৭॥

পৰমাত্মদৰ্শী মহাপুৰুষে কৈছে যে যি লোকপাল সমূহৰো মহান শাসনকৰ্তা, অৰ্থাৎ যাৰ নিযন্ত্ৰনত থাকি সেইসকলে নিজ নিজ অধিকাৰ অনুসাৰে জগতক শাসন কৰে, যি সমস্ত দেৱতাবৃন্দৰ পৰম আৰাধ্য, যি প্ৰজাপতি-সকলৰ—প্ৰজাৰক্ষকসকলৰ – বিহিত বিধান দিওঁতা, যি বিকাৰাক্ষৰতকৈ শ্ৰেষ্ঠ অবিকাৰী অক্ষৰতকৈয়ো উত্তম (গীতা ১৫।১৮), যি বিশ্বব্ৰহ্মাণ্ডৰ স্বামী আৰু একমাত্ৰ স্তৱনীয়, সেই স্বয়ং জ্যোতি পৰমাত্মা পুৰুষোত্তমক আমি জানিলোঁ ॥৭॥

ন তস্য কাৰ্যং কৰণং চ বিদ্যতে, ন তৎসমশ্চা-
ভ্যধিকশ্চ দৃশ্যতে। পৰাস্য শক্তিৰ্বিবিধৈব
স্বাভাবিকী জ্ঞানবলক্ৰিয়া চ ॥৮॥

তস্য (তেওঁৰ) কাৰ্যম্ (শৰীৰৰূপ কাৰ্য) কৰণম্ চ (আৰু ইন্দ্ৰিয়ৰূপ কৰণ) ন বিদ্যতে (নাই); তৎসমঃচ (তেওঁৰ সমানো)

চ (অথবা) অভ্যধিকঃ (তেওঁতকৈ শ্ৰেষ্ঠও) ন দৃশ্যতে (দেখা নাযায়), অস্য (এই পৰমপুৰুষৰ) পৰা (উৎকৃষ্টা) শক্তিঃ (মায়া-শক্তি) বিবিধা এব (বিচিত্ৰ কাৰ্যকাৰিণী) শ্ৰূয়তে (শুনা যায়) চ (আৰু 'এওঁৰ') জ্ঞানবলক্ৰিয়া (জ্ঞানৰূপ বলৰ দ্বাৰা যি সৃষ্টি ক্ৰিয়া সি) স্বাভাৱিকী (স্বভাৱ সিদ্ধ অনাদি মায়া)। [অথবা দ্বিতীয়াৰ্দ্ধৰ ব্যাখ্যান্তৰ—অস্য চ (আৰু এই পৰমেশ্বৰৰ) জ্ঞানবলক্ৰিয়া (জ্ঞান, বল আৰু ক্ৰিয়াৰূপ) স্বভাৱসিদ্ধ) পৰা শক্তিঃ (দিব্য শক্তি) বিবিধ এব (নানা প্ৰকাৰৰূপেই) শ্ৰূয়তে (শুনা যায়)।

আমি সাধাৰণ জীৱবোৰৰ দৰে সেই পৰমেশ্বৰৰ কাৰ্য আৰু কৰণ-দেহ আৰু ইন্দ্ৰিয় নাই। তৃতীয় অধ্যায়ত 'অপানিপাদো জৱনো গ্ৰহীতা ইত্যাদি মন্ত্ৰত বিস্তাৰিত-ভাবেই কোৱা হৈছে যে ইন্দ্ৰিয়বোৰৰ অবিহনেই তেওঁ সমস্ত ইন্দ্ৰিয়ৰ কাৰ্য সম্পাদন কৰে। আকৌ তেওঁতকৈ ডাঙৰতো নায়েই, তেওঁৰ সমানো আন কাকো দেখা নাযায়; যথাৰ্থতে তেওঁৰ বাহিৰে আন দ্বিতীয় নাই—"একৈবাহং জগত্যত্ৰ দ্বিতীয়া কা মমাপৰা"। চণ্ডী (এই জগতত একমাত্ৰ মহেই, মোৰ বাহিৰে অন্য দ্বিতীয় কোনো নাই। "ন তদস্তি বিনা যৎ স্যান্ময়া ভূতং চৰাচৰম"। গীতা। (এই চৰাচৰ জগতত এনে একো পদাৰ্থ নাই— যত মই নাই।) এই পৰমেশ্বৰৰ যি পৰাশক্তি অৰ্থাৎ

অনির্বচনীয়া মায়াশক্তি * সেই শক্তি বিবিধ বিচিত্রকার্যৰ জননী বুলি শুনা যায় আৰু এওঁৰ জ্ঞানৰূপ বলৰ দ্বাৰা যি সৃষ্টিক্রিয়া হয়, সিয়ো স্বভাব সিদ্ধ অর্থাৎ অনাদি মায়া স্বৰূপ। (অথবা এই পৰমেশ্বৰৰ জ্ঞান, বল আৰু ক্রিয়া-ৰূপ স্বৰূপাভিন্ন দিব্য শক্তি বিবিধপ্রকাৰে প্রতিভাত হয় বুলি শুনা যায়। ॥৮॥

ন তস্য কশ্চিৎ পতিৰস্তিলোকে, ন চেশিতা নৈব চ তস্য লিঙ্গম্। স কাৰণং কৰণাধিপা ধিপো, ন চাস্য কশ্চিৎ জনিতা ন চাধিপঃ ॥৯॥

---

* শাক্ত-সিদ্ধান্ত মতে এই জ্ঞান, বল আৰু 'ক্রিয়া'ৰূপ পৰব্রহ্মৰ স্বৰূপ ভিন্ন পৰাশক্তিয়েই আদ্য শক্তি মহামায়া। ধর্ম স্বৰূপতঃ ধর্মীতকৈ বেলেগ নহয়। জুই আৰু তাৰ তাপ যেনেকৈ বেলেগ নহয়, তেনেকৈ ধর্মী পৰমেশ্বৰতকৈ তেওঁৰ ধর্ম বিচিত্রসৃষ্টি আদি কার্যকাৰিণী শক্তি মহামায়া পৃথক্ নহয়। স্বচ্ছ স্ফটিকত ৰঙাজবা-ফুলৰ ছাঁ পৰিলে যেনেকৈ ৰঙা দেখায়, সেইদৰে শক্তিমান ব্রহ্মৰ কর্তৃত্বাদি গুণৰ প্রভাবত ব্রহ্মশক্তিও কর্তৃত্বাদিগুণ সম্পন্না চিন্ময়ী-ৰূপে প্রতিভাত হয়। এইকাৰণে জগৎকাৰণ ব্রহ্মৰ সৈতে অভিন্ন ৰূপা আদ্যাশক্তি মহামায়া সৎৰূপা, চিৎৰূপা, আৰু আনন্দময়ী। তথা এই শক্তিয়েই দুর্গা, কালী, চণ্ডী ইত্যাদি নামে চিন্ময়ীৰূপে উপাসিত হয়। শ্রীৰামকৃষ্ণ পৰমহংস দেৱে কয়—"ব্রহ্ম আৰু ব্রহ্মশক্তি অভিন্ন" যি কালী, তেৱেঁই ব্রহ্ম। গতিহীন সাপ আৰু গতিশীল সাপ যেনেকৈ একেই নিষ্ক্রিয় ব্রহ্ম আৰু সক্রিয় ব্রহ্মও তেনেকৈ এক; ভিন্ন নহয়।

লোকে (জগতত) তস্য (তেওঁৰ) কশ্চিৎ (কোনো) পতিঃ (প্রভু) ন অস্তি (নাই), ঈশিতা চ কোনো শাসকো) ন (নাই), তস্য তেওঁৰ) লিঙ্গম্ চ (অনুমান কৰিব পৰা চিহ্নও) ন এব (অৱশ্যেই নাই) সঃ (সঃ (তেওঁ) কাৰণম্ (সকলোৰে কাৰণ), কৰণ অধিপ অধিপঃ (ইন্দ্রিয় আদিৰ অধিষ্ঠাতৃ দেৱতাবৃন্দৰো আধিপতি)। অস্য (এওঁৰ) কশ্চিৎ (কোনো জনিতা চ ন (জনকো নাই) অধিপঃ চ ন (আৰু কোনো অধ্যক্ষও নাই)। ৯॥

জগতত সেই পৰমেশ্বৰৰ কোনো প্রভু নাই; সকলোৱেই তেওঁৰ দাস, তেওঁৰ সেৱক। তেওঁৰ কোনো শাসক তেওঁৰ ওপৰত আদেশ চলাওঁতাও কোনো নাই; সকলোৱেই তেওঁৰ আদেশ অনুসৰণ কৰি তেওঁৰ নিয়ন্ত্রণত থাকে। এনে একো চিহ্ন নাই, যাক অবলম্বন কৰি তেওঁৰ স্থিতি অনুমান কৰিব পাৰি—কিয়নো নিৰাকাৰ নিৰঞ্জনৰূপে তেওঁ সর্বত্র পৰিপূর্ণ। তেওঁ চৰাচৰ জগতৰ কাৰণ, কাৰণৰো পৰম কাৰণ আৰু সমস্ত ইন্দ্রিয়াধিপতি যি সকল দেৱতা, সেই সবাৰো তেৱেঁই শাসক। এই পৰমপুৰুষৰ কোনো জনকো নাই আৰু অধ্যক্ষও নাই, বৰঞ্চ তেওঁহে চৰাচৰ জগতৰ পিতা আৰু অধ্যক্ষও 'পিতাসি লোকস্য চৰাচৰস্য' —গীতা ১১।৪৩, আৰু 'ময়াধ্যক্ষেন প্রকৃতিঃ সূয়তে সচৰাচৰম্—গীতা ৯।১০)। তেওঁ অজন্মা, সনাতন আৰু সর্বতোভাবে স্বতন্ত্র ॥৯॥

যস্তন্তুনাভ ইব তন্তুভিঃ প্রধানজৈঃ স্বভাবতো দেব একঃ স্বমাবৃণোৎ। স নো দধদ্ব্রহ্মাপ্যয়ম্ ॥১০॥

তন্তুভিঃ (সূতাবোৰে) তন্তুনাভঃ ইব (মকৰাৰ দৰে) যঃ একঃ দেবঃ (যি এক পৰম দেৱ) প্ৰধানজৈঃ (নিজ স্বৰূপভূত প্ৰধান-শক্তিৰ পৰা উৎপন্ন অনন্ত কাৰ্য্য দ্বাৰা) স্বভাবতঃ (স্বভাৱতে) স্বম্ (নিজক) আবৃণোৎ (আচ্ছাদিত ৰাখে), সঃ (সেই পৰমাত্মা পুৰুষে) নঃ (আমাক) ব্ৰহ্ম অপ্যয়ম্ (পৰব্ৰহ্মত আশ্ৰয়) দধাৎ (দিয়ক বিধান কৰক) ॥১০॥

যেনেকৈ নিজৰ পৰা বাহিৰ উলিওৱা সূতাবোৰৰ জালখনত মকৰা আবৃত হৈ থাকে, সেইদৰে যি এক পৰম দেৱতা ভগৱন্তপুৰুষে নিজৰ স্বৰূপভূত অচিন্ত্য শক্তিৰ পৰা উৎপন্ন অনন্ত কাৰ্য্যৰূপ সংসাৰ মায়া-জালেৰে স্বভাৱতে নিজক আচ্ছাদিত কৰি ৰাখে সেই পৰমেশ্বৰে নিজৰ বিৰাট বিশ্বাশ্ৰয় স্বৰূপত আমাকো আশ্ৰয় দিয়ক ॥১০॥

একো দেবঃ সৰ্বভূতেষু গূঢ়ঃ, সৰ্বব্যাপী সৰ্বভূতান্তৰাত্মা। কৰ্মাধ্যক্ষঃ সৰ্বভূতাধিবাস, সাক্ষী চেতা কেবলো নিৰ্গুণশ্চ ॥১১॥

একঃ দেবঃ (একমাত্ৰ সেই জ্যোতিৰূপ পৰমাত্মাই) সৰ্বভূতেষু (সকলো প্ৰাণীতে) গূঢ়ঃ (প্ৰচ্ছন্নভাবে থাকে), সৰ্বব্যাপী (তেওঁ সৰ্ব-ব্যাপী), সৰ্বভূত অন্তৰাত্মা (সমস্তপ্ৰাণীৰ অন্তৰ্যামী পৰমাত্মা), কৰ্মাধ্যক্ষ (সৰ্বকৰ্মৰ নিয়ামিক), সৰ্বভূত অধিবাসঃ (সৰ্বপ্ৰাণীৰ

বাসস্থান), সাক্ষী (সৰ্ব প্ৰত্যক্ষকাৰী), চেতা (সবাৰো চৈতন্যস্বৰূপ), কেৱলঃ (সৰ্বোপাধি ৰহিত) নিৰ্গুণঃ চ (আৰু গুণাতীত ১১।

একমাত্ৰ জ্যোতিস্বৰূপ সেই পৰমাত্মাই অখিল প্ৰাণীৰ হৃদয়-গুহাত গূঢ় ভাবে থাকে। তেওঁ সৰ্বব্যাপী আৰু সমগ্ৰ প্ৰাণী মণ্ডলীৰ অন্তৰত থকা পৰমাত্মা; তেৱেঁই প্ৰাণীৰ সমূহ কৰ্মৰ নিয়ামক– তেওঁৰ প্ৰেৰণাতে জীৱই কৰ্ম কৰে, আৰু সেই কৰ্মৰ ফলদাতাও তেৱেঁই। তেওঁ সমস্ত প্ৰাণীৰ নিৱাসস্থান পৰম আধাৰ আৰু তেৱেঁই প্ৰাণীসমূহৰ শুভা-শুভ কৰ্মৰ প্ৰত্যক্ষদৰ্শী সাক্ষী। চৈতন্যস্বৰূপ তেওঁৰ দ্বাৰাহে নিখিল প্ৰাণীয়ে চেতনা পায়। এনে সৰ্বৈশ্বৰ্য সম্পন্ন, সৰ্বগুণাধাৰ হৈয়ো সেই পৰমপুৰুষ নিৰ্লিপ্ত কেৱল বিশুদ্ধ স্বৰূপ আৰু সত্ত্বাদি সমস্ত গুণক অতিক্ৰমেও বিৰাজমান ॥১১॥

একো ৱশী নিষ্ক্ৰিয়াণাং বহূনামেকং বীজং বহুধা
যঃ কৰোতি। তমাত্মস্থং যেঽনুপশ্যন্তি ধীৰা-
স্তেষাং সুখং শাশ্বতং নেতৰেষাম্ ॥১২॥

যঃ একঃ (যি অদ্বিতীয় হৈয়ো) বহূনাম্ নিষ্ক্ৰিয়াণাম্ (অপাৰ-ব্যাপাৰৰহিত জীৱবোৰৰ) ৱশী (নিয়ন্তা), [যি তেওঁ] একম্ বীজম্ (এটা বীজক) বহুধা কৰোতি (অনেক ৰূপত পৰিণত কৰে), তম্ আত্মস্থম্ (সেই হৃদয়ত থকা পৰমাত্মাক) যে ধীৰাঃ (যি সকল ধীমন্ত লোকে) অনুপশ্যন্তি, (নিৰন্তৰ সাক্ষাৎ কৰে), তেষাম্ (সেই সকলৰ) শাশ্বতম্ (চিৰস্থায়ী) সুখম্ (আনন্দ হয়), ইতৰেষাম্

ন (আনসকলৰ নহয়) ।।১২।।

প্ৰকৃতিতে অসংখ্য অনন্ত জীৱবোৰ নিষ্ক্ৰিয়, চৈতন্যৰ অবিহনে জড়ৰ ব্যাপাৰ সম্ভৱ নহয়। কিন্তু সেই সমস্তই শুদ্ধ চৈতন্যময় পৰমাত্মাৰ অংশ তেওঁৰ চৈতন্যেৰে চেতনা-যুক্ত। একমাত্ৰ যি তেওঁ সমস্তৰে অন্তৰ্যামী আত্মাৰূপে সবাকো নিয়ন্ত্ৰণ কৰে—কৰ্মফল ভোগ কৰায়, যি এক প্ৰকৃতিৰূপ বীজক বহুত প্ৰকাৰে পৰিবৰ্তন কৰি এই বিচিত্ৰ জগৎ ৰূপত পৰিণত কৰিলে (গীতা ১৪।৩।৪), * সেই হৃদি স্থিত সৰ্বসুহৃদ্ পৰমাত্মা পুৰুষক যি সকল ধীৰ পুৰুষে নিৰন্তৰ সাক্ষাৎ কৰে,— সদা-সৰ্বদা তদগত ভাৱনাত তন্ময় হৈ থাকে, সেই সকলৰেই চিৰন্তন পৰমানন্দপ্ৰাপ্তি হয়, আন সকলৰ-ভগৱৎ চিন্তাৰ বিমুখলোকৰ সেই পৰমানন্দ প্ৰাপ্তি নঘটে, তেওঁলোক সেই ভূমাসুখৰপৰা বঞ্চিতেই থাকে ॥১২॥

নিত্যো নিত্যানাং চেতনশ্চেতনানা-মেকো বহু-
নাং যো বিদধাতি কামান্। তৎ কাৰণং সাংখ্য-
যোগাধিগম্যং জ্ঞাত্বা দেৱং মুচ্যতে সৰ্বপাশৈঃ ॥১৩॥

---

* জড়ৰ বীজ মায়া শক্তি জীৱৰ বীজ পৰমাত্মা, কাৰণ তেৱেঁই বিম্ব, জীৱ তেওঁৰ প্ৰতিবিম্ব।— (গৌড়পাদকাৰিকা ১৬)। জড়-প্ৰকৃতি বা মায়া নানা নানা নাম-ৰূপ লৈ বহুপ্ৰকাৰত পৰিণত হয়, নাম-ৰূপৰ বিভিন্নতা অনুসাৰে শুদ্ধ চৈতন্য পৰমাত্মা এক হৈয়ো বহুপ্ৰকাৰে প্ৰতিবিম্বিত হয় ( ছান্দোগ্য ৭।২৫।২ )।

যঃ (যি) একঃ (অদ্বিতীয়) নিত্যঃ (চিৰন্তন) চেতনঃ (চৈতন্যময় পৰমাত্মাই) বহূনাম্ (বহুত) নিত্যানাম্ (চেতনানাম্ (চেতন আত্মাবোৰৰ) কামান্ বিদধাতি কৰ্মফল ভোগৰ বিধান কৰে), তৎ (সেই, সাংখ্যযোগ অধিগম্যম্ (জ্ঞানযোগ আৰু কৰ্মযোগৰ দ্বাৰা উপলভ্য), কাৰণম্ সৰ্বকাৰণ), দেৱম্ (জ্যোতি স্বৰূপ পৰমপুৰুষক) জ্ঞাত্বা (জানি) সৰ্বপাশৈঃ সমস্ত বন্ধনৰ পৰা) মুচ্যতে মুক্ত হয়) ।। ১৩

যি এক-অদ্বিতীয় নিত্য চৈতন্যময় পৰমাত্মা-পুৰুষে বহুত-বহুত নিত্য চৈতন্যময় জীৱাত্মা বিলাকক নিজ নিজ কৰ্মফল ভোগৰ বিধান কৰে - সমুদায় জীৱৰ কৰ্ম অনুসাৰে ফলভোগৰ ব্যৱস্থা কৰি নানা প্ৰকাৰে নানা যোনিত জন্ম ধৰাই বিচিত্ৰ জগতৰ ৰচনা কৰে, সেই কেৱল জ্যোতি-স্বৰূপ সৰ্বকাৰণ সৰ্বাত্মা পুৰুষোত্তম জ্ঞানযোগ আৰু কৰ্ম-যোগৰ দ্বাৰা উপলব্ধ হয়। * সেই দুইৰ সাধনাশীল কোনো

---

† যোগবাশিষ্ঠত উক্ত আছে—

উভাভ্যামেৱ পক্ষাভ্যাং যথা খে পক্ষিণাং গতিঃ।
তথৈৱ জ্ঞান-কৰ্মাভ্যাং জায়তে পৰমং পদম্ ।।
কেৱলাৎ কৰ্মণো জ্ঞানাৎ ন হি মোক্ষোঽভিজায়তে।
কিন্তু তাভ্যাং ভৱেন্মোক্ষঃ সাধনন্তুভয়ং বিদুঃ" ।।

অৰ্থাৎ যেনেকৈ চৰাইবোৰে দুখন পাখীৰে আকাশত উৰিব পাৰে সেইদৰে জ্ঞান আৰু কৰ্ম এই দুয়ো সাধনাৰে পৰম পদ প্ৰাপ্তি হয়। কেৱল জ্ঞানৰ দ্বাৰা বা কেৱল কৰ্মৰদ্বাৰা মুক্তি লাভ নহয়; কিন্তু উভয়ৰ সাধনা হলেহে হয়। সেই কাৰণে জ্ঞান আৰু কৰ্ম দুয়োৰে সমানে সাধনা আৱশ্যক। মন কৰিব লগীয়া যে, মন্ত্ৰত আৰু এই বশিষ্ঠবচনতো ভক্তিৰ উল্লেখ নাই; তাৰ কাৰণ ভক্তি সেই দুয়োৰে অনুসঙ্গী সহজাত প্ৰবৃত্তি। ভক্তি নুপজিলে জ্ঞানো নহয়, কৰ্মও নহয়।

মহাপুৰুষে যদি তেওঁৰ ৰূপ। লাভ কৰি তেওঁক যথাৰ্থতে জানিব পাৰে, তেতিয়া তেও সকলো বন্ধনৰপৰা জন্ম-মৃত্যুৰূপ সংসাৰ-জ্বালাৰপৰা চিৰকাললৈ মুক্ত হয়॥১৩॥

ন তত্ৰ সূৰ্যো ভাতি ন চন্দ্ৰতাৰকং, নেমা বিদ্যুতো
ভান্তি কুতোঽয়মগ্নিঃ তমেৱ ভান্তমনুভাতি সৰ্বং,
তস্য ভাসা সৰ্বমিদং বিভাতি ॥১৪॥

তত্ৰ (তাত) সূৰ্যঃ ন ভাতি (সূৰ্য প্ৰকাশিত নহয়, চন্দ্ৰ-তাৰকম্ ন (চন্দ্ৰ আৰু তাৰা-সবো প্ৰকাশিত নহয়), ইমাঃ বিদ্যুতঃ ন ভান্তি (এই বিজুলীবোৰো প্ৰকাশিত নহয়); অয়ম্ অগ্নিঃ কুতঃ (আকৌ লৌকিক অগ্নি কেনেকৈ প্ৰকাশিত হব পাৰে); তম্ ভান্তম্ এৱ (তেওঁ প্ৰকাশিত হৈ থকাত হে) সৰ্বম্ অনুভাতি (সকলো প্ৰকাশিত হয়); তস্য ভাসা (তেওঁৰ প্ৰকাশেৰে হে) ইদম্ সৰ্বম্ বিভাতি (এই সমস্তই প্ৰকাশিত হয়) ॥১৪॥

সেই স্বপ্ৰকাশ পৰমাত্মধামত সূৰ্য প্ৰকাশিত নহয়, চন্দ্ৰ নক্ষত্ৰ আৰু এই বিজুলীবোৰো প্ৰকাশিত নহয়; অগ্নিৰ তো প্ৰকাশিত হোৱা কথাই নুঠে। অৰ্থাৎ যেনেকৈ বেলিৰ পোহৰত জোনাকী পৰুৱাৰ পোহৰ নোহোৱা হৈ যায়, সেইদৰে সেই পৰমজ্যোতিৰ সমীপত সূৰ্য আদি সমস্ত জ্যোতিষ্কৰ জ্যোতি লুপ্ত হৈ পৰে। স্বয়ং প্ৰকাশ পৰম-পুৰুষৰ প্ৰকাশশক্তিৰ অংশ পাইহে জ্যোতিষ্কসমূহ প্ৰকাশ-শীল হয়। সেইবোৰে আকৌ নিজৰ প্ৰকাশকক কেনেকৈ প্ৰকাশ কৰিব পাৰে? আচল কথা হ'ল—সেই জগৎ

প্ৰকাশক জগদাত্মা পুৰুষ ভ্ৰমৰ প্ৰকাশৰপৰা অথবা প্ৰকাশৰ অংশমাত্ৰৰপৰা এই সমস্ত বিশ্বব্ৰহ্মাণ্ড প্ৰকাশিত হৈ আছে, স্বতন্ত্ৰভাৱে কোনো শক্তিৰ প্ৰকাশ নাই। কোনো-পনিষদৰ যক্ষৰ আখ্যানে এই কথাই প্ৰতিপন্ন হৈছে॥ এই মন্ত্ৰ কঠ ২।২।১৫ আৰু মুণ্ডক ২।২।১০ এই ৰূপতে আছে)॥ ৪॥

একো হংসো ভুবনস্যাস্য মধ্যে স এবাগ্নিঃ সলিলে সংনিবিষ্টঃ। তমেব বিদিত্বাতি মৃত্যুমেতি, নান্যঃ পন্থা বিদ্যতেঽয়নায় ॥১৫॥

অস্য ভুবনস্য (এই ব্ৰহ্মাণ্ডৰ) মধ্যে (মাজত) একঃ হংসঃ (এক অবিদ্যাদিৰ হত্যাকাৰী পৰম ব্ৰহ্ম বিৰাজমান আছে)। সঃ এব (তেৱেঁই) সলিলে (পানীত সংনিবিষ্টঃ (অৱস্থিত) অগ্নিঃ (জুই)। তম্ (তেওঁক) বিদিত্বা এব (জানিলেই) মৃত্যুম্ (মৰণক) অতি-এতি (অতিক্ৰম কৰে)। অয়নায় (পৰম-পদ প্ৰাপ্তিৰ নিমিত্তে) অন্যঃ পন্থা (আন পথ, উপায়) ন বিদ্যতে (নাই) ॥১৫॥

অবিদ্যা আদিৰ নাশক এক পৰব্ৰহ্ম পুৰুষোত্তমেই এই বিশ্ব-ব্ৰহ্মাণ্ডৰ সৰ্বত্ৰ বিৰাজমান আছে। তেৱেঁই পানীত অৱস্থান কৰা অগ্নি। যদিও শীতল আৰু উষ্ণ—এই পৰস্পৰ বিৰুদ্ধ স্বভাৱ হেতুকে জলত অগ্নিৰ স্থিতি সাধাৰণৰ পক্ষে বুজাত কঠিন হয়, তথাপি সেই দুইৰ ৰহস্য জনা বৈজ্ঞানিকে তাক বুজে, সেই কাৰণে তেওঁলোকে পানীৰপৰা অগ্নিক তড়িৎ (বিজুলী) ৰূপত বাহিৰ কৰি তাৰ দ্বাৰা হবেক প্ৰকাৰ

কাৰ্য সাধন কৰিছে। কাৰ্যত কাৰণ ব্যাপ্ত থাকে — এই নিয়মৰ স্বীকাৰ থকা বাবেও জলতত্ত্বৰ কাৰণৰূপে তেজস্তত্ত্বৰ জলত ব্যাপ্ত থকাই উচিত। শাস্ত্ৰবোৰতো সমুদ্ৰত 'বড়-বানল অগ্নিৰ স্থিতি বৰ্ণিত আছে।) কিন্তু এই তত্ত্ব জনা লোকে পানীত থকা জুইক দেখা নাপায়। এই ৰূপে পৰমাত্মাও এই জগতত কৈ স্বভাৱতে সম্পূৰ্ণ বেলেগ; কিয়নো, তেওঁ চেতন আৰু জ্ঞানস্বৰূপ, 'কিন্তু জগৎ জড আৰু জ্ঞেয়। এই প্ৰকাৰে জগতত কৈ বিৰুদ্ধস্বভাৱ পৰমাত্মা কেনেকৈ সৰ্বজগৎ-ব্যাপ্ত হব পাৰে আৰু কেনেকৈ তাৰ কাৰণ হ'ল? এই কথা সাধাৰণদৃষ্টিৰ বুজা টান কিন্তু বিশিষ্ট বিবেকী পুৰুষে পৰব্ৰহ্ম পৰমেশ্বৰৰ অদ্ভুত অচিন্ত্য মহিমাৰ ৰহস্য বুজে; সেই কাৰণে তেনে লোকে তেওঁক সৰ্বত্ৰ বিৰাজমান দেখে আৰু সমস্তৰ কাৰণৰূপে অনুভৱ কৰে। সেই সৰ্বশক্তিমন্ত অচিন্ত্য অনন্ত মহিমামণ্ডিত ভগৱন্ত পুৰুষোত্তমক জানিব লাগিব, তেওঁক জানিব পাৰিলেহে মৰণক—জনম মৰণৰূপ সংসাৰ-সাগৰক অতিক্ৰম কৰি পৰম ধামলৈ যাব পৰা হব। পৰমপুৰুষৰ পৰমধাম পাবলৈ আৰু আন্য পথ—আন উপায় একো নাই। সেই কাৰণে ব্ৰহ্ম-জিজ্ঞাসু হৈ তেওঁক জানিবলৈ চেষ্টা কৰা একান্ত কৰ্তব্য॥১॥

স বিশ্বকৃদ্ বিশ্ববিদাত্মযোনি, জ্ঞঃ কালকালো গুণী সৰ্ববিদ্ যঃ। প্ৰধানক্ষেত্ৰজ্ঞপতিৰ্গুণেশঃ, সংসাৰ-মোক্ষস্থিতিবন্ধহেতুঃ ॥১৬॥

যঃ (যি) প্ৰধানক্ষেত্ৰজ্ঞপতিঃ (প্ৰকৃতি আৰু জীৱাত্মাৰ পালক), গুণেশঃ (সমস্ত গুণসমূহৰ শাসক), সংসাৰ মোক্ষ স্থিতি বন্ধ হেতুঃ (সংসাৰবন্ধনৰ মুক্তি, সংসাৰত ৰখা আৰু সংসাৰত বান্ধি ৰখাৰ কাৰণ,) সঃ জ্ঞ (সেই জ্ঞানস্বৰূপ পৰমাত্মা) বিশ্বকৃৎ (সৰ্বস্ৰষ্টা), বিশ্ববিৎ (সৰ্বজ্ঞ), আত্মযোনিঃ (নিজেই নিজক প্ৰকাশ কৰোঁতা), কালকালঃ (কালৰো কাল), গুণী (সৰ্বগুণৰ আধাৰ) সৰ্ববিৎ (আৰু সমস্ত বিষয়তে জ্ঞানশালী)। ১৬॥

যি পৰমেশ্বৰ পুৰুষোত্তম নিজৰ অপৰা আৰু পৰা প্ৰকৃতিৰূপ প্ৰধান আৰু জীৱ-সমুদায়ৰ নিয়ামক আৰু পালক ('প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ। সমস্তৰে আত্মা হৰি পৰম বান্ধৱ'-নামঘোষা) যি কাৰ্য-কাৰণ ৰূপত থকা সত্ত্বাদি গুণৰ অধিষ্ঠাতৃৰূপে তিনিও গুণ-নিয়ন্ত্ৰণ যথাযোগ্যভাৱে সম্পাদন কৰে আৰু যি এই জন্ম-মৃত্যুৰূপ সংসাৰ-চক্ৰবিত্ত জীৱবোৰক নিজৰ কৰ্মানুসাৰে বান্ধি ৰাখে সিহঁতক ভৰণ-পোষণ দিয়ে আৰু কৃপা হলে সংসাৰ-বন্ধনৰপৰা মুক্তিও দিয়ে, সেই জ্ঞান স্বৰূপ পূৰ্ণব্ৰহ্মই সমগ্ৰ বিশ্ব ৰচনা কৰিলে, কাৰণ, তেওঁ সৰ্ববিষয়াত জ্ঞানবান্ ভক্তৰ বাঞ্ছা-পূৰণৰ কাৰণে সেই লীলাময় প্ৰভুৱে নিজেই নিজক প্ৰকাশিত কৰে—অৱতাৰ গ্ৰহণ কৰে। তেওঁ কালৰো কাল অৰ্থাৎ কালে তেওঁক চুকি নাপায়—তেওঁ কালৰ অতীত। কঠোপনিষদতো কোৱা হৈছে যে, সৰ্ব-সংহাৰক মৃত্যু এই মহাকালৰূপ পৰমেশ্বৰৰ ভাতৰ লগৰ আঞ্জা (কঠ ১।২।২৫)।

সত্য, শৌচ দয়া, ক্ষমা আদি সমস্ত কল্যাণময় গুণৰাজিৰে স্বয়ং সম্পূৰ্ণ. ভক্ত বাঞ্ছাকল্পতৰু সেই জগদীশ্বৰেই ব্ৰহ্মাণ্ডৰ সমস্ত জীৱৰ কৰ্ম আৰু তিনিও কালতে কোন কি সকল, কি বৰ সমস্ত ঘটনাৰ প্ৰত্যক্ষকাৰী সৰ্বজ্ঞ সৰ্বদ্ৰষ্টা ; বিশ্ব-ব্ৰহ্মাৰ একোৱেই তেওঁৰ অগোচৰ নাথাকে ॥১৬॥

স তন্ময়ো হ্যমৃত ঈশসংস্থো, জ্ঞঃ সৰ্বগো ভুবন-
স্যাস্য গোপ্তা। য ঈশে অস্য জগতো নিত্যমেব,
নান্যো হেতুৰ্বিদ্যত ঈশনায় ॥১৭॥

যঃ (যি) তস্য জগতঃ (এই জগতক) নিত্যম্ এব (সদায়েই) ঈশে (শাসন কৰে), সঃ (তেওঁ হি তন্ময়ঃ জগন্ময়), অমৃতঃ (অমৃতস্বৰূপ), ঈশসংস্থঃ (লোকপালবৰ্গত অধিষ্ঠিত), জ্ঞঃ (জ্ঞানস্বৰূপ) সৰ্বগঃ (সৰ্বগামী), অস্য ভুবনস্য (আৰু এই ব্ৰহ্মাণ্ডৰ) গোপ্তা (ৰক্ষাকৰ্তা)। ঈশনায় (জগৎশাসনৰ নিমিত্তে) অন্যঃ হেতুঃ (আন একো কাৰণ) ন বিদ্যতে (নাই)। ১৭।

পূৰ্ববৰ্ণিত সেই পৰমেশ্বৰেই এই সমস্ত জগত যথাযোগ্য নিয়ম-শৃঙ্খলাৰে নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰে, সেইকাৰণেই তেওঁ জগন্ময়—অৰ্থাৎ তেৱেঁই জগৎৰূপ পৰিণত ; তেওঁ অমৃতস্বৰূপ সৰ্বদাই একৰস, এই জগতৰ উৎপত্তি বিনাশ আদি পৰিবৰ্তনত তেওঁৰ কোনো পৰিবৰ্তন নহয়। লোক-সমূহৰ ঈশ্বৰ অৰ্থাৎ পালক যি সকল, সেই সকলতো তেওঁৱেই অধিষ্ঠিত থাকে। চৈতন্যস্বৰূপ সেই পৰব্ৰহ্মই সৰ্বত্ৰ পৰি-পূৰ্ণভাৱে বিদ্যমান থাকি সমস্ত ব্ৰহ্মাণ্ডৰ ৰক্ষণ-পালনৰ বিধান

কৰে। এই ব্ৰহ্মাণ্ডৰ শাসন-পৰিচালনৰ কাৰণে তেওঁৰ বাহিৰে আন একো হেতু প্ৰতীতি নহয়; কিয়নো এই বিশাল বিশ্বৰ নিয়ম-শৃঙ্খলাৰে পৰিচালনা কৰা—শাসন কৰা আন কাৰো পক্ষে সম্ভৱ নহয় ॥১৭॥

যো ব্ৰহ্মাণং বিদধাতি পূৰ্বং, যো বৈ বেদাংশ্চ
প্ৰহিনোতি তস্মৈ। তংহ দেবমাত্মবুদ্ধি প্ৰকাশং,
মুমুক্ষুৰ্বৈ শৰণমহং প্ৰপদ্যে ॥১৮॥

যঃ (যি পৰমপুৰুষে) পূৰ্বম্ (সৰ্বপ্ৰথমে) ব্ৰহ্মাণম্ পদ্মযোনি ব্ৰহ্মাক) বিদধাতি (সৃষ্টি কৰিলে), চ (আৰু) যঃ (যি) তস্মৈ (সেই হিৰণ্যগৰ্ভক) বৈ (নিশ্চিত ভাবে) বেদান্ (বেদসমূহৰ জ্ঞানৰাশি) প্ৰহিনোতি (প্ৰদান কৰিলে), তম্ আত্মবুদ্ধি প্ৰকাশম্ (সেই পৰমাত্মজ্ঞানবিষয়ক বুদ্ধিৰ প্ৰকাশক) দেৱম্ হ (সুপ্ৰসিদ্ধ দেৱ-জ্যোতিৰ্ময়পুৰুষক) মুমুক্ষুঃ (সংসাৰ-বন্ধনৰ পৰা মুক্তি অভিলাষী হৈ) অহম্ বৈ (মই নিশ্চয়কৈ) শৰণম্ প্ৰপদ্যে (আশ্ৰয়ৰূপে গ্ৰহণ কৰিলো) ॥১৮॥

[পূৰ্ব কথিত মন্ত্ৰসমূহৰ দ্বাৰা বুজা গ'ল যে সংসাৰৰ পৰা মুক্তি আৰু সংসাৰত স্থিতি এই উভয়ৰে পৰমেশ্বৰেই কাৰণ। সেইকাৰণে সংসাৰ মুক্তিৰ নিমিত্তে সৰ্ব্বতোভাৱে তেওঁৰ ওপৰতে ভৰসা কৰি তেওঁত শৰণাপন্ন হোৱা আৱশ্যক। গতিকে সংসাৰী লোকে সৰ্ব্বান্তঃকৰণে চিন্তা কৰিব লাগে—] যি পৰমেশ্বৰে সৰ্বপ্ৰথমেই নিজ নাভি-কমলৰ পৰা ব্ৰহ্মাক সৃষ্টি কৰিলে, সৃষ্টি কৰি সেই পদ্মযোনিক যি নিঃসন্দেহে সমস্ত বেদৰ জ্ঞানৰাশি প্ৰদান কৰিলে, আৰু

নিজস্বৰূপৰ জ্ঞান দিয়ে যি শৰণাগতৰ হৃদয়ত অনুৰূপ শুদ্ধ বুদ্ধি দিয়ে (গীতা ১০।১০), সেই উপনিষদ বর্ণিত সর্বশক্তি-মন্ত সর্ববৰেণ্য জ্যোতির্ময় ভগৱন্ত পুৰুষোত্তমদেৱৰ শৰণ ল'লোঁ, মই মুক্তিৰ অভিলাষী, তেওঁত বাজে এই ভৱভয়-হাৰী মুকুন্দ (মুক্তিদাত) মোৰ আন কোনো নাই ॥১৮॥

নিষ্কলং নিষ্ক্রিয়ং শান্তং নিৰৱদ্যং নিৰঞ্জনম্ ।
অমৃতস্য পৰং সেতুং দগ্ধেন্ধনমিৱানলম্ ॥১৯॥

নিষ্কলম্ (কলাৰহিত) (নিষ্ক্রিয়ম্ ক্রিয়াহীন, শান্তম্ (শান্তস্বৰূপ) নিৰৱদ্যম্ (নির্দোষ) নিৰঞ্জনম্ (নির্লেপ), অমৃতস্য (মুক্তিৰ) পৰম্ (সর্বোত্তম) সেতুম্ (সাকো স্বৰূপ) দগ্ধেন্ধনম্ অনলম্ ইৱ (পোৰা খৰিৰ দগ্‌দগীয়া অঙঠাৰ জুইৰ দৰে) [জ্যোতির্ময় পৰমদেৱক চিন্তা কৰিব] ।১৯॥

নির্গুণ পৰমাত্মাৰ উপাসনা কৰোঁতে এনে ভাৱনা হ'ব লাগে যে—যি কলাৰহিত অর্থাৎ নিৰৱয়ৱ, সর্বপ্রকাৰ ক্রিয়াশূন্য, পৰম শান্তস্বৰূপ, দোষলেশৰহিত, যি অমৃতময় মোক্ষৰ সর্বোত্তম সাকো অর্থাৎ যাক আশ্রয় কৰি অপাৰ সংসাৰ-সাগৰ হেলাৰঙে পাৰ হৈ যাব পাৰি, যি খৰি পুৰি দগ্‌দগীয়া অঙঠা হোৱা জুইৰ নিচিনা নির্মল, নির্বিকাৰ জ্যোতির্ময়, সেই পৰমদেৱৰ শৰণ লওঁ ॥১৯-

যদা চর্মৱদাকাশং বেষ্টয়িষ্যন্তি মানৱাঃ ।
তদা দেৱমবিজ্ঞায় দুঃখস্যান্তো ভবিষ্যতি ॥২০॥

যদা (যদি কেতিয়াবা মানবাঃ (মানুহবোৰে) আকাশম্ (আকাশক) চর্মবৎ (চামৰাৰ দৰে) বেষ্টয়িষ্যন্তি (মুৰিয়াব পাৰে), তদা (তেতিয়া) দেবম্ (পৰমদেৱ ভগৱন্তক) অবিজ্ঞায় (নাজানিলেও) দুঃখস্য (সংসাৰ দুখৰ) অন্ত ভবিষ্যতি (অন্ত হব পাৰে) ॥২০॥

যেনেকৈ চামৰা এখন মুৰিয়াই যেনেকৈ সংকুচিত কৰিব পাৰি, সেই দিচনাকৈ মানুহবোৰে যদি আকাশখন মেৰিয়াই মুৰিয়াই সামৰি থব পাৰে, তেতিয়া হয়তো পৰমপুৰুষ ভগৱন্তক নাজানিলেও সংসাৰ-দুখৰ সমাপন হব পাৰে — ভাব এই যে সমুদায় মানৱ একলগে মিলিও যেনেকৈ আকাশখন মেৰিয়াই সামৰি পেলোৱা কদাপিও সম্ভৱ নহয়, সেইদৰে সেই জগদাত্মা জগদীশ্বৰক স্বৰূপতঃ নাজানিলে কোনোৱেও এই মায়াময় সংসাৰদুখৰপৰা পৰিত্ৰাণ নাপায় ॥২০॥

তপঃপ্রভাবাদ্‌ দেবপ্রসাদাচ্চ ব্রহ্ম হ শ্বেতাশ্বতরোঽথ বিদ্বান্‌। অত্যাশ্রমিভ্যঃ পরমং পবিত্রং,
প্রোবাচ সম্যগৃষিসংঘজুষ্টম্‌ ॥২১॥

হ (প্রসিদ্ধ আছে যে) শ্বেতাশ্বতরঃ (শ্বেতাশ্বতৰ নামে ঋষিয়ে) তপঃপ্রভাবাৎ (তপস্যাৰ প্ৰভাৱত) চ (আৰু) দেবপ্রসাদাৎ (পৰমদেৱৰ অনুগ্ৰহত) ব্রহ্ম (ব্ৰহ্মক) বিদ্বান্‌ (জানিব পাৰি) অথ (তাৰ পাছত) ঋষিসংঘজুষ্টম্‌ (ঋষি পৰম্পৰাই উপাসিত) পরমম্‌ (সৰ্বোত্তম) পবিত্রং (পবিত্ৰ ব্ৰহ্মতত্ত্বক) অত্যাশ্রমিভ্যঃ (আশ্ৰমাভিমান অতিক্ৰম কৰা তত্ত্বজ্ঞানাধিকাৰীসকলক) সম্যক্‌ (যথাৰ্থৰূপে) প্রোবাচ (বিবৰি কৈছিল) ॥২১॥

এই কথা সুপ্ৰসিদ্ধ যে শ্বেতাশ্বতৰ নামে প্ৰখ্যাত ঋষিয়ে তপস্যাৰ প্ৰভাৱত অৰ্থাৎ আসক্তিশূন্য হৈ সংযম-জীৱন-যাপন পূৰ্বক পৰমেশ্বৰৰ প্ৰীতি নিমিত্তেই নিত্য-নৈমিত্তিক বেদ-বিহিত কৰ্ম-কাণ্ডৰ অনুষ্ঠানত নিৰত থাকি একাগ্ৰচিত্ত হোৱাৰ ফলত আৰু ভগৱন্তৰ অহৈতুকী দয়াৰ পাত্ৰ হৈ তেওঁৰ যথাৰ্থস্বৰূপ বুজিলে আৰু তেওঁ ব্ৰহ্মবাদী ঋষি-পৰম্পৰাই উপাসিত হৈ আছে। সেই সৰ্বোত্তম পৰম পবিত্ৰ পৰব্ৰহ্মৰ তত্ত্বক আশ্ৰমৰ অভিমান নথকা-দেহ গেহৰ প্ৰতি মায়া-মমতা নকৰা ভগৱৎ তত্ত্বৰ অনুসন্ধানী লোক-সকলক বিবৰি বুজাইছিল।

[এই মন্ত্ৰৰদ্বাৰা ব্ৰহ্মতত্ত্বৰ বক্তা আৰু তেওঁৰ উপদেশ গ্ৰহণ কৰোতা কেনে হব লাগিব তাৰো নিৰ্দ্দেশ দিয়া হ'ল।] ॥ ২১ ॥

বেদান্তে পৰমং গুহ্যং পুৰাকল্পে প্ৰচোদিতম্। নাপ্ৰশান্তায় দাতব্যং নাপুত্ৰায়াশিষ্যায় বা পুনঃ॥ ২২॥

পৰমম্ গুহ্যম (এই পুৰুষাৰ্থসাধক ৰহস্যময় জ্ঞান) বেদান্তে (উপনিষদ্ সমূহত) পুৰাকল্পে (পূৰ্বকল্পত) প্ৰচোদিতম্ (বিশেষভাৱে উপদিষ্ট হ'ল); অপ্ৰশান্তায় (যাৰ অন্তঃকৰণ সৰ্বপ্ৰকাৰে শান্ত হোৱা নাই, তেনে লোকক) ন দাতব্যম্ (এই ব্ৰহ্মৰহস্যৰ উপদেশ দিয়া অনুচিত) পুনঃ (আৰু) অপুত্ৰায় (যি পুত্ৰ নহয়, তেওঁক) বা অশিষ্যায় (যি শিষ্য নহয়, তেওঁক) ন (দিয়া উচিত নহয়)॥২২।

এই পৰম পুৰুষাৰ্থ সাধক ৰহস্যবিদ্যাৰ উপদেশ বেদৰ অন্তিম ভাগ উপনিষদসমূহত পূৰ্ব কল্পতে যথাযথৰূপে উপদিষ্ট হ'ল ; স্মৰণ কৰিব লাগে যে, বেদ নিত্য, প্ৰত্যেক কল্পতেই তাৰ একৰূপতাই থাকে—একো পৰিবৰ্ত্তন নহয় (ব্ৰঃসূঃ ১।৩।২৯)। গতিকে এই ৰহস্যোপদেশৰ পৰম্পৰা কল্প-কল্পান্তৰৰ পৰা চলি আহিছে, ই কোনো নতুন কথা নহয়। এই পৰমাৰ্থজ্ঞান কেনে লোকক দিয়া উচিত ? যাৰ অন্তঃকৰণত বিষয় বাসনাৰ টান— আসক্তিৰা বিলুপ্ত হৈ যোৱা নাই, এনে অশান্তচিত্ত লোকক এই জ্ঞান দিয়া অনাৱশ্যক ; তেনেকৈয়ে য নিজৰ পুত্ৰ কিম্বা শিষ্য নহয়, তেওঁকো এই জ্ঞান দিয়া উচিত নহয়। [ভাব এই যে সৰ্বপ্ৰকাৰৰ বাসনামুক্ত শান্তচিত্ত ব্যক্তি এই জ্ঞানৰ অধিকাৰী অথবা পুত্ৰ বা শিষ্য যিজন তেৱোঁ অধিকাৰী। পুত্ৰ আৰু শিষ্যক অধিকাৰীৰূপে প্ৰস্তুত কৰা পিতা আৰু আচাৰ্য-গুৰুৰ কাম। এই কাৰণে প্ৰশান্ত-চিত্ত নহলেও পুত্ৰ বা শিষ্য হলেই যে পৰমাৰ্থজ্ঞানৰ অধি-কাৰী হব, তেনে নিয়ম নহয়।) ॥ ২২ ॥

যস্য দেৱে পৰা ভক্তিঃ যথা দেৱে তথা গুৰৌ।
তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ ॥২৩॥

যস্য (যাৰ) দেৱে (পৰম দেৱতাত) পৰা (বিশুদ্ধা) ভক্তিঃ (ভক্তি হয়), যথা দেৱে (যেনেকৈ পৰমদেৱ পৰমেশ্বৰত) তথা

গুৰৌ (তেনেকুৱাকৈ গুৰুলৈয়ো হয়), তস্য মহাত্মন: হি (- ই মহা পুৰুষৰ অন্তৰতেই) এতে (এইসকল) কথিতাঃ (উপদিষ্ট) অর্থঃ (পাৰমাৰ্থিক ৰহস্য) প্ৰকাশন্তে (প্ৰকাশিত হয়)। প্ৰকাশন্তে মহাত্ম :। [এই দ্বিৰুক্তি সমাপ্তিসূচক]।।২৩।।

যি জনৰ দেৱাদিদেৱ পুৰুষোত্তমৰ পৰম (বিশুদ্ধ) ভক্তি হয়, আকৌ তেওঁলৈ থকা ভক্তিৰ অনুৰূপেই নিজৰ গুৰুৰ প্ৰতিও ভক্তি যিজনৰ হয়, অৰ্থাৎ গুৰু আৰু দেৱতাৰ প্ৰতি একত্ব বুদ্ধিযুক্ত হৈ অভিন্ন ভাৱ যি পুৰুষৰ হয়, সেই মহাত্মা—মহামনস্বী পুৰুষৰেই হৃদয়ত উপনিষদ উপদিষ্ট এইসকল পাৰমাৰ্থিক ৰহস্যকথা অনুভৱযোগ্য হয়। [ভাৱ এই য, এক-- অদ্বিতীয় পৰমাত্মা পুৰুষেই সৰ্বত্ৰ বিৰাজমান; সৰ্বত্ৰ ব্ৰহ্মভাৱনা হবলৈকে প্ৰথমতে গুৰুকে ব্ৰহ্মাভিন্ন ভাৱি পৰমেশ্বৰৰ প্ৰতীকৰূপত তেওঁকেই শ্ৰদ্ধা-ভক্তি নিবেদন কৰা আৱশ্যক। এইকাৰণে পৰমাৰ্থ জ্ঞানৰ অভিলাষীলোক বিশ্বাসযুক্ত আৰু ভক্তিপৰায়ণ হব লাগিব। যি জন পুৰুষত পূৰ্ণবিশ্বাসযুক্ত আৰু ভক্তি আছে। সেইজনেই এইবোৰ তত্ত্বকথা বুজিবলৈ—অনুভৱ কৰিবলৈ সক্ষম হয়। ] এই মন্ত্ৰত অন্তিম বাক্যৰ দ্বিৰুক্তি সিদ্ধান্তৰ দৃঢ়তা আৰু গ্ৰন্থৰ সমাপ্তি সূচক ॥২৩॥

॥ষষ্ঠ অধ্যায় সমাপ্ত॥৬



কৃষ্ণযজুর্বেদীয়

শ্বেতাশ্বতরোপনিষদ্ সমাপ্ত

## শান্তিপাঠ

সহ নাববতু সহ নৌ ভুনক্তু। সহ বীর্যং করবাবহৈ
তেজস্বি নাবধীতমস্তু মা বিদ্বিষাবহৈ॥
ওঁ শান্তিঃ। শান্তিঃ।। শান্তিঃ।।।

